# জ্যোতিপ্ৰসাদৰ নাটক

সম্পাদক

ড° হীৰেন গোহাঁই

সহযোগী সম্পাদক

লক্ষ্মীনাথ তামুলী



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী - ৭৮১ ০২১

**JYOTIPRASADAR NATAK** : *An anthology of Dramas by Jyotiprasad Agarwalla, edited by Dr. Hiren Gohain and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati 781 021, Assam, India.*
Enlarged and revised first edition, December 2004 Price Rs. 180.00

---



প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১০২১

পৰিবৰ্দ্ধিত আৰু পৰিমাৰ্জিত প্ৰথম সংস্কৰণ ডিচেম্বৰ ২০০৪

মূল্য ঃ ১৮০.০০

মুদ্ৰক

ভবানী অফছেট এণ্ড ইমেজিং চিষ্টেমছ্ প্ৰাঃ লিঃ

গুৱাহাটী ৭৮১০০৭

# সচিবৰ দুআষাৰ

অসম প্ৰকাশন পৰিষদে অসমৰ সাহিত্য-সংস্কৃতিত এক অভূতপূৰ্ব প্ৰভাৱ পেলাইছে। অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ কাণ্ডাৰীসকল পৰিষদৰ পৰিকল্পনা আৰু কাম-কাজৰ লগত ওতপ্ৰোতভাৱে জড়িত। ১৯৫৮ চনতে প্ৰতিষ্ঠাপিত পৰিষদে অসম ছাত্ৰ-সন্মিলনীৰ চৈধ্যগৰাকী অতিবিশিষ্ট সভাপতিৰ অভিভাষণ সন্নিবিষ্ট 'ভাষণমালা' প্ৰথমখন গ্ৰন্থৰূপে প্ৰকাশ কৰে। অৱশ্যে চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীৰ অসমীয়ালৈ অনূদিত কথা-মহাভাৰতখন পৰিষদে পোনতে প্ৰকাশ কৰিবলৈ উদ্যোগ লৈছিল। উল্লেখ কৰি থওঁ যে বিষয়-বস্তুৰ বৈভৱ আৰু তথ্য-সম্পদৰ গুৰুত্ব উপলব্ধি কৰি এইবাৰ 'ভাষণমালা' নামটোৰ পৰিৱৰ্তন ঘটাই 'সাহিত্য আৰু ইতিহাস' কৰা হৈছে। ভাবীকালৰ নতুন প্ৰজন্মৰ লগতে সৰ্বসাধাৰণ পাঠকেও গ্ৰন্থখন পঢ়ি হৃদয় উদ্ৰেককাৰী চিন্তা আৰু বিমল আনন্দৰ খোৰাক পাব।

২০০৩ চনত আমি কাৰ্যভাৰ লৈয়েই পৰিষদৰ শ্ৰেষ্ঠ, দুষ্প্ৰাপ্য আৰু বছৰৰ পিছত বছৰ ধৰি পুনঃমুদ্ৰিত নোহোৱাকৈ থকা গ্ৰন্থকে ধৰি সৰ্বমুঠ ১২০ খন গ্ৰন্থ প্ৰকাশ কৰি পাঠকসমাজলৈ আগবঢ়াইছোঁ আৰু পাঠকেও গ্ৰন্থসমূহক আঁকোৱালি লৈছে।

২০০৪ বৰ্ষত প্ৰকাশ কৰিবলৈ লোৱা কেইখনমান উল্লেখযোগ্য নতুন গ্ৰন্থ হ'ল সৰ্বেশ্বৰ শৰ্মা কটকী ৰচনাৱলী, ঊনবিংশ শতিকাৰ মাজ ভাগতে প্ৰণীত আৰু ডাঙৰীয়া দীননাথ বেজবৰুৱা, নৰনাৰায়ণ মাজু মেলিয়া ৰাজা আৰু মহিচন্দ্ৰ ৰাজখোৱা— এই তিনিগৰাকী বিশিষ্ট লোকৰদ্বাৰা পৰ্যালোচনা কৰা আৰু আজিকোপতি পাণ্ডুলিপি অৱস্থাতে থকা পদ্মেশ্বৰ নাওবৈছা ফুকনৰ অসম বুৰঞ্জী, সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাদেৱে সম্পাদনা কৰা 'উষা'ৰ একত্ৰ সংকলন, কেশদা মহন্তই মূল সংস্কৃতৰ পৰা অনুবাদ কৰা অথৰ্ববেদ আৰু ৰঘুবংশ, ড° প্ৰদীপ শৰ্মাৰ অসমৰ শেষ-মধ্যযুগীয় মন্দিৰ-স্থাপত্য, হোমেন বৰগোহাঞিয়ে সঙ্কলন-সম্পাদনা কৰা শ্ৰেষ্ঠ অসমীয়া নিৰ্বাচিত প্ৰবন্ধ, ভবপ্ৰসাদ চলিহাৰ সম্পাদনাত অসমীয়া আখ্যান-গীত ইত্যাদি। বাংলা ভাষাত প্ৰণীত হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি' গ্ৰন্থও এইবাৰৰ গ্ৰন্থ-তালিকাত অন্তৰ্ভুক্ত কৰা হৈছে। গ্ৰন্থখনিত ঢেকিয়াল ফুকনৰে 'কামৰূপ যাত্ৰা-পদ্ধতি' শীৰ্ষক গ্ৰন্থখনো একেলগে মুদ্ৰিত কৰা হ'ব। ড° যোগেন্দ্ৰনাথ

ফুকনে কৰা আহোম বুৰঞ্জীৰ অসমীয়া অনুবাদ এটি বিশিষ্ট অৱদান হ'ব। ২০০৩ বৰ্ষত ড° হীৰেন গোহাঁইৰ সম্পাদনাত প্ৰকাশিত জ্যোতিপ্ৰসাদ ৰচনাৱলীৰ পৰিমাৰ্জিত-পৰিবৰ্ধিত সংস্কৰণে বিপুল সঁহাৰি লাভ কৰাৰ পৰিপ্ৰেক্ষিতত আৰু পাঠকৰ আগ্ৰহৰ প্ৰতি লক্ষ্য ৰাখি এইবাৰ ড° গোহাঁইৰে সম্পাদনাত জ্যোতিপ্ৰসাদৰ নাটকখিনিৰ একত্ৰ সংকলন আৰু শিশু-কবিতাসহ গীতখিনিৰ নতুন সংস্কৰণ প্ৰকাশ কৰা হ'ব।

ভাবৰ আদান-প্ৰদান আৰু বিস্তাৰ-বিকাশত অনুবাদ-কৰ্মই এক মুখ্য ভূমিকা গ্ৰহণ কৰে। ইতিপূৰ্বে অসম প্ৰকাশন পৰিষদে এক সংখ্যক শ্ৰেষ্ঠ গ্ৰন্থ অসমীয়ালৈ অনূদিত কৰিছে। এই বছৰত আমি বাৰ্ট্ৰাণ্ড ৰাছেল, এ.এইছ.কাৰ, ইৰাৱতী কাৰ্ভে, এ.এল.বাশ্বাম্ আদি বুদ্ধিজীৱী-লেখকৰ গ্ৰন্থ অনুবাদ কৰিবলৈ লৈছো।

গুণাভিৰাম বৰুৱাৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ'ৰ ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে আৰু হোমেন বৰগোহাঞিয়ে সম্পাদনা কৰা 'এশ বছৰৰ অসমীয়া কবিতা'ৰ নিৰ্বাচিত এক সংখ্যক কবিতাৰ প্ৰদীপ আচাৰ্যই ইংৰাজীলৈ কৰা অনুবাদে অনা-অসমীয়া ভাষী পাঠকৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিব পাৰিব বুলি আমাৰ বিশ্বাস।

আশা কৰো সৰ্বস্তৰৰ পাঠকে অসম প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আঁকোৱালি ল'ব।

লক্ষ্মীনাথ তামুলী আই.এ.এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিছেম্বৰ ২০০৪

# প্ৰকাশকৰ কৈফিয়ত

২০০৩ চনত ড° হীৰেন গোহাঁইৰ সম্পাদনাত অসম প্ৰকাশন পৰিষদে "জ্যোতিপ্ৰসাদ ৰচনাৱলী"ৰ পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত সংস্কৰণ এটা প্ৰকাশ কৰিছিল। পৰমানন্দ মজুমদাৰ আৰু সমীন্দ্ৰ হুজুৰি সহযোগী সম্পাদক আছিল। যিসকলে জ্যোতিপ্ৰসাদ আগৰৱালাৰ কেৱল নাটক অথবা কেৱল গীত বা কবিতাখিনিহে নিজৰ ৰুচি অথবা প্ৰয়োজনত পাবলৈ বিচাৰে, ৰচনাৱলীখনৰ কলেৱৰ আৰু মূল্যৰ কাৰণে তেওঁলোক পিছ হুঁহকিবলগীয়াত পৰে। সেয়ে আগ্ৰহী পাঠক-গ্ৰাহকৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি জ্যোতিপ্ৰসাদৰ নাটককেইখন আৰু গীত-কবিতাসমূহৰ দুটা সুকীয়া আৰু সুলভ সংস্কৰণ প্ৰকাশ কৰা হ'ল। "জ্যোতিপ্ৰসাদ ৰচনাৱলী"ৰ পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত সংস্কৰণ যুগুতাই উলিওৱাৰ সমুদায় কৃতিত্ব ড° হীৰেন গোহাঁই আৰু তেওঁৰ দুই সহযোগী সম্পাদকৰ। অসমীয়া ভাষা-সাহিত্যৰ শ্ৰদ্ধেয় অগ্ৰজ ড° বাণীকান্ত কাকতি, উমেশ চন্দ্ৰ বৰুৱা, ড° হীৰেন গোহাঁই, যোগেশ দাস, ড° পোনা মহন্ত আৰু ড° শৈলেন ভঁড়ালীয়ে জ্যোতিপ্ৰসাদৰ নাটক সম্পৰ্কে কৰা মূল্যবান আলোচনাকেইটিমান আমি সংকলনটোৰ পৰিশিষ্টত সন্নিবিষ্ট কৰি দিছো। সাহিত্যানুৰাগীসকলে সেইকেইটি আলোচনাত জ্যোতিপ্ৰসাদৰ নাট্যকৰ্মৰ মূল্যায়ন বিচাৰি পাব। লেখাকেইটাত প্ৰকাশ পোৱা মতামতসমূহৰ কোনোবাটো হয়তো পৰৱৰ্তীকালত উদ্ধাৰ হোৱা তথ্য আৰু প্ৰকাশ পোৱা মতামতৰ আধাৰত খণ্ডিত, অসম্পূৰ্ণ অথবা বিতৰ্কমূলক যেন লাগিলেও প্ৰবন্ধকেইটাত জ্যোতিপ্ৰসাদৰ সৃষ্টিকৰ্মৰ প্ৰতি অসমীয়া সমাজে কৰা মূল্যায়নৰ ঐতিহাসিক ৰূপৰেখা বিচাৰি পাব। সেয়ে সেইখিনি সন্নিবিষ্ট কৰি দিয়া হ'ল।

"জ্যোতিপ্ৰসাদ ৰচনাৱলী"ৰ পৰিমাৰ্জিত সংস্কৰণৰ মুখ্য সম্পাদক ডঃ হীৰেণ গোহাঁইয়ে তেখেতৰ "ভূমিকা"ত জ্যোতিপ্ৰসাদৰ নাট্যকৰ্মৰ এটা মূল্যবান আলোচনা লিখিছিল। সাহিত্যানুৰাগীৰ অৰ্থে আমি সেইখিনি ইয়াত উদ্ধৃত কৰি দিছো ঃ

জ্যোতিপ্ৰসাদৰ নাটকবোৰো জাগৰণৰ নাটক; চেতনাৰ উত্তৰণৰ নাটক। "শোণিত কুঁৱৰী"ত চিত্ৰলেখাৰ দৌত্যত উষা-অনিৰুদ্ধৰ প্ৰেমৰ মাজেৰে আসুৰিক প্ৰবৃত্তি জয় কৰা সৌন্দৰ্যৰ বিকাশ হৈছে, "কাৰেঙৰ লিগিৰী"ত অন্ধ সামাজিক আত্মাভিমানৰ পৰা সোণালিৰ আত্মত্যাগৰ প্ৰভাৱত মুক্ত হৈ সুন্দৰ কোঁৱৰে প্ৰেমৰ মহিমাময় উপলব্ধি কৰিছে; "ৰূপালীম"ত মণিমুক্ত কামনাৰ মদমত্ত অৱস্থাৰ পৰা প্ৰেমৰ নিঃস্বাৰ্থ সৌন্দৰ্যৰ স্তৰলৈ উত্তীৰ্ণ হৈছে; "নিমাতী কইনা"ত সংসাৰে কেৱল নিমাতীৰ কণ্ঠত মাত ফুটাই শুনা নাই, অৱহেলিত শিল্পীৰ প্ৰকৃত পৰিচয় পাই অভিভূত হৈছে ; আৰু "লভিতা"ত একনী সাধাৰণ অসমীয়া গাভৰু গতানুগতিক জীৱনৰ পৰা ফুলা খাই উফৰি আহি আত্ম-আৱিষ্কাৰ আৰু আত্ম-প্ৰত্যয়ৰ আধুনিক অভিজ্ঞতা অৰ্জন কৰিছে।

কিন্তু এই অভিনৱ চেতনাৰ অভ্যুদয় নিৰাপদ আনন্দৰ মাজেৰে হোৱা নাই। জ্যোতিপ্ৰসাদৰ নিজৰ ভাষাত ঃ

"বিশ্বময় সৃষ্টিৰ অখণ্ড প্ৰবাহ চলিব লাগিছে। ধ্বংস আহিছে মাথোন নতুন সৃষ্টিৰ বাবেই।" নতুন দিনৰ সৃষ্টিত সেয়ে ক'তো এই জাগৰণ কষ্টশূন্য হোৱা নাই। সুন্দৰ কোঁৱৰে সত্যৰ সন্মুখীন হ'বলৈ কঠিন পণ কৰি ওলাই বেদনাত দ্ৰৱিত হৈ শেৱালিৰ প্ৰেমৰ মহত্ত্ব স্বীকাৰ কৰিছে। "ৰূপালীম"ত মণিমুগ্ধৰ প্ৰায়শ্চিত্তই ইতিভেনৰ হিংসাৰ বহ্নিৰ পৰা নিষ্পাপ ৰূপালীমক ৰক্ষা কৰা নাই। লভিতাই জীৱনৰ চৰম সিদ্ধি আৰু কৃতিত্ব, ব্যক্তিত্বৰ চূড়ান্ত শিখৰত পদাৰ্পণ কৰিছে মৃত্যুক সাবটি।

"লভিতা"ক লৈ আমাৰ কিছু দ্বিধা হ'লেও আমি স্বীকাৰ কৰিব লাগিব যে কোনো এখন নাটকেই গতানুগতিক বাস্তৱবাদী নাট নহয়। অথবা প্ৰাচীন পৌৰাণিক শ্ৰেণীৰ আখ্যানক আধুনিক গদ্য-পদ্যৰ ৰূপত সজোৱা অলৌকিক দৃশ্যকাব্যও নহয়। নতুবা ইতিহাসৰ পদধ্বনিত মুখৰ অলংকাৰপ্ৰধান ৰূপায়িত কাহিনীও নহয়। আটাইবোৰতে যেন কাহিনী আৰু চৰিত্ৰৰ এটা প্ৰতীকী দিশ আছে। পৌৰাণিক বা ঐতিহাসিক বা কল্পনাপ্ৰসূত চৰিত্ৰবোৰে মানৱ চৰিত্ৰ তথা জীৱনৰ একোটা দিশৰ দাৰ্শনিক ৰহস্যভৰা আভাস দিছে। সিহঁতক পোনপটীয়া ৰূপকৰ (Allegory) চৰিত্ৰও বুলিব নোৱাৰি অথবা এটা সমতলতে বৰ্তি থকা একমাত্ৰিক মূৰ্তিও বুলিব নোৱাৰি। মণিমুগ্ধ ক্ষমতাগৰ্বী, অদম্য কামনা-বাসনাৰ তাঁড়নাই চালনা কৰা, পৰাক্ৰান্ত পুৰুষ, আকৌ ৰূপতৃষ্ণাৰ জৰিয়তে লোকাতীত সৌন্দৰ্যৰহস্যৰ উমান পাব পৰা আত্মা ; সুন্দৰকোঁৱৰ অভিমানী, জেদী, আত্ম-প্ৰত্যয়ত পাষাণৰ দৰে কঠিন, কিন্তু ফল্গু ধাৰাৰ দৰে তেওঁৰ অন্তৰত তেওঁৰ অজ্ঞাতেই বৈ আছে প্ৰেমৰ মধুৰ কলতান ; ইতিভেনৰ আহত ব্যক্তিগত প্ৰেমৰ অন্য এটা দিশ তেওঁৰ দুৰ্বাৰ দেশপ্ৰেম, কিন্তু তাৰ বাস্তৱ আৰু ভয়ংকৰ প্ৰকাশ ঘটিছে প্ৰতিহিংসাত। শেৱালি আৰু ৰূপালীম নিষ্পাপ আৰু নিৰ্জু, কোমল হৃদয়া গাভৰু, কিন্তু প্ৰেমৰ অকুণ্ঠ আত্মনিবেদনে দুয়োকে দিছে অতিমানবীয় শক্তি। দুয়ো নিৰ্ভয়ে আঁকোৱালি লৈছে দুঃসহ মৃত্যু।

চৰিত্ৰৰ কাল্পনিক বৈচিত্ৰ্য আৰু সমৃদ্ধিৰ উপৰিও নাটকবোৰত দেখা যায় আদৰ্শগত দ্বন্দ্ব আৰু বৈপৰিত্য। সুন্দৰ কোঁৱৰে যদি প্ৰাণৰ অন্তৰতম বাণী প্ৰকাশ কৰিবলৈ সমাজ সংসাৰ ছাৰখাৰ কৰিবলৈ সাজু হৈছে, কণ্ঠত ফুটাই তুলিছে বিদ্ৰোহ আৰু বিপ্লৱৰ উত্তেজিত স্পন্দন, কাঞ্চনমতী এক অন্তৰ্মুখী, বিষাদ গম্ভীৰ, অতিশয় সংযমী (Reserved) চৰিত্ৰ, সংসাৰৰ আও-ভাওত কোঁৱৰতকৈ ঢেৰ বেছি পৰিপক্ক ; অনংগৰাম সৎ কিন্তু গতানুগতিকতা অতিক্ৰম কৰিব নোৱৰা ভীৰু, সাধাৰণ মনোবৃত্তিৰ পুৰুষ। সুদৰ্শন যেন দাৰ্শনিক ভাবাপন্ন, এই সকলো উত্তাল ঘটনাৰ শীতল আৰু সকৰুণ সাক্ষী। তেওঁ গোৱা "মোৰে জীৱনৰে সখা কৃষ্ণ" গীতৰ মাজেদি প্ৰকাশিত হৈছে সুন্দৰ কোঁৱৰে সহজে ঢুকি নোপোৱা এক বিশ্বায়তনিক

চেতনা। আকৌ প্ৰেম, বিবাহ আৰু নাৰীৰ বিষয়ে বপুৰাৰ দেখাত চটুল, স্থূল পৰিহাসৰ মাজেদি যেন উচ্চতৰ সামাজিক আৰু সাংস্কৃতিক স্তৰৰ মানুহৰ প্ৰেম প্ৰণয়ৰ ধাৰণাৰ Ironic Counterpoint বা প্ৰতিস্ৰোতী ইংগিত প্ৰকাশ পাইছে।

সুন্দৰ কোঁৱৰ কেৱল নিজকে চিনি নোপোৱা প্ৰেমিক নহয়। তেওঁ জীৱনৰহস্য বুজিবলৈকো উদ্‌গ্ৰীব, আৰু কিতাপৰ মাজত তেওঁ তাৰ সম্ভেদ বিচাৰিছে হৃদয়ৰ সংকেত দমন কৰি। পাস্কালে যে কৈছিল, The heart has its reasons........, সেই কথা তেওঁ বুজিছে চৰম মূল্যৰ বিনিময়ত। কিন্তু তেওঁৰ বা শেৱালিৰ প্ৰেম কেৱল এক ব্যক্তিগত, মানৱিক অনুভূতি নহয়। সি যেন বিশ্বজগতৰ এক নিস্ফুট ৰহস্য, তাৰ ঐক্যৰ এক নিবিড় সূত্ৰ। ব্যৰ্থ প্ৰেমে পগলা কৰা নগা ল'ৰাক অনংগৰামে কোৱা কথাই তাৰ কাব্যিক ৰূপ দাঙি ধৰিছে ঃ

নগা ল'ৰা ঃ....... কচোন বাৰু মোৰ চাৰাপেন ক'লৈ গ'ল?

অনংগ ঃ তোৰ চাৰাপেন গছৰ কুমলীয়া পাত হ'ল, ৰঙা ফুল হ'ল, হালধীয়া চৰাই হ'ল, জুৰিৰ পানী হ'ল, বৰষুণৰ টোপাল হ'ল।

নগা ল'ৰা ঃ (তন্ময় হৈ) আৰু কি হ'ল?

অনংগ ঃ ধুনীয়া পখিলা হ'ল, পুৱাৰ বতাহ হ'ল, বেলিৰ পোহৰ হ'ল, জোনৰ হাঁহি হ'ল, নীলা আকাশ হ'ল।

ঃ (কাৰেঙৰ লিগিৰী, ৪ৰ্থ অংক, ২য় দৰ্শন)

"ৰূপালীম" নাটকৰ প্ৰথম দৃশ্যতে বিশ্বাসযোগ্য মানৱীয় চৰিত্ৰৰূপে জনজাতীয় ডেকা 'মায়াব' আৰু জনজাতীয় গাভৰু ৰূপালীম্ দৰ্শকৰ চকুত নিতান্ত স্বাভাৱিক চেহেৰাৰে দেখা দিছে। কিন্তু আৰম্ভণিৰ গীতৰ মাজেৰে কেৱল এক বাতাবৰণ (Mood) সৃষ্টিয়েই হোৱা নাই, মানৱ সমাজ আৰু বিশ্বৰ প্ৰবহমান প্ৰেমৰ ইংগিত ফুটি উঠিছে ঃ

জিৰ জিৰ নিজৰি ঐ
মৰমৰ বতৰা
লৈ
বৈ থাক
বৈ থাক
বৈ
বৈ
বৈ। (প্ৰথম অংক)

মায়াব'ৰ পেঁপাটোৰ প্ৰতি তাৰ প্ৰণয়িনী ৰূপালীমৰ ঈৰ্ষাই তাইৰ সৰলতা আৰু প্ৰেমৰ গভীৰতা একেলগে প্ৰকাশ কৰিছে। কিন্তু তাই আঁজোৰ মাৰি পেঁপাটো ভাঙি দিয়া ঘটনাত মণিমুগ্ধৰ আত্মকেন্দ্ৰিক, আত্মগৰ্বী মনোভাৱৰ ছাঁয়াময়া পূৰ্বাভাস

আলফুলকৈ ধৰা পৰিছে। অৱশ্যে ৰূপালীমৰ ক্ষেত্ৰত ই খন্তেকীয়া আৰু সহজে পাহৰি যোৱা তুচ্ছ ভাবান্তৰ, মণিমুগ্ধৰ দৰে Obsession (ভূতগ্ৰস্ত বাসনা) নহয়। প্ৰেমিক মায়াৰ'ই দিছে তাৰ নম্ৰ, সত্য, অনস্বীকাৰ্য সমাধান ঃ

মায়াৰ'—মোৰ হিয়াৰ মাজত সোমাই থকা ৰূপালীমৰ মাতটিয়ে এই পেঁপাৰ বিন্ধাই বিন্ধাই ওলাই আহি তোমাৰেই দৰে এই পেঁপাটিয়ে তোমাৰ গীতকে মোক গাই শুনাইছিলে। ৰূপালীম! তুমি কিয় ইমান নিমৰমিয়াল বাৰু? তুমি অকলৈ এৰি থৈ গ'লে তুমিয়ে হৈ পেঁপাটিয়ে মোক কতনো ইননি বিননিৰে বিয়াকুল কৰি থৈছিলে।

ৰূপালীম ঃ তেন্তে মোক নকলা কিয় মায়াৰ', নকলা কিয়? (প্ৰথম অংক)

এয়ে নহয়, বুঢ়া আপুক এৰিব নোখোজা মৰমিয়াল ৰূপালীমে মায়াৰ'কো এৰিব নোখোজে, আৰু মাতৃ হৃদয়ৰ স্নেহেৰে মায়াৰ'ই আনি দিব খোজা ল'ৰা এটিকো মৰম কৰি ৰাখিব খোজে। নাট্যকাৰে যেন ইংগিত দিছে যে সামাজিক অনুষ্ঠান আৰু অনুশাসনে মানুহৰ প্ৰেমক বান্ধি ৰাখিলেও তাৰ সীমা নাই, বাধা নাই। সীমাৰ মাজত থাকিও জগতৰ সকলোলৈকে প্ৰেমৰ চকুৰে চাব পাৰি। "কাৰেঙৰ লিগিৰী"ৰ নগা ল'ৰাক যি কথা অনংগৰামে কৈছে, আৰু মণিমুগ্ধই গভীৰ অন্তৰ্দ্বন্দ্বৰ মাজেৰে যি সত্য উপলব্ধি কৰি বাহ্যিক বন্ধনৰ পৰা ৰূপালীমক মুক্ত কৰি দিছে।

দুয়োটা ঘটনাতে বেজবৰুৱাৰ "ডালিমী" চৰিত্ৰৰ গভীৰ প্ৰভাৱ আছে, যি চৰিত্ৰটো জ্যোতিপ্ৰসাদে গভীৰ অন্তৰ্দৃষ্টিৰে বিশ্লেষণ কৰিছে। আকৌ "ডালিমী"ৰ চৰিত্ৰত কিছু পৰিমাণে ৰবীন্দ্ৰনাথৰ "ৰক্তকৰবী"ৰ নন্দিনীৰ ছাঁ পৰা সম্ভৱ, যদিও ডালিমীৰ মৌলিকতা নুই কৰিব নোৱাৰি। ভাবব্যঞ্জক প্ৰতীকধৰ্মী নাটকেইখনত বিভিন্ন চৰিত্ৰ আৰু ঘটনাৰ মাজেৰে একেবোৰ ভাবৰ বিচিত্ৰ পুনৰাবৃত্তি ঘটি দৰ্শকক ৰসস্থ কৰি ৰাখে।

কিন্তু সৌন্দৰ্য আৰু প্ৰেমৰ এই উদাৰতাৰ বিপৰীতে আছে বলী আৰু অত্যাচাৰীৰ আগ্ৰাসী নিৰ্মম অভিযান। বিশ্বত সি সৌন্দৰ্য বিচাৰে কেৱল নিজৰ ভোগৰ বাবে। জুনাফাই উত্তপ্ত ক্ষোভৰ সুৰত কোৱাৰ দৰে—

"এই পৃথিবীৰ—নৈ, সাগৰ-বন-উপবন ভালৰো-ভাল, সুন্দৰৰো সুন্দৰখিনি ৰূপৰো ৰূপ-কাৰ ভোগ্য? বলীৰ-শক্তিশালীৰ।"

ঃ (২য় অংক)

"ৰূপালীম" কেৱল প্ৰেম-বিৰহ-প্ৰতিহিংসাৰ নাটক নহয়। ৰচনাকালত সমাজৰ অন্যায়-অবিচাৰ সম্পৰ্কে, সাম্ৰাজ্যবাদী শক্তিবোৰৰ উপদ্ৰৱ আৰু অত্যাচাৰ সম্পৰ্কে জ্যোতিপ্ৰসাদৰ চেতনাই এক তীব্ৰ মাত্ৰা অৰ্জন কৰিছিল। সি নাটকৰ কাহিনীৰ ওপৰতো ৰেখাপাত কৰিছে। কিন্তু তাৰ উৎস মানসিক তথা নৈতিক স্খলন আৰু বিচ্যুতি বুলিহে নাটকত চিনাক্ত হৈছে, আৰু ৰূপালীমৰ আত্মত্যাগে তাৰ নৈতিক

মহিমাৰে মণিমুগ্ধৰ উৎকট লালসাক জয় কৰি তেওঁকো মহত্ত্বৰ স্তৰলৈ উন্নীত কৰিছে। ইয়াত গান্ধীজীৰ গভীৰ প্ৰভাৱে জ্যোতিপ্ৰসাদৰ মনোজগৎ তেতিয়ালৈকে অভিভূত কৰি ৰখাৰ প্ৰমাণ আছে।

কিন্তু বিশ্বসংসাৰত সেই আদৰ্শৰ প্ৰভাৱ ব্যাপক আৰু গভীৰ হোৱাৰ কোনো ইংগিত নাটকখনত দেখা গৈছে। "ৰূপালীম"ৰ আত্মত্যাগৰ সংকল্প—দৈহিক সতীত্বৰ বিনিময়ত স্বজাতিক নিশ্চিত মৃত্যু আৰু বন্দীদশাৰ পৰা মুক্ত কৰাৰ করুণ আকাঙ্ক্ষা—তেওঁৰ স্বজাতীয়সকলেই বুজি নাপালে। ইতিভেনৰ উচটনিত তেওঁলোকে ৰূপালীমক হত্যা কৰে। তাৎপৰ্যপূৰ্ণভাৱে ৰূপালীমৰ প্ৰণয়ী মায়াব'ই বেদনা আৰু যন্ত্ৰণাত আকুল হৈ তেওঁৰ শেষ মুহূৰ্তবোৰত কাষতে ধৰ্ফৰাই ছট্ফটাই থাকে। এপিনৰ পৰা ইতিভেন স্বদেশৰ অপমানত পদদলিতা সৰ্পিণীৰ দৰে ক্ৰুদ্ধা, বিদেশী শত্ৰুৰ বিৰুদ্ধে প্ৰতিৰোধ সংগ্ৰামৰ বীৰাংগণা নায়িকা। কিন্তু তেওঁৰ অন্তৰত থকা নীচতা আৰু বৰ্বৰতা তেওঁ জয় কৰিব পৰা নাই, তেওঁৰ প্ৰেমৰ প্ৰবল আৱেগ অপমান আৰু ঈৰ্ষাত নৃশংস প্ৰতিহিংসাত পৰিণত হৈছে। সকলোৰে প্ৰতি স্বাভাৱিক মৰম থকা, মানৱীয় সহানুভূতি আৰু স্নেহৰ প্ৰতিমূৰ্তি ৰূপালীমে সহজ মহত্ত্বৰে চৰম মূল্য দিও ব্যক্তিগত প্ৰেমৰ সংকীৰ্ণতা অতিক্ৰম কৰিব পাৰিছে। কিন্তু ৰাজপৰিয়ালৰ দুহিতাই মান-অপমানৰ বিচাৰত হিতাহিত জ্ঞানশূন্য হৈ মানৱীয় বিবেকক বিসৰ্জন দিছে।

অহমিকাৰ বিভিন্ন ধৰণৰ প্ৰকাশ উচ্চ বংশ আৰু ক্ষমতাৰ মানুহখিনিৰ মাজত দেখা যায়। মণিমুগ্ধ ইতিভেনৰ প্ৰণয় প্ৰাৰ্থী, কিন্তু ৰূপালীমৰ ৰূপৰ চমকত অন্ধ —দৈহিক লালসাৰ জুইত পুৰি তেওঁ তাৰ নিৰ্বাণ বিচাৰিছে বলাৎকাৰৰ জৰিয়তে। তেওঁ ৰূপালীমক দিয়া প্ৰস্তাৱ বলাৎকাৰৰ নামান্তৰ। আনহাতে তেওঁক অপমান কৰা ৰুকমী জাতিৰ দেশ হস্তগত হোৱা চাবলৈ তেওঁৰ আকাঙ্ক্ষাক বিকৃত ক্ষমতালিপ্সা নুবুলি উপায় নাই। সেইদৰে ইতিভেনৰ ঈৰ্ষা আৰু ক্ৰোধে তেওঁক অনুতপ্ত কৰা নাই, পৌৰুষৰ গৰ্বত পৰিতৃপ্তহে কৰিছে।

"লভিতা" নাটক লিখাৰ বেলিকা তেওঁ তাৰ আগৰ নাটবোৰৰ নাট্যৰীতিৰ পৰা আঁতৰি আহিছে। মোটামুটি বাস্তৱবাদী শৈলীৰে ৰচিত নাটখনত সমসাময়িক ঘটনাৱলী প্ৰতিফলিত হৈছে। অৱশ্যে হুবহু প্ৰতিফলিত হোৱা বুলিও ক'ব নোৱাৰি। কথাভাগৰ কাৰ্যকাল যদি ১৯৪১-৪২ বুলি ভবা হয়, সেই সময়ত অসমৰ ভিতৰুৱা গাঁও-ভূঁইত সাম্যবাদী (কমিউনিষ্ট) সকলৰ প্ৰভাৱ সিমান ব্যাপক আছিল বুলি ধাৰণা নহয়। অথচ নাটকৰ প্ৰধান চৰিত্ৰ লভিতাই আৰু তেওঁৰ গাঁৱৰ বাইজে কমিউনিষ্টসকলৰ কাৰ্যকলাপৰ বিষয়ে জনা বুলি দেখুৱা হৈছে। অৰ্থাৎ ৰচনাকালৰ সময়ৰ জ্যোতিপ্ৰসাদৰ চিন্তাই বাস্তৱ ঘটনাৱলী কিছু সালসলনি কৰিছে। তথাপি নাটকত সাম্ৰাজ্যবাদী সংগ্ৰামে সেইকালত কেনেকৈ এক গণজাগৰণৰ ৰূপ লৈছিল, সেই ঐতিহাসিক সত্য অবিকৃতভাৱে দেখুৱাইছে।

তাৎপৰ্যপূৰ্ণভাৱে জ্যোতিপ্ৰসাদে ইয়াত কোনো চৰিত্ৰকে নায়ক বা নায়িকাৰ স্থান দিব খোজা নাই। তেওঁৰ মতে অসমীয়া জাতিয়েই বা অসমীয়া সমাজেই নাটকৰ নায়ক। এই সময়ত অসমৰ জনসাধাৰণৰ প্ৰতি জ্যোতিপ্ৰসাদৰ মনত বিয়াল্লিশৰ অভিজ্ঞতাৰ পিছত কিমান গভীৰ শ্ৰদ্ধা আৰু মমতাৰ ভাব জাগ্ৰত হৈছিল, সমসাময়িক গদ্যৰচনাবোৰতে তাৰ ভুৰিভুৰি প্ৰমাণ আছে। তথাপি লভিতা যে আগৰে পৰা নেত্ৰীৰ দায়িত্ব ল'ব পৰা তেজস্বিনী গাভৰু, সেই বিষয়ে সন্দেহ নাই। হাঁহি ধেমালিৰ পৰিবেশত আৰম্ভ হোৱা কাহিনীত যেতিয়া দ্ৰুত বেগে স্বাধীনতা আন্দোলনৰ বান সোমাই আহি পৰম্পৰাগত সমাজ কঁপাই তুলিছে, বিদেশী আক্ৰমণৰ ধ্বংসলীলাই শান্তিপূৰ্ণ গাঁৱলীয়া জীৱন মথিমূৰ কৰিবলৈ ওলাইছে, জাপানী আক্ৰমণ আৰু স্বাধীনতা আন্দোলনৰ বল ভেটিবলৈ ঔপনিবেশিক চৰকাৰে উন্মাদৰ দৰে অত্যাচাৰ চলাইছে, তেতিয়া অসমীয়া সমাজৰ এক সংকটমুহূৰ্ত উপস্থিত হোৱা বুলি দৰ্শক পতিয়ন নোযোৱাকৈ থাকিব নোৱাৰে। তাৰ প্ৰতিক্ৰিয়া স্বৰূপে এপিনে সাম্ৰাজ্যবাদৰ বহতীয়া গাওঁবুঢ়া, মৌজাদাৰ, এ আৰ পি, দাৰোগাই স্বদেশবাসীক ছলে-বলে-কৌশলে দমাই ৰাখি ব্ৰিটিছ যুদ্ধ প্ৰচেষ্টা অব্যাহত ৰাখিব খুজিছে, আনপিনে কংগ্ৰেছৰ নেতৃত্বত গাঁৱৰ জনতাই সাম্ৰাজ্যবাদৰ অধীনতা জোঁকাৰি পেলাবলৈ হিঁচাৰিছে। দাৰোগাৰ ইতিকিংসনা ধমকৰ উত্তৰত নিচান লোৱা গাৱঁলীয়া ছোৱালীয়ে কৈছে :

"চলাম, চলাম। এশবাৰ চলাম। হাজাৰবাৰ চলাম গৱৰ্ণমেণ্ট। আমাৰ দেশ—আমাৰ মাটি—আমাৰ নৈ—আমাৰ পৰ্ব্বত—আমাৰ আকাশ—সকলো আমাৰ। অঁ—গাঁৱত ধান বানি আছিলোঁ, বোকা খচকি ভুঁই ৰুই আছিলোঁ, গৰু ৰখি আছিলোঁ—এতিয়া গৱৰ্ণমেণ্ট চলাব—চলামেই চলাম।"(প্ৰথম দৰ্শন)

পাশৱিক বলেৰে গাৱঁলীয়া মানুহক যুদ্ধৰ প্ৰয়োজনত ৰাতিটোৰ ভিতৰতে পৈত্ৰিক ভেটি হেৰুৱা মগনীয়াত পৰিণত কৰা ৰাইজৰ হৈ লভিতাই পুলিচ চাহাবক উত্তৰ দিছে :

"গোটেই বৃটিছ গৱৰ্ণমেণ্টৰ বন্দুক, বৰতোপ আনিলেও চাহাব এই ভেটিৰ পৰা এক খোজো আঁতৰ কৰিব নোৱৰা জীয়াই থাকোমানে। মোৰ ভেটি, মোৰ ঘৰ, মোৰ মাটি, মোৰ দেশ—ইয়াতে মোৰ মাতিবৰ অধিকাৰ আছে। নাযাওঁ। নাযাওঁ। মই ভেটিৰপৰা নাযাওঁ।" (১ম অংক, তৃতীয় দৰ্শন)

শেৱালি আৰু ৰূপালীমৰ তুলনাত লভিতা বহু বেছি সাহসী, আত্মবিশ্বাসী, তেজস্বী। বিয়াল্লিছৰ অভিজ্ঞতা আৰু গণনাট্যসংঘৰ জৰিয়তে পৰিচয় হোৱা ৰাজনৈতিক মহিলা কৰ্মীৰ চৰিত্ৰই জ্যোতিপ্ৰসাদৰ মনত কেনে সাঁচ বহুৱাইছিল, লভিতাৰ চৰিত্ৰই তাৰ প্ৰমাণ। সেয়ে মৌজাদাৰৰ ঘৰতো তাই বান্দীৰ দৰে আচৰণ নকৰি নিজৰ মৰ্যাদাবোধ প্ৰকাশ কৰিছে। তাৰ বিপৰীতে আছে হয়ৰাম গাওঁবুঢ়া, মৌজাদাৰণীৰ দৰে ইংৰাজৰ ছত্ৰছায়াত বিশেষ সুবিধা ভোগ কৰা শ্ৰেণীটো। স্বাধীনতা সংগ্ৰামৰ বিপৰীতে সিহঁতে গায় বৃটিছ শাসন, মহাৰাণীৰ গুণগান :

"হযতো আহি এনে মহাৰাণীৰ ৰাজ্য, লাগ বুলিলেই চাউল, লাগ বুলিলেই ধান, এই নিমখ, এই তেল, এই ৰেল, এই জাহাজ, এই টেলিগিৰাফ। মহাৰাণীৰ ৰাজ্যত কোনোবাই কাৰোবাৰ চুলি এডাল চুব পাৰেনে? এই টিপা মাৰিলেই গিৰিপ্কৈ পুলিচ দাৰোগা। এনে অময়া সুখত থাকি এই ভলটিয়াৰখনক ভাল পোকে কামুৰিছে।" (২ য় অংক, ২ য় দৰ্শন)

লভিতাই গাওঁবুঢ়াৰ মুখতে ধৰি শ্ৰমজীৱী অসমীয়া কৃষক ৰাইজৰ উপলব্ধি প্ৰকট কৰিছে ঃ

"অময়া সুখ! তোমাৰ দৰে গাঁওবুঢ়াকেইটামান আছাতো অময়া সুখত। ৰাইজখনৰ কি বিলৈ! খাজানাৰ হেঁচাত চেপা খাই জোল হ'ল।..... গাত নাই কাপোৰ, ভঁড়ালত নাই ধান, আখৰ এটা চিনি নাপায়। যোৱাচোন চাহাবহঁতৰ দেশত। কেনেকৈ আছে চোৱাগৈ এবাৰ।" (ঐ) ৰাইজৰ হৈ স্পষ্ট কথা কোৱা বাবেই পিতৃহীনা লভিতাই মৌজাদাৰৰ ঘৰৰ পৰা বিতাড়িত হৈ শেষত মুছলমান গঞা ইলাহী বক্সৰ ঘৰত নিৰাপদ আশ্ৰয় পাইছে। কিন্তু লভিতাৰ প্ৰণয়ী গোলাপে মুছলমানৰ ঘৰত ৰাতি কটোৱা লভিতাক সমাজৰ দোহাই দি ঘৰ সুমুৱাবলৈ কুণ্ঠাবোধ কৰিছে। দেশখনত ইমানবোৰ ভুঁইকঁপ হোৱা সত্ত্বেও গঞা ৰাইজৰ মনবোৰত নতুন ভাব সোমোৱা নাই। আৰু তাকেই কঠোৰ ভাষাত দোহাৰি নতুন যুগৰ আহ্বান আদৰি ল'ব নোৱৰা দুৰ্বল গোলাপক তাই নেওচা দিছে। কাৰণ সমাজৰ নৱীন চামটো যদি পৰিবৰ্তনৰ প্ৰতি উন্মুখ নহয়, তেনেহ'লে সমাজৰ স্থবিৰতাৰ অৱসান নহ'ব।

"তুমি নকবা, আজিৰ দিনৰ ডেকা বুলি তোমাক নিজকে সেই বুলি ভুৱা নিদিবা। যি ডেকাৰ অন্তৰত বিপ্লৱৰ জুই জ্বলা নাই, সি আজিৰ দিনৰ ডেকা হ'বই নোৱাৰে। ৰজাৰ অন্যায়, আইনৰ অন্যায়, দেশৰ অন্যায়, দেশৰ চলি থকা অন্যায় নিয়ম-কাৰণ, মূৰ্খ সমাজৰ, সংকীৰ্ণ মনৰ মানুহৰ নিৰপৰাধী নিমাখিতৰ ওপৰত অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে নিজৰ সুখ-সম্পদ, আনকি জীৱনকো দি যি ডেকাৰ থিয় হ'বলৈ মনত বল নাই, বুকুত শক্তি নাই, সি আজিৰ ডেকা হ'বই নোৱাৰে।........

.......তোমাৰ গাঁও লৈ, তোমাৰ মানুহ লৈ, তোমাৰ গাঁৱৰ নিয়ম-কাৰণ লৈ, তোমাৰ সমাজ লৈ তোমাৰ জাত লৈ তুমি থাকা। কিন্তু কাৰো আগত নকবা তুমি আজিৰ ডেকা বুলি, তুমি নকবা, নকবা (এই বুলি লভিতা তাৰ পৰা উচাটি মাৰি ওলাই যায়গৈ.....) (৩ য় অংক, ২ য় দৰ্শন)

এই দীঘল উক্তিটো নাটকত ৰাজনৈতিক বক্তৃতাৰ দৰে লগা নাই। ইয়াৰ অন্তৰালত আছে গোলাপৰ কাপুৰুষালিত হতাশ হোৱা তাৰ প্ৰেয়সীৰ তীব্ৰ ক্ষোভ আৰু অভিমান, আৰু লভিতাৰ নিজৰ তেজস্বী চৰিত্ৰ আৰু আগৰে পৰা প্ৰকাশ পোৱা প্ৰাথমিক পৰ্যায়ৰ সামাজিক আৰু ৰাজনৈতিক চেতনা।

এইখন উদ্দেশ্যধৰ্মী নাট হ'লেও ক'তো অযথা সৰলীকৃত নহয়। গোলাপৰ প্ৰেমত ফাকি বা ভণ্ডামি নাই, কিন্তু সি মানসিকভাৱে দুৰ্বল। ক'ৰবাত যদি কোনো দাৰোগাই তিৰুতাৰ ওপৰত অত্যাচাৰ চলাইছে, ক'ৰবাত আন আৰক্ষী বিষয়াই মিলিটাৰিৰ পৰা তিৰুতাৰ সন্মান ৰক্ষা কৰিবলৈ প্ৰাণৰ মায়া নাৰাখি যুঁজ দিছে। যুদ্ধ আৰু গণবি-প্লৱৰ প্ৰবল খুন্দাই সমাজৰ ভেটিত কঁপনি তোলাত নিৰীহ আমোলা পেপুৰা লাগিছে। কোনো ফালে যাবলৈ সাহ কৰা নাই। তাৰ মাজতে কেএটা মহাজন, ঠিকাদাৰে টকা লুটিছে দুহাতে। আনপিনে আকৌ দয়া-মৰমত বিশ্বাসী, নিজেও মৰমিয়াল, পৰম্পৰাগত ধৰ্মত আস্থাবান ইলাহী বক্সে দয়াধৰ্মহীন সংসাৰৰ অধঃপতন দেখি ধিক্কাৰ দিছে :

"খোদা-খোদা! আজি এনেকুৱা মানুহৰ পতন দেখি ইচ্ছা হৈছে যেন এই পৃথিৱীখনতকৈয়ো এটা ডাঙৰ দৈত্য হৈ এই পাপৰ পৃথিৱীখন হাতৰ মুঠিত লৈ মোহাৰি মোহাৰি ভাঙি গুৰি কৰি, চূৰ্ণ কৰি, ধূলি কৰি ফু মাৰি উৰাই দিওঁ, গুণাহগাৰ দুনীয়া খোদাৰ ৰাজ্যৰ পৰা নাইকিয়া হৈ যাওক। দুনীয়াত মানুহেই মানুহ কিন্তু খোদা—মানুহ নাই, মানুহ নাই।"

(৪র্থ অংক ২য় দর্শন)

সমাজৰ বেলেগ বেলেগ চামৰ মানুহৰ বিচিত্ৰ প্ৰতিক্ৰিয়াৰ মাজেৰে ভূমিকম্পই জোকাৰি থকা এখন সমাজৰ সবল চিত্ৰ এখন নাট্যকাৰে আমাৰ চকুৰ সমুখত ফুটাই তুলিছে। সঁচাকৈ যেন সমগ্ৰ অসমীয়া সমাজখনেই নাটকৰ চৰিত্ৰ। শেষত এই সমাজৰে সাধাৰণ তৰপৰ ডেকা-গাভৰু গৈ আজাদ হিন্দ ফৌজৰ মুক্তিবাহিনীত দেশৰ স্বাধীনতাৰ বাবে অসাধাৰণ ত্যাগ আৰু বীৰত্বৰ চিনাকি দিছে—একেবাৰে সমুখত আছে আমাৰ গাৱঁৰ ভেটিমাটি হেৰুৱা ছোৱালী লভিতা।

এই নাটকত ঘনে ঘনে গীতৰ ধ্বনি শুনা গৈছে। নাটকৰ অভ্যন্তৰৰ ভাবধাৰা আৰু তাৰ উপযুক্ত বাতাৱৰণ সৃষ্টিৰ বাবে গীতৰ ব্যৱহাৰ হৈছে। তাৰ উপৰিও গ্লানিময়, সমস্যাকীৰ্ণ বৰ্তমানৰ অন্ধকূপৰ পৰা দৰ্শকৰ মন অসীম সম্ভাৱনাপূৰ্ণ ভৱিষ্যতৰ দিগন্তৰ পিনে লৈ গৈছে গীতবোৰে। যুদ্ধৰ ভয় আৰু স্বাধীনতা যুদ্ধৰ ভয়ত বিমূঢ় হোৱা আমোলাবোৰৰ কথোপকথনৰ পিছতেই চতুৰ্থ অংকৰ প্ৰথম দৰ্শনত কংগ্ৰেছ ভলণ্টিয়াৰৰ সমদলে গান গাই গাই আহিছে :

অ' আমাৰ গাঁও।
আমাৰ গাৱঁৰ মান ৰাখি
মৰিবলৈ যাওঁ আমি
মৰিবলৈ যাওঁ।

সেইদৰে মণিমুক্তৰ গভীৰ হৃদয় পৰিৱৰ্তনৰ সম্ভেদ কোনো সংলাপে বা স্বগতোক্তিয়ে দিব নোৱাৰিলেহেঁতেন। সেই সম্ভেদ দিছে "জয় আলোকময়"

গীতটিয়ে। অহংকাৰী মণিমুগ্ধৰ প্ৰাণে অস্ফুটভাৱে কৰা অনুভৱৰ পূৰ্ণৰূপ প্ৰকাশ পাইছে এই শাৰীত ঃ

হে মহামনাধীপ
বিশ্বজীৱন জ্যোতি।
প্ৰণতি
প্ৰণতি
প্ৰণতি ॥ (৬ষ্ঠ অংক)

সেইদৰে অটব্য অৰণ্যত মেলি দিয়া সবলপ্ৰাণা শেৱালিয়ে গোৱা গীতত উদ্ভাসিত হৈছে প্ৰেমৰ বলেৰে তাই লাভ কৰা প্ৰশান্ত দৃঢ়তা আৰু অদৃষ্টৰ মুখামুখি হ'ব পৰা শক্তি ঃ

বাৰিষাৰে ঘন ঘোৰ
বজালি প্ৰাণত মোৰ
কিনো উদাসীন সুৰ?..........
(কাবেঙৰ লিগিৰী ৪ৰ্থ অংক ১ ম দৰ্শন)

কথাচিত্ৰৰ ভাষাত জ্যোতিপ্ৰসাদৰ নাটকত গীতৰ ব্যৱহাৰক Montage ৰ লগত তুলনা কৰিব পাৰি। ই শেক্সপীয়াৰৰ নাটৰ গীতৰ দৰেই গভীৰ ব্যঞ্জনাময়।

শেক্সপীয়াৰৰ নাটৰ দৰেই জ্যোতিপ্ৰসাদৰ নাটৰ চৰিত্ৰৰ জটিলতা আৰু অন্তৰ্দ্বন্দ্ব অসমীয়া সাহিত্যত এক মৌলিক অৱদান। তুলনাত বেজবৰুৱাৰ নাটৰ চৰিত্ৰবোৰো একমাত্ৰিক যেন লাগে। "কাবেঙৰ লিগিৰী"ৰ সুন্দৰ কোঁৱৰ পাষাণহৃদয় নহয়, প্ৰেমৰ প্ৰতি উদাসীনো নহয়, তেওঁ শেৱালিৰ প্ৰতি আসক্ত অথচ তাক নিজৰ মনতে স্বীকৃতি দিবলৈ নাৰাজ। তেওঁৰ বংশগৌৰৱে এই কথাও সহিবলৈ টান পায় যে তেওঁৰ সেৱিকা লিগিৰী শেৱালিয়ে তেওঁক ভাল পাবলৈ ধৃষ্টতা কৰিছে। শেষত যেতিয়া তেওঁ এই কথাটো ব্যক্তিগত জেদৰ আকাৰত মানি লৈছে, তেতিয়া তেওঁৰ আদেশতে নিৰ্বাসিত অনংগৰাম অট্টহাস্যত ফাটি পৰিছে।

আৰু এক লক্ষণীয় বৈশিষ্ট্য হৈছে সংলাপত অসমীয়া কথ্য ভাষাৰ সাৰ্থক ব্যৱহাৰ। সাধাৰণতে কিছু হাস্যকৰ পৰিবেশ সৃষ্টি কৰিবলৈ আমাৰ সৰস চহা ভাষাৰ সাবলীল প্ৰবাহ বপুৰা বা হয়ৰাম গাঁওবুঢ়াৰ সংলাপত নাট্যকাৰে বোৱাই দিছে। তাৰ ছন্দত চহা-ভাষাৰ স্পন্দন আছে, কিন্তু তাত কলাৰ শৈলীও আকৰ্ষণীয়ভাৱে সুস্পষ্ট। হাস্যৰস সৃষ্টিৰ মাজেৰেই শেক্সপীয়াৰৰ নাটৰ দৰে কাহিনীৰ মূল বক্তব্যৰ ওপৰত তিৰ্যক আলোকপাত কৰা হৈছে বুলি আগতেই কোৱা হৈছে।

"নিমাতী কইনা" লিৰিকধৰ্মী কাব্য-নাট্য। তাত মানৱীয় চৰিত্ৰৰ আলো-ছায়াৰ মাজেৰে এক দ্বন্দ্ব প্ৰকাশ কৰাৰ বা সেই দ্বন্দ্বৰ সমাধান প্ৰদৰ্শন কৰাৰ কোনো চেষ্টা নাই। বৰং তাৰ ঠাইত কেতবোৰ বিমূৰ্ত মানৱীয় গুণ বা ক্ৰিয়াৰ ৰূপকধৰ্মী প্ৰতিমাৰ সংলাপৰ জৰিয়তে এটা ধাৰণা মূৰ্ত কৰা হৈছে—ৰূপ নহয়, বিজ্ঞান

নহয়, পাণ্ডিত্য নহয়, অৱহেলিত আৰু অনাদৃত শিল্পীয়েহে জগতত নিমাতীৰ মাত ফুটাব পাৰে। কোন এই নিমাতী? "শিল্পীৰ পৃথিৱী"ত অনাদৃত শিল্পী আৰু অৱহেলিত জনতাৰ সোণালী সংযোগৰ কথা কৈছে জ্যোতিপ্ৰসাদে। জনতাক দুখ-অভাৱৰ পৰা মুক্ত কৰি শিল্পীৰ ভূমিকাত অৱতীৰ্ণ কৰোৱাই শিল্পীৰ ব্ৰত বুলি ঘোষণা কৰিছে। সম্ভৱতঃ ৰবীন্দ্ৰনাথে যে লিখিছিল ঃ

"এই সব মূঢ় ম্লান মুখে
দিতে হবে ভাষা",

নিমাতী কইনাৰ বীজ তাতেই আছিল। কিন্তু জ্যোতিপ্ৰসাদৰ নাটত সি পূৰ্ণবিকশিত ৰূপ লৈছে।

"নিমাতী কইনা"ত সমসাময়িক মধ্যবিত্ত সমাজৰ অনাদৰ-অৱহেলাৰ প্ৰতি জ্যোতিপ্ৰসাদৰ ক্ষোভ আৰু অভিমানে তীব্ৰ উত্থাৰ ৰূপ লৈছে। ব্যংগ আৰু নাটকীয় সংঘাতৰ মাজতো তাৰ চোক কিছু বেছি। সামান্য Wish-Fulfillment ও ইয়াত লক্ষ্য কৰিব পাৰি। ব্যক্তিগত সংকটৰ স্তৰৰ পৰা শিল্পকলাৰ নৈৰ্ব্যক্তিকতালৈ সম্পূৰ্ণ উধাব নোৱৰা বাবে ই সৰ্বাংগসুন্দৰ নহয়। সেয়ে বোধহয় জ্যোতিপ্ৰসাদে ইয়াক "শিশু নাটিকা" বুলিছে। অৱশ্যে কেতবোৰ মুহূৰ্ত অপূৰ্ব ব্যঞ্জনাময়। চিন্তাৰ পিনৰ পৰা ইয়াৰ বৈশিষ্ট্য এইখিনিতে যে "শোণিত কুঁৱৰী"ত চিত্ৰলেখাই অনুভৱ কৰা বিমূৰ্ত সৌন্দৰ্য ইয়াত জনতাৰ শিল্পীৰূপত পৰিণত হৈছে।

তদুপৰি "জ্যোতিপ্ৰসাদ ৰচনাৱলী"ৰ প্ৰথম সংস্কৰণত ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই জ্যোতিপ্ৰসাদৰ নাটক, নাটকৰ চৰিত্ৰ আদি সম্পৰ্কে গধুৰ আলোচনা এটি লিখিছিল। পাঠকৰ কৌতূহলৰ প্ৰতি দৃষ্টি ৰাখি সেইখিনিও আমি উদ্ধৃত কৰি দিছো ঃ

**নাট্যকাৰ জ্যোতিপ্ৰসাদ ঃ** গল্প ৰচনা জ্যোতি-প্ৰতিভাৰ এক উৎক্ষিপ্ত-স্ফুলিঙ্গ মাথোন। তেওঁৰ স্বাভাৱিক পৰিস্ফুৰণ ঘটিছে নাট্যৰচনাত। ল'ৰালি কালৰ পৰাই বাণ ষ্টেজৰ লগত সম্বন্ধ থকা জ্যোতিপ্ৰসাদ এগৰাকী ভাল অভিনেতাও আছিল। ৰঙ্গমঞ্চৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকাৰ কাৰণেই তেওঁৰ নাটকসমূহে কাব্য-গুণসম্পন্ন হৈও মঞ্চসফলতা লাভ কৰিবলৈ সক্ষম হৈছে। সাধাৰণতে কাব্য-গুণসম্পন্ন নাটক বৰ্ণনাপ্ৰধান হয়, ক্ৰিয়াশীলতা কিছু হ্ৰাস পায়। জ্যোতিপ্ৰসাদৰ নাটত কাব্যধৰ্ম আৰু নাট্যধৰ্ম পৰস্পৰ পৰিপূৰক হৈছে। চেমনীয়া কালতে ৰচনা কৰা 'শোণিত কুঁৱৰী'য়েই উক্ত দ্বৈত গুণৰ প্ৰথম প্ৰতিশ্ৰুতি দাঙি ধৰে। নাটকৰূপে 'শোণিত কুঁৱৰী'ৰ দুৰ্বলতা নথকা নহয়, অপৰিণত বয়সৰ ৰচনা হিচাপে দুই-চাৰিটা খুঁত থকাত একো আচৰিত হ'বলগীয়া কথা নহয়। কিন্তু কোমল বয়সতে চৰিত্ৰক সজীৱ ৰূপত উপস্থাপন কৰিব পৰা কিটিপ, কাব্যিক আৰু সাঙ্গীতিক আবেদনৰ যথোপযোগী ব্যৱহাৰ আৰু আভিনয়িক ক্ৰিয়াশীলতাৰ অপৰিহাৰ্যতা তেওঁ বুজিবলৈ সক্ষম হৈছিল। পৰৱৰ্তী কেবাখন নাটত সঙ্গীতধৰ্ম, নাট্যধৰ্ম আৰু কাব্যধৰ্মই নাটৰ প্ৰকাৰভেদে হাতত ধৰাধৰিকৈ অৱস্থান কৰিছে। অৱশ্যে 'লভিতা' আৰু 'খনিকৰ'ৰ

ক্ষেত্ৰত এই উক্তি প্ৰযোজ্য নহয়। নাটত কোনটো ধৰ্মই প্ৰাধান্য লাভ কৰিছে সেইফালে দৃষ্টি পেলালে প্ৰধানকৈ তেওঁৰ নাটকেইখনক দুটা শ্ৰেণীত ভাগ কৰিব পাৰোঁ, কাব্যধৰ্মী আৰু নাট্যধৰ্মী। 'নিমাতী কইনা', 'সোণপখিলী'—কাব্যধৰ্মী নাট, বাকীকেইখনক নাট্যধৰ্মী বুলি ক'ব পাৰি। 'শোণিত কুঁৱৰী'ত কাব্যধৰ্মই এক বিশিষ্ট স্থান অধিকাৰ কৰিছে যদিও নাট্যধৰ্মক অৰ্থাৎ নাটকীয় ক্ৰিয়াশীলতাক হেঁচা মাৰি ওপৰলৈ উঠা নাই। কাব্য-নাট দুখন প্ৰকাৰান্তৰে ক'বলৈ গ'লে ৰূপকধৰ্মী নাট। "নিমাতী কইনা' কলালক্ষ্মীৰ প্ৰতীক বুলি নাট্যকাৰে পাতনিত উল্লেখ কৰিছে। নাট্যকাৰে সেই প্ৰসঙ্গত লিখিছে—"মানৱ জাতিৰ সকলো কলাসাধনাই পৃথিৱীত আনন্দ আৰু শান্তিৰ প্ৰতিষ্ঠাৰ কাৰণে। মানুহৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষ্মী। পৃথিৱীত আজি সকলোৰেই নানা কলা-সাধনাৰে এই কলালক্ষ্মীৰ হাঁহি আৰু গান উলিয়াব পৰা নাই। —যিদিনাই artist-philosopher ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসনৰ বাঘজৰি উঠিবগৈ, তেতিয়াৰ পৰাহে পৃথিৱীয়ে আচল শান্তিৰ মুখ দেখিবগৈ—তাৰ আগতে কেতিয়াও নহয়।" লেখকৰ পাতনিৰপৰা বুজিব পাৰি যে তেওঁ কলালক্ষ্মী আৰু শান্তিক সমাৰ্থকৰূপে ব্যৱহাৰ কৰিছে। 'নিমাতী কন্যা' নামৰ বেজবৰুৱাৰ এটি বেলাড জাতীয় কবিতা আছে। জ্যোতিপ্ৰসাদৰ গীতি-নাটিকাখন তাৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও বিষয়-বস্তুৰ পৰিকল্পনা, ৰূপায়ণ, সৌন্দৰ্য আৰু কাব্যিক আবেদনৰ ক্ষেত্ৰত যথেষ্ট উৎকৰ্ষ বুলি নিঃসন্দেহে ক'ব পাৰি। নাটিকাখনৰ গূঢ়াৰ্থ যিয়েই নহওক, উপস্থাপন ৰীতি আৰু কাব্যধৰ্মই ইয়াক অভিনৱ সৌন্দৰ্য দান কৰিছে। লেখকে নিমাতীৰ মাত উলিওৱা ৰূপকোঁৱৰৰ দেশক জ্যোতিৰ দেশ আৰু কাৰেঙক 'জোনাকী কাৰেং' বুলি অভিহিত কৰিছে। জ্যোতি আৰু জোনাকী দুয়োটা নামেই ব্যঞ্জনাধৰ্মী। নাট্যকাৰে কেৱল আমোদদায়ক কলাবিদ্যাক উৎকৰ্ষতা দিয়া নাই, সেই কাৰণেই গন্ধৰ্বকুমাৰীৰ নৃত্যগীতে নিমাতীক জগাব পৰা নাই। যি কলা 'বহুজনহিতায়, বহুজনসুখায়' হয় তেনে কলাসাধনেহে নিমাতীৰ কণ্ঠত স্বৰ দিব পাৰে। পাণ্ডিত্যৰ গৰ্ব, ধনৰ গৰ্ব, ৰূপৰ ভেম, এইবোৰো কলালক্ষ্মী-বোধনৰ কাৰণে মিছা। কেৱল ঃ

যাৰ মাতে গানে,
হাঁহিয়ে ফুলাব সৰগী ফুল
মানুহৰ হৃদয়ে হৃদয়ে
পৃথিৱীৰ ঘৰে ঘৰে ভিতৰে বাহিৰে
চিৰসৌন্দৰ্যই অনাবিল আনন্দ বিলাই
ৰচি দিব বাস্তৱ সপোন।
মানুহৰ কৌটিকলীয়া সৌ
সোণালী সপোন
পৃথিৱীৰ জনতাই
যালৈ বাট চাই বিয়াকুল
মনীষা আকুল।

'সোণপখিলী' কাব্যনাটিকাখন অসম্পূর্ণ। নাটিকাখন শিশুৱে অভিনয় কৰিবপৰা কৰি ৰচনা কৰিছে যদিও এইখনো ৰূপকধৰ্মী ৰচনা। নাটিকাখনৰ চৰিত্ৰবোৰৰ নামে, যথা, কবিতাকুমাৰ, চিন্তাকুমাৰ, মনীষাকুমাৰ, ছন্দিতা, কল্পিতা আদিয়ে ব্যঞ্জিত কৰে যে সুকুমাৰ কলাসাধনাৰ যোগেদি যি চৰম সুখ, আনন্দ আৰু সৌন্দৰ্যানুভূতি লাভ কৰা যায় তাকেই প্ৰতীকৰ যোগেদি 'সোণপখিলী'ৰূপে চিত্ৰিত কৰিছে। মেটাৰলিংকৰ 'ব্লু বাৰ্ড'ৰ দৰে 'সোণপখিলী'ও সৌন্দৰ্য, আনন্দৰ প্ৰতীক। নাটিকাখনে জ্যোতিপ্ৰসাদৰ হাতত কেনে পৰিণতি লাভ কৰিলেহেঁতেন সেইটো অনুমানৰ বিষয় হৈয়ে থাকিল। কিন্তু উপস্থাপনৰ অভিনৱত্ব আৰু কাব্যিক সঙ্গীতময়তাই ইয়াক অনবদ্য ৰূপ দিলেহেঁতেন এই বিষয়ে সন্দেহ নাই। অসম্পূৰ্ণ 'সুন্দৰ কোঁৱৰ' নাটখনে পালি জাতকৰ এটা গল্পলৈ মনত পেলাই দিয়ে য'ত বোধিসত্ত্বই শত্ৰুৰ ৰাজধানী আক্ৰমণত অহিংসা নীতি অৱলম্বন কৰে।

জ্যোতিপ্ৰসাদৰ নাট্যধৰ্মী নাটকেইখনৰ ভিতৰত প্ৰথম তিনিখন অৰ্থাৎ 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আৰু 'ৰূপালীম'ত কাহিনীৰ ৰূপায়ণ ৰোমান্তিকধৰ্মী ফলত ইয়াত কল্পনাৰ আধিক্য লক্ষ্য কৰা হয়। পাছৰ দুখন অৰ্থাৎ 'খনিকৰ' আৰু 'লভিতা'ত কল্পনাৰ দাৰিদ্ৰ্য নাই যদিও কবিসুলভ কাব্যিকতা আৰু আবেগময়তাক বিশেষ স্থান দিয়া নাই। নাটকেইখনৰ বিষয়ে বিশদ আলোচনাৰ ঠাই ইয়াত নাই। কাহিনীৰ উপস্থাপন ৰীতিৰ খুটি-নাটি আৰু চৰিত্ৰসমূহক বিশ্লেষণ কৰাও ইয়াত সম্ভৱ নহয়। সেই গতিকে নাটকেইখনৰ কেইটামান বৈশিষ্ট্যলৈ আঙুলিয়াই দি বিহঙ্গাৱলোকপূৰ্বক এটি চমু পৰিচয় দাঙি ধৰা হ'ল। নাটকেইখনৰ ('লভিতা'ক বাদ দি) প্ৰধান পুৰুষ চৰিত্ৰকেইটা সকলো ক্ষেত্ৰত নহ'লেও কিছু বিষয়ত সমধৰ্মী। অনিৰুদ্ধ, সুন্দৰ কোঁৱৰ, মণিমুগ্ধ আৰু নবীন সৌন্দৰ্য-পিয়াসী, কলাপ্ৰিয়, কিছুদূৰ মইমতীয়া কিন্তু কল্পনাপ্ৰিয় যুৱক। নিজৰ অভিমত বা অভিলাষাৰ্থে তেওঁলোকে আনৰ মতামত, ভালপোৱা-বেয়াপোৱা বা সুখ-দুখলৈকো বহু ক্ষেত্ৰত অপেক্ষা নকৰে। ধাৰণা হয়, প্ৰধান পুৰুষ চৰিত্ৰকেইটাৰ পৰিকল্পনাত জ্যোতিপ্ৰসাদে স্বকীয় ব্যক্তিত্বক কিছু পৰিমাণে সম্প্ৰসাৰিত কৰিছিল। অৱশ্যে এই কথা অনস্বীকাৰ্য যে ওপৰৰ চৰিত্ৰকেইটা কিছু বিষয়ত সমধৰ্মী হ'লেও একে নহয়। প্ৰত্যেকজনেই স্বকীয় ব্যক্তিত্বৰে আৰু বৈশিষ্ট্যৰে উজ্জ্বল। পুৰুষ-চৰিত্ৰৰ বিপৰীতে নাৰী-চৰিত্ৰকেইটাত অধিক বৈচিত্ৰ্য লক্ষ্য কৰা যায়। চিত্ৰলেখা, কাঞ্চনকুমাৰী, শেৱালি, ইতিভেন, ৰূপালীম, লভিতা, নৱনলিনী—প্ৰত্যেকটি নাৰী চৰিত্ৰই স্বকীয় প্ৰভাৱ দ্বাৰা উজ্জ্বল। শেৱালি ত্যাগ আৰু প্ৰেম, চিত্ৰলেখা সখীত্ব আৰু সুকুমাৰকলা, কাঞ্চনকুমাৰী আভিজাত্যপ্ৰসূ গাম্ভীৰ্য আৰু বুদ্ধিদীপ্ততা, ইতিভেন, তেজস্বিতা, ৰূপালীম সৰলতা আৰু প্ৰেমদৃঢ়তা আৰু লভিতা দেশপ্ৰেম আৰু পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই ল'ব পৰা গুণাৱলীৰ দ্বাৰা উজ্জ্বল।

তেওঁলোকৰ মাজত সমধৰ্মিতা নাই বুলিলেও হয়। 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আৰু 'ৰূপালীম'ত প্ৰত্যেকত্বে একাধিক স্ত্ৰী-চৰিত্ৰক বিপৰীত গুণ বা চাৰিত্ৰিক বৈশিষ্ট্যৰ সমাবেশ ঘটাই বৈচিত্ৰ্য আৰু স্বকীয়তা দান কৰিছে। উষা-চিত্ৰলেখা, কাঞ্চনকুমাৰী-শেৱালি, ইতিভেন-ৰূপালীম—এই তিনি যোৰা স্ত্ৰী-চৰিত্ৰ পৰস্পৰ বিপৰীতধৰ্মী। 'লভিতা'ত নামভূমিকাৰ চৰিত্ৰৰ বাহিৰে অন্য উল্লেখযোগ্য চৰিত্ৰ নাই। সেইদৰে 'খনিকৰ'তো প্ৰধান ভূমিকাত কোনো স্ত্ৰী-চৰিত্ৰ নাই। নৰনলিনী মাত্ৰ এটা দৃশ্যত ওলাইছে, তেওঁ আধুনিক স্ত্ৰী-স্বাধীনতাকামী মুক্ত নাৰীৰ প্ৰতিনিধি।

জ্যোতিপ্ৰসাদৰ নাট্যৰীতিয়ে পৰিপুষ্টি লাভ কৰে ইউৰোপৰপৰা অহাৰ পাছত। এই লেখকৰ এখন চিঠিৰ উত্তৰত তেওঁ লিখিছিল যে পাশ্চাত্য নাটৰ কোনো চৰিত্ৰ বা কাহিনীয়ে প্ৰত্যক্ষভাৱে তেওঁক প্ৰাভাবান্বিত কৰা নাছিল ; কিন্তু পাশ্চাত্য নাটৰ কাৰিকৰীৰ সহায় নোলোৱাকৈ থকা নাছিল। তেওঁৰ প্ৰথম দুখন নাটৰ ৰূপ দুটা বিলাতলৈ যোৱাৰ আগতে সম্পূৰ্ণ কৰিছিল, কিন্তু ছপা কৰাৰ সময়ত কিছু সংশোধন আৰু নাটকীয় নিৰ্দেশ সংযোগ কৰি দিয়া বুলি চিঠিত উল্লেখ কৰিছিল। নাটকীয় ঘটনা-পৰম্পৰা পাঁচটা বা ততোধিক অঙ্কত প্ৰদৰ্শন কৰা ৰীতি ইউৰোপীয় নাটত বিংশ শতাব্দীত প্ৰায়ে পৰিহৃত হয়, তাৰ ঠাই লয় সাধাৰণতে তিনিটা অঙ্কই। এই বৈশিষ্ট্যই অসমীয়া নাটত দেখা দিয়ে স্বাধীনতাৰ পাছৰ কালছোৱাত। জ্যোতিপ্ৰসাদৰ নাটকেইখনত পাঁচৰপৰা সাতলৈকে অঙ্কৰ সমাবেশ ঘটিছে। 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আৰু 'লভিতা'ত পাঁচটাকৈ অঙ্ক, 'ৰূপালীম' আৰু 'খনিকৰ'ত সাতটাকৈ অঙ্ক আছে। অৱশ্যে পাছৰ দুখন নাটত অঙ্কৰ সংখ্যাই দৃশ্য সংখ্যা, একাধিক দৃশ্য অঙ্কৰ ভিতৰত নাই। সেইফালৰ পৰা সম্পূৰ্ণ কাহিনী এটা সাতটা দৃশ্যত সামৰি লৈ নাটকীয় প্লট দৰ্শনযোগ্য কৰি তুলিব পৰাটো প্ৰতিভাৰ পৰিচায়ক। জ্যোতিপ্ৰসাদৰ নাটত ঘটনা বিকাশত পৰিমিতাচাৰ এটা লক্ষ্যণীয় বৈশিষ্ট্য। 'শোণিত কুঁৱৰী'ত দুটা-এটা দৃশ্য বা চৰিত্ৰ দৰ্শকৰ কেৱল আমোদৰ কাৰণেই সংযোগ কৰিছে। 'কাৰেঙৰ লিগিৰী'ত বপুৰা চৰিত্ৰটো অপৰিহাৰ্য নহয় যদিও একেবাৰে অবাস্তৱ চৰিত্ৰও বুলিব নোৱাৰি। 'ৰূপালীম' আৰু 'লভিতা' নাটত ঘটনাৰাজি দ্ৰুতগতিত আগবাঢ়িছে, অপ্ৰয়োজনীয় বা ক্ষীণ সম্পৰ্কায়িত ঘটনাৰ অন্তৰালত জিৰণি ল'বলৈ দৰ্শকক সুবিধা দিয়া নাই। 'খনিকৰ'তো বিষয়-বস্তুৰপৰা মুঠেই আঁতৰি যোৱা নাই। জ্যোতিপ্ৰসাদ উপবস্তু (sub-plot) সংযোগ কৰি দৰ্শকৰ দৃষ্টি মূলবস্তুৰপৰা সাময়িকভাৱে হ'লেও বিক্ষিপ্ত কৰাৰ পক্ষপাতী নাছিল। সেই কাৰণেই তেওঁৰ পূৰ্ববৰ্তী নাট্যকাৰসকলৰ দৰে কোনো নাটতে উপবস্তু সংযোগ কৰা নাই। মূল বস্তুৰ উপযুক্ত বাতাবৰণ, চৰিত্ৰ-চিত্ৰায়ণ আৰু ৰূপায়ণৰ উদ্দেশ্য যি পৰিস্থিতি, ঘটনা, সংঘাত, সংলাপ আৰু পাৰ্শ্বচৰিত্ৰ প্ৰয়োজন বুলি নাট্যকাৰে অনুভৱ কৰিছিল সেইখিনিহে নাটত প্ৰয়োগ

কৰিবলৈ আগবাঢ়িছিল। অবান্তৰ দৃশ্য বা চৰিত্ৰ সেই কাৰণে তেওঁৰ নাটত নাই বুলিলেও হয়। জ্যোতিপ্ৰসাদৰ পূৰ্ববৰ্তী আৰু সমসাময়িক বহু নাট্যকাৰৰ অঙ্ক আৰু দৃশ্যবিভাগ পৰিকল্পিত হোৱা দেখা নাযায়। একোটা অঙ্কত কেইবাটাও দৃশ্য সোমাই থাকে, কিন্তু দৃশ্যৰ মাজত স্থান, কাল আৰু ঘটনাৰ যথেষ্ট ব্যৱধান লক্ষ্য কৰা যায়। এটা অঙ্কত অন্তৰ্ভুক্ত দৃশ্যান্তৰৰ মাজত স্থান, কাল আৰু অৱস্থান্তৰ পৰাপক্ষত দেখুৱাব নেলাগে। অঙ্কটোৱে কাহিনী বা বিষয়-বস্তুৰ যিটো স্তৰ বা অৱস্থা দেখুৱাব খোজে, তাক পৰিস্ফুট কৰিবলৈ যিকেইটা দৃশ্যৰ প্ৰয়োজন তাকেহে সংযোগ কৰা উচিত। কিন্তু বহু ক্ষেত্ৰত ইয়াৰ প্ৰতি সজাগ দৃষ্টি ৰখা নহয়। এই ক্ষেত্ৰত কিন্তু জ্যোতিপ্ৰসাদ বৰ সচেতন আছিল, ইয়াৰ ব্যতিক্ৰম ঘটিছে কেৱল চেমনীয়া কালত ৰচনা কৰা প্ৰথম নাটক 'শোণিত কুঁৱৰী'ত। এই নাটত অঙ্ক আৰু দৃশ্য সংযোজনত কিছু বিক্ষিপ্ততা লক্ষ্য কৰা যায়। একেটা অঙ্কত শোণিতপুৰ আৰু দ্বাৰকাৰ ঘটনা উবা-জুবাকৈ দুটা-এটা অঙ্কত সংস্থাপিত হৈছে। মুঠতে ক'বলৈ গ'লে, অঙ্ক আৰু দৃশ্য পৰিকল্পনাৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদে এক আদৰ্শনীয় আৰ্হি ৰাখি গৈছে।

জ্যোতিপ্ৰসাদৰ চৰিত্ৰ সৃষ্টিত বৈচিত্ৰ্য আছে। টাইপ জাতীয় বা flat চৰিত্ৰ নথকা নহয়, কিন্তু সেইবোৰো গতানুগতিক flat চৰিত্ৰৰপৰা ওপৰলৈ নিয়াত নাট্যকাৰে পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। বপুৰা, ৰুকমীৰাজ, মিঃ ভইন, ৰাজমাও, সুদৰ্শন, জুনাফা, ৰূপালীম, উষা—এই চৰিত্ৰবোৰৰ বিকাশ নাই, কেৱল প্ৰকাশ আছে। এই চৰিত্ৰবোৰে বিশেষ শ্ৰেণীৰ প্ৰতিনিধিত্ব কৰিলেও স্বকীয়তাবৰ্জিত নহয়, সজীৱ ব্যক্তিত্বৰ দ্বাৰা উজ্জ্বল। পৌৰাণিক চৰিত্ৰবোৰক নতুন দৃষ্টিভংগীৰে অঙ্কন কৰিব নোৱাৰিলে সি flat ৰূপতেই প্ৰকাশ পায়। কুমলীয়া বয়সৰ নাট্যকাৰে শ্ৰীকৃষ্ণ, ঊষা আদিক নতুন ৰূপত সজাব পৰা নাই যদিও পৌৰাণিক গণ্ডীৰ মাজতে সজীৱ আৰু আকৰ্ষণীয় কৰাৰ প্ৰচেষ্টা নথকা নহয়। কিন্তু দুটা চৰিত্ৰক সৌন্দৰ্যপিয়াসী, সুন্দৰসেৱী চৰিত্ৰৰূপে কল্পনাৰ হেঙুল-হাইতালেৰে বোলাই স্নিগ্ধ, কমনীয় ৰূপচঞ্চল ৰূপত নতুনকৈ গঢ় দি নাটখন আকৰ্ষণীয় কৰি তুলিছে। এই দুটা চৰিত্ৰ হৈছে অনিৰুদ্ধ আৰু চিত্ৰলেখা। 'কাৰেঙৰ লিগিৰী' তিনিটা আকৰ্ষণীয় চৰিত্ৰ হ'ল সুন্দৰ কোঁৱৰ, শেৱালি আৰু কাঞ্চনকুমাৰী। দৰাচলতে এই নাটৰ সৰহভাগ চৰিত্ৰই নিজ বৈশিষ্ট্যৰে নাটত আত্মপ্ৰতিষ্ঠা লাভ কৰিছে যদিও ওপৰত উল্লেখ কৰা তিনিটা চৰিত্ৰ নাট্যকাৰৰ অনবদ্য সৃষ্টি। সুন্দৰ কোঁৱৰ নাট্যকাৰৰ উক্তি মতে বিপ্লৱী মনীষাৰ প্ৰতীক। তেওঁ অধ্যয়নশীল, সৌন্দৰ্যপ্ৰিয়, গতিশীল, যুক্তিবাদত বিশ্বাসী, সামাজিক স্থিতাৱস্থা আৰু প্ৰতিক্ৰিয়াশীলতাৰ বিৰোধী। কিন্তু এই সকলোবোৰ গুণৰ অধিকাৰী হৈয়ো তেওঁ সামন্তযুগীয় ৰাজপুৰুষৰ 'মোৰ ইচ্ছাই আইন'—এই স্বেচ্ছাচাৰী মনোভাৱৰ দ্বাৰা কলঙ্কগ্ৰস্ত। চন্দ্ৰত কলঙ্কৰ দৰে সুন্দৰ কোঁৱৰৰ এই মনোভাৱেই দুখাৱহ পৰিণতিৰ কাৰণে দায়ী। অন্তৰ্দ্বন্দ্বই সুন্দৰ কোঁৱৰক চাৰিত্ৰিক গাঢ়তা দান কৰিছে। সামাজিক ঐতিহ্যৰ লগত সংঘাত প্ৰদৰ্শন

কৰাৰ লগতে লিগিৰীৰ প্ৰেমক প্ৰথমে তুচ্ছ-তাচ্ছিল্য কৰি ক্ৰমে অন্তৰ্দ্বন্দ্বৰ মাজেদি সেই প্ৰেমক আদৰি লোৱাৰ যি মানসিক বিবৰ্তনৰ ধাৰা ৰূপায়ণ কৰিছে সেয়ে নাটকখনক আৰু সুন্দৰ কোঁৱৰক বৰণীয় কৰি তুলিছে। সেইদৰে শেৱালি এজনী সাধাৰণ ৰূপহী লিগিৰী নহয়, যি লিগিৰীয়ে সাধাৰণতে ৰাজকোঁৱৰৰ যৌন-আবেদনত সহজে সঁহাৰি দিয়ে। শেৱালি সেইফালৰপৰা এজনী অসামান্য লিগিৰী যাৰ প্ৰেমৰ তুলনাত ৰাজমহিষীৰ পদো তুচ্ছ, প্ৰণয়পাত্ৰৰ মঙ্গলাৰ্থে যি জীৱন আহুতি দিবলৈ কুণ্ঠাবোধ কৰা নাই। কাঞ্চনকুমাৰী এক অসামান্য গাভৰু; সামাজিক ৰীতি মানি লৈয়ো বুদ্ধিদীপ্ততা আৰু দৃঢ় মনোবলৰ দ্বাৰা এই গৰাকী তেজস্বিনী নাৰীয়ে ৰাজদণ্ডাদেশো উপেক্ষা কৰি কোঁৱৰক হীনপ্ৰভ কৰি গ'ল। এইদৰে দেখা যায়, 'কাৰেঙৰ লিগিৰী' প্ৰধান চৰিত্ৰকেইটা অন্তৰ্দ্বন্দ্ব, দৃঢ়তা, অসামান্য আত্মিক বলেৰে দৰ্শকৰ অন্তৰত গাঢ় ছাপ ৰাখি যায়। এই চৰিত্ৰকেইটাত typical চৰিত্ৰৰ যি দুটা-এটা উপৰুৱা লক্ষণ বিদ্যমান, অসামান্যতাই তাক ঢাকি ৰাখিছে। প্ৰগতিশীলতা আৰু ৰক্ষণশীলতাৰ সংঘৰ্ষ, ব্যক্তি ইচ্ছা অভিলাষৰ মূল্য, নৈসৰ্গিক বিৰাট প্ৰকৃতিৰ অনিৰ্বচনীয় প্ৰভাৱ আদি বিভিন্ন ভাব-ধাৰণাই নাটকখন মনোগ্ৰাহী কৰি তুলিছে।

'ৰূপালীম' তৎপৰৱৰ্তী ৰচনা। এই নাটৰ পৰিকল্পনাত লেখকৰ স্মৃতিপটত নিভৃতে শুই থকা মৰিছ মেটাৰলিংকৰ 'মন্নাভান্না' নাটৰ ক্ষীণ প্ৰভাৱ পৰিছে বুলি নাট্যকাৰে পাতনিত উল্লেখ কৰিছে। মেটাৰলিংকৰ নাটখনে কাহিনী আৰু চৰিত্ৰ সৃষ্টিত কিমানদূৰ প্ৰভাৱ পেলাইছে সেই বিষয়ে ড° মহেন্দ্ৰ বৰাই 'প্ৰকাশ' (১ম বছৰ, ৩য় সংখ্যা) আলোচনীত বহলাই আলোচনা কৰিছে। অনুসন্ধিৎসু পাঠকে সেই আলোচনা পঢ়ি চালে দুয়োখন নাটকৰ সম্পৰ্কৰ সবিশেষ জানিব পাৰিব। মুঠতে এই কথা ক'লেই যথেষ্ট হ'ব, 'মন্নাভান্না' জ্যোতিপ্ৰসাদৰ নাটৰ মূল উৎস হ'লেও অসমীয়া নাট্যকাৰে বহু ক্ষেত্ৰত মূলৰ পৰা আঁতৰি গৈ নিজস্বভাৱে কাহিনীৰ বিকাশ আৰু চৰিত্ৰ সৃষ্টি কৰিছে। সেই কাৰণে 'ৰূপালীম' অনূদিত বা অভিযোজিত (adapted) নাটক নহয়। ইয়াক সম্পূৰ্ণ মৌলিক নাটক বোলাত কোনো বাধা নাই। মূল কাহিনীক জ্যোতিপ্ৰসাদে নতুন সাঁচত ঢালিছে, মেটাৰলিংকৰ কাহিনী যথাযথভাৱে গ্ৰহণ কৰা নাই, ভালেখিনি পৰিৱৰ্তন কৰি নতুন পৰিবেশত সংস্থাপন কৰিছে। সেইদৰে মূলৰ প্ৰধান চৰিত্ৰ জিয়াভান্নাক দ্বিধাবিভক্ত কৰি দুটা চৰিত্ৰত পৰিণত কৰিছে। ফলত ভান্না চৰিত্ৰটিৰ ভিত্তিত আমি ইতিভেন আৰু ৰূপালীম চৰিত্ৰ দুটা পাইছো। মূলৰ দুটা প্ৰধান পুৰুষ-চৰিত্ৰ পিঞ্জিভেল আৰু গুইডো অসমীয়া নাটত মণিমুগ্ধ আৰু মায়াৰ' ৰূপত দেখা দিলেও মূল আৰু ৰূপান্তৰিত চৰিত্ৰ দুটাৰ মাজত চমকপ্ৰদ পাৰ্থক্য পৰিলক্ষিত হয়। প্ৰধান চৰিত্ৰ চাৰিটাই যি পৰিস্থিতিত যেনেকৈ প্ৰতিক্ৰিয়া কৰিছে দুয়োখন নাটৰ মাজত সেই

*ক্ষেত্ৰতো যথেষ্ট প্ৰভেদ লক্ষ্য কৰা যায়। মূল নাটৰ প্ৰধান পুৰুষ-চৰিত্ৰ পিঞ্জিভেলৰ* ভান্নাৰ প্ৰতি আকৰ্ষণৰ অন্তৰালত এটা আশৈশৱ প্ৰীতিৰ ইতিহাস আছে, মণিমুগ্ধৰদৰে আকস্মিকভাৱে দেখা পূৰ্ব-অপৰিচিতা গাভৰুৰ প্ৰতি ৰূপমুগ্ধ লালসাভি ব্যক্তি নহয়। পিঞ্জিভেলৰ প্ৰেমৰ আকৃতিত যি অকণমান লালসাৰ স্পৰ্শ আছিল ভান্নাৰ স্বদেশ ৰক্ষাৰ ত্যাগ আৰু স্বামী গুইডোৰ প্ৰতি অকুণ্ঠ অনুৰক্তিৰ স্বীকাৰোক্তিৰ তপ্তপ্ৰভাৱ সান্নিধ্যত শুকাই গৈ দিব্য কামগন্ধহীন পৰ্যায়ৰ প্ৰেমত পৰিণত হৈছে। পিঞ্জিভেলৰ চৰিত্ৰত বিপৰীতধৰ্মী বাসনাৰ দ্বন্দ্ব নাই, তাৰ বিপৰীতে মণিমুগ্ধ চৰিত্ৰ অধিক জটিল। মণিমুগ্ধৰ চৰিত্ৰত ফুলৰ ৰস বিচাৰি ফুৰা পখিলাৰ বৰ্ণ বৈচিত্ৰ্য আছে ; কিন্তু বিছা কীটৰ গা বিজ-বিজোৱা শুংডাল সৰি পৰা নাই। মণিমুগ্ধৰ আৱেগ-প্ৰৱণ কল্পনাপ্ৰয়াসী মনে ৰূপালীমৰ ৰূপ-সৌন্দৰ্য্যত ডুব দিবলৈ ব্যাকুল হৈ সাগৰত দিশহাৰা নাৱিকৰ দৰে উদভ্ৰান্ত হৈ পৰিছে। বাগদত্তা ইতিভেন আৰু 'ৰূপসাগৰৰ জীৱন্ধৰী মণিস্বৰূপা' ৰূপালীমৰ বিপৰীতমুখী আকৰ্ষণৰ টনা-আঁজোৰাত মণিমুগ্ধ ক্ষত-বিক্ষত হৈ শেহান্তৰত ৰূপালীমৰ সৰলতা পবিত্ৰতা আৰু ত্যাগৰ মহিমাত তমসাৰ পৰা জ্যোতিপথৰ সন্ধান পাইছে। সেইফালৰ পৰা চালে মণিমুগ্ধৰ চৰিত্ৰ বিচিত্ৰ মানৱ-চৰিত্ৰৰ এক অভিনৱ সৃষ্টি। নিষ্ঠুৰতা, আভিজাত্য, বিলাসবাসনা, সৌন্দৰ্য লিপ্সা, স্বেচ্ছাচাৰিতা আৰু আৱেগ কল্পনা-প্ৰৱণতাৰ জটিল সংমিশ্ৰণৰ সৃষ্টি মণিমুগ্ধ ; পিঞ্জিভেলৰ চৰিত্ৰত জটিলতা নাই। নাৰী-চৰিত্ৰৰ ক্ষেত্ৰতো জ্যোতিপ্ৰসাদে মূলৰ পৰা বহুদূৰ ফালৰি কাটি এটাৰ সলনি দুটা স্বতন্ত্ৰ নাৰী-চৰিত্ৰৰ সৃষ্টি কৰিছে। জনমভূমি পিছা চহৰ অৱৰোধকাৰী শত্ৰুপক্ষৰ হাতৰপৰা ৰক্ষা কৰিবলৈ পিঞ্জিভেলৰ অন্যায়, নীতিবিৰুদ্ধ প্ৰস্তাৱত মান্তি হৈ মূল নাটৰ নায়িকা জিয়াভান্নাই গুইডোক (guido) ভাল পায় নিষ্ঠাৰে, পত্নীৰ প্ৰয়োজনীয় অনুৰক্তিৰে ; কিন্তু দেশতকৈ স্বামী ডাঙৰ নহয়, সেই কাৰণেই ভান্নাই ক'ব পাৰিছিল—"I place the life of my people high above all." গভীৰ স্বদেশপ্ৰেমৰ উপৰিও ভান্নাৰ চৰিত্ৰ নাৰীসুলভ কোমলতা আৰু ৰহস্যময়ী দীপ্তিৰ দ্বাৰা উজ্জ্বল। জ্যোতিপ্ৰসাদে ভান্নাক দ্বিখণ্ডিত কৰি স্বমহিমাৰে মহিমাময়ী দুটা স্বতন্ত্ৰ নাৰী-চৰিত্ৰত পৰিণত কৰিলে, দৰাচলতে ইতিভেন চৰিত্ৰত জিয়াভান্নাৰ প্ৰভাৱ নাই বুলিলেও হয়। ড° মহেন্দ্ৰ বৰাই অনুমান কৰিছে যে ভান্নাৰ স্বদেশৰ মঙ্গল কামনা আৰু তেওঁৰ স্বামী গুইডোৰ নিষ্ফল যুদ্ধ সজ্জাৰ আহ্বানে জ্যোতিপ্ৰসাদক এটি স্বতন্ত্ৰ চৰিত্ৰ আৰু দুটামান ভয়াবহ আৰু চাঞ্চল্যকৰ পৰিস্থিতি সৃষ্টি কৰিবলৈ প্ৰেৰণা যোগায়। চৰিত্ৰটো হ'ল ইতিভেন আৰু পৰিস্থিতিকেইটা হ'ল—৩য় অঙ্ক, ৪ৰ্থ অঙ্কৰ কিছু অংশ আৰু ৭ম অঙ্ক। স্বজাতিৰ মৰ্যদা আৰু স্বদেশৰ সন্মানৰ মূৰ্ত-জ্বলন্ত প্ৰতীকেই কেৱল ইতিভেন নহয়, নাৰীসুলভ প্ৰণয় আৰু ঈৰ্ষাৰ বাহিকাৰূপেও ইতিভেনৰ তেজস্বিনী মূৰ্তি জ্যোতিপ্ৰসাদৰ অনবদ্য সৃষ্টি। আনহাতে ৰূপালীম ভান্নাৰ দৰে ৰূপাশালিনী হ'লেও প্ৰতিভাদীপ্ত মহিমা

নাই, জনজাতীয় যুৱতীৰ স্বাভাৱিক সৰলতা আৰু একনিষ্ঠতাৰে আকৰ্ষণীয়। ভান্নাৰ দীপ্তি জনজাতীয় যুৱতীত অৰ্পণ কৰা হ'লে কিছু পৰিমাণে চৰিত্ৰটো কৃত্রিম নহ'হে নাথাকিলেহেঁতেন। যি পৰিস্থিতিত পৰি ৰূপালীমে মণিমুগ্ধৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ একপ্ৰকাৰ বাধ্য হৈছিল, জিয়াভান্নাৰ ক্ষেত্ৰত তেনে ভয়াবহ পৰিস্থিতিৰ তৎকালিক সম্ভাৱনা নাছিল আৰু ইচ্ছা কৰা হ'লে পিছানগৰীৰ শাসন পৰিষদৰ অনুৰোধ ৰক্ষা নকৰাকৈয়ো পাৰিলেহেঁতেন। তদুপৰি পিঞ্জিভেলৰ লগত আশৈশৱ পৰিচয়ে তেওঁৰ আসন্ন বিপদৰ ভয়াবহতা কিছুপৰিমাণে লাঘৱ নকৰাকৈ নাছিল, কিন্তু ৰূপালীমৰ ক্ষেত্ৰত তেনে কোনো অনুকূল পৰিবেশৰ ৰেখ নাই। শেষ অঙ্কৰ শোকাবহ পৰিণতিও পাশ্চাত্য নাটখনৰ সম্পূৰ্ণ বিপৰীত। অসমীয়া নাটখন নায়িকাৰ শোকাবহ ট্ৰেজিক পৰিণতিত শেষ হৈছে। নাট্যকাৰে নিষ্ঠুৰভাৱে ৰূপালীমৰ শেষ দৃশ্য প্ৰদৰ্শন কৰিছে যিটো পৰিণতি তাইৰ মুঠেই প্ৰাপ্য নাছিল। কিন্তু জগত সদায় নৈতিক যুক্তিৰ ওপৰত নচলে, বিশেষকৈ এখন জনজাতীয় সমাজত। গতিকে নাট্যকাৰৰ শেষ দৃশ্যৰ পৰিকল্পনাত নৈতিক সমৰ্থন নাথাকিলেও বাস্তৱ সমাজৰ সমৰ্থন আছে ; আনহাতে জিয়াভান্নাৰ পৰিণতি সুখাবহ বুলিয়ে ক'ব পাৰি। মায়াব', জুনাফা, ৰূকমী ৰজা—এইবোৰ জ্যোতিপ্ৰসাদৰ স্বকীয় সৃষ্টি। অৱশ্যে জুনাফা, মায়াব', আদিৰ সৃষ্টিত বেজবৰুৱা, গোহাঞিবৰুৱা আদি পূৰ্বসূৰীৰ অনুৰূপ চৰিত্ৰকল্পনাৰ দুৰান্বয়ী প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। মুঠতে কি চৰিত্ৰ সৃষ্টি, কি পৰিস্থিতি পৰিকল্পনা, কি নাটৰ মৌল আবেদন—এই সকলো বিষয়তে 'ৰূপালীম' অসমীয়া নাট্য-সাহিত্যৰ এক অনুপম সৃষ্টি। নাটখনৰ দুই-এঠাইত প্ৰতীকৰো ব্যৱহাৰ কৰিছে। মায়াব'ৰ বাঁহীটো এনে এটা প্ৰতীক।

জ্যোতিপ্ৰসাদৰ অপ্ৰকাশিত সম্পূৰ্ণ নাট 'খনিকৰ'ত 'শোণিত কুঁৱৰী' বা 'ৰূপালীম'ৰ দৰে ৰোমাণ্টিক কল্পনাৰ প্ৰাধান্য নাই, চৰিত্ৰৰ আৱেগানুভূতিয়েও কাব্যিক ৰূপ পৰিগ্ৰহ কৰা নাই। এই ক্ষেত্ৰত 'খনিকৰ' 'লভিতা'ৰ সমধৰ্মী। এই নাটখন ১৯২৮ চনত আৰম্ভ কৰি কেবাবাৰো পৰিৱৰ্তন-সংশোধন কৰি ১৯৪০ চনত সম্পূৰ্ণ কৰে। নিজে প্ৰকাশ কৰিবলৈ লোৱা হ'লে আৰু পৰিৱৰ্তন হয়তো কৰিলেহেঁতেন, কাৰণ ১৯৪০ চনত প্ৰথমৰ অঙ্ক দুটা নতুনকৈ সজাই পাণ্ডুলিপি তৈয়াৰ কৰিবলৈ লৈছিল। এই নাটখনত সৰ্বমুঠ সাতোটা দৃশ্য আছে। এই নাটখন ৰচনা কৰাৰ সময়ত ভাস্কৰ্য আৰু চিত্ৰকলাৰ অনুশীলন আৰু তাৰ প্ৰমূল্য সম্পৰ্কে অসমীয়া সমাজ মুঠেই সচেতন নাছিল ; অনুকূল পৰিবেশতো কথাই নাই, কোনোবাই দুঃসাহস কৰি এনে ক্ষেত্ৰত নামিবলৈ ইচ্ছা কৰিলেও পৰিয়ালবৰ্গ আৰু সমাজৰ পৰা বাধাহে পাইছিল। অসমত এনে বিদ্যাৰ অনুশীলন অৰ্থকৰী নোহোৱাৰ কাৰণেই অনুশীলনকাৰী বহুত ক্ষেত্ৰত পুতৌ আৰু হাঁহিয়াতৰ পাত্ৰহে হৈছিল। আধুনিক পাশ্চাত্য শিক্ষা লাভ কৰা সৰহভাগ লোকৰে ভাৰতীয় সুকুমাৰ

কলাৰ ঐতিহ্য আৰু সৌন্দর্য সম্পৰ্কে ভ্ৰান্ত ধাৰণা আছিল আৰু পাশ্চাত্য জগতে স্বীকৃতি নিদিয়ালৈকে গ্ৰহণ কৰিবলৈ ট্ৰান পাইছিল। এনে এটা নিৰুৎসাহজনক পৰিবেশত জ্যোতিপ্ৰসাদে প্ৰকাৰন্তৰে অসমীয়া শিক্ষিত শ্ৰেণীক সুকুমাৰ কলা-চৰ্চা সম্পৰ্কে সচেতন কৰা মানসে আৰু প্ৰধানকৈ প্ৰকৃত শিল্পীমন আৰু কলাগত প্ৰাণৰ এক জীৱন্ত চৰিত্ৰ দাঙি ধৰাৰ উদ্দেশ্যে 'খনিকৰ' নাটখন ৰচনা কৰা বুলি ধাৰণা হয়। এই নাটখনৰ প্ৰধান চৰিত্ৰ বা নায়কৰ পৰিকল্পনাৰ অন্তৰালত আছে আগৰৱালা পৰিয়ালৰ এটি শোকাবহ ঘটনা। চন্দ্ৰকুমাৰ আগৰৱালাৰ মাজু ল'ৰা অৰুণকুমাৰে বিলাতলৈ যাবলৈ নাপাই শেষত আত্মহত্যা কৰে। জ্যোতিপ্ৰসাদে চন্দ্ৰকুমাৰৰ জীৱনীত এই শোকাবহ ঘটনাটো সম্পৰ্কে এনেদৰে লিখিছে— 'অৰুণকুমাৰৰ ইচ্ছা হ'ল সি যেনে তেনে বিলাতলৈ যাবই। অৰুণৰ আঁকোৰ-গজালি আৰু চন্দ্ৰকুমাৰৰ দৃঢ়তাই শেষ সীমা পালেগৈ। .... সি গ'ল আকৌ কলিকতালৈ—যি কোনো উপায়েৰে হওক বিলাতলৈ যাবলৈ। সি এইবাৰ কলিকতালৈ গৈ কলিকতাৰ সাগৰৰ জাহাজ বন্ধা ডকবোৰত ঘূৰি ফুৰিবলৈ ধৰিলে আৰু নাৱিক এজনৰ লগত চিনাকি হ'ল। এইদৰে নাৱিকৰ লগত চিনাকি হৈ সি ফন্দী পাতিলে নাৱিক হৈ কেনেবাকৈ বিলাতলৈ যাবলৈ। এই বিষয়ত সি কৃতকাৰ্যও হ'ল। এখন ইটালীয় জাহাজৰ এটা মেতৰ (mate) লগত বন্ধুত্ব কৰি সি এটা চাকৰি যোগাৰ কৰি ল'লে, কুলি খাটি হ'লেও বিলাতলৈ যাব।—জাহাজৰ চাকৰি সকলো ঠিক হ'ল। নাৱিকৰ সাজ-পোছাক পিন্ধি সি কলিকতাত ঘূৰি ফুৰিবলৈ ধৰিলে। কলিকতাত পঢ়ি থকা ভাই-ককাইহঁতে এইবোৰ একো ক'ব নোৱাৰে— হঠাতে এদিন ল'গ হ'ল। তাক তেনে অৱস্থাত দেখি সকলো আচৰিত, চমৎকৃত! তাক ঘূৰাবলৈ যথেষ্ট চেষ্টা কৰা হ'ল। সি অৱশ্যে নুঘূৰিল। যথাসময়ত জাহাজ এৰিবলৈ সাজু হ'ল—কিন্তু মনত পৰিল মাকলৈ; যাব নোৱাৰিলে। নাৱিকৰ পোছাক চমজাই দি সি আকৌ অসমলৈ ঘূৰি আহিল।" (চন্দ্ৰকুমাৰ আগৰৱালা)

'খনিকৰ' নাটত নায়ক নবীনে বাপেকৰ আৰু আত্মীয়-স্বজনৰ বাধা উলঙঘা কৰি, কেৱল ভাস্কৰ্য বিদ্যা শিকাৰ প্ৰবল ইচ্ছাকে মূলধন কৰি, সহায়-সাৰথিহীন হৈ জাহাজত বনুৱাৰ কাম কৰি ফ্ৰান্স দেশত ভাস্কৰ্য বিদ্যাৰ প্ৰশিক্ষণ লয় আৰু বহুদিন অৰ্ধাহাৰ, অনাহাৰ, অপমানত কাল কটাই অৱশেষত আন্তৰ্জাতিক স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হয়। এজন প্ৰতিষ্ঠাপ্ৰয়াসী শিল্পীৰ জীৱনৰ দুৰ্ভোগ আৰু প্ৰতিকূল পৰিবেশৰ লগত সংঘৰ্ষৰ চিত্ৰ নাটখনত ৰূপায়িত হৈছে। শিল্পসাধনাতে নিজক উছৰ্গা কৰা আদৰ্শবাদী শিল্পীৰ প্ৰতিনিধিত্ব কৰিছে শিল্পী নবীনে। নবীনৰ চৰিত্ৰত একেটা দিশৰ বাহিৰে অন্য দিশ উদঘাটিত বা প্ৰতিফলিত হোৱা নাই, গতিকে এক মাত্ৰিক চৰিত্ৰৰূপেই চিত্ৰিত হৈছে। নাটখনৰ আন এটা উল্লেখযোগ্য প্ৰভাৱশালী চৰিত্ৰ হ'ল মিষ্টাৰ ভইন ওৰফে মিষ্টাৰ ভূএগ্ৰা। বিলাতলৈ

গৈ নিজৰ সাতামপুৰুষীয়া উপাধি বিকৃত কৰি চাহাবীয়ানা গ্ৰহণ কৰা মিঃ ভইনৰ ভিতৰৰ মানুহজন কিন্তু সৰল, পৰোপকাৰী আৰু খোলা মন আৰু কথাৰ মানুহ। নাট্যকাৰে এই চৰিত্ৰটোক লৈ এনে চাহাবসজা লোকক ব্যঙ্গ কৰিছে, যদিও চৰিত্ৰটোৰ ৰূপায়ণত নাট্যকাৰৰ সহানুভূতি বিশেষভাৱে লক্ষ্য কৰা যায়। তেৱেঁই একমাত্ৰ লোক যিজনে নবীনক প্ৰকাৰান্তৰে হ'লেও বিলাতলৈ যাবলৈ উৎসাহিত কৰিছিল, নবীনৰ অন্বেষণত বিলাত ফ্ৰান্স আদি দেশত উপস্থিত হৈছিলগৈ আৰু নবীনৰ কৃতকাৰ্যতাত অভিনন্দিত কৰাৰ লগতে পিতৃ-মাতৃৰ মতৰ বিৰুদ্ধে সহায়-সম্বলহীন হৈ বিদেশলৈ যোৱাটো কেনে বিপদসঙ্কুল সেই বিষয়ে সাৱধানবাণীও শুনাইছিল। বাকীবোৰ চৰিত্ৰ সাময়িকী ; নাটত স্থায়িত্ব লাভ কৰা চৰিত্ৰ নহয়। নাটকীয় কাহিনী ৰচনাত জটিলতা নাই, চৰিত্ৰৰ অন্তৰ্দ্বন্দ্ব নাই, ঘটনাবিকাশত উৎকণ্ঠাও (suspense) অনুভৱ কৰা নাযায়। 'খনিকৰ'ত বাস্তৱতা আছে, ৰঙ্গমঞ্চত সফলতা লাভ কৰাৰো সামৰ্থ্য আছে ; কিন্তু জ্যোতিপ্ৰসাদৰ নাট্যপ্ৰতিভাৰ প্ৰতিনিধিত্বমূলক স্বাক্ষৰ বহন নকৰে। অৱশ্যে নবীনৰ চৰিত্ৰত জ্যোতিপ্ৰসাদৰ আত্ম-প্ৰসাৰণ বা প্ৰতিফলনৰ কিছু আভাস পাব পাৰি।

ওপৰত আলোচনা কৰা নাটকেইখনৰ উপৰিও 'কনকলতা' আৰু 'সুন্দৰ কোঁৱৰ' নামৰ দুখন নাট আৰম্ভ কৰিছিল। দুয়োখনৰে প্ৰথম অঙ্কৰ কিছু অংশ আধা লেখা অৱস্থাত এৰি গৈছে। হয়তো লেখাৰ পৰিকল্পনা কৰি আৰম্ভ কৰোঁতেই নানা বিপৰ্যয় আৰু সমস্যাৰ সন্মুখীন হৈ শেষ কৰিবলৈ সুযোগ-সুবিধা নাপালে ; কিন্তু যিখিনি সম্পূৰ্ণকৈ এৰি গৈছে সেয়ে জ্যোতিপ্ৰসাদক অসমীয়া নাট্যকাৰসকলৰ পুৰোধা ব্যক্তিৰূপে পৰিচয় দিবলৈ যথেষ্ট।

এই দুগৰাকী বিদগ্ধ পণ্ডিতে কৰা বস্তুনিষ্ঠ মূল্যানয়ৰ পাছত আমাৰ সুকীয়া মতামত নিষ্প্ৰয়োজন।

ডিচেম্বৰ ২০০৪

**লক্ষ্মীনাথ তামুলী**
**সচিব**
**অসম প্ৰকাশন পৰিষদ**

# সূচীপত্ৰ

অৰ্পণ

মৰমৰ

'মা'

কিৰণময়ীৰ

চৰণত

-জ্যোতি-

# দ্বিতীয় তাণ্ডৱণৰ পাতনি

আজি প্ৰায় কুৰি বছৰো আগতে মোৰ প্ৰথম নাট শোণিত কুঁৱৰী বাইজৰ আগলৈ উলিয়াইছিলোঁ।

মই স্কুলত পঢ়া বয়সতে শোণিত কুঁৱৰী নাট লিখি সম্পূৰ্ণ কৰোঁ। তেতিয়া মোৰ বয়স আছিল চৈধ্য বছৰ। উচ্চ ইংৰাজী স্কুলৰ যেতিয়া দশমমানত উঠো তেতিয়া আকৌ এই নাটখন এবাৰ হাত ফুৰাই সুমাই থওঁ। তাৰ পিছত কলেজীয়া জীৱনত বিশেষকৈ ১৯২১ চনত অসহযোগ আন্দোলনে অন্তৰত এটা প্ৰবল জাতীয় অনুপ্ৰেৰণা যোগায়। তেতিয়াৰপৰাই অসমীয়া সংস্কৃতিৰ নিজা বৈশিষ্ট্য কেনেকৈ অসমীয়া সাহিত্য, কলা, সঙ্গীতত ফুটাই তুলিব পাৰি তাৰ বাবে এটা ধাউতি হ'বলৈ ধৰে।

সেই সময়ত অসমীয়া নাট্য-সাহিত্য আৰু সঙ্গীতৰ ওপৰত বঙলা নাটক আৰু সঙ্গীতৰ প্ৰচণ্ড প্ৰভাৱ। আমাৰ 'মঞ্চ'বোৰত বেছিভাগেই অনুবাদ কৰা বঙলা নাটক আৰু সেই নাটকৰ বঙলা গীত-সুৰ চলিছিল।

সাহিত্যগুৰু পদ্মনাথ গোহাঁইবৰুৱাদেৱৰ লিখনীৰপৰা ওলোৱা মৌলিক নাটকবোৰৰ যদিও অভিনয় কৰা হৈছিল—তথাপি অসমীয়া অভিনেতাসকলে তেখেতৰ নাটকৰ ভাষা নাটকীয় নোহোৱা বুলি সেই নাটকবোৰৰ বৰ কম অভিনয় কৰিছিল। সাহিত্যৰথী বেজবৰুৱাদেৱৰ নাটকত যদিও অসমীয়া জীৱন্ত চৰিত্ৰ আৰু জাতীয়তা ফুটি উঠিছিল আৰু নাট্য-সাহিত্য আৰু গীত-মাতৰ ফালৰপৰা অসমীয়া বৈশিষ্ট্যৰে পূৰ আছিল—তথাপিও সেইবোৰ নাটক ৰঙ্গমঞ্চৰ অনুপযোগী বুলি বৰকৈ অভিনীত নহৈছিল। বঙলা নাটকৰ অনুবাদেই অসমৰ এমূৰৰপৰা আন মূৰলৈ প্ৰভুত্ব কৰি আছিল।

হিন্দুস্থানী আৰু বঙলা সঙ্গীতেই অসমত ৰাজত্ব কৰিছিল। মুঠৰ ওপৰত ক'বলৈ গ'লে, অসমীয়া চহৰীয়া শিক্ষিত সমাজৰ মানত অসমীয়া বৰগীত, বনগীত, বিহুগীত ইত্যাদি অসমীয়া সঙ্গীতৰ একেবাৰেই আদৰ নোহোৱাত পৰিছিল—মাথোন অসমীয়া সঙ্গীতে অসমীয়া নাট্য-সাহিত্যই অসমৰ সত্ৰই সত্ৰই, অসমৰ গাঁৱে গাঁৱেহে নিজ ৰূপত প্ৰকাশিত হৈ আছিল। অসমীয়া শিক্ষিত সমাজে সেই সঙ্গীতক, সেই নাট্য-সাহিত্যক আপোনাৰ সংস্কৃতিৰ বাহানি বুলি অপেক্ষা কৰিছিল—অৱশ্যে দেশপ্ৰেমিক সাহিত্যিকসকলে এই বিষয়ে উপলব্ধি কৰি অসমীয়াৰ নিজা সাংস্কৃতিক বৈশিষ্ট্যলৈ ঘূৰাই নিবলৈ যথেষ্ট যত্ন নকৰাকৈ থকা নাছিল।

সঙ্গীত-ওজা লক্ষ্মীনাথ বেজবৰুৱায়ো অসমত হিন্দুস্থানী সঙ্গীতৰেই প্ৰচাৰ কৰিছিল। তেখেতৰ যত্নত সেই সময়ত বৈজ্ঞানিকভাৱে সঙ্গীত-চৰ্চাৰ যদিও অসমত প্ৰচলন হৈছিল—তথাপিও অসমীয়া সঙ্গীতক নতুন যুগৰ বৰ-সবাহলৈ অনাৰ চেষ্টা বিশেষ নাছিল। পুৰণি সঙ্গীতৰ নিৰ্দশন হিচাপে, বৰগীত, ভকতীয়া গীত, আইনাম, বিয়ানাম যদিও মাজে-সময়ে দুই- এটাই শিক্ষিত সমাজত ভুমুকি মাৰিবলৈ কেতিয়াবা সুবিধা পাইছিল—সিও উপযুক্ত আদৰ-সাদৰৰ অভাৱত গাঁৱে-ভূঁঞে আপোন সুৰত কিনাবলৈ গুচি গৈছিল। মুঠৰ ওপৰত অসমীয়া শিক্ষিতসকলে অসমীয়া সংস্কৃতিক গ্ৰাম্য বুলি গণ্য কৰি তাক নতুন যুগত পশ্চিমৰপৰা বঙলাৰ যোগেদি অহা সাংস্কৃতিক সম্পদৰ শাৰীত ঠাই পাবৰ উপযুক্ত নহয় বুলিয়েই ভাবিছিল।

এনে সময়ত আমি আমাৰ ল'ৰাকালত অসমীয়া গানৰ বিষয়ে অনুপ্ৰেৰণা পাইছিলো অসমীয়া গীতিকবি শ্ৰীযুত পদ্মধৰ চলিহাদেৱৰপৰা। তেখেতৰ 'ফুলনি'ৰ গীতবোৰ যদিও বঙলুৱা সুৰতেই ৰচনা কৰা আছিল তথাপি সেই সময়ত বঙালী গানৰ প্ৰাদুৰ্ভাৱৰ দিনত তেখেতৰ গানে অসমীয়া গানলৈ নতুন ডেকাসকলৰ মন আকৰ্ষণ কৰিলে। ইয়াৰ পিছতেই শোণিত কুঁৱৰীৰ যোগেদি ওলোৱা গীত আৰু অসমীয়া সুৰে অসমীয়া সঙ্গীত-জগতলৈ এটা নতুন যুগ লৈ আহিল। তেতিয়াৰেপৰাই শিক্ষিত সমাজত অসমীয়া বিহুনাম, বিয়ানাম, আইনাম, দেহ-বিচাৰৰ গীত, টোকাৰি গীত, বনগীত ইত্যাদিৰ বহুল প্ৰচলন হ'বলৈ ধৰে। এই সময়তেই তাৰো অলপ আগৰেপৰা শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰীৰ চেষ্টাত বৰগীতে বিশেষভাৱে অসমীয়া চহৰীয়া শিক্ষিত সমাজৰ মন আকৰ্ষণ কৰে। আৰু এই সময়ৰপৰাই অসমীয়া উচ্চ-সঙ্গীত আৰু লোক-সঙ্গীত গাঁৱৰপৰা, সত্ৰৰপৰা ওলাই আহি চহৰীয়া শিক্ষিতৰ ড্ৰইং-ৰুমত, থিয়েটাৰত, সভা-সমিতিত নিজৰ উপযুক্ত আসনত প্ৰতিষ্ঠিত হয়। আৰু তাৰ পিছৰপৰাই অসমীয়া গান, সুৰ ৰচক আৰু সঙ্গীতজ্ঞ শ্ৰীযুত প্ৰসন্নলাল চৌধুৰী, শ্ৰীযুত কমলানন্দ ভট্টাচাৰ্য্য, শ্ৰীযুত পাৰ্বতিপ্ৰসাদ বৰুৱা, শ্ৰীযুত কমলাপ্ৰসাদ আগৰৱালা, শ্ৰীযুত মোহনলাল চৌধুৰীকে আদি কৰি সুগায়ক শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ চেষ্টাত অসমীয়া সঙ্গীতে এটা আধুনিক বাটেদি আগবাঢ়ি যাবলৈ ধৰে।

তাৰ পিছতে ৮/১০ বছৰ উকলি যোৱাৰ পিছত শ্ৰীযুত বিষ্ণুপ্ৰসাদ ৰাভা, শ্ৰীযুত কীৰ্ত্তিনাথ বৰদলৈদেৱে আৰু তেখেতৰ পুতেক শ্ৰীযুত মুক্তিনাথ বৰদলৈদেৱে আৰু গীতিকবি শ্ৰীযুত উমেশচন্দ্ৰ চৌধাৰী আৰু শ্ৰীমান আনন্দি দাস আদিয়ে অসমীয়া সঙ্গীতৰ এই আধুনিক ৰূপক আগবঢ়াবলৈ আৰু তাক পুষ্ট কৰিবলৈ বিশেষ দান দিয়েহি।

সেই কাৰণেই শোণিত কুঁৱৰী নাটখন অসমীয়া সঙ্গীত বুৰঞ্জীৰ এটা আটাইতকৈ লাগতিয়াল পাত।

শোণিত কুঁৱৰী নাটকৰ গীতত অসমীয়া সুৰ কেনেকৈ সংযোজিত হ'বলৈ পালে এই বিষয়ে ৰাইজে শুনি ভাল পাব পাৰে।

মই শোণিত কুঁৱৰী নাট তেজপুৰৰ বাণ থিয়েটাৰত অভিনয়ৰ কাৰণে দিয়াৰ আগতে বাণ থিয়েটাৰত অনুবাদ নাটকৰ অভিনয়বোৰত যোগ দিবলৈ ধৰোঁ। নাটকবোৰৰ গানৰ সুৰবোৰ আমি সদায় কলিকতাত সেই নাটকবোৰৰ অভিনয় চাই তাৰপৰা সুৰ সংগ্ৰহ কৰি আনো। ১৯২১ চনত জাতীয় ভাবৰ এটা অনুপ্ৰেৰণা অহাত আমাৰ অসমীয়া নিজস্ব সুৰ থিয়েটাৰী গানত দিব পাৰি নে নোৱাৰি ইত্যাদি ভাবে খেলাবলৈ ধৰে। সাহিত্যৰথী বেজবৰুৱাৰ নাটকৰ গীতৰ ভাষা যদিও জতুৱা ঠাঁচৰ আছিল, তথাপিও সেই গীতবোৰো প্ৰচলিত হিন্দুস্থানী আৰু বঙলা সুৰতহে গোৱা হৈছিল। ইফালে বিহুগীত, বনগীত, আইনাম, বিয়ানাম, টোকাৰি নামবোৰ যে থিয়েটাৰৰ গানত ব্যৱহাৰ কৰিব পাৰি আৰু তাক আধুনিক যন্ত্ৰপাতিৰে বজাই নতুন যুগৰ সাজ-পাৰেৰে উলিয়াই আনিব পাৰি এই কথাটোও আমাৰ মনত নেখেলাইছিল আৰু আমি শিক্ষিত ডেকাবোৰে সেইবোৰ গাঁৱলীয়া সমাজৰ বস্তু বুলিয়েই ধাৰণা কৰি আছিলোঁ।

মোৰ পিতৃদেৱতা পৰমানন্দ আগৰৱালা এজন সু-সঙ্গীতজ্ঞ আছিল। তেখেত সঙ্গীত-ওজা লক্ষ্মীৰাম বৰুৱাৰ সহযোগী আছিল। তেখেত কেবাটাও যন্ত্ৰত পাকৈত আছিল। আমাৰ পৰিয়ালত সঙ্গীত আৰু কলা-সাধনাৰ অনুপ্ৰেৰণা আমি ল'ৰাবোৰে তেখেতৰপৰাই পাই এই কলা-সাধনাৰ বাটত আগবাঢ়োঁ। এদিন বাণ থিয়েটাৰত শোণিত কুঁৱৰী নাটকৰ আখৰা কৰি আহি ঘৰ সোমাই শুনিলোঁ— পিতৃদেৱে কীৰ্ত্তনৰ "কৃষ্ণৰ বিক্ৰম দেখি বাণৰাজ পৰম বিস্ময় মনে" এই পদ জাত লগাই অৰ্গেনৰ সৈতে গাই আছে। হঠাৎ মনৰ ভিতৰত এটা বিজুলী সঞ্চাৰ হৈ গ'ল। অসমীয়া পদ অৰ্গেনত বজাই গোৱা আগতে শুনা নাছিলোঁ। তাৰ পিছত দেউতাই আকৌ গালে এটা অসমীয়া গান অৰ্গেনত বজায়েই—

অ' আইটী বেঙুন বৰা
চৰকাৰৰ ছ অনা
পুলিচৰ লয়না
থানালৈ পল্টন কাৱাজ কৰা।

নামটো শুনি নানাভাৱে জুমুৰি দি ধৰিলে। আকৌ দেউতাই গালে—

তুলসীৰ তলে
মৃগপহু চৰে—

তাকে দেখি ৰামচন্দ্ৰ—

শৰধনু ধৰে ৰাম ৰাম

শৰধনু ধৰে।

সেইদিনা ৰাতি আৰু টোপনি ভালকৈ নাহিল। গোটেই নিশাটো অসমীয়া গানৰ সুৰবোৰ মোৰ শোণিত কুঁৱৰী নাটৰ গীতত লগাই কেনেকৈ নতুন অসমীয়া সুৰীয়া গান ৰচনা কৰিব পাৰি তাক ভাবোতেই ৰাতি পুৱাল। ইমান দিনৰপৰা বিচাৰি কিবা এটা হাতত‌ে পোৱাত মনটো উগুল-থুগুল লাগিবলৈ ধৰিলে। পুৱা জলপান খাই বেগাবেগিকৈ গলোঁগৈ বাণ-মঞ্চলৈ। তাত নতুনকৈ মঞ্চ সজা হৈছিল। বাঢ়ৈবিলাকে কাম কৰিব লাগিছে। এফালে চিত্ৰকৰ শ্ৰীযুত পিয়াৰীমোহন চৌধুৰীয়ে দৃশ্যপট আঁকিছে। ছোঁ-ঘৰত কেজনমান উৎসাহী অভিনেতাই আখৰা কৰিছেহি পুৱা বেলাতেই। মই এচুকত হাৰমনিয়ামটো লৈ বহিলোঁ—'গছে গছে পাতি দিলে ফুলৰে শৰাই' গীতটো অসমীয়া নামৰ সুৰ দিবলৈ। সুৰ লগাই গালোঁ নামৰ সুৰেৰেই। গীতটোৰ অন্তৰাডোখৰো ৰচনা কৰি গাই চালোঁ। অভিনৱ এটা উন্মাদনা— প্ৰাণটোৰে ইচাটি-বিচাটি কৰিবলৈ ধৰিলে। গোটেই সুৰটো ওলাই আহিল। আনন্দত অধীৰ হৈ ডাঙৰকৈ গাবলৈ ধৰিলোঁ। পিয়াৰীমোহনে পট আঁকা এৰি ওচৰত বৈ অলপ আচৰিত হৈ সুধিলে, "কিহে এইটো— বিয়ানামৰ নিচিনা গান দেখোন?" মই একো উত্তৰ দিব নোৱাৰিলোঁ।

শোণিত কুঁৱৰীৰ গীতবোৰত এইদৰে বিয়ানাম, আইনাম, বনগীত, বিহুগীতৰ সুৰেৰে নতুন ধৰণৰ সুৰ দিলোঁ আৰু সেই সুৰবোৰ নাটৰ ভাৰৰীয়া আৰু সখীৰ ভাও লোৱা ল'ৰাবোৰক দিলোঁ গাবলৈ। প্ৰথমতে কিন্তু আটাইবিলাকৰপৰা আপত্তি হ'বলৈ ধৰিলে। কলিকতীয়া থিয়েটৰী সুৰ আৰু উচ্চাঙ্গৰ হিন্দুস্থানী সঙ্গীতত অভ্যস্তসকলে নাক সিকটাই নানা ঠাট্টা-বিদ্ৰূপ কৰি ক'বলৈ ধৰিলে, "ই ! এতিয়া হোজা গাঁৱলীয়া নামবোৰ—আমি গাব লাগিবনে? এই ষ্টেজত বিহু মাৰিমনে?" বয়স আছিল কোমল। এদিন খং আৰু বেজাৰত ছোঁ-ঘৰত কন্দুনামুৱা হৈ বহি থাকিলোঁ। পিছত পিয়াৰীমোহনক ক'লো "মোৰ যদি নতুন অসমীয়া সুৰীয়া গানবোৰ নাগায় তেন্তে মই মোৰ নাটকো কৰিবলৈ নিদিওঁ আৰু মই বাণ থিয়েটাৰত একো সহযোগ নকৰোঁ।" পিয়াৰীমোহনে নানা বুজনি দি ধৈৰ্য্য ধৰি আগবাঢ়িবলৈ ক'লে। কেইদিনমান পিছতে 'চিত্ৰলেখা'ৰ ভাও লোৱা সঙ্গীতবিদ্ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা (তেতিয়া কলেজীয়া ছাত্ৰ) কাশীৰপৰা তেজপুৰ পালেহি আৰু তেওঁ চিত্ৰলেখাৰ ভাৱত গাবলগীয়া গীতবোৰৰ মোৰপৰা অসমীয়া সুৰবোৰ শুনি আনন্দত উৎফুল্লীকৃত হৈ উঠিল। 'আমাৰ অসমীয়া সুৰ উন্নতি আহিল' বুলি তেখেতে সেই সুৰবোৰ প্ৰশংসা কৰিবলৈ ধৰিলে। সকলোৱে আগতে

আৰু তেখেতৰ সুললিত কণ্ঠৰপৰা ওলাই সেইবোৰ সুৰে লাহে লাহে সকলোৰে মন আকৰ্ষণ কৰিবলৈ ধৰিলে। এমাহমানৰ পিছত মানুহৰ ৰাপ সলনি হৈ আহিল। নতুন অসমীয়া সুৰীয়া গীতহে সকলোৱে শুনিবলৈ ভালপোৱা হ'ল। এইদৰেই আৰম্ভ হ'ল অসমীয়া সঙ্গীতৰ এক নৱযুগ।

লাহে লাহে যদিও অসমীয়া নতুন সুৰে অসমীয়া শিক্ষিতসকলৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে তথাপি সেই সময়ৰ হিন্দুস্থানী সঙ্গীত ৰাপ থকাসকলৰপৰা এই নতুনকৈ ওপজা কুমলীয়া সুৰবোৰে নানা বিদ্ৰূপ-গৰিহণা আৰু আক্ৰোশৰ আঘাত সহিবলগীয়াত পৰিল। গুৱাহাটীত এদিন শ্ৰীযুত প্ৰসন্নলাল চৌধুৰীদেৱৰ 'নীলাম্বৰ' নাটকৰ এজনী নৰ্ত্তকীৰ মুখত তাই গাবলগীয়া গীতৰ মই দিয়া অসমীয়া সুৰ শুনি এজন সঙ্গীতজ্ঞই ক'লে "অ বাপা। ইয়োনো এটা গাননে?"

ইয়াৰ পিছতে গুৱাহাটীতে বহিল অসম সাহিত্য-সভাৰ সপ্তদশ অধিবেশন। সভাপতি হৈ আহিল—সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। সাহিত্য-সভাৰ অধিবেশনত গাবলৈ বুলি শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ বৰুৱাই 'গছে গছে পাতি দিলে' আৰু 'ৰূপহ কোঁৱৰৰ চুমা পৰশত' এই দুটা অসমীয়া-সুৰীয়া গীত ঠিক কৰিলে। মই ক'লো, "নালাগে গাব—মই আৰু ঠাট্টা-বিদ্ৰূপৰ কোবত গুৱাহাটীত থাকিব নোৱাৰা হ'ম।" প্ৰফুল্লচন্দ্ৰ বৰুৱাই কিন্তু গাবলৈ দৃঢ়প্ৰতিজ্ঞ। সভাৰ অধিবেশনত সেই গীত গোৱাৰ সময়ত যেতিয়া বৰুৱা গৈ সভাৰ আগত গাবলৈ থিয় হ'ল—মই মানুহে হাঁহিব বুলি সভাৰপৰা ওলাই গৈ শ্ৰীযুত বিষ্ণু মেধিদেৱৰ ঘৰৰ আগত জামু গছৰ তলত বৈ থাকিলোঁ। কিছুপৰৰ পিছত মোৰ বন্ধু শ্ৰীযুত উমেশ বৰুৱাই লৰি আহি মোক মাতি নিলেহি, "ভয় নাই, ভয় নাই। মানুহে তোমাৰ সুৰৰ বৰ শলাগ লৈছে।" ময়ো সন্ত্ৰস্ত হৈ আকৌ সভাঘৰ সোমাই শুনিলোঁ— পণ্ডিত লক্ষ্মীনাথ শৰ্ম্মাদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে আবেগময়ী ভাষাত বক্তৃতা দি কৈছে— "আজি সভাত যতবোৰ গান শুনিলোঁ—একাণেদি সোমাই আন কাণেদি ওলাই গ'ল, কিন্তু এই অসমীয়া সুৰৰ গান দুটা মোৰ প্ৰাণৰ ভিতৰলৈ সোমাল".... ইত্যাদি। সভাৰ সকলোৱে গীতৰ সুৰৰ বিষয়ে আলোচনা কৰিবলৈ লাগিল ; মহিলাসকলে এই বিষয়ে গুণগুণাবলৈ ধৰিলে। অসমীয়া সুৰে সকলোৰে প্ৰাণতে অভিনৱ স্পন্দন তুলিবলৈ ধৰিলে।

এই সাহিত্য-সভাৰ অধিবেশনৰ পিছৰপৰাই অসমত অসমীয়া সুৰৰ প্ৰভাৱ আৰম্ভ হ'ল। পিছদিনা পুৱা বেজবৰুৱা, হেম গোসাঁই আৰু শ্ৰীযুত যতীন দুৱৰাই নিউপ্ৰেছ খাৰঘুলিলৈ গৈ মোক কাণে-মূৰে হাত ফুৰাই মৰম কৰি নানা উৎসাহ-উদ্দীপনা দিলেগৈ। ময়ো সেই সাহিত্যৰ গুৰুসকলৰ আশীৰ্ব্বাদ মূৰত লৈ অসমীয়া সঙ্গীতৰ সাধনাত আগবাঢ়িবলৈ মনতে দৃঢ়প্ৰতিজ্ঞ হ'লোঁ।

অসমীয়া সুৰৰ লগতে এই শোণিত কুঁৱৰী নাটৰ নাচৰ যোগেদিও মই অসমীয়া বিহুনাচ আৰু কামৰূপী নাচ অসমীয়া মঞ্চত তুলিবলৈ প্ৰথম চেষ্টা কৰোঁ। চিত্ৰলেখাৰ 'পদুমকলি' নাচটো অসমীয়া বিহুনাচ আৰু ভাওনাৰ নাচৰ ভঙ্গীৰ সমাৱেশ কৰি দেখুওৱা হৈছিল। আৰু ইয়াৰপৰাই, অসমীয়া নৃত্যৰ পিনে অসমীয়া নৃত্যকলাত ৰাপ থকাসকলৰ মন ঢাল খাবলৈ ধৰে। গুৱাহাটীত এদিন এনে অসমীয়া ভঙ্গীৰে দেখুওৱা নাচ দেখি দৰ্শক সকলে বৰ আচৰিত হৈ কৈছিল— "এইটো কি আকৌ হনুমান নাচনেকি?" কিন্তু সঙ্গীতজ্ঞ আৰু কলাপ্ৰিয় জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱে মঞ্চৰ ভিতৰলৈ আহি মোক সুধিছিল, "আপুনি এইবোৰ অজন্তাৰ ভঙ্গীৰপৰা গ্ৰহণ কৰিছেনেকি?" মই অসমীয়া বিহু নাচ আৰু ভাওনাত দেখা নাচৰপৰা ইয়াক লৈছোঁ বুলি কোৱাত তেওঁ বৰ আচৰিত হৈছিল—আৰু এই বিষয়ে মোক নানা উপদেশ আদি দি এই চেষ্টাৰ প্ৰশংসা কৰিছিল। আমাৰ এই বিহুনাচ আৰু ভাওনাত থকা কামৰূপী হিন্দুনৃত্যৰ মোল তেতিয়া অসমীয়া শিক্ষিত সমাজে একেবাৰেই নুবুজিছিল—মাথোন উপলুঙাহে কৰিছিল —কিন্তু ১০ বছৰৰ পিছত যেতিয়া উদয়শঙ্কৰে হিন্দুনৃত্য পৃথিবীত দেখুৱাই তাৰ পৃথিৱীজোৰা খ্যাতি অৰ্জন কৰিলে—তেতিয়াহে অসমীয়া শিক্ষিত সমাজে আৰু শিল্পীসকলে অসমীয়া ভাওনাৰ নাচ যে কি সাংস্কৃতিক আপুৰুগীয়া সম্পদ তাক উপলব্ধি কৰিব পাৰিলে। এইদৰে কত অসমীয়া সাংস্কৃতিক আপুৰুগীয়া সম্পদে এতিয়াও আমাৰ আওহেলাত আন্ধাৰত চকুলো টুকিব লাগিছে। অসমৰ আজি স্বাধীনতাৰ দিনত নতুন দিনৰ শিল্পীসকলৰ দৃষ্টিত পৰি সেইবোৰে পোহৰলৈ আহি সিহঁতৰ হাঁহি বিলাবহি পাৰিব বুলি আশা কৰি—মোৰ এই শোণিত কুঁৱৰী নাটৰ দ্বিতীয় তাঙৰণৰ পাতনিৰ সামৰণি মাৰিলোঁ।

তামোলবাৰী চাহবাগিচা
ডিব্ৰুগড়, ১৯৪৮ চন

ৰাইজৰ আশীৰ্বাদাকাঙ্ক্ষী
শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা

# ভাৱৰীয়া

বাণ, প্ৰসেঞ্জিত, কুভাণ্ড (মন্ত্ৰী), শ্ৰীকৃষ্ণ, বলোৰাম,
সাত্যকি, প্ৰদ্যুম্ন, অনিৰুদ্ধ, সনাতন, নাৰদ, ইন্দ্ৰ,
বৰুণ, অগ্নি, মদন, শঙ্কৰ, নন্দী, কাৰ্ত্তিক,
সভাসদ, গণক, নাপিত, বাটৰুৱা,
দূত, প্ৰহৰী, সৈন্য ইত্যাদি —

উষা, চিত্ৰলেখা, পত্ৰলেখা, কুঁজী, মধুমতী, স্বপ্নদেৱী
ৰতি, উষাৰ সখীবোৰ, চন্দ্ৰলেখা,
মধুলেখা ইত্যাদি—

# শোণিত কুঁৱৰী

## প্ৰথম অঙ্ক

[বাণৰ নগৰ। ৰাজকাৰেঙৰ ভিতৰত ফুলনিত উষা সখীয়েকসকলৰ সৈতে ঘূৰি ফুৰিছিল আৰু সখীয়েকসকলে নাচি নাচি গীত গাইছিল। উষাই ফুল ছিঙি ফুৰিছিল, আৰু মাজে মাজে এবাৰ দুবাৰ গীতো গাইছিল। লাহে লাহে সন্ধিয়া হৈ আহিছিল।]

**গীত**

[কোনে] গছে গছে পাতি দিলে ফুলৰে শৰাই
[ৰাম ৰাম]
বলিয়া ভোমোৰা গুঞ্জৰি আছে গোন্ধতে খিয়াই
[ৰাম ৰাম]
কোনে গোলাপী সখীক এনে হাঁহি দিলে
কপতে ৰঙে চৰাই—
ওৰণি তলতে পৰিমল ৰেণু
উৰুৱাই পৱনে দিলে বিলাই॥

[বাণ লাহে লাহে সোমাই আহে। গীতবো অন্ত পৰে]

উষা : পিতা! পণ্ডিতে মোলৈ দেখোন আৰু পুথি নেলেখে, মোক আৰু ছবি লাগে।

বাণ : অ' মই পাহৰি আছোঁ! কাইলৈ বাৰু মই সভাপতিক ক'ম।

উষা : পিতা! চিত্ৰ সখীয়ে হেনো ৰঙবোৰ ভাল পোৱা নাই, নীল ৰঙটো আকাশৰ ৰঙৰ দৰে নহয়।

বাণ : নীল ৰঙেই আকাশৰ ৰং, আৰুনো কেনে হ'ব লাগে? মই ক'ম বাৰু। পিছে চিত্ৰ! তই সিদিনা নতুন নাচোন এটা শিকিছিলি, ক'তা আমাক নেদেখুৱালি দেখোন? 'পদুমকলি' নেকি?

চিত্ৰ : ওঁ, এতিয়াও ভালকৈ অহা নাই।

বাণ : বাৰু, নাচচোন চাওঁ।

চিত্ৰ : ভালকৈ এতিয়াও হোৱা নাই, বাৰু নাচো! তুমি বীণখন বজাবা দেই।

[উষাই বহি বীণ বজায়, বাণে এটা শিলৰ ওপৰত বহি চায়, আৰু চিত্ৰলেখাই নাচে।]

## পদুমকলি নাচ

[১]

পদুমণিখনি শুৱনি কৰিলে
কুমলীয়া এটি কলিয়ে
ভাব তাৰ আছে
বুকুতে লুকাই।
ভাষা তাৰ আছে
মুখ ওপচাই।
নিচুকি আছিল—সময় তাৰ
আহিছেনে নাই বুলিয়ে

[২]

সমীৰণ তাৰ কাষেদি
গ'ল,
ভোমোৰাও আহি বিতত
হ'ল ;
পুৱা-ৰ'দালিয়ে বাতৰি আনিলে
চেনেহ-চুমাটি যাচিয়ে।

[৩]

সিদিনা ফাগুন দিন,
বিকশি উঠিল
অন্তৰখনি—
বাজিল অমিয় মধুৰ বীণ।

[৪]

বাসন্তী উষাই জোনাকী জালেৰে
বেৰিলেহি আহি চাৰিওকাষ
মুঞ্জৰি উঠিল হাঁহি মিচিকিয়া
মুঞ্জৰি উঠিল অন্তৰৰ কত
নিচুক হাবিয়াস।

[৫]

হাঁহিলে কলিয়ে
        দুটি ওঁঠ ভৰি
সমীৰণে ক'লে—"নিম
        চুৰ কৰি",
ভোমোৰাই ক'লে—"পিউ সখী মৌ,
        পিউ সখী মৌ
        প্ৰাণ ভৰি।"
আপোন ভাবতে বিভোৰা পদুমী
হাঁহি হাঁহি, ক'লে—ওঁহো ওঁহো—
একো নিদিওঁ
থাকক হাঁহি, থাকক মধু
        মধুৰ জীৱন জুৰি।"

[৬]

সমীৰণ হ'লে থাকিল আওৰি,
অভিমান কৰি ভোমোৰাটিয়েহে
        গ'ল দূৰলৈ উৰি।

[৭]

শান্ত স্নিগ্ধ পুৱা-
নবীন তৰুণ তপনে ক'লেহি—
        "এয়া পালোঁহি প্ৰিয়া।
আজি প্ৰতীক্ষাৰ শেষ হ'ল সখী,
        বিৰহী প্ৰিয়ক চুমা দিয়া।"

[৮]

দেখি পদুমীৰ হৰিলে মাত,
        বিজুলী সঞ্চাৰ লাগিল গাত,
        প্ৰেমিকৰ শুনি মধুৰ বচন
                প্ৰাণ উটুৱাই নিয়া—
        "বিৰহী প্ৰিয়ক চুমা দিয়া।"

[৯]

লাজতে মুৰচি ৰ'ল ;
আপোন ভাবতে উগুল-থুগুল,
তাই বিয়াকুল হ'ল।

[১০]

প্ৰাণৰ আবেগ ৰুধিব নোৱাৰি
পদুমী উৰ্দ্ধমুখ ;
সেয়ে পদুমীৰ কত জনমৰ,
কত কল্পনাৰ সুখ,
বাতৰি পদুমী-প্ৰণয়ৰ
উঠি বোকোচাত পোহৰৰ
ক'লে প্ৰেমিকক—
"দিয়া—প্ৰতিদান দিয়া ;
চিৰজনমৰ প্ৰিয় মোৰ তুমি
চিৰজনমৰ সঞ্চিত মধু
অধৰৰ মোৰ
বাটি ভৰি সখা পিয়া।"

বাণ : বাৰু, বেছ হৈছে।

[এনেতে দুৱৰী আহি সেৱা জনায়।]

কি?

দুৱৰী : প্ৰভু! সেনাপতি প্ৰসেঞ্জিতে যুদ্ধত জয়ী হৈ আপোনাৰ সাক্ষাৎ প্ৰাৰ্থনা কৰিছে।

বাণ : বিজয় অনিবাৰ্য্য। ক'ত? সেনাপতি প্ৰসেঞ্জিত!

[প্ৰসেঞ্জিত সোমাই আহি শিৰ দোঁৱায়।]

প্ৰসেঞ্জিত : প্ৰভু! দাসৰ সেৱা গ্ৰহণ কৰক।

বাণ : বীৰ প্ৰসেঞ্জিত! মই তোমাৰ ওপৰত সন্তুষ্ট। দেৱতাৰ দৰ্পচূৰ্ণ অৱশ্যম্ভাৱী। দানৱৰ সদায় জয়। যোৱা সেনাপতি! নগৰত আনন্দ-উৎসৱ কৰিবলৈ আদেশ দিয়াগৈ। আজি সকলোৱে হাঁহক, গাওক, নাচক। যোৱা প্ৰসেঞ্জিত! দেৱতাসকলক মোৰ আগলৈ লৈ আহাঁগৈ।

প্ৰসেঞ্জিত : প্ৰভুৰ আজ্ঞা শিৰোধাৰ্য্য।

[সেৱা কৰি যায়গৈ।]

উষা : পিতা! দেৱতাসকলক বন্দী কৰি আনিছানেকি? তেওঁলোকক কি কৰিবা?

বাণ : বশ্যতা স্বীকাৰ কৰাই এৰি দিম।

উষা : বাৰু পিতা! তেওঁলোক সদায় হাৰি থাকে কিয়? নিজিকে কিয়?

বাণ : [হাঁহি] এৰা, ময়ো ভাবো নিজিকে কিয়?

উষা : [হাঁহি] পিতা! তুমি কিন্তু মোৰ কথাকেইটা নেপাহৰিবা। আমি এতিয়া যাওঁ দেই। পিতা! তুমি ইয়াত বহি থাকিবানেকি?

বাণ : অঁ, আই! মই ইয়াত বহি অলপ জুৰ লওঁ। তহঁত যা।

উষা : সখীহঁত। ব'লা, আমি যাওঁ।

[সকলো যায়গে, বাণে উষাৰফালে চাই থাকে।]

বাণ : সিদিনা এই ছোৱালী আছিল, আজি আহি যৌবনৰ দুৱাৰডলিত ভৰি দিছে। প্ৰতি অঙ্গৰ পূৰ্ণতা লাহে লাহে ফুটি উঠিছে। লগে লগে মোৰ এটা চিন্তাও বাঢ়ি আহিছে। উপযুক্ত পাত্ৰ।—ক'তা, কোনোতো উপযুক্ত পাত্ৰ নাই! মোৰ মনৰ কামনা কোনেও পূৰ্ণ কৰিব পৰা নাই! পৃথিৱীত তেন্তে সঁচাকৈয়ে উপযুক্ত বীৰৰ অভাব হৈছেনেকি? এই দেৱতা, ইহঁতো কাপুৰুষ। ইমান বীৰ্য্যহীন শক্তিহীন এই দেৱতাবোৰ! সিহঁতৰ আকৌ গৌৰৱ! পদে পদে যুগে যুগে দানৱৰ হাতত লাঞ্ছিত, তথাপি ইমান দম্ভ। দেৱতা! তথাপি তহঁতৰ অহঙ্কাৰ নগ'ল। সেই স্বৰ্গৰ মণি-মুক্তা প্ৰবালেৰে সজোৱা সোণৰ সিংহাসনৰপৰা দানৱৰ পদাঘাতত বাৰে বাৰে উফৰি পৰিও তহঁতৰ অহঙ্কাৰ! বাৰু, চাওঁ। তহঁতে মোক নগণ্য বুলি দম্ভালি কৰি হাঁহিছিলি, কিন্তু এইবাৰ মই হাঁহিম। যাওক সেইবোৰ কথা। কিন্তু উষা! অৱশ্যে তাইক লৌহিত্যৰ নতুন নগৰতেই অগ্নিগড় মাৰি ৰাখিব লাগিব, নহ'লে আন উপায় নাই। নগৰ নিৰ্মাণ শেষ হৈছে—তাইৰো যৌৱন—পাত্ৰৰো অভাৱ।

[এনেতে মধুমতী সোমাই আহে]

ৰাণী : তুমি উপযুক্ত সময়তে আহিছা। মই উষাক সোনকালেই লৌহিত্যৰ নগৰলৈ পঠাবৰ ইচ্ছা কৰিছো।

মধুমতী : তেন্তে উষাৰ কাৰণে উপযুক্ত পাত্ৰ আপুনি আৰু বিচাৰি নাপালেনেকি?

বাণ : ক'ত উপযুক্ত পাত্ৰ? পৃথিৱীত আজিলৈকে মইতো লগ নাপালো। মোৰ ইচ্ছা, উষাক এতিয়া সেই নগৰতে থোৱা যাওক। উপযুক্ত

পাত্ৰৰ বৰ্তমান অভাৱ। [কিছুপৰ মনে মনে থাকি] নহয়, ৰাণী! নগৰ যেতিয়া সম্পূৰ্ণ হ'ল, তেন্তে আৰু পলম কৰাৰ একো কাৰণ নাই। মই সোনকালেই দিগ্বিজয়ৰ কাৰণে ওলাই যাম। উষাক অতি সোনকালে সেই নগৰলৈ পঠোৱা যাওক। ৰাণী! তুমি এই কথা উষাক কৈ সকলো দিহা কৰিবা। দুৱৰী!—

[দুৱৰী আহি সেৱা কৰে]

মন্ত্ৰীক এতিয়াই মন্ত্ৰণা-কক্ষলৈ মাতি আনগৈ।

[দুৱৰী যায়গৈ]

ৰাণী! মই মন্ত্ৰীক গড়ত অগ্নি প্ৰজ্জ্বলিত কৰিবলৈ আদেশ দিওঁ। তুমি যোৱা।

[ৰাণী যায়গৈ। এনেতে প্ৰহৰী আহি প্ৰসেঞ্জিত আৰু দেৱতাসকলৰ আগমন জনায়]

প্ৰহৰী : সেনাপতি বন্দীসকলৰ সৈতে উপস্থিত।

[প্ৰসেঞ্জিতে বন্দী ইন্দ্ৰ, বৰুণ, অগ্নিক লৈ আহি উপস্থিত কৰে। লগত দানৱ সেনা।]

বাণ : দেৱশ্ৰেষ্ঠ ইন্দ্ৰৰাজ, বৰুণদেৱ, অগ্নিদেৱ! আপোনাসকলে বুজিছে— আজি কিয় মোৰ আগত আনি আপোনাসকলক উপস্থিতি কৰা হৈছে। দানৱক সদায় দেৱতাই হেয় জ্ঞান কৰি আহিছে। ইন্দ্ৰৰাজ! আজি মই তাৰেই প্ৰতিশোধ লৈছো। মই আপোনালোকক সসম্ভ্ৰমে মুক্তি দিছো। কিন্তু আপোনালোকে বশ্যতা স্বীকাৰ কৰক।

ইন্দ্ৰ : অসম্ভৱ! বশ্যতা স্বীকাৰ নকৰো। কৰিম কিয়? তোমাৰ শক্তিত আমাৰ বন্ধন দেখি? আমি বন্দী হ'ব পাৰো আমাৰ শক্তিৰ অভাৱত, আমি স্বৰ্গচ্যুত হ'ব পাৰো আমাৰ দুৰ্ভাগ্যত ; সেইবুলি, বাণ! তোমাৰ আগত শিৰ দোঁৱাই আমি বশ্যতা স্বীকাৰ কৰি নাযাওঁ।

বাণ : দেৱৰাজ ! তোমাৰ যিমানেই বীৰত্ব থাওক, তথাপি তুমি মোৰ বন্দী। সাৱধান।

ইন্দ্ৰ : বাণ! সেইবুলি তুমি ভাবিছানে—

বাণ : অঁ, ভাবিছো। ভাবিছো, ইন্দ্ৰ আজি মোৰ বন্দী ; ইন্দ্ৰৰ হাতত বজ্ৰ নাই, ইন্দ্ৰই আৰু অপেস্বৰীবেষ্টিত হৈ অমৰাৱতীৰ সিংহাসনত বহি সৌৰজগতৰ দেৱতাসমূহৰ ভাগ্য নিৰ্দ্দেশ কৰা নাই। ইন্দ্ৰ আজি দানৱৰ বিক্ৰমৰ আগত লীন হৈ যোৱা এটা ধুলিকণা। দেৱৰাজ! আজি মোৰ মনত পৰিছে তাহানিৰ কথা। মনত পৰিছে মোৰ প্ৰপিতামহ হিৰণ্যকশিপুৰৰ কথা, আৰু মোৰ পিতা বলিৰাজৰ কথা,

—যাক এদিন তোমলোকে স্বৰ্গচ্যুত কৰি পাতাললৈ নিক্ষেপ কৰিছিলা। আজি তাৰেই প্ৰতিশোধ। ইন্দ্ৰদেৱতা! আজি তাৰেই প্ৰতিশোধ। বুজিব পাৰিছানে দেৱতা! আজি এই সৌৰজগতত সকলোতকৈ শ্ৰেষ্ঠ দেৱতা নহয়, দানৱহে।

ইন্দ্ৰ ঃ ইমান লাঞ্ছনাও সহিব লাগিবনেকি? কি অপমান! বসুমতী! বিদীৰ্ণ হোৱা। তোমাৰ বুকুত সোমাই ঘোৰ লজ্জা নিবাৰণ কৰো। আকাশ! নামি আহি মোক নীলিমাৰে আবৃত কৰি দিয়া, মই আৰু মুখ দেখুৱাব নোৱাৰো! বিদ্যুৎ! মোক ভস্ম কৰি যোৱাহি, মই যে আৰু সহ্য কৰিব নোৱাৰো।

বাণ ঃ হাঃ হাঃ হাঃ! ইন্দ্ৰদেৱ! বসুমতী কোন সাহেৰে বিদীৰ্ণ হ'ব? বিদ্যুৎ কাৰ ইঙ্গিতত চমকি উঠিব? আকাশ কাৰ আদেশত নামি আহিব? আজি বসুমতী স্তব্ধ, নীৰৱ; বিদ্যুৎ আজি ৰশ্মিবিহীন; আকাশ-পৱন আজি কম্পমান। সকলো বন্দী। ইন্দ্ৰদেৱ! দানবৰ বশ্যতা স্বীকাৰ কৰিবই লাগিব।

ইন্দ্ৰ ঃ বাণ! ইমান দম্ভ! ইমান অহঙ্কাৰ! জানিবা বাণ! এই অহঙ্কাৰ তোমাৰ নাথাকে। দেৱতাৰ অভিশাপ—

বাণ ঃ অভিশাপ? অভিশাপ নাই। ময়েই জ্বলন্ত মূৰ্ত্তিমন্ত অভিশাপ। কি অভিশাপ দিবা, ইন্দ্ৰদেৱতা? এতিয়াও তোমাৰ দম্ভ যোৱা নাই, গৰ্ব চূৰ্ণ হোৱা নাই? [প্ৰসেঞ্জিতক] সেনাপতি প্ৰসেঞ্জিত! যোৱা, দেৱশ্ৰেষ্ঠ ইন্দ্ৰক মোৰ বন্দীশালৰ বায়ু সেৱন কৰোৱাগৈ : সম্যকৰূপে বুজক, অনুভৱ কৰক, সঁচাকৈয়ে স্বৰ্গচ্যুত ইন্দ্ৰ আজি বাণৰ বন্দী।

[বিদ্ৰূপাত্মক হাঁহি মাৰি]

বজ্ৰপাণি! বজ্ৰবিহীন বজ্ৰপাণি! যোৱা, ফুলৰ সুগন্ধৰ পৰিবৰ্ত্তে পোতাশালৰ দুৰ্গন্ধ সেৱন কৰাগৈ। ঊনষাঠি সুস্বাদু ব্যঞ্জনৰ পৰিৱৰ্ত্তে পোতাশালৰ দুৰ্গন্ধময় ব্যঞ্জন ভক্ষণ কৰাগৈ। মধুৰ সঙ্গীতৰ পৰিবৰ্ত্তে বন্দীৰ আৰ্ত্তনাদ শুনাগৈ। কোমল সুখশয্যাৰ পৰিৱৰ্ত্তে এবাৰ ধূলিত বাগৰাগৈ। ইন্দ্ৰদেৱ! এবাৰ ধূলিত বাগৰাগৈ।

[বাণ ওলাই যায়]

[প্ৰসেঞ্জিতে সকলোকে লৈ যায়গৈ, তাৰ পিছত বাণ ভাবি ভাবি সোমাই আহে। বেদীত বহি শঙ্কৰক স্মৰণ কৰে আৰু শঙ্কৰ আহি আবিৰ্ভাব হয়। বাণে সেৱা কৰে।]

বাণ ঃ প্ৰভু! শতসহস্ৰ সেৱা গ্ৰহণ কৰা। অসীম শক্তিধৰ! অসীম শক্তি

দিলা, বিশ্ব বিজয় কৰালা। অপাৰ কৰুণা তোমাৰ প্ৰভু! তোমাৰ কৃপাত আজি মই অসীম শক্তিশালী, বিশ্ববিজয়ী ; কিন্তু প্ৰভু! মনত বৰ দুখ, প্ৰাণত আৰু তৃষ্ণা। প্ৰভু! সঁচা কথা ক'বলৈ গ'লে তোমাৰ শক্তিৰ সদ্ব্যৱহাৰ হোৱা নাই ; তোমাৰ সকলো ব্যৰ্থ, বৰ ব্যৰ্থ, শক্তি ব্যৰ্থ।

শঙ্কৰ : কি বাণ? এতিয়াও তোৰ তৃষ্ণা মাৰ নগ'ল! তইতো ত্ৰিভুবনৰ সকলো বীৰ্য্যবান বীৰক পদাঘাত কৰি আজি ৰাজচক্ৰবৰ্ত্তী। দেৱতা-দানৱ-মানৱ সকলোৱেই তোৰ বল-বিক্ৰমত স্তম্ভিত। তই আজি ত্ৰিভুবনৰ নমস্য। তোৰ পুৰী আজি ত্ৰিভুবনৰ মূৰৰ মুকুট। তোৰ কিহৰ দুখ?

বাণ : নহয়, নহয় প্ৰভু! মোৰ ৰণ-তৃষ্ণা এতিয়াও পূৰ্ণ নহ'ল। মোৰ প্ৰতিযোদ্ধা নাই। প্ৰভু! ই মোৰ গৌৰৱৰ কথা হ'লেও মোৰ শক্তিৰ অসীমতাৰ প্ৰমাণ নকৰে। তেন্তে প্ৰভু! মোৰ শক্তিৰ সাৰ্থকতা ক'ত? মোৰ শৌৰ্য্য-বীৰ্য্য কিহত প্ৰকাশ হ'ল? দেৱতা আদি কৰি সকলো কাপুৰুষৰ দৰে পৰাজিত। নহয় প্ৰভু! মোক উপযুক্ত প্ৰতিযোদ্ধা দিয়া। মই মোৰ গোটেই শিৱ-শক্তিৰে যুঁজি মোৰ ৰণ-তৃষ্ণা মাৰ নিয়াওঁ।

শঙ্কৰ : বাণ! এয়ে তোৰ অভিলাষ? তৃষ্ণাৰ উপশম হোৱা নাই? বাণ! তোৰ এই তৃষ্ণা চিৰকাল বাঢ়ি যাব। তাক কোনো বাহ্যিক প্ৰতিৰোধেৰে তই উপশম কৰিব নোৱাৰ। তই নিজেই এই তৃষ্ণা গুচাব লাগিব। তই সন্তুষ্ট হ'ব লাগিব, তোৰ আত্মশক্তিৰে। বাণ!

বাণ : নহয় প্ৰভু! তেনে সন্তোষ মোক নালাগে। মোৰ কিমান শক্তি তাৰ মোক পৰীক্ষা লাগে। প্ৰভু! মোক উপযুক্ত প্ৰতিযোদ্ধা দিয়া। ত্ৰিভুবনত যদি এনে প্ৰতিযোদ্ধাৰ অভাৱ, তেন্তে তোমাৰ সৰ্বশক্তি দি এজন প্ৰতিযোদ্ধাৰ সৃষ্টি কৰা। মই এবাৰ প্ৰাণৰ হেঁপাহ পলুৱাই যুদ্ধ কৰো।

*[শঙ্কৰ মনে মনে থাকি গম্ভীৰ হৈ কয়।]*

শঙ্কৰ : বাণ! মই বুজিছো। মই তোক আজি এই বৰ দিলো—তই তোৰ বাঞ্ছিত উপযুক্ত প্ৰতিযোদ্ধা অতি শীঘ্ৰে পাবি।

বাণ : [বৰ আনন্দিত হৈ] আজিহে মোৰ মনৰ বাঞ্ছা পূৰ্ণ হৈছে। আজিহে মোৰ শিৱ-সাধনা সফল হৈছে। আজিহে জীৱন ধন্য মানিছো। ইমান তৃষ্ণা বুকুত ৰাখি, ইমান শক্তি বাহুত ৰাখি, কেনেকৈ নিশ্চল হৈ

বহি থাকিলোহেঁতেন। প্ৰভু শঙ্কৰ ! হে ভকতৰ কল্পতৰু, বীৰৰ শক্তি, মহাদেৱ—নাই মোৰ একো—কিহেৰে সন্তোষ কৰিম প্ৰভু ! জীৱনৰ সকলো তোমাৰ চৰণত অৰ্পণ কৰি কেৱল তোমাৰ শক্তিৰে আছো। দিবলৈ আৰু একো নাই। ভকতৰ ভক্তিৰ শত সহস্ৰ পুষ্পাঞ্জলি গ্ৰহণ কৰা। হে বিশ্বপতি, ভীমৰূপ, মহাযোগী— জীৱনৰ সাধনা আজি পূৰ্ণ কৰিবলৈ মোৰ আগত সৌভাগ্যদেৱতা হৈ থিয় দিছাহি। হে মোৰ সৌভাগ্য! হে মোৰ দেৱতা! হে মোৰ চিৰনমস্য চিৰআৰাধ্য প্ৰভু! জীৱনৰ সফলতাৰ দিনা আজি ভক্তক এবাৰ চৰণ পদ্মৰেণুৰে শিৰ ওপচাই দিয়া। জয় শিৱ শম্ভো!

[বাণে ভৰিত দীঘল দি পৰি সেৱা কৰে।]

আঁৰ-কাপোৰ

## দ্বিতীয় অঙ্ক

### প্ৰথম দৰ্শন

[লোহিতৰ পাৰত উষাৰ নগৰ। বেলি মাৰ যোৱা সময়। দূৰত অগ্নিগড়ৰ অগ্নিশিখা দেখা গৈছে। ব্ৰহ্মপুত্ৰৰ ক্ষীণ শব্দ আহি কাণত পৰিছে। ওখ অট্টালিকাৰ ওপৰত উষা এটা স্তম্ভত আঁউজি আছিল। পত্ৰলেখা, চন্দ্ৰলেখা, মধুলেখা আৰু আন আন সখীসকল নানা ঠাইত বহি কথা-বতৰা পাতি আছিল। উষাই একাত্মমনে পশ্চিমৰ ফালে চাই গীত গাইছিল।]

গীত

গুমৰি উঠিছে হিয়া অভিনৱ তানে।
যৌৱনৰ প্ৰথম পুৱাত আজি
ক'ত আছে প্ৰাণৰ আলহী
কোনে কৈয়ে দিব
কোনে জানে।

[এনেতে চিত্ৰলেখাই হাতত বীণ এখন লৈ সোমাই আহে।]

চিত্ৰ : ইঃ ইঃ! যৌৱনৰ আলহী বিচাৰিছানেকিহে? মই জানো, মই জানো।

[সখীবোৰে হাঁহে]

নেলাগে, নেলাগে বাৰু এতিয়া আলহী বিচাৰিব, এইফালে আহাঁ।

উষা : মোৰ সৌ নৈৰ পাৰলৈ যাবৰ বৰ মন গৈছে। ব'লা সখী! তালৈ যাওঁ।

চিত্ৰ : কলৈ? ভাল কৈছা দেওহে! পিতাৰাই ইয়াত যে তোমাক বন্দী কৰি থৈছে তাক হ'বলা ভু-কে পোৱা নাই?

উষা : কিয়?

চিত্ৰ : কিয়, পৰ্বতটো যে থিয়! তোমাৰ যোগ্য দৰা নেপাই—মহা দিগ্‌বিজয় নে দিগগজ্ বীৰ নেপাই!

[সখীবোৰে হাঁহে, উষাই লাজ কৰি ওফোন্দ পাতি আনফালে যায়।]

চিত্ৰ : ইস্ ইস্ আহাঁ আহাঁ। বাৰু পিছতো লাজসোপা কৰিবা এথোন।

পত্ৰ : অ' চিত্ৰ, উষাই তোমাক এতিয়া—

উষা : ইহ্ ইহ্—মিছা—

পত্ৰ : কওঁনে কওঁ—

উষা : নাইহে, একো নাই কোৱা! যোৱা—

[এইবুলি যাব খোজে।]

পত্ৰ : নহয় বাৰু, আহাঁ।

চি[illegible] : মই জানো কিবা লাগিছো? আহাঁ আহাঁ; বীণখন বজাব খুজিছিলা নহয়, আহাঁ।

পত্ৰ : অ' সেইফালে হ'বলা যৌৱনৰ আলহী বিচাৰি যায়?

[সখীবোৰে হাঁহে।]

উষা : কিহে পেংলাই কৰি থাকা। ওঁ বীৰ নহয়—

চিত্ৰ : বাৰু হৈছে এতিয়া । বাৰু তুমি বীৰ—

উষা : যোৱাঃ!

চিত্ৰ : নহয় বাৰু। আহাঁ, বজোৱাহি।

উষা : তুমি বজোৱাচোন। পত্ৰই গীত গাওঁক, এওঁলোকে নাচক।

পত্ৰ : এৰা, এৰা। মই নাগাওঁ, এওঁলোকেও নানাচে ; চিত্ৰয়ে গাবও লাগিব, নাচিবও লাগিব। মইনা থাকোতে কাউৰী লৈ—

চিত্ৰ : বাৰু হৈছে। পিছে মই দেখোন সদায় নাচিয়েই আছো। ইমান দিন—

উষা : ৰ'বাহে, এতিয়া এইদৰে তৰ্ক কৰি থাকোতেই সময় যাব। গোৱাঁ, গোৱাঁ চিত্ৰ।

চিত্ৰ : সঁচাকৈয়ে গাবই লাগিবনেকি?

সখীবোৰ : অৱশ্যে, অৱশ্যে।

চিত্ৰ : তেন্তে তাঁৰ বান্ধি লওঁ, ৰ'বা।

[আটাইকেইজনীয়ে চিত্ৰক বেঢ়ি বহে ; চিত্ৰই তাঁৰ বান্ধিবলৈ লাগে।]

উষা ঃ এতিয়া কাণ মোচৰোতে মোচৰোতে এযুগ যাব যেনহে পাইছো।

চিত্ৰ ঃ এই হ'ল ৰবা ; হ'ল আৰু।

[তাঁৰ পকায়। তাঁৰ ছিগি যায় ; সকলোৱে হাঁহিবলৈ ধৰে।]

চিত্ৰ ঃ ভাল আপদ !

[আকৌ চেষ্টা কৰে, আকৌ ছিগি যায়।]

উষা ঃ থোৱা, থোৱা, ফালিবা এতিয়া! [হাঁহে]

পত্ৰ ঃ বোলো এতিয়া বীণখন থোৱা। এনেয়ে গীত গাই নাচা।

চিত্ৰ ঃ অ' ৰ'বা ; এইবাৰ হ'ব।

উষা ঃ নালাগে, নালাগে উঠা।

চিত্ৰ ঃ হ'ব হে ৰ'বা।

উষা ঃ [চিত্ৰক ধৰি] নালাগে উঠা।

চিত্ৰ ঃ তোমাৰ পৰা নোৱাৰি দিয়া।

[বীণখন আঁতৰাই থৈ]

নাচা হে পত্ৰ ! নাচা হে, কি চাই আছা?

পত্ৰ ঃ ইস্ নাচিব লাগে কোনে, আকৌ নাচিবলৈ কয় কাক?

উষা ঃ কিহে চিত্ৰ?

চিত্ৰ ঃ নচুৱাই নচুৱাই— বাৰু দিয়া।

উষা ঃ গীতো লগতে?

চিত্ৰ ঃ উষা বাৰু, কি গাম?

উষা ঃ আগতে ইমানবোৰ পৰি আছে। সুৰৰ ৰহণ সানি নি থাকা।

[চিত্ৰই নাচে আৰু গায়।]

গীত

বোৱা বোৱা দখিণ মলয়া, তটিনী গোৱা।
সমীৰণে আহি পৰাণ জুৰালে আ-হা।
কোন নন্দনত পাৰিজাত ফুলে
বিলাই সুৰভি বিয়াকুল কৰে।
কোন তটিনী বয়, কুলু কুলু কুলু
কুলু কুলু কুলু
কুলু কুলু কুলু কই
নিজৰি, নিজৰি, নিজৰি নিজৰি কোন সুৰে
গান গাই।

প্ৰাণ মতলীয়া কৰা আলসুৱা ই কিনো মায়া
ই কিনো মায়া।

চিত্ৰ : উস্! আৰু নোৱাৰো, বৰ ভাগৰ লাগেহে।

উষা : সঁচাকৈয়ে চিত্ৰ! তোমাৰ নাচোন চাই বলিয়া নোহোৱাকৈ থাকিব নোৱাৰি।

চিত্ৰ : বাৰু বাৰু, প্ৰশংসা কৰিব নেলাগে, যোৱা।

উষা : সঁচাকৈয়ে সঙ্গীত ইমান সুন্দৰ!

পত্ৰ : তাতে আকৌ আচলজনীয়েই গাইছে। নহ'বনো কিয়? সোণত সুৱগাৰ দৰে।

চিত্ৰ : এঁঃ এঁঃ, ক'ব লাগিছেনে আৰু! বাৰু প্ৰশংসাখন থোৱা। তোমালোক আটাইকেইজনীকে মই নচুৱাইহে এৰিম।

পত্ৰ : অ', সৌৱা আই আহিছে।

উষা : ক'তা?

পত্ৰ সৌৱা।

[আটাইকেইজনীয়ে চায়। দেখি, আহি পাবলৈ বাট চাই থাকে। মধুমতী আহে, আটাইবোৰে সেৱা কৰে।]

মধুমতী : আই উষা! ভালে আছনে?

উষা : অ' আই, আছো। তোমালোক ভালে আছানে?
পিতা ইয়ালৈ নাহেনেকি? তুমি দেখোন বহুত দিন নহাকৈ আছিলা?

মধুমতী : এৰা আই। পিছে তোৰ ইয়াত ভাল লাগিছেনে?

উষা : অ' আই, মোৰ বৰ ভাল লাগিছে। নগৰখন বৰ সুন্দৰ হৈছে আই।

মধুমতী : আই চিত্ৰ-পত্ৰ! তহঁত ভালে আছনে?

চিত্ৰ-পত্ৰহঁত : হয় আই, আছো।

উষা : [হাঁহি] পিছে আমাৰ কুঁজী বায়ে সদায় চিঞৰ-বাখৰ কৰি থাকে। [কুঁজীক] উ কুব্জচ!

[উষাৰ কথা শুনি কুঁজীয়ে জাঁপ দি চিঞৰ-বাখৰ কৰি।]

কুঁজী : ঔ আই—

উষা : খেমালিহে কুঁজীবাই! খেমা—

কুঁজী : অ' খেমালিতো! হে মই তোৰ জানো সমনীয়া, তাতে মোৰ লগত যে চুপতিখন কৰ? মোক যে সদায় কুব্জচ কুব্জচ কৰ, মইনো কিহত বেয়া? ৰূপতে বেয়া নে গুণতে বেয়া নে কিহত বেয়া? এতিয়াহে বুঢ়ী হ'লো। দাঁত সৰিল, চুলি পকিল, কঁকাল পৰিল ; ডেকেৰী

হৈ থকা হ'লে দেখিলিহেঁতেন! এতিয়াহে দেখিছ মোক এনে হেন। বাটৰ মানুহে ৰ লাগি চাই গৈছিল।

[এটাইখনে হাঁহে।]

কেইটা ৰজাৰ ল'ৰাই বিয়া কৰিবলৈ হাবাথুৰি খাই ফুৰিছিল। পিছে মই জানো তেনেকৈটালৈ যাওঁ? এতিয়াহে মোক বোল—যা যা বুঢ়ী যা।

উষা : ইহ্ কুঁজীবাই ! বেয়া পোৱানো কিয়? ধেমালিহে কৰিলোঁ।

কুঁজী : ধেমালি, যা যা আইহে ! কালিৰ ছোৱালীজনী হৈ তই মোক বেয়া দেখিলি 'নয়'। ইমানদিন মাৰ-বাপেৰৰ লগত থাকিলো, কোনেও বেয়া বুলিব নোৱাৰিলে, তোৰ আগতহে হ'লো বেয়া!

চিত্ৰ : কুঁজী ! তই বাৰু বৰ ৰূপহী দে। মনে মনে থাক।

[কুঁজীয়ে চিত্ৰৰফালে চকু পোল্দাই চায়।]

মধুমতী : কুঁজী! মনে মনে থাক। ধেমালিতে লাগিব লাগেনে?

[কুঁজীয়ে মনে মনে বোক্‌বোকাই থাকে।]

চিত্ৰ : আই! তুমি আজিয়েই যাবাগৈনেকি?

মধুমতী : এৰা আই, আজিয়েই যাম।

উষা : নহয় আই, আজি নাযাবা। মোৰ বেয়া লাগিব আই! তুমি ইমানদিনৰ মূৰত আহিছা।

মধুমতী : আই! মই আৰু তইঁতক সদায় ধৰি থাকিমনে? সখীয়েৰহঁত থাকিব নহয়, কুঁজী থাকিব নহয়।

উষা : [হাঁহি কুঁজীৰফালে কেৰাহিকৈ চায়।] কুঁজীবাইক নেলাগে আমাক।

কুঁজী : [খঙেৰে] নেলাগিবতো কুঁজীক। কুঁজী ফেদেলীক নালাগে। চিত্ৰলেখীৰ দৰে দীপলিপ কইনা কেখানিনো ক'ত পোৱা? থ, মোৰ আই হে! এইকণৰপৰা তুলি-তালি ডাঙৰ কৰিলো, এতিয়া আকৌ তাইকে নলগা হ'ল, নহয়!

[উষাইতে হাঁহে। চিত্ৰই চকু টিপিয়াই কুঁজীক জোকায়।]

উষা : বাৰু আই, তুমি মাজে মাজে আহি থাকিবা দেই।

মধুমতী : বাৰু আহিম আই!

চিত্ৰ : ব'লা সখী, আইক আগবঢ়াই থওঁগৈ।

উষা আৰু সখীবোৰ : ওঁ ব'লা।

[সকলো যায়গৈ]

[কিছুপৰৰ পিছত উষা অকলে কিবা ভাবত বিভোল হৈ আছি বেদী এখনত বহেহি। এনেতে কেজনীমান সখীয়ে ধূপ-ধুনা দি উষাৰ ওচৰতে ধূপৰ পাত্ৰ থৈ ওচি যায। উষা বহি বহি ভগবতীক ভাবি বিভোল হয়। সন্ধিয়া লাগি আন্ধাৰ হয। সখীহঁতে তেতিযাও উষাৰ কোঠাত প্ৰদীপ লগাই থৈ যোৱা নাছিল। উষা ভক্তিত গদ্‌গদ্‌ হৈ কয।]

উষা : আই ভগবতী! হিযাৰ গুপুত কামনা-বাসনাবোৰ কাণে কাণে পূৰ্ণ হৈ উথলি পৰিছে। মোৰ শান্ত হিয়া উথলি উঠিছে— কিহবাৰ আৱেগত হিয়া বিয়াকুল হৈছে। মাতৃ! মোৰ অন্তৰৰ অতৃপ্ত বাসনা তুমি কেতিয়া পূৰাবা? মোৰ আকুল হিয়া কেতিয়া জুৰাবা আই!

[মূৰ দোঁৱাই সেৱা কৰে। ভক্তিৰ অশ্ৰু দুগালেদি বৈ আহে। এনেতে আন্ধাৰ খোঁটালি পোহৰাই ভগবতীৰ আবিৰ্ভাব হয়। উষাই ভগবতীৰ চৰণত গবা মাৰি ধৰি মূৰ দোঁৱায।]

ভগৱতী : উষা! অচলা ভক্তিত তোৰ তুষ্ট হ'লো মই। যৌৱনমুগুধা আই মোৰ, পাবি তোৰ প্ৰাণৰ বাঞ্ছিত স্বামী, মহাবীৰ মহাযোদ্ধা অনিন্দ্য সুন্দৰ।

[ভগৱতী অন্তৰ্দ্ধান হয। উষাই সেৱা কৰি মূৰ দোঁৱাই থাকে। এনেতে উষাৰ সখীহঁত সন্ধ্যাদীপ হাতত লৈ সোমাই আহে। ৰঙচুৱা পোহৰ পৰি উষাৰ মুখত এটি অভিনৱ জেউতি ফুটাই তোলে।]

## দ্বিতীয় দৰ্শন

[এটা বন পথ। সন্ধ্যা হৈ আন্ধাৰ হৈছে। ৰতি আৰু মদন আহি গীত গাই গাই নাচে।]

### গীত

আমি কৰি ফুৰো বিয়াকুল।
[থাকে] নিজৰ য'ত কুল কুল
ফুলৰ পাহিত নিয়ৰ দুল
সখীয়তীৰ মাতে যত বিয়পিছে ইকুল সিকুল

মদন : মোৰ যে ফুলৰ কাঁড়।

ৰতি : মোৰ হাতত মধুৰ ভাৰ।

দুয়ো : আমাৰ কাষতে চোৱাঁ প্ৰেমিক-প্ৰেমিকা বিয়াকুল।
ৰতি : মোৰ হাতত ফুলৰ ৰেণু।
মদন : মোৰ হাতত কানুৰ বেণু।
দুয়ো : লগৰী লগৰী আমাৰ মতলীয়া মধু পি আকুল।
মদন : এইবাৰ ভগৱতীয়ে বেছ কামটিলে পাচিছে।

[এনেতে স্বপ্নদেৱী গীত গাই সোমায়।]

**গীত**

সপোন পাৰৰ মই সপোন কুঁৱৰী
অমিয়া-মাধুৰী মই আনো কুহকিনী
মই যে মায়াবিনী মই যে কুহকিনী
হাঁহি-কান্দোনৰ কথা দিওঁ সুঁৱৰি।
সুখ-দুখ, কত চাওঁ,
হাঁহো মৃদু মৃদু কৰি।

মদন : কিহে, সপোন সখী! পালাহিনেকি? ভগৱতীয়ে তোমাৰ কথাও কৈছিল বোলে, তোমালোক যোৱা, সপোনক মই পঠাই দিম। পিছে সময় হৈছে নহয়নে?
স্বপ্নদেৱী : ওঁ ওঁ, খৰ কৰিব লাগিল, ব'লা। বহু নিশা হৈছে। মই তেন্তে আগবাঢ়ো দেই।
মদন : বাৰু, আমি গৈছো, ব'লা।

[স্বপ্নদেৱী যায়গৈ আৰু মদন-ৰতিয়ে গাই গাই যায়।]

## তৃতীয় দৰ্শন

[উষাৰ শয়ন মন্দিৰ। পালঙ্কত উষা টোপনিত। গবাক্ষ এখন মুকলি হৈ আছিল। সেইফালেদি আকাশত তৰাবোৰ তিৰবিৰাই জ্বলি থকা দেখা গৈছিল। মদন-ৰতিয়ে সেইফালেদি উষালৈ চাই ফুলশৰ মাৰিবলৈ চুপি আছিল। স্বপ্নদেৱী লাহে লাহে আবিৰ্ভৱ হয়। উষাৰফালে একান্ত মনেৰে চায়।]

স্বপ্নদেৱী : ইমান সুন্দৰী, ইমান ৰূপহী তুমি উষা! আন্ধাৰ কোঠালি পোহৰাই যেন এটি ৰূপৰ বন্তি জ্বলিহে আছে। সৌন্দৰ্য্যদেৱী! তুমি তোমাৰ ৰূপৰ আকৰ তেনেই উবুৰিয়াই ইয়াতে ঢালি দিলাহি নেকি! উষা! তুমিতো অকলে শুই থকা নাই! তোমাৰ সৈতে শত সুন্দৰীৰ সৌন্দৰ্য্য, শত যৌৱনমুগ্ধা ৰূপহীৰ কামনা, শত প্ৰেমিকাৰ আকুল

*আবেগ, শত যুৱতীৰ মিলন বাসনা নিচুক হৈ কোনোবা নজনা নিচিনা দেশৰ প্ৰাণৰ অতিথিলৈ প্ৰতীক্ষা কৰিছে। সৌৱা মই দেখিব লাগিছো,* তোমাৰ মিলন বাসনা তীব্ৰ চকুযুৰিৰে, সৌৱা যৌৱন-মতলীয়া দেহ কাৰোবাৰ পৰশ পাবলৈ উত্ৰাৱল, সৌৱা তোমাৰ প্ৰেম কাৰোবাক আবৰি ল'বলৈ দুকূল ভৰি উপচি পৰিছে। তোমাৰ হৃদয় কোনোবা সুন্দৰৰ প্ৰতীক্ষাত উজাগৰে থাকি বিনাব লাগিছে। উষা, আজি তোমাৰ সেই চিৰবাঞ্ছিতজন—চিৰপ্ৰতীক্ষাৰ নজনা দেশৰ নিচিনা লোকৰ অচেতন মানস-মূৰ্ত্তিটি মোৰ যাদুৰ পৰশত সজীৱ হৈ উঠক। যৌৱন-যামিনীৰ সোণালী সপোন দিঠকত পৰিণত হওঁক।

[অনিৰুদ্ধৰ ছায়া-মূৰ্ত্তি অস্পষ্টভাৱে ওলাই আহে। লাহে লাহে অনিৰুদ্ধৰ মূৰ্ত্তি স্পষ্ট হৈ জিলিকি উঠে, মিচিকিয়াই হাঁহি হাঁহি অনিৰুদ্ধৰ ছায়া-মূৰ্ত্তিয়ে উষালৈ একান্তমনে চাই ভোল যায়। এবাৰ মুখ উষাৰ ওচৰলৈ লৈ যায়, আকৌ আঁতৰাই নিয়ে। উষাই টোপনিত অনিৰুদ্ধৰ ছায়া-মূৰ্ত্তিক সাবটিবলৈ যায়। অনিৰুদ্ধৰ ছায়া-মূৰ্ত্তিয়ে হাঁহি হাঁহি পালঙ্কত আঁঠুপাতি বহি উষাক সাবটি ধৰি চুমা খায়। মদনৰ ফুলৰ শৰ দুয়োৰে গাত পৰেহি। টোপনিতে উষা কিবা এটা আবেগ স্পন্দনত কঁপি উঠে। অনিৰুদ্ধৰ ছায়া-মূৰ্ত্তি হাঁহি হাঁহি উষাৰফালে চাই চাই আঁতৰি যায়। উষাই হাত মেলি সাবটিবলৈ বৈ থাকে। মূৰ্ত্তি আৰু দূৰলৈ যায়। উষাই পালঙ্কত আঁঠুপাতি বহি হাত মেলি ধৰিবলৈ বৈ থাকে। ৰাতি পুৱায়। পূঁৱতীৰ প্ৰথম সূৰ্যৰ কিৰণৰ এটা ক্ষীণ আলোকৰেখা উষাৰ গাত পৰেহি। ছায়ামূৰ্ত্তি নাইকিয়া হয়। স্বপ্নদেৱী ৰতি-মদন সকলো অন্তৰ্দ্ধান হয়। উষা অলপ সজাগ হয়। আলোক-ৰেখাৰফালে চাই আকৌ বিমনা হয়।]

উষা : [হাত মেলি আলোক-ৰেখা চুই চুই] ক'তা? ক'লৈ গ'ল? এইপিনেই গুচি গ'লগৈ কিয়? এয়া সৌন্দৰ্য্যবোৰ এইফালে পৰি পৰি গ'ল— আঁহা। আকৌ আঁহা।— ৰূপৰাশি লৈ—মধুৰ চাৱনি লৈ— কোমল আহাঁ। আঁহা—মই যে—চিৰ প্ৰতীক্ষাত—সেই মৌ—নিজৰা-দুখনি মোৰ ওঁঠত—নিপোটল গাল দুখনি— আহাঁ মোৰ এই দুকূল উপচি পৰা বুকুত বুকুখনি—ক'লৈ গ'ল। মৌৰ সোৱাদ নৌ লওঁতেই— প্ৰণয়ে আবৰি ধৰোতেই। ক'লৈ গুচি গ'ল— হিয়া মোৰ উৰুঙা কৰি চিৰবাঞ্ছিত অনিন্দ্য সুন্দৰ! হিয়াতে গুমৰি থকা পৰিপূৰ্ণ বাসনাত অপূৰ্ণতা থৈ!!

*[উষাৰ কিনিনি শুনি চিত্ৰলেখাই আনটো কোঠাৰপৰা চকু মোহাৰি মোহাৰি লৰি সোমাই আহে। চিত্ৰৰ বিহা মাটিত চুচৰি আহে, চুলিবোৰ আউলি-বাউলি হৈ থাকে । উষাৰ বাহুত ধৰি।]*

চিত্ৰ : সখী, সখী, কি হ'ল? কি হ'ল?

উষা : [উষাই চক্ খাই চিত্ৰৰফালে চাই] ক'লৈ গ'ল? ক'ত থ'লা? ক'ত লুকুৱালা? কোৱা—কোৱা চিত্ৰসখী—কোৱা— কোৱা!

চিত্ৰ : কোন? কোন? কাৰ কথা কৈছা?

[আচৰিত হয়।]

উষা : কোৱা সখী! মই সহিব নোৱাৰো। আনি দিয়া। ক'ত লুকালা— এইপিনে সখী—এইপিনে—গুচি গ'ল? নাই যোৱা।—আছে, আছে।—ক'ত আছে? কোৱা? কোৱা? সখী, সখী, মোৰ কি হ'ল। কি হ'ল? কি হ'ল?

চিত্ৰ : [বৰ আচৰিত হৈ] কোন? কোন?

উষা : নোকোৱা!—কোৱা, কোৱা ?—কোনপিনে সখী, চোৱা চোৱা— কোনপিনে সখী, কোনপিনে???

[চিত্ৰক গবা মাৰি ধৰি মুখলৈ আকুল হৈ চাই থাকে। চিত্ৰই আচৰিত হৈ বুজিব নোৱাৰি উষাৰ মুখলৈ চাই থাকে।]

## চতুৰ্থ দৰ্শন

[উষাৰ অন্তেষপুৰৰ এভাগ। চিত্ৰই উষাক হাতত ধৰি ধৰি লৈ আহে। উষা বিমনা— বিষাদিনী।]

চিত্ৰ : সখী! নক'লেনো মই কেনেকৈ বুজোঁ তোমাৰ কিটোনো হ'ল। কোৱা কথাবোৰ ভাঙি-পাতি। এইদৰে মৌনব্ৰত ধৰিলে জানো কিবা উপকাৰ হ'ব। আহাঁ এই দলিচাখনিতে বহাঁ। বেছ জুৰ পৰিছে। তোমাৰ কি হ'ল মোৰ আগত ভাঙি-পাতি কোৱাঁ।

[উষাক নি দলিচা এখনত বহুৱাই চিত্ৰও এখনত বহে। পত্ৰও বহে।]

উষা : সখী! তুমি মোৰ কথা শুনিলে মোক বলিয়া বুলিবা, ধেমালি বুলি হাঁহি উৰাই দিবা। কিন্তু ই ধেমালি নহয়— নহয়।

চিত্ৰ : বাৰু নাভাবো। কোৱা। তুমিনো ক'লৈ গ'ল বুলি কাক বিচাৰিছিলা?

উষা : কেনেকৈ কওঁ কোন? চিত্ৰসখী! তোমালোকতো মোৰ দুখৰ-সুখৰ লগৰী। তোমালোকৰ আগতনো মই কি লুকাম! কিন্তু আজি যেন

সখী! মোক লাজে খুন্দা মাৰি ধৰিছে। মোৰ আগত যেন কোনোবাই এখনি লাজৰ আৱৰণ দি গৈছে। মই কওঁ কেনেকৈ সখী! ই এটা সপোন। ভাবিব নোৱৰা তুমি— কেনে— এখনি সৌন্দৰ্য্যৰ ছবি।

চিত্ৰ : [অলপ হাঁহি] তাকে নোকোৱা কিয়? তুমি সপোন দেখি বলিয়া হৈছা!

পত্ৰ : এ, সপোন হে, মই আকৌ বোলো কি হ'ল— সপোন দেখিনো তুমি এনে হ'ব পোৱানে? কিনো দেখিলা সপোনত?

চিত্ৰ : অঁ অঁ, মই অলপ বুজিছো। তুমি কোনোবা মহাবীৰ দিগ্‌গজক সপোনত দেখিলা নেকি?

উষা : [লাজ কৰি] তুমিতো—

চিত্ৰ : অঁ বেছ বেছ! কোৱা কাক দেখিলা? মোৰ মন বৰ উৎসুক হৈছে। কোৱা, কোৱা।

পত্ৰ : পিছেনো সপোনেই যদি, সপোনতে কাৰবাক দেখিছা যদি, এইদৰে বাৰু বলিয়া হ'ব লাগেনে?

উষা : অৱশ্যে সপোনত দেখিছো। সেই সুন্দৰ অনুপম মূৰ্ত্তি সপোনতে উটি আহিছিল, আকৌ সপোনতে উটি গ'ল— কিন্তু থৈ গ'ল এটি অঙ্গস্পৰ্শনৰ আনন্দ— সৌন্দৰ্য্যৰ মোহ, যৌৱনৰ লালসা, প্ৰণয়ৰ অদম্য হেঁপাহ। তেওঁ কোন, তেওঁ ক'ৰ মই ক'ব নোৱাৰো। কিন্তু তেওঁ মোৰেই, মই তেওঁৰ ; ই সপোনেই হওঁক বা দিঠকেই হওঁক। প্ৰথমেই তেওঁ মোৰ অঙ্গ স্পৰ্শ কৰিছে, তেওঁক মই অন্তৰত ঠাই দিছো।

চিত্ৰ : বৰ আচৰিত জিয়া। সপোনত দৰ্শন পাই এনে হোৱাতো মই কেতিয়াও দেখা নাই, শুনা নাই। কোন ক'ৰ একো নাজানি তুমি আত্মসমৰ্পণ কৰিলা। বৰ অদ্ভুত!

পত্ৰ : বাৰু, তোমাৰ সপোনটো কোৱাচোন?

চিত্ৰ : অঁ, কোৱাচোন শুনো।

উষা : বাৰু কওঁ, কিন্তু নাহাঁহিবা দেই! ৰাতি মই সাৰ পাইছিলো নে কি জানো! এটি অনিন্দ্যসুন্দৰ যুৱক মোৰ শয্যাত বহি মোৰফালে চাই হাঁহি..............

[চিত্ৰই হাঁহি দিয়ে।]

যোৱাঃ নকওঁ।

চিত্ৰ : নহয়, নহয়, নাহাঁহো, বাৰু। [আকৌ হাঁহে]

পত্ৰ : কি হে হাঁহি থাকা? তেওঁক ক'বলৈ নিদিয়া কিয়?

চিত্ৰ : বাৰু নাহাঁহো, কোৱা।

[গম্ভীৰ হয়।]

উষা : তাৰ পিছত—

চিত্ৰ : তাৰ পিছত তুমি তেওঁলৈ চালা। তেওঁক বৰ ভাল পালা। তেওঁক আঁকোৱালি ধৰিলা।

উষা : যোৱা, কি ধেমালি কৰা। সখী! তুমি মোৰ সতে ধেমালি কৰিবা নেকি? তেওঁৰ বিনে মই আৰু কাকো ভাল নাপাওঁ। মোৰ জীৱনৰ তেৱেঁই একমাত্ৰ দেৱতা! সখী— ধেমালি নহয়।

[আনফালে মুখ কৰি বিমনা হয়।]

চিত্ৰ : [পত্ৰক] হাঁহি-ধেমালিকৈ উৰাই দিম বুলিছিলো ; পিছে মিছা! [উষাক] সখী। তুমি বেজাৰ নকৰিবা। মই তেওঁক আনি দিম।

উষা : আনি দিবা—আনি দিবা—

[চিত্ৰক সাবটি ধৰে]

চিত্ৰ : [ভাবি] আনি দিম। পিছে কেনেকৈ? বাৰু এটা কথা কৰো। এইদৰে উলিয়াব নোৱাৰিলে আন উপায় নাই ; অৱশ্যে তোমাৰ সপোনৰ তেওঁ যদি সঁচাকৈয়ে আছে।

উষা : কি? কেনেকৈ?

চিত্ৰ : মই তিনিও ভুবনত যতবোৰ বিখ্যাত ৰাজবংশ আছে সকলোৰে কুমাৰসকলক মোৰ পটত আঁকি যাম। তোমাৰ তেওঁৰ মুখৰ গঢ় ভালকৈ মনত আছে নহয়।

উষা : আছে, সখী! আছে। তেওঁৰ সেই মুখখনি মোৰ হিয়াত চাব খাই আছে। সি আৰু মোচ নাখায়।

চিত্ৰ : বাৰু, পত্ৰ যোৱাচোন তেন্তে। ভূৰ্জপত্ৰ কিছুমান আৰু মোৰ লিখনী আৰু বৰণবোৰ লৈ আহাঁগৈ।

পত্ৰ : বাৰু, তোমাৰ তাতে আছে নহয়।

চিত্ৰ : ওঁ। [পত্ৰ আনিবলৈ যায়।]

চিত্ৰ : বুজিছা সখী! মই এতিয়া দেৱতা দানৱ গন্ধৰ্ব কিন্নৰ মানৱ সকলোৰে কুমাৰসকলক পটত তুলি যাম। মই সকলোকে জানো। যদি তেওঁ সঁচাকৈয়ে আছে তেন্তে ইয়াৰ ভিতৰত নোলাই নেথাকে। কিন্তু মই তোমাৰ ঘটনাটো বৰ আচৰিত পাইছো।

উষা : সখী মই—

চিত্ৰ : মই বুজিছোঁ।

[এনেতে পত্ৰই সকলো লৈ আহে।]

আনিলা, দিয়া।

[চিত্ৰই সেইবোৰ লৈ আঁকিবলৈ প্ৰস্তুত হয়। উষা আৰু পত্ৰই একান্তমনে চায়।]

চিত্ৰ : ভগৱতীক সেৱা জনাই মই হাতত লিখনী ল'লো।

[আঁকে]

চোৱা সখী! দেৱতাৰ
কুমাৰসকল—ৰূপৱান
বীৰ্য্যৱান। দৰ্শনতে
জগতৰ যৌৱন চঞ্চল।

উষা : [মুখ আনফালে নি] ওঁহো, নাই।

চিত্ৰ : [আঁকি] এই চোৱাঁ গন্ধৰ্ব কিন্নৰ, নৃত্যগীতবিশাৰদ কুমাৰসকল।

উষা : ওঁহো নাই। ইয়াতকৈও সুন্দৰ সখী!

চিত্ৰ : [আঁকে] চোঁৱা সখী দৈত্যকুল
উজলাই আছে এই
মহাযোদ্ধা কুমাৰসকলে।
আছেনে প্ৰাণৰ প্ৰিয়
ইয়াৰ মাজত?

উষা : নাই সখী! নাই!

চিত্ৰ : তেন্তেতো সকলো শেষ! কেৱল মানৱৰ কুমাৰসকল থাকিলগৈ। তাৰ ভিতৰতে এইজনৰ পট চোৱাঁ।

[শ্ৰীকৃষ্ণক আঁকিবলৈ আৰম্ভ কৰে।]

যাৰ বেণু ৰব শুনি
গকুলৰ সদউ গোপিকা
ঘৰবাৰী এৰি মতলীয়া,
পটত তুলিলো সেই
মোহন কলীয়া।

[আঁকা শেষ।]

উষা : [বৰ উৎসুক হৈ চাই] সখী সখী— অ' নহয়, কিন্তু প্ৰায় প্ৰায়।

চিত্ৰ : ভগৱতী ! —ৰবা সখী ! মোৰ বুকুখন বৰকৈ ধপ্‌ধপাইছে! আই মাতৃ !

[আঁকিব খোজে। উষাই বৰ ব্যগ্ৰ হৈ চায়।]

চাবা সখী! মদনৰ
আলসুৱা সন্তান ৰতন,
অনিৰুদ্ধ নাতি শ্ৰীকৃষ্ণৰ।

[অনিৰুদ্ধৰ মূৰ্ত্তি আঁকিবলৈ ধৰে। যিমান ফুটি উঠে, উষা তিমান চঞ্চল হৈ যায়। লাহে লাহে অঁকা শেষ হয়।]

উষা : সখী—সখী—এৱেঁই—এৱেঁই!

[ৰঙা পৰি যায়। আৰু পিছ মুহূৰ্ত্ততে ওৰণিৰে মুখ লুকুৱায়।]

চিত্ৰ : [হাঁহি] ধৰা পৰিলা! মোৰ আনন্দ! আজি মোৰ জীৱন সাৰ্থক, চিত্ৰলেখা নাম সাৰ্থক। মোৰ ইমান দিনৰ সাধনা সফল। সখী! মোৰ এপাক নাচি পেলাবৰ মন গৈছে।

সখী! ভাগ্যৱতী তুমি।
মদনমোহন এই প্ৰদ্যুম্ন কুমাৰ।
মহাবীৰ, মহাযোদ্ধা মহা বীৰ্য্যবান।
সমতুল্য নাই কোনো এই কোঁৱৰৰ
ৰূপত ভুৱন জিনা শ্ৰীকৃষ্ণৰ
নুমলীয়া নাতি ; পোহৰাই
আছে সখী দ্বাৰকাৰ ৰাজ—
প্ৰাসাদত,—মাৰ যায় য'ত বেলি ;
সিন্ধুৰ বুকুত—
শোণিতৰ পছিম দিশত।

উষা : [ওৰণি অলপ গুচাই।] সখী!

চিত্ৰ : এঁ এঁ— নিদিওঁ।

[পটখন মুখৰ আগত দাঙি ধৰে। উষাই পটখন থাপ মাৰি লৈ উঠি যাব খোজে। চিত্ৰই ধৰি ৰাখে। চিত্ৰ আৰু পত্ৰই হাঁহিবলৈ ধৰে।]

পত্ৰ : কি সখী, হয়নে?

উষা : হয় সখী, হয়।

[পটখন চুমা খায়। তাৰ পিছত একেথিৰে পটখনলৈ চাই থাকে।]

উষা : সখী, তুমি আনি দিম বুলিছিলা নহয়, এতিয়া মোক আনি দিয়া। চিত্ৰ সখী। জানিবা এওঁৰ বিনে মোৰ আন গতি নাই। যদিহে সঁচাকৈয়ে মোলৈ তোমাৰ মৰম আছে, তেন্তে সখী উপায় কৰা।

চিত্ৰ : অৱশ্যে ভাবিবলগীয়া কথা, এওঁক অনাটোতো সামান্য কথা নহয়।

উষা : চিত্ৰ সখী! এওঁৰ বিনে মোৰ জীৱন মিছা।

চিত্ৰ : তেন্তে উপায়?

উষা : উপায় কৰা।

চিত্ৰ : [ভাবি] তেন্তে মই এবাৰ নিজে এওঁৰ ওচৰলৈ যাব লাগিব, মোৰ মায়া-কৌশল সকলো খটাই চেষ্টা কৰো।

উষা : ওলোৱা তেন্তে সখী! যোৱা এওঁক লৈ আহাঁগৈ। সখী!

চিত্ৰ : তুমি ইমান অধৈৰ্য্য হৈছা কিয়? তেন্তে মই এতিয়াই যাব লাগিবনেকি?

উষা : সখী! আজিয়েই যোৱা। মোৰ বুকুত হাত দি চোৱাঁ, মোৰ হিয়া পুৰিব লাগিছে।

চিত্ৰ : বাৰু তেন্তে। তুমি বহা। মই সাজি-পাৰি ওলাই আহোঁগৈ। পত্ৰ! তুমি এটা গীত গোৱা, এওঁৰ মনটো ভাল লাগিব।

পত্ৰ : বাৰু, মই গীত গাওঁ দিয়া। তুমি যোৱা।

[চিত্ৰ যায়গৈ।]

পত্ৰ : তুমি এনেকৈ বেজাৰ কৰি নাথাকিবা, আমাৰ বেয়া লাগে নহয়! মই গীত এটা গাওঁ শুনা।

উষা : অঁ বাৰু গোৱাঁ।

[পত্ৰই চকুৰে হাঁহি গায়।]

### গীত

আমাৰে সখিয়া আকুল বিয়াকুলে
সপোনৰ হাঁহিটি চাই,
সপোনত কোঁৱৰে আহুদি আনিলে
মতলীয়া সখী খাই!
দিঠকৰ বাতৰি সপোনত মিলিলে
আছিল সখী বাটে চাই।
ফাগুনৰ বতাহে গাতে ছাটি মাৰে—
গাতে ছাটি মাৰি যায়।
[হাঁহি] চুমাৰ পৰশনৰ জুতি পাই সখীয়াৰ
গাতে উৱাদিহে নাই।
সখীয়াৰে গাতে উৱাদিহে নাই।

[চোৰৰী বেশেৰে হাতত ধোঁৱা-কোবোৱা চোঁৱৰ লৈ আঁঠুমূৰীয়া চুটি ফুলাম পাতলিৰ মেখেলা, কঁকালত টঙালি বান্ধি চিত্ৰ সোমাই আহে।]

পত্ৰ : ই! সখী দেখোন একেবাৰে চোৰৰী হ'লা। সঁচাকৈয়ে যাবানেকি?

চিত্ৰ : কি, যাব নালাগেনেকি?

উষা : কিয় যাব নালাগিব। যাব লাগিব।

চিত্ৰ : নিশ্চয় যাম। ভয় নকৰিবা। সখী! সময় নিচেই কম ; মই খৰধৰ কৰি যাব লাগিব। কিন্তু যোৱাৰ আগতে তোমাক মই কেইটামান কথা কৈ যাওঁ। সখী! মই চন্দ্ৰ-সূৰ্য্যক সাক্ষীকৈ ক'লো, যদি কুমাৰক আনিব নোৱাৰো, ময়ো উলটি নাহো। উষা সখী! [উষাক সাবটি ধৰি] সখী বেজাৰ নকৰিবা। ধৈৰ্য্য ধৰি থাকা। পত্ৰ তোমাৰ সৈতে আছেই। আনৰ আগত এতিয়া এইবোৰ কথা নক'বা। তুমি মোৰ কাৰণে বেজাৰ নকৰিবা। মোক এতিয়া বিদায় দিয়া সখী! [উষাক চুমা খাই] থাকিবা আৰু এতিয়া। পত্ৰ! যাওঁ দেই।

[যাব ধৰে]

উষা : সখী! সখী! মোৰ প্ৰাণে যে— সখী ৰ'বা ৰ'বা নাযাবা। নহয়, যোৱা যোৱা।

[পত্ৰৰ ডিঙিত সাবটি ধৰি কান্দে। চিত্ৰই দুখোজমান গৈ উভতি ৰয় ; আকৌ খোজ দিব খোজে।]

আঁৰ-কাপোৰ

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

[সৰস্বতী নৈৰ পাৰত পুৱা সময়ত সখী চিত্ৰলেখা।]

চিত্ৰলেখা : সখীৰ কামনাবোৰে
ৰই ৰই অন্তৰত মোৰ
ভুমুকি মাৰিছে। আঘাতত
তাৰ, শিয়ঁৰি উঠিছে মোৰ
হৃদয়ৰ শত ব্যাকুলতা।
কোন নজনাৰ ফালে, কি ৰহস্যৰ
ফালে, যাব খোজা হিয়া?
সৃষ্টিৰ আদিৰেপৰা অনন্ত
কাললে', যতবোৰ সৌন্দৰ্য্যৰ
নিমাণী প্ৰতিমা— ফুলি উঠি
নীৰৱে হিয়াত, জগালেহি

কিহ্ৰ প্ৰেৰণা?
কোন দিনা, মানসৰ পূৰ্ণিমাৰ
জোনালী নিশাত, মিলিব, মিলিব
মোৰ অনন্ত বাসনা সৃষ্টিৰ ই
ৰহস্যৰ স'তে, মাৰ যাব হিয়াৰ
বিননি সেই মহা শূইনৰ
প্ৰতি স্তৰে স্তৰে!
অতৃপ্ত নহয় বাসনাতো
মোৰ! তৃপ্ত; তৃপ্ত ই যে
পূৰণ মাত্ৰায়— তথাপিও
প্ৰাণ মোৰ কিয় বিয়াকুল
অনন্ত বাসনা লৈ হিয়াৰ
মাজত?
ফুলিছে সহস্ৰ ফুল কত
যুগ ধৰি, গাবহি
অনন্ত কাল কুলিয়ে অমিয়া,
বিলাব সৌৰভ ফুলি শত ফুলকলি
তথাপিতো নহ'ব যে শেষ
অতৃপ্ত হিয়াৰ মোৰ সৌন্দৰ্য্য-সাধনা!
সঙ্গীতৰ সহস্ৰ কুঁৱৰী বিলাব
সঙ্গীত-মৌ শত যুগ ধৰি,
প্ৰেমৰ কুঁৱৰীসৱে কত
অভিনয় কৰি যাব কত
কাল ধৰি ; কিন্তু তথাপি
হিয়াৰ মোৰ অতৃপ্ত বাসনা
নহ'ব নহ'ব শেষ, আকুলতা
থাকিব প্ৰাণত। ক'ত এই
বাসনাৰ শেষ?
কত শত শিলাকুটি নিৰ্ম্মিব
পুতলা, কত শত চিত্ৰলেখা
তুলিব আগেদি ফুটাব
সুন্দৰ মূৰ্ত্তি নোহোৱা

নোপজা! কল্পনাৰ
সিপাৰৰ হে চিৰসুন্দৰ!
কোন তুমি যুগমীয়া
সৌন্দৰ্য্যৰ নিমাত দেৱতা?
ব্যৰ্থ হেৰা, ব্যৰ্থ হেৰা তোমাৰ
নিৰ্মাণ, এই বিশ্বসংসাৰৰ
ভাগ্যবিধাতা, বৃথা দেখো
নিৰ্মাণ তোমাৰ। নুফুটিল সেই
মূৰ্ত্তি সৌন্দৰ্য্যতো চৰা তোমাৰ
তুলিত, বিচাৰি ফুৰিছে যাক
সৌন্দৰ্য্য-প্ৰেয়সী এই
বিয়াকুল হিয়া।
শত সৃষ্ট সুন্দৰৰ,
শত শত মদনৰ
আনি ৰূপ, পাৰিবানে
হে বিশ্ববিধাতা, নিৰ্মাণিব,
মূৰ্ত্তিখনি বিচাৰিছে যাক
আজি চিত্ৰৰ হিয়াই?
নোৱাৰিবা, নোৱাৰিবা
নিচুকাব মোক, তোমাৰেই
কল্পনাৰ অতীতৰে গঢ়া,
অনন্ত অতৃপ্ত বাসনাৰে ভৰা
চিৰ বিয়াকুল এই মানৱীয় হিয়া।

*[চিত্ৰ কিছুবেলি বিমনা হৈ থাকে। তাৰ পিছত গায়।]*

কোন সুন্দৰ তুমি, কল্পনা-পাৰত মোৰ
বজোৱা অমিয়া বীণ?
চিৰ অতৃপ্তিৰ বাসনা হিয়াৰ
যাবনে তোমাৰ সুৰতে লীন?
বাজিছে তোমাৰ সেই বীণখনি
কিনো নজনা সুৰে
কত লক্ষ কোটি ৰাগ-ৰাগিণীৰ স্পন্দন আহি
চৌপাশে মোৰ উৰে।

## দ্বিতীয় দৰ্শন

[দ্বাৰকাৰ কুমাৰৰ প্ৰাসাদ। এখন আসনত বহি অনিৰুদ্ধই অকলে ভাবি আছিল।]

অনিৰুদ্ধ : মইতো একো বুজিব পৰা নাই। ই কি কুহক, ই কি মায়া? মই যেন এতিয়া এটা সোণালী সৌৰৱণিৰ মাজেদি উটি গৈছে। ইমান অস্পষ্ট তথাপি ইমান সুন্দৰ, ইমান মধুৰ! ইতো পৃথিৱীৰ একো নহয়, মোৰ জীৱনৰ এটা সুন্দৰ দিঠকৰ নেদেখা সপোন, কল্পনাৰ স্তৰে স্তৰে উজলি উজলি মোক সজাগ কৰি তুলিছেহি।

[এনেতে দূৰৈৰপৰা গীতটি উটি আহে।]

### গীত

সেই নিমাতী প্ৰতিমাখন—
ইঁহা নাই,
ইঁহা নাই,
ইঁহা নাই,
ইঁহা নাই!

অনিৰুদ্ধ : ইঁহা নাই, চোৱা নাই, কথা কোৱা নাই; নীৰৱ, নিস্পন্দ, নিমাত—অস্পষ্ট। অস্পষ্ট যদিও তুমি ইমান স্পষ্ট কিয়? সৌৱা মই নাই দেখা যদিও, নাই শুনা যদিও—কি মধুৰ কণ্ঠস্বৰ মই শুনিব লাগিছো, কি অবৰ্ণনীয় সৌন্দৰ্য্য মই দেখিব লাগিছো, কি তীব্ৰ কটাক্ষই মোক বলিয়া কৰিছে—কি মোহিনীয়ে মোক বিভোল কৰিছেহি। কি? একো নাই। তথাপি আছে—সৌৱা, সৌৱা মই দেখিছো চাওঁ চাওঁকৈ চাব পৰা নাই— মোৰ আগলৈ ওলাওঁ ওলাওঁকৈ ওলাই অহা নাই। কি প্ৰহেলিকা—মোক মন্ত্ৰমুগ্ধ কৰি নাচে নাচে লৈ ফুৰাইছে।

[কিছুবেলি মনে মনে থাকে।]

কোন জনমৰ প্ৰেয়সী
তুমি? অভেদ অচ্ছেদ সেই
প্ৰণয়ৰ জৰিডালি, আজিও
নিছিগি আছে বৈ ; সেইহে
আহিছানেকি বিচাৰি
বিচাৰি প্ৰিয়তম বুলি
আজি মোৰ কাষলৈ?

কত জন্ম ধৰি মোৰ প্ৰেয়সী
আছিলা, আৰু' আছি ৷ হ'বাহি
প্ৰেয়সী, সেইদেখি আছিছানে
তুমি? আহাঁ আহাঁ
প্ৰিয়তমা— আহাঁ।
আজি মোৰ যৌৱনৰ
জোনাক যামিনী—বাট চাই
আছে মোৰ প্ৰাণে।
সেইহে আছিলানেকি?
নুফুলো-নুফুলোকৈ প্ৰতি
পলে ফুলি অহা—নেদেখোঁ—
নেদেখোকৈ বাৰে বাৰে
দেখি থকা শত জনমৰ
মোৰ চিনাকি সুন্দৰী?

[ভাবি-গুণি বহি থাকে আৰু কিছুপৰৰ পাছত থৰ হৈ এফালে চায়। সনাতন সোমাই আহে। অনিৰুদ্ধই চক্ খাই উঠে।]

সনাতন : কিহে, তুমি কি ভাবিছা? তোমাৰ মুখৰ বৰণ দেখোন কেনেবা? আজি এই বসন্ত দিনত প্ৰকৃতিৰ দৰে তুমিও উন্মাদ হ'ব খুজিছানেকি? তোমাৰ গাত কিহবাৰ বায়ু লাগিছেহিনকি?

অনিৰুদ্ধ : সনাতন! এৰা, তুমি ঠিক কৈছা। আজি মোৰ যৌৱনৰ বসন্ত দিনত সমীৰণে কিবা মদিৰা উটাই আনি মোৰ গাত ঢালি দিছেহি, তাৰ তীব্ৰ গোন্ধত মই মতলীয়া হ'ব খুজিছো।

সনাতন : নহয়। তোমাৰ মুখৰ বৰণে, তোমাৰ চকুৱে কৈছে তুমি এই মদিৰা পান কৰি কিবা বৰ বিয়াকুল হৈ বিচাৰিব লাগিছা। সঁচাকৈ যে আজি এই যৌৱন দিনা তোমাৰ চৌপাশ উৰুঙা লাগিছেনেকি?

অনিৰুদ্ধ : সনাতন! তুমি এক মহা দাৰ্শনিক নাইবা মনস্তত্ত্ববিদ্। এতিয়া যদিও নহয় সিজনমত আছিলা। সেইহে সিজনমৰ সাধনালব্ধ শিক্ষা এই জনমতো তোমাৰ মনৰ মাজেদি বিৰিঙি উঠিছেহি। সনাতন! সঁচাকৈয়ে মই কিবা বিচাৰিছো। পাইছোও। কিন্তু ধৰিব পৰা নাই, চাব পৰা নাই। সনাতন! মোক ধৰা দিয়া নাই। বৰ অস্পষ্ট, বৰ অস্পষ্ট!

সনাতন : [হাঁহি কিছুপৰ মনে মনে থাকি] ওঁ অনিৰুদ্ধ! বুজিছো। কোনোবা জনমৰ

স্মৃতি আহি তোমাৰ মনত জাগি উঠিছে। নাইবা কাৰোবাৰ তীব্ৰ আকাঙক্ষাৰ ৰশ্মি তোমাৰ মনত বৰ ক্ষীণ হৈ পৰিছেহি।

অনিৰুদ্ধ : সঁচা সঁচা সঁচা। সনাতন! মই দেখিব লাগিছো, তথাপিও দেখা নাই। মই শুনিও শুনা নাই। [এফালে নীৰৱ হৈ চাই] সনাতন! সৌৱা, সৌৱা দেখিছো, কিন্তু ইমান অস্পষ্ট, বিৰিঙি উঠা নাই। আন্ধাৰ ধোৱাঁবৰণীয়া আৱৰন ভেদ কৰি তেওঁ ওলাই অহা নাই। ফুলি উঠা, ফুলি উঠা। মোৰ এই শূইন জীৱন উজ্জ্বল কৰি পু'তিৰ প্ৰথম সেন্দূৰীয়া হাঁহিমুৱা সুৰুজৰ দৰে তুমি আন্ধাৰৰপৰা লাহে লাহে ওলাই আহাঁ— আহাঁ।

[বলিযাৰ দৰে সেইফালে চাই চাই গুচি যায়। সনাতনো যাযগৈ।]

## তৃতীয় দৰ্শন

[সন্ধ্যা সমগত দ্বাবকাৰ ৰাজআলিত বালকবেশী চিত্ৰলেখা]

চিত্ৰ : এতিয়া মইতো বালকবেশী। মোক আৰু চিনে কোনে? মই এতিয়া এটি চিত্ৰ-বিক্ৰেতা। পিছে অনিৰুদ্ধৰ মন্দিৰলৈ সোমাওঁ কেনেকৈ? মই কম, মই গন্ধৰ্ব বালক, দেশে দেশে চিত্ৰ বেচি ফুৰো। তেন্তে নিশ্চয় সোমাবলৈ দিব। সন্দেহ কৰিবৰ কোনো কাৰণেই নাই। কুমাৰকতো আগেয়ে চাব লাগিব। কুমাৰৰতো মন বুজিব লাগিব। যদি সফল হওঁ, কুমাৰক নি যদি উষাক শোধাবগৈ পাৰো, কি আনন্দ, সখীৰেইবা কিমান আনন্দ হ'ব।

[এজন বাটৰুৱা আহে।]

বাটৰুৱা : কৃষ্ণাই কৃষ্ণাই! [চিত্ৰক দেখি] এহে তুমিনো ক'ৰ? তুমি ইয়াৰে নে আন ঠাইৰ? তুমি আন ক'ৰবাৰ হ'বলা?

চিত্ৰ : সঁচা, আপুনি ঠিক ধৰিছে। মই ইয়াৰ নহয়, আন ঠাইৰহে।

বাটৰুৱা : কোন ঠাইৰনো? তুমি ইয়ালৈ আহিছা কিয়?

চিত্ৰ : মই গন্ধৰ্ব, মই এটি চিত্ৰ-বিক্ৰেতা। মই দেশে দেশে চিত্ৰ বেচি ফুৰো।

বাটৰুৱা : অ' তুমি চিতৰ বেচা? তোমাৰনো কি কি চিতৰ আছে?

চিত্ৰ : জগতৰ শুৱনি শুৱনি যুৱতীসকলৰ, নানান দৃশ্যৰ, আৰু আন আন চিত্ৰ আছে। আপুনি কেখনমান ল'বনে?

বাটৰুৱা : বাৰু দিয়াচোন চাওঁ। লমনো কি, আমি চায়েই তেও—

চিত্ৰ : নিশ্চয়, নিশ্চয়, চাওক আপুনি—

[এজনী সুন্দৰী যুৱতীৰ ছবি দিয়ে।]

বাটৰুৱা : অহ্ [ভালকৈ চাই] বৰ সুন্দৰ—বৰ সুন্দৰ। কিনো চাবা? মুখকে চাবানে, দাঁতকে চাবানে, চুলিটাৰিকে চাবা?— উস্! নোৱাৰি দেওহে, চকুত চমক্ লাগি যাব।

চিত্ৰ : কি বাটৰুৱাকাই! দেখোন থৰ লাগি চাই কিবাখন বকিছে। কি হ'ল, বৰ মন খাইছেনেকি? মোৰ ইয়াত আৰু বৰ ভাল ভাল ছবি আছে।

বাটৰুৱা : ওঁ খাবতো! পিছে মন খালেনো হ'ব কি? নাখালেও বা হ'ব কি? আমি যেনে আছো সেয়েই—উস্ মানুহজনীও কম ধুনীয়া নহয় দিয়া।

চিত্ৰ : [হাঁহি] বাৰু মানুহজনী যেনিবা নাপালেই ছবিখনতো পাব। ছবিখনকে লৈ নাযায় কিয়? ইমানকৈ যদি মন খাইছে নিয়ক। দামো সস্তা বস্তুও বৰ ভাল। আপোনাক বাৰু অলপ সস্তাতে দিম।

বাটৰুৱা : এৰা, এৰা, সেইবুলিয়েই ধনকেইটা সৰকাব খুজিছা হ'বলা? এইখন নি আমি কৰিম কি? ধোঁৱাচাঙত তুলি থৈ ইফালে মূৰ ভুকুৱাই মৰিলেহে হ'ব।

চিত্ৰ : যাওঁক হেৰি! ধুনীয়া বস্তুটোনো কেনেকৈ এৰি যায়? আপোনাৰ বাৰু ছবিখনলৈ মৰম লগা নাইনে? নিয়ক, দাম সস্তা। ঘৰৰ বেৰত আঁৰি থ'ব। দেখি মনটোও ভাল লাগি থাকিব আৰু ঘৰটোও দেখিবলৈ শুৱনি হৈ থাকিব।

বাটৰুৱা : এৰা, [মূৰ খজুৱাই] তুমি দেখিছো কম নহয়। ল'বৰ মনো গৈছে। বাৰু দামনো কি?

চিত্ৰ : এ, দাম তেনেই সস্তা।

বাটৰুৱা : কিমাননো তেও?

চিত্ৰ : মাত্ৰ দহ সুবৰ্ণ মুদ্ৰা।

বাটৰুৱা : আও মোৰ মতা গোসাঁই! আও মোৰ কলীয়া কৃষ্ণ গোসাঁই! জুই-ছাই তপত, আও ছুবকে নোৱাৰি। ছুবকে নোৱাৰো। ওহোঁ—ওহোঁ—ওহোঁ।

চিত্ৰ : ইমান সস্তা, আকৌ আপুনি দামহে বুলিছে? আচলতে আপোনাৰ ল'বৰ মন নাই।

বাটৰুৱা : নাই—নলওঁ—নলওঁ—ওহোঁ—ওহোঁ।

[যাব খোজে]

*চিত্ৰ : বাৰু ল'ব নালাগে। এটা কথা সোধো, ৰাজকোঁৱৰহঁতৰ ঘৰ কোনফালে?*

বাটৰুৱা : মানুহক সুধিলে গম পাবা। এই বাটটোৰেদি গৈ থাকা। বাৰু, এতিয়া যাওঁহে, তুমি যাবা।

[বাটৰুৱাটো যায়গৈ।]

চিত্ৰ : এৰা, এতিয়া কুমাৰৰ তালৈহে যাব লাগিল। কিবা বুদ্ধি কৰি কুমাৰৰ সৈতে চিনাকি হোৱা যাওঁক।

[এনেতে সনাতন সোমাই আহে।]

সনাতন : তুমি ক'ৰ?

চিত্ৰ : মই গন্ধৰ্ব্ব, চিত্ৰ-বিক্ৰেতা। মই চিত্ৰ বেচি ফুৰো।

সনাতন : তুমি ইয়ালৈ অহা কিমান দিন হ'ল?

চিত্ৰ : মই এতিয়া আহি পাইছোহিহে।

সনাতন : তুমি এতিয়া ক'ৰপৰা আহিলা?

চিত্ৰ : মই বহু ৰাজ্য ঘূৰি ঘূৰি আহিছো।

সনাতন : তুমিনো কি চিত্ৰ বেচা?

চিত্ৰ : মই সুন্দৰ সুন্দৰ দৃশ্যপট আৰু নানা সুন্দৰীসকলৰ পট বেচো।

সনাতন : বাৰু এখন দেখুওৱাচোন।

চিত্ৰ : [এখন ছবি দিয়ে] চাওঁক।

সনাতন : [ছবি চাই] বেছ সুন্দৰ ছবি। বাৰু মই তোমাৰ কেইখনমান ছবি ল'ম। তুমি মোৰ সৈতে আহিব পাৰিবানে?

চিত্ৰ : ক'লৈ কুমাৰ?

সনাতন : কুমাৰৰ প্ৰাসাদলৈ।

চিত্ৰ : কুমাৰৰ প্ৰাসাদলৈ? আপোনাৰ পৰিচয় মই পাব পাৰোনে?

সনাতন : ওঁ, মই কুমাৰ অনিৰুদ্ধৰ এজন বন্ধু।

চিত্ৰ : ভাল তেন্তে, ব'লক কুমাৰ।

সনাতন : আহাঁ তেন্তে। [আগবাঢ়ে]

চিত্ৰ : এৰা, এই সুবিধাতে অনিৰুদ্ধৰ কাষ চাপিবগৈ লাগিব।

[যায়গৈ]

## চতুৰ্থ দৰ্শন

*[দ্বাৰকাৰ কুমাৰ প্ৰাসাদৰ ভিতৰৰ ফুলনি। অনিৰুদ্ধই ভাবি-গুণি ঘূৰি ফুৰিছিল। দূৰত সূৰ্য্য অস্তাচললৈ লাহে লাহে নামি গৈছিল। ফুলনিৰ মাজৰ পুখুৰীত সূৰ্যৰ কিৰণ পৰি তিৰবিৰাই আছিল।]*

অনিৰুদ্ধ : মই সঁচাকৈয়ে কিবা কুহকত মুগ্ধ হৈ আছোনেকি? সেই চিত্ৰ বিক্ৰেতা বালকটো দেখি মোৰ মন এনেকুৱা কৰিছে কিয়! তাৰ সৈতে আনকি মই কথা-বতৰাও পতা নাই। তথাপি মোৰ কিয় ইমান মৰম সোমাইছে। সি যেন মোৰ বৰ আপোন কোনোবা। [দূৰলৈ চাই] সৌটো—[তাক দেখি]—বাৰু তাক মাতি আনাচোন। হেৰ সনাতন—

[হাত বাউল দি মাতে। অলপ পিছতে সনাতন সোমায়।]

সনাতন : কিহে, কিয় মাতিছিলা? আমি সেই ল'ৰাটোৰ ছবি চাইছোঁ। কি, তুমিও চাবা- নেকি?

অনিৰুদ্ধ : এৰা ময়ো চাব খুজিছো।

সনাতন : বাৰু, মই তেন্তে তাক তোমাৰ ওচৰলৈ পঠাই দিওঁগৈ। বৰ সুন্দৰ ছবি আছে, তুমি ৰাখিলে ৰাখিব পাৰা।

[সনাতন যায়গৈ। অনিৰুদ্ধই শিল এটাত বহি ভাবি ভাবি সেইফালে ল'ৰাটোলৈ চাই থাকে। বালক বেশেৰে চিত্ৰাই হাতত ছবিৰ টোপোলাৰে সোমাই আহে। চিত্ৰাই কুমাৰক সেৱা জনায়। অনিৰুদ্ধই ল'ৰাটোৰ মুখৰ পৰা ভৰিলৈকে চাবলৈ ধৰে।]

চিত্ৰ : কুমাৰ। আপুনি মোক মাতিছে?

অনিৰুদ্ধ : এৰা, মই তোমাৰ ছবি চাব খুজিছো। তোমাৰ হাতত কি কি আছে মোক দেখুৱাব পাৰানে?

চিত্ৰ : হয় কুমাৰ। দৃশ্যপট আৰু সুন্দৰীৰ। আৰু আন আন প্ৰখ্যাত ৰজাসকলৰো ছবি মোৰ হাতত আছে।

[চিত্ৰাই টোপোলা মুকলি কৰি ছবি উলিয়ায়।]

চিত্ৰ : [ছবি এখন দি] এই এখন সুন্দৰ দৃশ্য চাওক।

অনিৰুদ্ধ : [হাতত লৈ] ওঁ বৰ সুন্দৰ। চাওঁ আৰু দিয়াচোন। [চিত্ৰাই আৰু দিয়ে] বাৰু আৰু দেখুওৱাচোন।

চিত্ৰ : [এখন সুন্দৰীৰ ছবি দিয়ে] এইখন চাওক কুমাৰ।

অনিৰুদ্ধ : [সেইখন চাই] আৰু দিয়াচোন।

চিত্ৰ : [আৰু কিছুমান দিয়ে আৰু খচমচকৈ দিওঁতে ঊষাৰ ছবিখন মাটিত পৰে।]

অনিৰুদ্ধ ঃ ওঁ বেছ সুন্দৰ।

[ছবিবোৰ চাবলৈ ধৰে আৰু এবাৰ চকু মাটিত উষাৰ ছবিতে পৰে। থৰ হৈ সেই ছবিখনলৈ চায় যিমান ভালকৈ চাই তিমান উৎসুক হৈ যায়। পিছত হাতৰ আন ছবিবোৰ পৰি যায় আৰু উষাৰ ছবিখন তুলি আনি বৰ ব্যগ্ৰ হৈ চায়]

এঁ এঁ কি প্ৰহেলিকা। চিনি পাওঁ—চিনি পাওঁ—মই ক'ৰবাত দেখিছিলোনেকি? মোৰ—এয়ে দেখোঁ সেই ছবিখনি কল্পনাৰ মাজৰপৰা ওলাই আহি এই পটত হাঁহি আছেহি। কত জনমৰেপৰা যেন দেখি আহিছো—কত জনমৰপৰা মই তোমাৰ কোমল কোলাত মূৰ থৈ আহিছো—কত জনমৰ পৰা মই তোমাৰ অধৰ চুমি আহিছো—কতবাৰ তোমাৰ হাঁহিত মই উটিবুৰি সংসাৰ পাহৰি গৈছো। কত জনমৰপৰা! এয়া—এয়া—মই তোমাৰ বুকুৰ স্পন্দন শুনিবলৈ পাইছো— এয়া তোমাৰ তপত বিৰহৰ নিশাহে মোৰ গোটেই গা তিয়াই দিছেহি—

চিত্ৰ ঃ কুমাৰ—কুমাৰ—কুমাৰ!

[অনিৰুদ্ধই চমক খাই ৰয়]

অনিৰুদ্ধ ঃ কোন? কোন? এঁ!

চিত্ৰ ঃ মই চিত্ৰ-বিক্ৰেতা! আপোনাৰ কি হৈছে?

অনিৰুদ্ধ ঃ নহয়—নহয়—তুমিতো নোহোৱা চিত্ৰ-বিক্ৰেতা, গন্ধৰ্ব বালক! তুমি মোৰ কোনোৱা জনমৰ পৰম হিতাকাঙক্ষী, মোৰ প্ৰাণৰ বান্ধৱ, ভুলকৈ বিধতাই তোমাক গন্ধৰ্ব্ব কুলত জনম দিলেগৈ, তুমিতো গন্ধৰ্ব্ব নোহোৱা। তুমি পুৱতিৰ নবীন সূৰুয, জীৱন-ৰাতিৰ চিৰ আকাঙ্ক্ষিত স্নিগ্ধ উষাক আনি মোৰ আগত ঢালি দিলাহি। তুমিতো বালক নোহোৱা—তুমি পূৰ্ণ যৌৱনৰ অধিষ্ঠাত্ৰী দেৱতা—যৌৱনৰ বাসনাৰ তৃপ্তি সাধিবলৈ মোৰ আগত থিয় দিছাহি। তুমিতো পাৰ্থিব নোহোৱা। অপাৰ্থিব তুমি—মোৰ যৌৱনৰ আৰাধ্য দেৱতাস্বৰূপ অনঙ্গ— মোৰ প্ৰেয়সীৰ বাতৰি পঞ্চ-শৰৰ আগেদি মোলৈ আনি মোৰ আগত থিয় দিছাহি।

চিত্ৰ ঃ কুমাৰ! আপুনি এই ছবিখনি দেখি এনে অধৈৰ্য্য হৈছে? কি হ'ল আপোনাৰ? আপুনি এই পটৰ মানুহজনীক চিনি পায়নেকি?

অনিৰুদ্ধ ঃ চিনি নাপাম? বিধাতাই এওঁৰ সৈতে মোৰ সৃষ্টিৰ প্ৰথম দিনাই চিনাকি কৰি দিছে—সেই চিন আৰু মই ক'ত হেৰুৱাব পাৰো। মোৰ আত্মাই এওঁক চিনি পায়। তুমি কব পাৰানে বালক, এওঁ ক'ত আছে ?

চিত্র : আপুনি এওঁক কেনেকে চিনি পায়? আপুনি জানো আগেয়ে ক'ৰবাত দেখিছে?

অনিৰুদ্ধ : জনমে জনমে দেখি আহিছো, মোৰ অন্তৰৰ গুপুত বেহুৰ মাজত লুকাই মোৰ সৈতে সদায় কথা পাতি আছে। আকৌ তুমি অচিনাকি বুলি কৈছা? মূৰ্খ বালক।

চিত্র : অৱশ্যে আপুনি ক'ৰবাত দেখিব পাৰে। আগৰ চিনাকিও থাকিব পাৰে।

[অনিৰুদ্ধই পটখন লৈ বহুত পৰ নিতাল মাৰি বহি থাকে।]

চিত্র : কুমাৰ!

অনিৰুদ্ধ : অ' বালক, তুমি মোৰ সৈতে আহাঁ আহাঁ—

[এইবুলি অনিৰুদ্ধই ছবি চাই চাই এফালে গুচি যায়। চিত্র অলপ ৰয়।]

চিত্র : কিনো কথা আকৌ!

[ছবিৰ টোপোলা লৈ অনিৰুদ্ধৰ গতি-বিধি চাই চাই এখোজ-দুখোজকৈ অনিৰুদ্ধৰ পাছে পাছে যায়গৈ। কিছুপৰৰ পাছত দুয়ো কথাপাতি সোমাই আহে। অনিৰুদ্ধ বৰ গহীন আৰু উৎসুক।]

চিত্র : সঁচাই, মোৰ কল্পনাৰ। [এৰা, এওঁক ভালকৈ পৰীক্ষা কৰি চোৱা যাওক, এওঁ কিমান দ।]

অনিৰুদ্ধ : সঁচা কথা কোৱা, চিত্র-বিক্রেতা বালক! এই ছবি কাল্পনিক নে জীৱন্ত? কোৱা, কোৱা—বালক, কোৱা।

চিত্র : চাই কাল্পনিক!

অনিৰুদ্ধ : কাল্পনিক! এই ছবি বাস্তৱ জগতত নাই। নহয় নহয়, তোমাৰ কল্পনাইতো এনে কল্পনা কৰিব নোৱাৰা ৰূপ কল্পনা কৰিব নোৱাৰে। নিশ্চয় এই কুঁৱৰী জীৱন্ত। কাৰোবাৰ ৰূপ-মাধুৰী তুমি দেখিছিলা, সেয়েই তোমাৰ চিত্রপটত নজনাভাৱে প্ৰকাশ পাইছে। সঁচা কথা কোৱা, বালক! তুমি ক'ত দেখিছিলা? কোৱা।

চিত্র : [অলপ হঁহা যেন কৰে] সঁচা।

অনিৰুদ্ধ : কি, তুমি হাঁহিছা! নহয় নহয়—তুমি জানা ; তুমি জানা। মোৰ অস্থি-পঞ্জৰ চূৰমাৰ হৈ যাব খুজিছে। ক'ত আছে? ক'ত আছে কোৱা। গন্ধৰ্ব্ব! অনিৰুদ্ধৰ যথাসৰ্ব্বস্ব তোমাৰ, তুমি কেৱল মোক কোৱা এওঁ কোন?

চিত্র : আপুনিনো জানিব পাৰিলে কি কৰিব?

অনিৰুদ্ধ : তুমি ল'ৰা মানুহ—যাওঁক সেইবোৰ কথা, কোৱা; কোৱা।

[চিত্ৰৰ গাত হাত দি সোধে আৰু আচৰিত হৈ আঁতৰি আহি] কি বালক, তুমি কোন? মায়াবী! বালক—তুমিতো বালক নোহোৱা তুমি কোনোবা মায়াবিনী। তোমাৰ স্পৰ্শত কি উন্মাদনা সনা আছে। কি কোমলতা সনা আছে। কোন? কোন তুমি ছদ্মবেশী? তোমাৰ বালকত্বৰ ওপৰত মোৰ সন্দেহ হৈছে। নহয়, নহয়; তুমি কোনোবা মায়াবী, মোক কিবা মোহিনী মন্ত্ৰেৰে ভুলাব খুজিছা। [অলপ পৰ ৰৈ] কিন্তু মোৰ যে এই ছবিখনি চিৰ- পৰিচিত। কি প্ৰহেলিকা, মই একো বুজা নাই।

চিত্ৰ : আৰুতো ছদ্মবেশেৰে নোৱাৰি। এনে তীক্ষ্ণ অনুভৱ শক্তি ! কুমাৰ! আপুনি স্থিৰ হওঁক। মই আপোনাক ভাঙি-পাতি কওঁ। এই ছবিখনি জীৱন্ত।

অনিৰুদ্ধ : জীৱন্ত! জীৱন্ত!

চিত্ৰ : কুমাৰ! স্থিৰ হৈ বহক। মই কওঁ শুনক।

[অনিৰুদ্ধ আচৰিত হৈ বহে।]

অনিৰুদ্ধ : কোৱা! কোৱা!

চিত্ৰ : বাৰু কুমাৰ! মই আগেয়ে এটা কথা সোধো, ক'বনে?

অনিৰুদ্ধ : কোৱা কি ক'ব খুজিছা।

চিত্ৰ : আপুনি এই ছবিখনত থকা—

অনিৰুদ্ধ : ওঁ ওঁ বুজিছো। মই নিজেই ক'ব নোৱাৰো মই কেনেকৈ চিনি পাওঁ, ক'ত দেখিছিলো। এওঁ কিন্তু মোৰ চিনাকি। এই মুখখন মোৰ বৰ আপোন। কোৱা বালক এওঁ ক'ত আছে?

[চিত্ৰ মনে মনে থাকে।]

অনিৰুদ্ধ : কোৱা বালক।

চিত্ৰ : এওঁ শোণিতৰ।

অনিৰুদ্ধ : শোণিতৰ!

চিত্ৰ : এৰা। বাণৰ জীয়ৰী।

অনিৰুদ্ধ : [কিছুপৰ মনে মনে থাকি।] তুমি এতিয়া ক'লৈ যাবা?

চিত্ৰ : মই চিত্ৰ বেচিবলৈ আন ঠাইলৈ যাম।

অনিৰুদ্ধ : বালক। তোমাৰ মুখৰ ভাব কিয় এনে?

চিত্ৰ : কেনে?

অনিৰুদ্ধ : বালক! [মনে মনে ভাবে।]

চিত্ৰ : এৰা— এতিয়াই আত্মপ্ৰকাশ নকৰিলে বেয়া হ'ব। কুমাৰ।

অনিৰুদ্ধ : কি?
চিত্ৰ : সঁচা কথা কওঁ, শুনক।
অনিৰুদ্ধ : কি?
চিত্ৰ : মই এই কুঁৱৰীৰ ভাৰপৰা আহিছোঁ।
অনিৰুদ্ধ : কি ? কি?
চিত্ৰ : সঁচা। মই গন্ধৰ্ব্ব বালক নহওঁ।

[বালক বেশ পৰিত্যাগ কৰে। অনিৰুদ্ধ আচৰিত হয়।]

আচৰিত নহ'ব কুমাৰ। মইয়ে এই কুঁৱৰীৰ সখীয়েক চিত্ৰলেখা।

অনিৰুদ্ধ : কি! তুমিয়েই চিত্ৰলেখা?
চিত্ৰ : এৰা। মই আপোনাক নিবলৈ আহিছোঁ। মোৰ সখী বাণৰ জীয়ৰী উষা আপোনাৰ প্ৰণয়প্ৰাৰ্থিনী।
অনিৰুদ্ধ : প্ৰণয়প্ৰাৰ্থিনী? উষা ?—নহয়, নহয়। তুমি কোনোবা মায়াবিনীনেকি? মোক ছলনা কৰিছাহি? তুমি যে চিত্ৰলেখা, নৃত্যগীত বিশাৰদা শোণিত মন্ত্ৰীৰ জীয়ৰী, তাক মই কেনেকৈ জানিম? তোমাৰ আগত মই কি বুলি থিয় দি থাকিম— মইতো তোমাক বিশ্বাস কৰিব নোৱাৰো। তুমি কোনোবা ছদ্মবেশী মায়াবিনী।
চিত্ৰ : মোৰ পৰিচয় লাগে?
অনিৰুদ্ধ : নিশ্চয়। নহ'লে মই তোমাৰ সৈতে আৰু কথা নাপাতো, তুমি মায়াবিনী।
চিত্ৰ : তেন্তে মই কিহেৰে প্ৰমাণ কৰাব লাগে?
অনিৰুদ্ধ : নৃত্যেৰে যদি বিশ্বাস কৰাব পাৰা। চিত্ৰলেখাৰ সেই অসামান্য নৃত্য যদি দেখুৱাব পাৰা, তেন্তে তোমাক মই চিত্ৰ বুলি পতিয়াম।
চিত্ৰ : বাৰু তেন্তে। মোৰ মায়াৰ কৌশলৰ সময় এতিয়াই।

[চিত্ৰলেখাই মায়াৰ প্ৰভাৱেৰে সেই ঠাইডোখৰ এই দৃশ্যলৈ পৰিণত কৰে, অনিৰুদ্ধই মুগ্ধ হৈ চাই থাকে।]

* * * 		দিব্য উপবন
দেখিলন্ত বিদ্যমান।
ফল ফুল ধৰি 		জকমক কৰি
আছে যত বৃক্ষ মান॥
শিৰীষ সেউতী 		তমাল মালতী
লবঙ্গ ৰাঙ্গী গুলাল।
কৰবীৰ বক 		কাঞ্চন চম্পক
ফল ভৰে ভাগে ডাল॥

শেৱালী নেৱালি পলাশ পাৰলী
পাৰিজাত যুথী জাই।
বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই॥
কনোৰ কনাৰী কদম্ব বাবৰী
নাগেশ্বৰ সিংহচম্পা।
অশোক অপাৰ দেৱনা মন্দাৰ
মণিৰাজ ৰাজচম্পা॥
কুন্দ কুৰুবক কেতেকী তগৰ
গন্ধে মোহে বহুদূৰ।
গুটিমালী ভেণ্টি ৰঙ্গীণ ৰেৱতী
মৰুৱা মধাই ধুস্তুৰ॥
চন্দন অগৰু দিব্য কল্পতৰু
দেৱদাৰু পদ্মবাসী।
প্ৰতি গাছে গাছে ভিস্ডা বান্ধি আছে
সুবৰ্ণ মাণিকে খচি॥
মণি মৰকত স্থূলী নানা মত
দীপ্তি কৰে তাৰ কাছে।
মহা মনোহৰ দীঘি সৰোবৰ
তাৰ মাজে মাজে আছে॥
চাৰিয়ো কাষৰে প্ৰবাল বাখৰে
বান্ধিলা বিচিত্ৰ কৰি।
বৈদুৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মৰকত খাটখৰি॥
সুবৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঞ্জি।
শোভে চক্ৰবাক ৰাজ হংসজাক
মৃণাল ভুঞ্জে উভঞ্জি॥
কোড়া কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয়ভাৱে।
অমৃত সমান জল কৰি পান
ত্যজে সুললিত ৰাৱে॥

চাৰিয়ো পাৰত দিব্য পুষ্প যত
গন্ধে দশোদিশ বাসে।
অনেক ভ্ৰমৰে বেড়িয়া গুঞ্জৰে
মধু পান অভিলাষে॥
যত দিব্য পক্ষী ফল ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বাৱ॥"

[তাৰ পিছত চিত্ৰলেখাই মোহিনী বেশ ধৰি নাচিবলৈ ধৰে। অনিৰুদ্ধ লাহে লাহে মুগ্ধ হৈ যাবলৈ ধৰে।]

## নাচোন

* * * * * *

দিব্য কন্যা আছে এক তাতে।
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা খেৰি খেলে দুয়ো হাতে॥
তপ্ত সুৱৰ্ণৰ সম জ্বলে দেহ নিৰূপম
ললিত বলিত হাত পাৱ।
চক্ষু কমলৰ পাশি মুখে মনোহৰ হাসি
সঘনে দৰশৈ কামভাৱ॥
উৰ্দ্ধক ক্ষেপন্ত ভন্টা কৰন্ত কতাক্ষ ছটা
লীলাগতি দেখাই ফুৰে পাক।
সোলকে উচ্ছল খোপা খসে পাৰিজাত থোপা
বামহাতে সম্বৰন্ত তাক॥
কৰ্ণৰ কুণ্ডল দোলে * * *
গলে ৰত্নমালা জিকি পাৰে।
সুবৰ্ণ কঙ্কন ধ্বনি কৰে ৰুণঝুণ শুনি
প্ৰকাশে হৃদয় হেমহাৰে॥
কণ্ঠে লৰে সাতসৰি লয়লাসে কাঢ়ে ভৰি
আগ বাঢ়ি পাছে গুচি যান্ত।

* * * যেন ম'য়ৰা ধৰে চালি
* * কটাক্ষ কৰি চান্ত॥
দৰশান্ত কাষ পিঠি খনো হাসে সমদৃষ্টি
চাহি লাজে চান্ত চক্ষু মুদি।
ভ্ৰমন্ত অনেক ভাৱে উৰুবাৱে বস্ত্ৰ বাৰে
* * * ॥
কঙ্কালে কিঙ্কিণী বাজে চৰণ কমল মাজে
ৰত্নৰ নূপুৰ ৰুণঝুন।
হালে অতি মধ্যদেশ সংসাৰ মোহিনী বেশ
একো অঙ্গে নাহি খতিখুন॥
মুখ চন্দ্ৰসম শোভে পদ্মৰ সুৰভি লোভে
বেঢ়ি মধুকৰে কৰে ৰোল।
শৰীৰৰ লাস বেশ নেত্ৰৰ কটাক্ষ ঠেস
— — — ॥

ভন্টা খেৰি খেলান্তে হাতৰপৰা উৰি।
গৈল গুটি পাছে কতো মুৰুক উফৰি॥"

[তাতে চিত্ৰই ভেতিয়া কুমাৰৰফালে চাই লাহে লাহে আঁতৰি গৈ থাকে। অনিৰুদ্ধ মুগ্ধ হৈ পাছে পাছে গুচি যায়গৈ।]

### ষষ্ঠ দৰ্শন

[দ্বাৰকাৰ বাহিৰৰ সাগৰৰ পাৰত। চিত্ৰ এখোজ দুখোজকৈ গৈ থাকে। অনিৰুদ্ধ মুগ্ধ অৱস্থাতে পাছে পাছে।]

অনিৰুদ্ধ : সঁচাকৈয়ে ইমান সুন্দৰী? মোৰ কল্পনাৰ সেই অনিন্দ্যসুন্দৰ মূৰ্ত্তিখনি তোমাৰ প্ৰত্যেক কথাই কথাই উজ্জ্বল হৈ আহিব লাগিছে ; সহস্ৰ সুন্দৰ হৈ মোৰ আগন্ত হাঁহিব লাগিছে। চিত্ৰ—

চিত্ৰ : তুমি মন কৰিছানে?

অনিৰুদ্ধ : কি?

চিত্ৰ : জোনালী নিশা যেতিয়া গোটেই পৃথিৱীত ৰূপৰ জেউতি চৰি উঠে—আকাশত যেতিয়া শত-সহস্ৰ তৰাবোৰে জেউতি বিলাই হাঁহি উঠে—আৰু সেই সৌন্দৰ্য্যত বুৰ গৈ নিজবাটিয়ে যেতিয়া কুলুকুলুকৈ বৈ গৈ এটি বিৰাট সৌন্দৰ্য্যৰ সৃষ্টি কৰে—তাকো সেই ৰূপৰ সৈতে ৰিজাব নোৱাৰি।

অনিৰুদ্ধ : চিত্ৰ—চিত্ৰ—ইমান সুন্দৰী?

চিত্ৰ : কুমাৰ মন কৰিছানে?

অনিৰুদ্ধ : কি?

চিত্ৰ : পুৱা যেতিয়া হেঙুলি উষাৰ কিৰণ আহি গোলাপৰ পাহিত ওলমি থকা নিয়ৰৰ মুকুতাবোৰত পৰি জিলিঙনি তোলে, আকাশত যেতিয়া এটা ৰঙচুৱা দিগন্ত-বিয়পা সৌন্দৰ্য্যৰ সৃষ্টি কৰি গোটেই বিশ্বসংসাৰ সেই সৌন্দৰ্য্যত অভিভূত কৰি এক মহান মোহিনী সৌন্দৰ্য্যৰ সৃষ্টি কৰে—

অনিৰুদ্ধ : ওঁ—

চিত্ৰ : সিও চেৰপৰা।

অনিৰুদ্ধ : মই চাওঁ—মই চাওঁ—

চিত্ৰ : তুমি মন কৰিছানে?

অনিৰুদ্ধ : ওঁ?

চিত্ৰ : মধুৰ বসন্তত যেতিয়া গছে কুঁহিপাতবোৰ গজিবলৈ ধৰে, বাসন্তীৰ তুলিৰ বৰণত যেতিয়া গছ-পাত-লতাবোৰে আত্মসমৰ্পণ কৰি ন যৌৱনৰ লাজুকী আভা ফুটাই পুৱাৰ কোমল কিৰণতে উৰালি পৰিব খোজে—সেই সৌন্দৰ্য্য তুমি মন কৰিছানে?

অনিৰুদ্ধ : ইমান? ইমান? চিত্ৰ—চিত্ৰ, তোমাৰ বৰ্ণনাত মই বিয়াকুল—লৈ ব'লা, লৈ ব'লা—এবাৰ চাওঁগৈ মই—এই বিশ্বসংসাৰত সিঁচৰতি হৈ থকা বিৰাট সৌন্দৰ্য্য য'ত একে ঠাইতে থুপ খাই আছে। মই বিশ্বসংসাৰৰ সৌন্দৰ্য্য—সেই বিশ্ববিজয়ী সুন্দৰীৰ অধৰ চুমি—

চিত্ৰ : ৰ'বা—তুমি মনকৰিছানে?

অনিৰুদ্ধ : আৰু এই সৌন্দৰ্য্যকে মই সাৱটি ধৰিব পৰা নাই—চিত্ৰ—মোৰ আগত তুমি সৌন্দৰ্য্যৰ অনন্ত সমুদ্ৰ মুকলি কৰি দিছা—তাৰ পাৰ আৰু নাইকিয়া হ'বলা।

চিত্ৰ : হিমালয় তুষাৰে ঢকা টিং যি ৰেখাত নীলিম আকাশৰ সৈতে মিলো-মিলোকৈ লীন যাব খুজিছে, তাত যেতিয়া অস্তাচলৰ সূৰুযৰ শেষ কিৰণৰ ৰেখা এটা আহি পৰি সেই অতুল সৌন্দৰ্য্যত ৰং চৰাই লাহে লাহে মাৰ গৈ এবাৰ নীলা এবাৰ ৰঙা এবাৰ হেঙুলীয়া ৰবণত পৰিণত হ'ব খোজো-খোজো কৰে, সেই সৌন্দৰ্য্য উষাৰ সৌন্দৰ্য্যৰ আগত ম্লান পৰি যাব—তেতিয়া দেখিবা তুমি সেই ৰূপৰ সৈতে সেই ৰূপৰ লক্ষ যোজনৰ আঁতৰ—

অনিৰুদ্ধ ঃ চিত্ৰ—চিত্ৰ—মোৰ আৰু কল্পনাৰে সেই সৌন্দৰ্য্য ভাৱিব পৰা নাই—মোৰ চকুৰ আগত সৌন্দৰ্য্য আহি মোৰ দৃষ্টি ধুঁৱলী-কুঁৱলী কৰি দিছে—মোক লৈ ব'লা— লৈ ব'লা—মই চাওঁগে—চাওঁগে।

[চিত্ৰই লাহে লাহে কুমাৰক হাতত ধৰি লৈ যায় কুমাৰ এখোজ-দুখোজকৈ ওলাই যায়। অনিৰুদ্ধ একেবাৰে মুগ্ধ তন্ময়।]

## সপ্তম দৰ্শন

[উষাৰ নগৰ। জোনাক নিশা। এটা মুকলি কোঠাত উষাই আকাশৰফালে চাই পালঙ্কত বহি আছিল। জোনৰ পোহৰ আহি গোটেই ঠাইডোখৰ পোহৰাই থৈছিল। উষাৰ সখীয়েকহঁতে বহি উষাৰ মন ভাল লগাবলৈ নাম গাই আছিল। উষা আনমনেৰে আকাশৰফালে উদাস হৈ চাই আছিল। চুলিবোৰ কেকোঁৰা হৈ দুই-এডাল উষাৰ গালত পৰি আছিল।]

সখীবোৰে গায়

অ' সখি আহিব পিয়া

ৰূপহী জোনেৰে
কিৰণ জকেমকাই
বিৰিখৰ পাততে আহিব পিয়া
সখীৰে চকুৰে
নিয়ৰ জকেমকাই
লাৱনী গালতে আহিব পিয়া
আমাৰে সখীয়ে
ইনাই বিনাই
বিৰহ-বেদনাতে
মিলন-বাসনাতে আহিব পিয়া

[লাহে লাহে চিত্ৰ হাঁহি সোমাই আহে।]

চিত্ৰ ঃ ৰূপহ! ৰূপহ!

[সকলো ৰয়। উষাই চিত্ৰক দেখি লৰ মাৰি আহি চিত্ৰক সাবট মাৰি ধৰি চুমা খায়। চিত্ৰয়ো গৰা মাৰি ধৰে।]

উষা ঃ আহিলা সখী?

চিত্ৰ ঃ অঁ আহিলো সখী। পিছে তোমাৰ ভালনে?

উষা ঃ মোক আকৌ সুধিছাহে? মোৰ ভাল- বেয়া দেখোন তোমাৰ হাততেই।

[চিত্ৰৰ মুখলৈ চাই থাকে।]

চিত্ৰ : [হাঁহি] নাই, সখী মিছা হ'ল।

উষা : [কিছুপৰ থৰ লাগি ৰয়] সখী। [চকু মোহাৰে]

চিত্ৰ : ইহ্, বৰ কান্দি দেখুৱাইছে! বেজাৰনো থয় ক'ত। সজে সজে চকুৰপৰা হাত গুচুৱা, তেহে—

উষা : [চকুৰপৰা হাত গুচাই] সঁচানেকি, সখী আহিছে—নেকি?

চিত্ৰ : নাইহে, নোৱাৰিলো আৰু। সেইবোৰ এৰি দিয়া।

উষা : [পালেঙক বহি কাপোৰেৰে মুখ ঢাকি কান্দে। তাৰ পাছত চিত্ৰই লুকুৱাই পোৱা ঠাইৰ পৰা অনিৰুদ্ধক লৈ আহে। সখীবোৰ বৰ ব্যগ্ৰ হৈ অনিৰুদ্ধলৈ চাবলৈ ধৰে।]

চিত্ৰ : উষা—

[উষাই চকুৰ কাপোৰ গুচাই অনিৰুদ্ধক দেখি থৰ লাগি চায়, অনিৰুদ্ধও থৰ লাগে। চিত্ৰৰ ইঙ্গিতত আটাইবোৰ সখী তাৰপৰা গুচি যায়, চিত্ৰও গুচি যায়। উষাই তলমূৰ কৰে। অনিৰুদ্ধ যাওঁ নেযাওঁকৈ উষাৰ ওচৰলৈ যায়। উষাই অনিৰুদ্ধৰ ভৰিত পৰি সেৱা কৰে। অনিৰুদ্ধই দুই বাহুত ধৰি তোলে। এনেতে চিত্ৰ, পত্ৰ আৰু সখীবোৰ সোমাই আহে। চিত্ৰৰ হাতত দুধাৰ মালা।]

চিত্ৰ : দেখিছা বাৰু।

[দুয়ো আঁতৰ হয়।]

বাৰু, এতিয়া এইবোৰ কৰি থাকিলে নহয়। এতিয়া তোমালোক দুয়োকে গন্ধৰ্ব্ব প্ৰথামতে তেনেই ওচৰ চপাই দিওঁ দেই।

[উষাৰ হাতত এধাৰ মালা দি]

হোঁৱা এই মালা ধাৰ লোৱা।

[অনিৰুদ্ধৰ হাতত এধাৰ দি]

হোঁৱা এই ধাৰ। উষা, এতিয়া তোমালোকৰ পুৰোহিত ময়েই দেই। বাৰু এতিয়া উষা, তুমি কুমাৰৰ ডিঙিত মালাধাৰ দি সেৱা কৰা।

[উষাই তেনে কৰে।]

কুমাৰ তুমি মালা দিয়া। সখীবোৰে উৰুলি দিয়া।

[অনিৰুদ্ধই মালা দিয়ে, সখীবোৰে উৰুলি দিয়া।]

কুমাৰ, এতিয়া তুমি উষাৰ দুগালে দুটি চুমা খোৱা।

[অনিৰুদ্ধই নাখাই ৰয়, চিত্ৰই দুনাই কোৱাত অলপ সঙ্কোচকৈ খায় আৰু উষা লাজতে আঁতৰি গৈ পালেঙত কুচিমুচি বহি মুখ ঢাকে।]

[চিত্ৰলেখাই হাঁহি চাপৰি মাৰি নাম লগাই দিয়ে, সখীবোৰে নাচি নাচি গায়। পাছত অনিৰুদ্ধক উষাৰ ওচৰত চিত্ৰই বহুৱাই দিয়েগৈ।]

**নাম**

ৰূপহ কোঁৱৰৰ চুমা-পৰশতে
লাজুকী কুঁৱৰী মৰহি যায়।
সোণতে সুৰগা আছি সানি দিয়ে
গোলাপী গালতে ৰঙে চৰাই।
সপোনৰে সখা আহি দিলে দেখা
দিয়া সখী দিয়া হিয়া বিলাই।

**আঁৰ-কাপোৰ**

## চতুৰ্থ অঙ্ক
### প্ৰথম দৰ্শন

[উষাৰ অন্তঃপুৰৰ এটা কোঠা। সন্ধিয়া লাগি আহিছে। অনিৰুদ্ধ আৰু উষাই দুৱৰ গবাক্ষ এখনৰ ওচৰত বহি সন্ধিয়াৰ দৃশ্য চাই ভোল গৈ আছিল। আন কোঠাত থকা সখীবোৰৰ বীণাবপৰা মৃদু মৃদু ৰাজাব আৰু সুৰ আহি কাণত পৰিছিলহি। উষা আৰু অনিৰুদ্ধই সেই দৃশ্য চাই নানা কথা-বতৰা পাতি আছিল।]

অনিৰুদ্ধ : উষা, সঁচাকৈয়ে সন্ধিয়াৰ ৰ'দ পৰি তোমাৰ মুখখন কেনে সুন্দৰ হৈছে!

উষা : ইস্—নাই—[অনিৰুদ্ধৰ আঙুলিকেইটা চাই।] নহয়, চোৱাচোন তোমাৰ আঙুলিকেইটা কেনে লনি, কেনে সুন্দৰ— মই বৰ ভাল পাওঁ।

অনিৰুদ্ধ : বাৰু উষা, মই যেতিয়া প্ৰথমে তোমাৰ আগত ওলালোহি, তোমাৰ কেনে লাগিছিল?
[উষাই হাঁহি অনিৰুদ্ধৰ মুখলৈ চাই থাকে।]
ভাবিছিলা চাগে আপদটো ওলালহি—

উষা : ইস্—ইস্—

অনিৰুদ্ধ : নহয় জানো?

উষা : নহয় ; তোমাক দেখি মোৰ বৰ লাজ লাগিছিল—তোমাৰ কাষলৈ গৈ তোমাক সাৱটি ধৰিবৰ মন গৈছিল—পিছে ভয়িয়েহে যাব নুখুজিছিল।

অনিৰুদ্ধ : বাৰু এটা কথা—উষা, তোমাক ভগৱতীয়ে বৰ সুন্দৰ সুন্দৰ নাচোন শিকাইছিল নহয়, ক'তা মোক নেদেখুৱালা?

উষা : অঁ, শিকাইছিল।

অনিৰুদ্ধ : বাৰু মোক দেখুওৱাচোন।

উষা : এতিয়াইনে?

অনিৰুদ্ধ : ওঁ, এতিয়াই।

উষা : বীণ বজাব কোনে?

অনিৰুদ্ধ : বাৰু সেয়া বীণৰ মাত শুনিছাই নহয়— মই বাৰু হাতেৰে চাপৰি বজাই যাম— ওঁ—ওঁ ।

[উষাই অলপ পৰ বয়।]

অনিৰুদ্ধ : কি হ'ল?

উষা : বাৰু—বাৰু নাচোঁ।

[উষাই বৰ সুন্দৰকৈ লয়লাস গতিৰে তৰি চলাই এটি নৃত্য কৰে—অনিৰুদ্ধই চাই হাঁহি হাঁহি ওচৰলৈ যায়।] এইটোকে প্ৰথমে মোক ভগৱতীয়ে শিকাইছিল—

অনিৰুদ্ধ : এনে সুন্দৰ—

[উষাই বাধা দি]

উষা : বাৰু বাৰু, প্ৰশংসা কৰিব নালাগে।

অনিৰুদ্ধ : আৰু তুমি বহুতো জানা, নহয়?

উষা : ওঁ পাছেকৈ দেখুৱাম।

অনিৰুদ্ধ : তেন্তে তুমি আমাৰ তালৈ গ'লে তাৰ ছোৱালীবোৰক তোমাৰ এই নৃত্যবোৰ শিকাব লাগিব দেই।

উষা : বাৰু—বাৰু।

অনিৰুদ্ধ : [সন্ধ্যাৰ আকাশলৈ চাই] অ' সৌৱা বেলি মাৰ যাব খুজিছে—সেইফালেই আমাৰ ঘৰ— কেনে সুন্দৰ চোৱাচোন— উষা—

[উষাই অনিৰুদ্ধৰ ডিঙিত ধৰি সেইফালে গৈ সন্ধ্যাৰ দৃশ্য চাই থাকেগৈ। এনেতে কোঠাৰ এমূৰেদি কুঁজী সোমাই আহি উষাৰ সৈতে অনিৰুদ্ধক দেখি বৰ আচৰিত হয়।]

কুঁজী : [নাচে নাচে] এঁ এঁ এইটো আকৌ ক'ৰ ডেকা? কি কথা, কি বস্তবা? আও বোপাই যি উষাৰ অন্তেষপুৰত মাখি এটাও সোমাব নোৱাৰে এঁ, এইটো ক'ৰ ডেকা সোমাই এইদৰে ফুচ্ ফুচ্ ফাচ্ ফাচ্ কৈ মেল পাতি আছেহি! বৰ আচৰিত দেখোন। বৰ সাহ দেখোন। সিংহ যেন বাণ ৰজাৰ অন্তেষপুৰত—হায়, হায়, যি ভয় কৰিছিলো সেয়ে হ'ল—সেয়ে ক'ত ঘৰিশালে। দিনে-ৰাতিয়ে পালি-

পহৰীয়াৰ নইখা নাই। তাৰ মাজতে ভাল এই কামোৰটো মাৰিলে। ভাল মাৰিলে।

[অনিৰুদ্ধক ভালকৈ চাই]

খালে খালে, ৰজাই মোক খালে। ৰজাৰ কাণ চুৰাই থওঁ!

[অনিৰুদ্ধক চাই ওলাই যায়।]

## দ্বিতীয় দৰ্শন

[বাণৰ নগৰ। অন্তঃপুৰ। মধুমতী আৰু কুঁজী কথা পাতি পাতি সোমাই আহে।]

মধুমতী : কুঁজী তোৰ কথা সঁচানে? উষাই এনে কৰিবনে?

কুঁজী : [মুখ বিকটাই] মোক মিছা ক'বলৈনো কিহে পাইছে আই! আপোনাৰ শপত আই, মৰিবলৈ হেৰেই, সঁচাই উষাই অচিনাকি ল'ৰা এটা আনি তাৰ সঙ্গত আছে। আমাৰ হাক-বচন নুশুনে। এ আই! মোক চিত্ৰলেখীয়ে আকৌ মনে মনে থাকিবলৈ বহুতো বুজালে নহয়! মই বোলো কেতিয়াও কাকো নকওঁ দে। পিছে মাকে ৰাতি মনে মনে গুচি আহিলো। এৰা আই এনেহে কথা। পিছে এতিয়া কি কৰিব খুজিছে?

মধুমতী : [অলপ পৰ ভাবি] পিছে কিনো কৰো এতিয়া? মনে মনে ল'ৰাটোক বঢ়াই-বুজাই পঠিয়াই দেগৈ। ইমান পালি-পহৰীয়াৰ মাজত। জাননে কুঁজী, ল'ৰাটো ক'ৰ?

কুঁজী : ল'ৰাটোৰ কথাকে নক'বা আই! সাইলাখ দেৱতাহে। মুখকে চাবানে, ভৰিকে চাবানে, চকুকে চাবানে, নাককে চাবা! আই, ক'ৰবাৰ দেৱতাৰ ল'ৰা যেনহে লাগে। যেয়েই নহওক আই, দুয়োটা মিলি পৰিছে। দেৱতাৰ বাহিৰেনো আন কোন সোমাবহি?

মধুমতী : নিশ্চয় উষাই যোগ্যজনৰ হাততহে আত্মসমৰ্পণ কৰিছে। মই আগেয়ে মহাৰাজক কৈছিলো, কিন্তু তেতিয়া মোৰ কথা নুশুনিলে।

কুঁজী : আই! পিছে কথাটোতো ৰজাক জনাব লাগিব নহয়! ৰজাই মোৰ গাতহে তাইৰ ভাৰ দিছিল। যদি আই মই কথাটো লুকুৱাওঁ মোকতো শুদাই নেৰিব।

মধুমতী : নহয়, নহয়, ৰজাক নকবিগৈ কুঁজী!

কুঁজী : নহয়, নহয় আই! নহ'লে মই কটা যাব লাগিব। ইমান ডাঙৰ কথাটোনো কেনেকৈ লুকুৱাই থওঁ?

মধুমতী : কুঁজী! আগেয়ে তই মই কোবাটোকে কৰচোন—দুয়ো গৈ বঢ়াই-বুজাই ল'ৰাটোক পঠাই দিওঁগৈ। বাৰু, চিত্ৰলেখা থাকোতেনো এইবোৰ কেনেকৈ হ'বলৈ পালে?

কুঁজী : এ, আই! তাইৰ কথানো কি কবা? চিত্ৰৰো যোগ আছে আই! চিত্ৰৰো যোগ আছে—পিছে কথাটো ৰজাৰ কাণচুবাই থ'লেহে ভাল। মই যাওঁ।

মধুমতী : নহয় নহয় কুঁজী, নকৰিবিগৈ। মোৰ ছোৱালী আৰু জীয়াই নাথাকিব।

কুঁজী : নক'লে আই, মোৰ মূৰ যাব আই! মোৰ মূৰ যাব। [যাব খোজে।]

মধুমতী : [নিজৰ ডিঙিৰ মুকুতামালাধাৰ সোলোকাই দি।] হোঁ কুঁজী! এইধাৰকে তোক দিছো, তই নকবি। ৰজাই আৰু মোৰ ছোৱালীক জীয়াই নাৰাখিব।

কুঁজী : [মালাধাৰ লৈ] ক'বলৈতো হাক দিছে। পিছে—বাৰু নকওঁ। তেন্তে আপুনিও ব'লক, যি কৰে কৰিবগৈ।

মধুমতী : বাৰু মই ওলাওঁগৈ। তযো আহ। [যায়গৈ।]

কুঁজী : [মালাধাৰ ডিঙিত পিন্ধি] আই—আই— এওক কওঁতেই দেখোন মুকুতামালা পালো একা! ৰজাক ক'লে বা কি কৰে! নিশ্চয় মোক পটেশ্বৰী কৰিবই কৰিব। এই সুবিধা এৰি দিয়া নাযায়। মাকে, মোৰ কপাল ফুলিছে। বুঢ়ী হৈছো বুলিও তিনিজনী ডেকেৰীতকৈও চান। এৰা, ৰজাৰ ওচৰলৈ যাবহে লাগিল। মোক আকৌ জীয়েকক গতাই দিছে। পিছে জীয়েকে কৰিব সেইখন, মই মাজতে কটা যাওঁ কিয়?

[ওচি যায়গৈ।]

## তৃতীয় দৰ্শন

[ৰাজআলি। দুপৰীয়া। ভালকৈ সাজি-পাৰি কুঁজী বেগাবেগীকৈ আহে।]

কুঁজী : উস্ কটা। ভাল সাৰি আহিলো! কোনোমতেহে আহিছো। মোক আকৌ ক'বলৈ হাক দিয়ে! হে হে! মই টেঙৰীয়ে হ'বলা হাৰডাল পায়েই নোকোৱাকৈ থাকিম? সেই কথা হ'ব নোবাৰে। [অলপ ৰৈ] আজি কটা, মোৰ দিনটোৱেই কিবা ভাল হ'বলা। পুৱাই মুকুতাৰ মালাধাৰ পালো, মাকে। এইবাৰ ৰজাক কৈ পটেশ্বৰী হ'মেই হ'ম। যদি হওঁ পোনেই চিত্ৰলেখীৰ মূৰ খুৰাই বাজ কৰি দিম। মই তাইক এশিকা শিকাম মাকে, বুঢ়ীমাকক চিনাহে নাই। সদায় পেংলাইকৈ থকাৰ হোৰ তুলিম। [গালে চাই] ভালকৈয়েতো সাজি-পাৰি আহিছোৱেই, ডিঙিত মুকুতাৰ মালাধাৰ আছেই। চুলিকোচাও ভালকৈ

মেলাই আহিছোৱেই। মাকে, আজি ৰজাৰ মন খুৱাইছে এৰিম। এতিয়া তামোল এখনকে খাই মুখখন ৰঙা কৰি যাওঁ মাকে। [তামোল খাই] ই—সঁচাকৈয়ে মোৰ দেখোন কপালখন মুকলি হ'ল একা। সৌটো নাপিত আহিছে। তাৰপৰা দাপোণখন লৈ মুখখন ভালকৈ চাই লওঁ। [নাপিতক] হেৰৌ কটাৰ পো বন্দী নাপিত! এইফালে আহ। চাওঁ চাওঁ, তোৰ দাপোণখন দেচোন।

[নাপিত আহে।]

নাপিত : ই বোলো, আমাৰ কুঁজী বাই দেখোন! সাজি-পাৰিনো ক'লৈ ওলাইছা? ক'ৰবাত মিতিৰ খাবলৈ যোৱানেকি? বোলো তামোল খাই দেখোন মুখখন ফেচুলুকাৰ— [মুখত সোপা দি হাঁহে।]

কুঁজী : হেৰৌ কটা খেকাৰ-খোৱা নাপিত! বৰ সাহ দেখোন, একা ! এঁ কুঁজী বুলিছ? বাপেৰৰ ঘৰৰ বেটী পাইছনে, কটা গোলাম! মাৰৰ ভমক্ পোৱা নাই হ'বলা-দেখিবি মাৰে, কুঁজী কুঁজী নকৰিবি দেই। ৰজাৰ পটেশ্বৰী বুলি জনা নাই হ'বলা!

নাপিত : ঐ আই ! "খেমা" কৰিবা দেওহে। জানিলেনো আকৌ কওঁনে? পিছে পটেশ্বৰীনো হ'লা কেতিয়া? ৰজাৰ বেটীহে।—

কুঁজী : কটা বাপেৰৰ বেটী! ধেমালি পাইছ হ'বলা মাৰে চৌধপুৰুষৰ সৈতে শালত দিয়াম বুলি জনা নাই হ'বলা। দে কটা, দে দাপোণখন সোনকালে!

নাপিত : এ, মই নাজানো নহয়। [দাপোণ দিয়ে] পিছে আমালৈ আকৌ নাপাহৰিবা। চুকে-কোণে ক'ৰবাত গোজা মাৰি থ'বা দেই!

কুঁজী : [দাপোণত মুখখন চাই] বাৰু বোপাই! তোক কিবা এটা কৰিম বাৰু। পিছে হ'মহে, অ' বুজা নাই? বাৰু চাচোন চা, মই দেখিবলৈ কেনে হৈছো। ডেকেৰীজনী যেন হোৱা নাইনে?

নাপিত : নক'বা নক'বা, মই বৰ ভাল দেখিছো! সঁচাকৈয়ে ষোল বছৰীয়া দীপ্‌লিপ্ কইনাজনীহে যেন। মোৰ হ'লে একেবাৰে মন খাই গৈছে—

কুঁজী : এঁ কটা কুকুৰৰ পুতেক! তোৰ ইমানটো কলিজানে? কটা শৃকালি হৈ সিংহৰ আসে পাব? নে কটা তোৰ দাপোণ।

[দাপোণখন দলি মাৰি দিয়ে।]

নাপিত : [দাপোণখন বুটলি লৈ] যা যা ফেদেলী বুঢ়ী! ৰজাই তোক পটেশ্বৰী পাতিব! ভয় নকৰিবি দে, মই তোক হৰি নিবলৈ অহা নাই। যা যা মৰতী বুঢ়ী! ৰজাই ভালকৈ তেল-খাৰণিবে গা ধুবাই ল'ব, যা।

[ওচি যায়গৈ]

কুঁজী : ইস্ ইস্! কটাই গম পোৱা নাই হ'বলা দেই। বাৰু মাৰে গম পাবি। পিছত ভৰিৰ তলুৱা চেলেকিবলৈ তত্ হেৰাব মাৰে ।

[এনেতে গণক বাপুৰ আগমন হয়।]

কুঁজী : ই আমাৰ গাধৈ বাপু দেখোন! পিছে কোনফালে? মই আপোনাৰ তালৈ যাওঁহে বুলিছিলো।

গণক : অহে কুঁজী বুঢ়ীং ! কিং কাৰণাৎ?

কুঁজী : দেউ! বোলো মোৰ দিনটোকে গণি-পঢ়ি দিয়কচোন। ৰজাৰ ওচৰলৈ যাব লাগিব।

গণক : ৰাজ সমীপং? কিং কাৰণাৎ, অৰ্থাৎ ৰজাৰ ওচৰলৈ কিয়?

কুঁজী : এ দেউ, আপুনি নেজানেই হ'বলা আমাৰ উষাই কি কৰিলে?

গণক : উষাং? ৰাজকন্যাং? কিং কৰিলে?

কুঁজী : ল'ৰা এটা আনি অগ্নিগড় সুমুৱাইছেহি।

গণক : অহ হ হ । ইতি সত্য, ইতি সত্য । আজি মই যোগবলত তাক জানো। যুৱাপুৰুষ নহয় জানো?

কুঁজী : হয়, হয়।

গণক : কটিত মেখলা যি ধাৰণ কৰে?

কুঁজী : হয়, হয়।

গণক : মাজে মাজেং যে খোজকাঢ়ি ফুৰে আৰু মাজে মাজেং যে বহায়মান কৰে ?

কুঁজী : হয়, দেউতা! হয়, ঠিক ধৰিছে। দেউ! আপুনি যোগৰ বলত সকলো জানে নহয়নে?

গণক : যথাৰ্থং, যথাৰ্থং। মোৰ দৰে যোগী এই জগতত নাইঃ।

কুঁজী : হয়, দেউ। আপুনি সৰবজান। সেইহে আকৌ আপোনাৰ ওচৰলৈ যাবলৈ ধৰিছিলো। পিছে দেউ! মোৰ দিনটোনো কেনে গণি-পঢ়ি দিয়কচোন।

গণক ঃ উত্তমং উত্তমঃ । [মাটিত বহে আৰু আঁক পাৰে] অহ হ হ, উত্তম দিন । আজিং তোমাৰ কিবা এটা হ'বই হবঃ। কিন্তু ৰাহুৰ দোষ আছে। ব্ৰাহ্মণক এটি মুদ্ৰাং দদ্যাৎ। এটি মোহৰ দান কৰিলে খণ্ডনং হ'ব। আৰু বাটত যাওঁতে ৰাহুৰ নামে এখন তামোল উছগৃতং কৰিব লাগিব।

কুঁজী ঃ কোনো কথা নাই , দেউ ! [মোহৰ এটা উলিয়াই দিয়ে,আৰু গণকে তাক মেৰতলিত থয়। ]

গণক ঃ বাৰু, বাৰু। এতিয়া গমো গোবিন্দং। গোবিনঃ।

[যায়গৈ]

কুঁজী ঃ এঃ তামোল এখন খাই লওঁ। [তামোল খাই চোবাই] ই তামোলখনে দেখোন গাটো তুলি দিছে। মাকে, বৰ ৰং লাগিছে আজি। ৰজাৰ পটেশ্বৰী হ'মেই হ'ম। গাটো দেখোন থৌকি—বাথৌকি লাগিছে একা। মাকে পটেশ্বৰী হ'মেই। গীত এফাকিকে গাই, মাকে, পাক এটাকে দিওঁ মাকে।

[গীত গাই গাই পাক দিবলৈ ধৰে]

## গীত

### মই হেনো বুঢ়ী!

[পাৰো] উজুটিতে ওফৰাব ডেকা তিনি কুৰি ।
এইজনী কোন ? "পূৰ্ণিমাহৰ" জোন ;
মোৰ ৰূপৰ জমক্ চা, চমক্ খাই যা
বৰকৈ নাচাবি বোপাই যাবি উটি-বুৰি।
কঁকাল যদিও হেকেৰা,
গাল দুখন পকা থেকেৰা,
কত ডেকাই মোক নিবলৈ ফুৰিছিল ঘূৰি

[দিছিল কুৰি কুৰি]

কেইটা ৰজাৰ বৰপুতেকে
তলুৱা চেলেকি গ'ল বাপেকে
তেওঁ জানো মই তাহাঁতলৈ
চাওঁ কেৰাহিকৈ ঘূৰি!

[পাক দি দি যায়গৈ]

## চতুৰ্থ দৰ্শন

[বাণৰ ৰাজসভাত। মন্ত্ৰী, প্ৰসেঞ্জিত আৰু পৰিষদবৰ্গ। দুৱাৰ-ৰখীয়া প্ৰহৰী।]

বাণ : সেনাপতি প্ৰসেঞ্জিত! তোমাৰ সৈন্য-শিক্ষাত মই সন্তুষ্ট। তোমাৰ বাহুবল মই প্ৰশংসা কৰো। জম্বুদ্বীপত আজি সকলোৱেই দানৱৰ আগত শিৰ দোঁৱাইছে। কিন্তু সেনাপতি! এতিয়াও মই তৃপ্ত হোৱা নাই। যদুবংশই এতিয়াও গৰ্ব্বেৰে থিয় দি শোণিতৰ বিক্ৰমক সন্দেহৰ চকুৰে চাইছে। প্ৰসেঞ্জিত! মোৰ বিশ্ববিজয়ী বাহিনীৰ আগত যদুকুলে এতিয়াও আঁঠু লোৱা নাই।

প্ৰসেঞ্জিত : প্ৰভু! অৱশ্যে যদুকুলেই আমাৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী। আমাৰ শৌৰ্য্য-বীৰ্য্যত যদুকুলেইহে মাত্ৰ ছাঁ পেলাব পাৰিছে। প্ৰভু! মোৰ দৃঢ়বিশ্বাস, আমাৰ শক্তিৰ আগত যদুকুলে মূৰ দোঁৱাবলৈ বাধ্য হ'ব। আপুনি মাথোন আজ্ঞা কৰক। মই যদুকুলৰ গৰ্ব্ব খৰ্ব্ব কৰি শোণিতৰ ময়ূৰধ্বজা দ্বাৰকাত উৰাই আহোঁগৈ। শিৱৰ কৃপাত আমাৰ বিজয় অনিবাৰ্য্য।

মন্ত্ৰী : প্ৰভু! শোণিতপুৰে আপোনাৰদৰে বাহুবলী শক্তিশালী ৰজা পাই ধন্য হৈছে। মহৰাজৰ সুশাসনত শোণিতত আজি দুৰ্ভিক্ষ মাৰি-মৰকৰ অন্ত হৈছে। প্ৰজাই শান্তিৰে সংসাৰ চলাইছে। এনে শান্তিৰ ৰাজ্যত সৰ্ব্ব শাস্ত্ৰ, সৰ্ব কলা-বিদ্যাৰ চৰ্চ্চা হ'ব লাগিছে। সকলোৱে শান্তিত থাকি সকলো কামৰ কাৰণে সময় আৰু সুবিধা পাইছে। শোণিতৰ এনে জয় জয় ময় ময় অৱস্থাত আকৌ ৰণ-বিগ্ৰহৰ অনাৱশ্যক। মহাৰাজৰ খ্যাতি ত্ৰিভুবনবিযপা—যদুকুল আপোনাৰ গৌৰৱ হ্ৰাস কৰিবলৈ অলপো সমৰ্থ নহয়।

বাণ : অৱশ্যে মন্ত্ৰী! তোমাৰ কথা মই উপলব্ধি কৰিব পাৰিছো প্ৰজাৰ কেনেকৈ উন্নতি হয়, প্ৰজা কেনেকৈ সুখ-শান্তিত থাকে, মোৰ ৰাজ্যত জ্ঞান-চৰ্চ্চা, সকলো শিল্প আৰু ললিতকলাৰ চৰ্চ্চাৰ কেনেকৈ উন্নতি হয়, তাৰ কাৰণে মই সদায় ভাবিব লাগিছো। কিন্তু মোৰ প্ৰবল প্ৰতাপ উপেক্ষা কৰা উন্নত শিৰ যদুকুলৰ এনে আচৰণ মোৰ বাহুবলে সহ্য কৰিব নোৱাৰে। যদুকুল জয় কৰিব নোৱাৰিলে মোৰ তৃষ্ণাৰ উপশম ক'ত? [এনেতে দুৱৰীৰ সৈতে কাজিয়া কৰি কুঁজী সোমাই আহি বাণৰ আগত আঁঠু লয়হি। বাণ আৰু সভাসদ অলপ আচৰিত হয়।] কুঁজি!

কুঁজী : [সেৱা কৰি] মহাৰাজ! উষাই এনে হেন অগ্নিগড় পাৰ কৰি ক'ৰবাৰ ডেকা ল'ৰা এটা আনি অন্তেষপুৰত ৰাখিছেহি। আমাৰ হাক-বচন নুশুনে [বাণে

খণ্ডত, লাজত, মূৰ তললৈ কৰি আনকালে ঘূৰি যছে আৰু কুঁজীয়ে আসন-ঠাইকণৰ উঠি গৈ পুনৰ বাণৰ আগত আঁঠু লৈ আগতকৈ ডাঙৰকৈ কয়।] মহাৰাজ! আপোনাৰ উষাই ক'ৰবাৰ ডেকা—

বাণ : [খণ্ডত উগ্ৰ হৈ] প্ৰহৰী! প্ৰহৰী! [প্ৰহৰী আহি থিয় হয়] এই পাপীষ্ঠা নিলাজী নাৰীক নাক-কাণ কাটি এৰি দেগৈ।

[কুঁজী বিচূৰ্ত্তি হৈ কঁপিবলৈ ধৰে, প্ৰহৰীয়ে টানি লৈ যায়।]

বাণ : যোৱা প্ৰসেঞ্জিত! ৰথ প্ৰস্তুত কৰাগৈ!

[প্ৰসেঞ্জিত যায়গৈ]

মন্ত্ৰী!

মন্ত্ৰী : প্ৰভু!

বাণ : উস্—যাক ইমানদিন স্নেহ-সাগৰৰ মাজত বুৰাই ৰাখিছিলো—ক'ত সোণালী আশাৰ সপোন গঢ়িছিলো! মোৰ হৃদয় উবুৰিয়াই যাক ভাল পাই সহস্ৰ বীৰক অপাত্ৰ বুলি উপেক্ষা কৰিছিলো — এয়ে তাৰ পৰিণাম! এনে অপমান, লাঞ্ছনা মোৰ ভাগ্যত আছিল! কন্যা হৈ তাই মোৰ উজ্জ্বল গৰিমাত ছাই সানি দিলে। নহয়, মোৰ কন্যা নাই, স্নেহ নাই। দয়া নাই, মমতা নাই, উষা কলঙ্কিনী। তোৰ আৰু পিতৃ নহওঁ—মই পিশাচ—তোৰ পিতৃৰ প্ৰেতমূৰ্ত্তি—তোৰ তেজেৰে নৈ বোৱাম—তোৰ মৃতদেহৰ ওপৰত পিশাচৰ তাণ্ডৱ নৃত্য কৰিম—নিজ হাতেৰে গঢ়া সোণৰ সংসাৰ পুৰি ভস্ম কৰি মোৰ কলঙ্ক মোচন কৰিম।

[খণ্ডত বলিয়া হৈ সভাৰপৰা ওলাই যায়। মন্ত্ৰী সভাসদসকল পাছে পাছে যায়গৈ]

## পঞ্চম দৰ্শন

[দ্বাৰকাৰ প্ৰাসাদৰ এক অংশত শ্ৰীকৃষ্ণ এখন আসনত বহি আছিল, আৰু এফালে সাত্যকি, আনফালে সনাতন থিয় দি আছিল।]

শ্ৰীকৃষ্ণ : তাৰ পিছত?

সনাতন : তাৰ পিছত সেই চিত্ৰ-বেচোতা গন্ধৰ্ব্ব ল'ৰাটো এদিন আকৌ প্ৰাসাদলৈ আহিছিল। সেইদিনা অনিৰুদ্ধই তাক মাতি নি তাৰ ছবি চাইছিল।

শ্ৰীকৃষ্ণ : ওঁ! আৰু সেইদিনাই অনিৰুদ্ধ নিৰুদ্দেশ?

সনাতন : হয়।

শ্ৰীকৃষ্ণ : সেই বালকৰ হাতত কোনো সুন্দৰীৰ পট আছিলনে?

সনাতন : সেই বিষয়ে আমি চোৱা-নাছিলো।

শ্ৰীকৃষ্ণ : এই কেইদিনৰ ভিতৰত তুমি অনিৰুদ্ধৰ মনত কিবা পৰিবৰ্তন লক্ষ্য কৰিছিলানে?

সনাতন : হয়; সামান্য পৰিবৰ্তন লক্ষ্য কৰিছিলো?

শ্ৰীকৃষ্ণ : [অলপ হাঁহে] সাত্যকি! তুমি এই বিষয়ে কি ভাবিছা?

সাত্যকি : এৰা, মই দেখোন একো তত্ত্বকে ধৰিব পৰা নাই। কুমাৰনো ক'লৈ যাব পাৰে। [এনেতে বলোৰাম সোমাই আহে; লগত প্ৰদ্যুম্নও আহে। তেওঁলোকৰ লৈতে চাৰিটা দূত।]

বলোৰাম : কুমাৰৰ একো সন্ধানেই পোৱা নগ'ল। তুমি কিবা পালানে? কিবা অনুমান কৰিব পাৰিছানে?

শ্ৰীকৃষ্ণ : ওহোঁ। তেন্তে এই চাৰিটা দূতকে পঠাবলৈ স্থিৰ কৰিছানেকি?

বলোৰাম : এৰা। মই ইহঁতক সকলো বুজাই দিওঁ। তাৰ বাহিৰে আন উপায় মই আৰু দেখা নাই!

শ্ৰীকৃষ্ণ : নিশ্চয়। দূত পঠাই বাতৰি নল'লে আৰু কি উপায় আছে?

বলোৰাম : [প্ৰথম দূতক] তুমি ইয়াৰপৰা ওলাই উত্তৰাভিমুখে গৈ পঞ্চনদৰ সকলো দেশতে বিচাৰি গৈ কাশ্মীৰ প্ৰদেশৰ প্ৰত্যেক গাঁৱে-ভূঞে, পৰ্ব্বতে-কন্দৰে কুমাৰৰ সন্ধান কৰাগৈ যোৱা।

[প্ৰথম দূতে সেৱা কৰি যায়গৈ]

[দ্বিতীয়ক] তুমি দক্ষিণাভিমুখে গৈ দাক্ষিণাত্যৰ পৰা কন্যাকুমাৰিকাইদি সেতুবন্ধ পাৰ হৈ লঙ্কা দ্বীপত কুমাৰৰ অনুসন্ধান কৰি, হিমালয়ৰ কাষৰ পাৰ্ব্বত্য প্ৰদেশত সন্ধান কৰি গঙ্গা-যমুনাৰ পাৰৰ গোটেই দেশ অমুসন্ধান কৰিবা। [তৃতীয়ক] তুমি কামৰূপত প্ৰবেশ কৰিবা। পূৰ্ব্বাঞ্চলৰ সকলো গিৰি প্ৰদেশত সন্ধান কৰিবা। পূৰ্ব্ব দেশৰ মায়াবিনীৰ কথা তোমাৰ সদায় মনত ৰাখিবা। [চতুৰ্থক] তুমি সিন্ধু প্ৰদেশত অনুসন্ধান কৰি পশ্চিমত গান্ধাৰকে আদি কৰি সকলো দেশতে কুমাৰৰ অনুসন্ধান কৰাগৈ।

[দূতবোৰে সেৱা কৰি যায়গৈ]

শ্ৰীকৃষ্ণ : এৰা, ইহঁতে অনুসন্ধান কৰি আহকগৈ আৰু আমি নিজেও অনুসন্ধান কৰিব লাগিব নিশ্চয়।

প্ৰদ্যুম্ন : পিতা! অন্তঃপুৰত সকলোৰে কুমাৰৰ শোকত উত্ৰাৱল হৈছে। আপুনি নগ'লে আৰু সান্ত্বনা দিওঁতা কেও নাই।

শ্ৰীকৃষ্ণ : উত্ৰাৱল হোৱাৰ প্ৰয়োজন নাই। বাৰু ব'লা। [শ্ৰীকৃষ্ণ যায় আৰু পাছে পাছে প্ৰদ্যুম্ন যায়]

বলোৰাম ঃ সনাতন! মোৰ সেই বালকৰ ওপৰত সম্পূৰ্ণ সন্দেহ হৈছে। নিশ্চয় সি কোনোবা মায়াবিনী, কোনোবা অসুৰৰ ইচ্ছাৰে তাক এইদৰে লৈ গৈছেহি।

সনাতন ঃ মোৰো এই বিষয়ে সন্দেহ হৈছে।

সাত্যকি ঃ একো অসম্ভৱ নহয়। প্ৰদ্যুম্নক সূতিকা—গৃহৰপৰা শম্বৰে নিয়া আজি কিমান দিনৰ কথা।

বলোৰাম ঃ এৰা, বৰ আচৰিত। বলাহঁক এবাৰ অন্তঃ পুৰলৈ যাওঁ। সকলো উত্ৰাৱল হৈছে।

[সকলো যায়গৈ]

## ষষ্ঠ দৰ্শন

[উষাৰ অন্তঃপুৰ। দুপৰীয়া অনিৰুদ্ধ শুই আছিল। উষাই আপোন পাহৰি অনিৰুদ্ধৰ মুখলৈ চাই ভোল গৈ বহি আছিল]

উষা ঃ প্ৰিয় মোৰ, জীৱনৰ মৰণৰ
চিৰলগৰীয়া! হে চিৰ সুন্দৰ! উষাৰ
নয়নমণি, মুগ্ধ কিয় আজি
তুমি অভাগীৰ প্ৰণয়—পাশত?
জোনাক সৌন্দৰ্য্যৰ হেৰা পূৰ্ণ
শশধৰ, বুকুৰ দেৱতা মোৰ,
অণু—পৰমাণুবোৰে উষা—সৌন্দৰ্য্যৰ
মিলিব খুজিছে সখা তোমাৰ
ই মোহন ৰূপত।
নাই মোৰ কামনা—বাসনা,
নাই মোৰ আশাৰ পিয়াহ
তোমাৰ প্ৰণয়ে মোক আবৰি
ধৰিছে, সেয়ে মোৰ
জীৱনৰ পূৰ্ণ প্ৰকাশ।
মুগ্ধ নহওঁ আৰু তোমাৰ ৰূপত,
মুগ্ধ নহওঁ মই তোমাৰ এই
যৌৱনৰ কুসুম বনত,
মুগ্ধ নহওঁ সখা তোমাৰ এই
মৌসনা ওঁঠ দুখনিৰ,
দুবুকু শিয়ঁৰি উঠা চুমা-
পৰশত। মুগ্ধ নহওঁ আৰু

তোমাৰ এই ভুবন পাহৰি
যোৱা বাহু-বন্ধনত।
মুগ্ধ মই তোমাৰ প্ৰেমত,
মুগ্ধ-মুগ্ধ মই আছোঁ হৈ
তোমাৰেই অতুলন ছবি-
খনি লৈ, হিয়াৰ মাজত মোৰ,
যাক পূজি ৰাতি-দিনে যাচিছো
নিৰ্ম্মালি মই অনন্ত প্ৰেমৰ,
তেজেৰে ৰাঙলী কৰি
কলিজাৰ মোৰ।
তোমাৰ প্ৰেমেই প্ৰভু
জীৱনৰ লক্ষ্যতৰা মোৰ,
সুখ মোৰ, আনন্দ মোৰ,
মোক্ষ মোৰ, মুক্তি মোৰ।

[অনিৰুদ্ধ সাৰ পাই উঠে। একেথৰে উষাৰ মুখলৈ চায।]

উষা ঃ কি চাইছা?

অনিৰুদ্ধ ঃ চাইছো তুমি কোন? তুমি মানৱী নে দেৱী,নে এটি সৌন্দৰ্য্য।

উষা ঃ নহওঁ নহওঁ, মই একো নহওঁ; মই তুমিয়েই।

অনিৰুদ্ধ ঃ এৰা, তুমিয়েই মই। উষা। নহয—তুমিতো নোহোৱা উষা, পোহৰোৱা মোৰ সেই যৌৱন নিশাৰ। তুমি মোৰ জীৱনতে হেঙুলীয়া স্নিগ্ধ উষা, মধুৰ সন্ধ্যা আৰু মিলন ৰজনী। নহয়, নহয় তুমি পাৰ্থিব শৰীৰী, অশৰীৰী তুমি এই বিশ্ব-ব্ৰহ্মাণ্ডৰ ভালপোৱাখিনি, থুপ খাই উষা বুলি দিছাহি চিনাকি। প্ৰণয়ৰ স্পৰ্শমণি তুমি, পৰশিলা মোক মই হ'লো প্ৰণয়ৰ দীন উপাসক, বান্ধ খালো আঁচলত চিৰকাললই তোমাৰ প্ৰেমেৰে সখী জুৰুলি-জুপুৰি।

[উষাক সাবটি ধৰে। এনেতে বাণ আহি থিয় হৈ আচম্বিত হৈ চায। বাণৰ মুখৰপৰা নজনাকৈ ওলাই আহে—"কি সুন্দৰ।"]

বাণ ঃ কোন? কোন তই দুৰন্ত বালক?

[অনিৰুদ্ধ উষা দুয়ো উচপ খাই উঠে। উষাৰ সখীবিলাকে ভয়ত বিহ্বল হৈ ভুমুকিয়াই চাই থাকেহি।]

অনিৰুদ্ধ ঃ কোন?

উষা ঃ পিতা! পিতা! তোমাৰ এনে উগ্ৰমূৰ্ত্তি কিয় পিতা? মোৰ বৰ ভয় লাগিছে।

বাণ ঃ কলঙ্কিনী! তোৰ পিতৃৰ মান-অপমান গৌৰব সকলো জলাঞ্জলি দি অজ্ঞাত

এই পাপিষ্ঠৰ—নহয়, তই মোক মুখ নেদেখুৱাবি। আঁতৰি যা। [অনিৰুদ্ধক] নৰাধম চোৰ! কোন তই? কি সাহেৰে মোৰ কন্যাৰ কুমাৰী ধৰ্ম্ম নষ্ট কৰিলিহি?

অনিৰুদ্ধ : পিতা! মই আপোনাৰ কন্যাৰ কুমাৰী ধৰ্ম্ম নষ্ট কৰা নাই। মই তেওঁক ধৰ্ম্মমতে বিয়া কৰাইছো। পিতা! মোক মিছাকৈয়ে দোষাৰোপ কৰিছে। মোৰ নাম অনিৰুদ্ধ। শ্ৰীকৃষ্ণৰ নাতি।

বাণ : [খঙত] কাপুৰুষ—

অনিৰুদ্ধ : পিতা! মই কাপুৰুষ নহওঁ।

বাণ : ভীৰু তই —চোৰ তই— মনে মনে আহি মোৰ কন্যাৰ সৰ্ব্বনাশ কৰিলি। প্ৰস্তুত হ, তোক মই বধ কৰিম। [অস্ত্ৰ লয়]

অনিৰুদ্ধ : বীৰ আপুনি, বিজ্ঞ আপুনি; বিবেচনা কৰক।

বাণ : বিবেচনা? দোষী তই, তাৰ শাস্তি গ্ৰহণ কৰিবলৈ প্ৰস্তুত হ।

অনিৰদ্ধ : ভাল কথা, পিতা! বীৰৰ সন্তান মই। যুদ্ধ কৰিব জানো। কাপুৰুষ দৰে মই মৰিবলৈ প্ৰস্তুত নহওঁ।

বাণ : বীৰ তই? ইমানেই যদি তোৰ বীৰত্ব তেন্তে কিয় গুপ্তভাৱে মোৰ কন্যাৰ অন্তেযপুৰত প্ৰবেশ কৰিছিলি? তই হীন যদুকুলত জন্ম লৈ এনে হীন বৃত্তি অৱলম্বন কৰাটো একো আচৰিত নহয়।

অনিৰুদ্ধ : পিতা! হ'ব পাৰো নিঃসহায় মই, হ'ব পাৰোঁ নিৰস্ত্ৰ মই, সেইবুলি মিছা অপবাদ মই সহ্য নকৰোঁ। বেছ কথা। আপোনাৰ অস্ত্ৰ আৰু মোৰ এই বাহু। বিবেচনা কৰক— যদি নকৰে তেন্তে অনিৰুদ্ধই আপোনাক ন্যায় যুদ্ধলৈ আহ্বান কৰিছে। ক্ষত্ৰিয় মই, শত্ৰুৰ বীৰ্য্যৰ পৰীক্ষা নকৰাকৈ মৰিবলৈ শিকা নাই। বাহুযুদ্ধ কৰক, নাইবা মোক অস্ত্ৰ দি ন্যায় যুদ্ধত প্ৰবৃত্ত হওক।

বাণ : বেছ কথা। অস্ত্ৰ ল। [অস্ত্ৰ এখন দিয়ে] এতিয়া প্ৰস্তুত হ।

[বাণে আক্ৰমণ কৰে। দুয়োৰে ভীষণ যুদ্ধ হয়। উষাই ভয়ত, কি কৰিব নকৰিব একোকে বুজিব নোৱাৰি আচৰিত হৈ ৰৈ থাকে। অনিৰুদ্ধৰ হাতৰপৰা অস্ত্ৰ ওফৰি যায়। উষাই ততালিকে তুলি দিয়ে।]

বাণ : পাপিনী—পাপিনী! তই তোৰ পিতাৰৰ বিৰুদ্ধে অস্ত্ৰ দি সহায় কৰিবলৈকো কুণ্ঠিত ন'হলি?

উষা : পিতা! পিতা! মোক ক্ষমা কৰা। তোমালোকৰ যুদ্ধৰ কি প্ৰয়োজন? মইতো একো বুজা নাই পিতা! উস্— কি কৰিছা পিতা—কি কৰিছা? [উষাই মাটিত পৰি কান্দে]

বাণ : এনে কন্যা মোৰ জীয়াই থকাতকৈ মৰাই শতগুণে শ্ৰেয়।

[অস্ত্ৰ দাঙি লয়; অনিৰুদ্ধই বাধা দিয়ে]

অনিৰুদ্ধ : ক্ষান্ত হওক। জ্ঞানহীন ন'হব। অবলাক অস্ত্ৰাঘাত কৰিবলৈ অস্ত্ৰৰ সৃষ্টি হোৱা নাই। বীৰ আপুনি! ধিক্, শতধিক!

বাণ : সাবধান—

অনিৰুদ্ধ : আপোনাৰ নিষ্ফল গৰ্জ্জনত মই ভয় নাখাওঁ। প্ৰতিযোদ্ধা মই— মোৰ সৈতে মাত্ৰ যুদ্ধ কৰক। আপোনাৰ শক্তিৰ পৰীক্ষা হওক।

[দুয়ো আকৌ ভীষণ যুদ্ধ কৰে। বাণৰ আক্ৰমণ অনিৰুদ্ধই ব্যৰ্থ কৰি যায়। অবশেষত বাণৰ হাতৰ পৰা অস্ত্ৰ পৰি যায়। বাণে খঙত বলিয়া হৈ মুৰুৰ চুলি ছিঙিব খোজে।]

বাণ : উস্—নহয়—নহয়—আত্মৰক্ষা কৰ। ক'লৈ সাৰিবি? "জয় শিব শম্ভো"

[নাগপাশ প্ৰয়োগ কৰে]

অনিৰুদ্ধ : কি।

[অনিৰুদ্ধই বান্ধ খাই পৰি আকৌ থিয় হয়। উষাই কান্দি আউলী বাউলী হৈ বাণৰ ভৰিত পৰেহি।]

উষা : পিতা। পিতা। কি কৰিলা তুমি? কি কৰিলা? অ' পিতা—

বাণ : কাক পিতা বুলি মাতিছ তই? দূৰ হৈ যা। দূৰ হৈ যা। মোৰ কন্যা নাই। মোৰ কন্যা মোৰ বংশৰ কলঙ্কত জহি নাইকিয়া হ'ল। বৰ আশা কৰিছিলো, সকলো নিষ্ফল কৰিলি। কলঙ্কিনী। প্ৰহৰী। প্ৰহৰী। [প্ৰহৰীবোৰ আহি থিয় হয়] যা, এই বালকক বন্দীশালত নিক্ষেপ কৰগৈ। সাৱধান। [বন্দী অনিৰুদ্ধক প্ৰহৰীবোৰে নিব খোজে। উষাই আহি অনিৰুদ্ধক ভৰিত ধৰা মাৰি ধৰে।]

বাণ : সাৱধান উষা। প্ৰহৰী। কি চাই আছ? লৈ যা—লৈ যা।

[প্ৰহৰীবোৰে অনিৰুদ্ধক টানি লৈ যায়—উষাই বিয়াকুল হৈ ভৰিত ধৰি চুচৰি যায় "নি—নি—বা নিনিবা, পিতা, পিতা'।]

বাণ : [খঙত বলিয়া হৈ চাই] উষা। উষা বুলি।।।

## পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

[দ্বাৰকাৰ ৰাজসভা। শ্ৰীকৃষ্ণ, বলোৰাম, প্ৰদ্যুম্ন, সাত্যকি, সনাতন আৰু আন পাৰিষদসকল আলোচনা কৰি আছিল।]

বলোৰাম : মাধৱ। এতিয়া উপায় কি? এই বিষয়ে তুমি কি কৰিব খুজিছা? আচৰিত। সকলো দূত উলটি আহিল। গোটেই আৰ্য্যাবৰ্ত্তৰ নগৰে নগৰে গাঁৱে-ভূঞে, পৰ্ব্বতে কন্দৰে বিচাৰি ক'তো কুমাৰৰ সন্ধান নাপালে।

সনাতন : এতিয়াও পূৰ্ব্ব দেশলৈ যোৱা দূত আহি পোৱাহি নাই।

শ্ৰীকৃষ্ণ : এৰা, আমি ভালকৈ লাহে-ধীৰে সকলো ভাবি চাওঁ। নভবা-নিচিন্তাকৈ নজনাকৈ আমি কাৰোবাৰ ওপৰত সন্দেহ কৰি অভিযান আৰম্ভ কৰা সুবিধা নহ'ব।

বলোৰাম ঃ তুমি আকৌ সেই একে কথাকে কৈ আছা। দানৱ অসুৰৰ বাহিৰে কোনেও কুমাৰ-হৰণ কৰা নাই। আগেযেও এনে কথা হৈ গৈছে। এতেকে আমি সকলো দানবৰ ৰাজ্যত সসৈন্যে গৈ কুমাৰৰ অনুসন্ধান কৰিব লাগিব। সিহঁত শঠ, দুৰ্দ্দান্ত। সিহঁতৰ ওপৰত মোৰ ঘোৰ সন্দেহ হৈছে।

শ্ৰীকৃষ্ণ ঃ নহয়, সেইটো কৰা যুক্তিযুক্ত নহ'ব বুলি মোৰ বিশ্বাস।

বলোৰাম ঃ তোমাৰ এনে ব্যবহাৰৰপৰাই এই দানব, যক্ষ-ৰক্ষবোৰৰ এনে স্পৰ্দ্ধা। তুমি যদি প্ৰত্যেককে উচিত শাস্তি বিধান কৰি গ'লাহেঁতেন তেন্তে যাদৱৰ এইদৰে অপায় অমঙ্গল নহ'লহেঁতেন। যি যাদৱৰ বল-বীৰ্য্যত পৃথিবীৰ নৃপতি-কুলে মূৰ দোঁৱায়, সেই যাদৱৰ মান-মৰ্য্যাদা হেলাৰঙে পদাঘাত কৰি কুমাৰক হৰণ কৰি লৈ গৈছে, আৰু আমি মাত্ৰ দুটামান দূত পঠিয়াই একেবাৰে নীৰৱ নিস্পন্দ হৈ হাত সাবটি বহি আছো— যেন আমাৰ প্ৰতিকাৰ কৰিবৰ কোনো ক্ষমতাই নাই। [এনেতে দুৱৰীয়ে সেবা জনাযহি]

দুৱৰী ঃ শেষ দূত আহি উপস্থিত।

শ্ৰীকৃষ্ণ ঃ আহিবলৈ কোৱা।

[দুৱৰী যায়গৈ আৰু দূত সোমাই আহি সেবা কৰে।]

দূত ঃ প্ৰভু! আজি ইমান দিন পূৰ্ব্বাঞ্চলৰ সকলো ৰাজ্যতে কুমাৰৰ সন্ধান কৰিলো। নগৰে নগৰে, গাঁৱে-গাঁৱে, আশ্ৰমে, পৰ্ব্বতে-কন্দৰে, ক'তো কিন্তু কুমাৰৰ সন্ধান নাপালো। কিন্তু এটা কথা, মই দৈত্যপতি বাণৰ নগৰীত সোমাব নোৱাৰিলো। পুৰীৰ দুৱাৰ শঙ্কৰৰ তত্ত্বাৱধানত আছে।

বলোৰাম ঃ ক'তো নাই যদি সেই নগৰীতে কুমাৰ থকাৰ সম্পূৰ্ণ সম্ভাৱনা। মাধৱ! বাণৰ ৰাজ্যলৈ আমি বাহিনী লৈ গৈ সন্ধান কৰিব লাগিব।

[শ্ৰীকৃষ্ণ নিমাত]

[বলোৰাম উত্তেজিত হৈ] বুজিছো, তুমি এইবোৰ বুজিব পাৰিও মনে মনে আছা। কিন্তু আমি এনে অপমান সহ্য কৰিব নোৱাৰো। যাদৱ বীৰসকল! প্ৰস্তুত হোৱা। পাষণ্ড দানৱে উন্নতিৰ উচ্চ শিখৰত উঠি ভাবিছে, সিহঁতেই পৃথিবীত একমাত্ৰ বীৰ্য্যবান বীৰ। আহাঁ প্ৰদ্যুম্ন! আহাঁ সাত্যকি! আহাঁ যাদৱ বীৰসকল! দানৱৰ গৰ্ব্ব চূৰ্ণ-বিচূৰ্ণ কৰি দিওঁ। কাৰ সাহ সিংহৰ শিশুক বন্দী কৰি থ'ব পাৰে?

শ্ৰীকৃষ্ণ ঃ সঁচা কৈছা! সিংহ-শিশুক কোনে বন্দী কৰি থ'ব পাৰে? মোৰ পৌত্ৰ নিৰ্ভীক বীৰ, দুৰ্জ্জয় প্ৰভাৱ তাৰ, সি বা কোন লোকালোকৰ মাজেদি মনোৰথ মেলি ফুৰিছেগৈ। সিংহৰ পোৱালি সি, মোৰ সন্দেহ হয়— আমালৈ বা সি কি বুলি অপেক্ষা কৰিব। সেই দেখিয়েই অনুমানৰ ওপৰত এনে কাম কৰা উচিত

নহ'ব। যেতিয়ালৈকে আমি সঠিক বাতৰি নাপাওঁ তেতিয়ালৈকে আমি নীৰৱে অন্বেষণ কৰাই শ্ৰেয়। দাদা! দানৱৰ অহঙ্কাৰ চূৰ্ণ কৰোতা আমাৰ দম্ভইহে দেখোন সীমা অতিক্ৰম কৰি যাব খুজিছে। আমাৰ বৃথা আস্ফালনত আমি নিজেই লজ্জিত হওঁ।

[সকলো কৃষ্ণৰ কথাত কাঁহ পৰি জীণ যায়। এনেতে দেৱৰ্ষি নাৰদ আহে। সকলোৱে সেৱা কৰে। আৰু নাৰদে আসন গ্ৰহণ কৰে।]

নাৰদ : সকলোৰে মঙ্গলনে?

শ্ৰীকৃষ্ণ : হয় দেৱৰ্ষি! মঙ্গলেই। পিছে পৌত্ৰ অনিৰুদ্ধ অন্তৰ্ধান হৈছে।

বলোৰাম : দেৱৰ্ষি! আপুনিতো ত্ৰিজগতৰ সকলো বাতৰি জানে। আপনি জানেনে কুমাৰ ক'ত আছে?

নাৰদ : এৰা, মই সেই বিষয়ে ক'বলৈকে আহিছিলো।

[শ্ৰীকৃষ্ণৰফালে চায।]

[সকলো উৎকণ্ঠিত হয।]

বলোৰাম : তেন্তে আপুনি খবৰ পাইছেনেকি?

নাৰদ : এৰা! কুমাৰ দৈত্যপতি বাণাসুৰৰ ৰাজ্যত বন্দী। [সকলো আচৰিত হয।]

বলোৰাম : কি! কুমাৰ বন্দী? কিয় দেৱৰ্ষি? কি কাৰণত? [দেবৰ্ষিয়ে শ্ৰীকৃষ্ণৰফালে চায।]

নাৰদ : বাণ—কন্যা উষাৰ অন্তঃপুৰত গুপ্তভাৱে থকাৰ বাবে।

বলোৰাম : কি আচৰিত কথা! দেৱৰ্ষি! সকলো ভাঙি-পাতি কওকচোন।

নাৰদ : উষাই সপোনত কুমাৰৰ প্ৰণয়প্ৰাৰ্থিনী হয়।

প্ৰদ্যুম্ন : সপোনত! বৰ আচৰিত কথা, পৃথিৱীত কেতিয়াও নোহোৱা-নোপোজা কথা। দেৱৰ্ষি! আপুনি আজি আমাৰ আগত কোনোবা বলিয়াৰ সপোনৰ কাহিনী বিবৃত কৰিছেহিনেকি? নে কোনোবা প্ৰহেলিকাময়ী পুৰীৰ মাজেদি আহোতে আপোনাৰ ভ্ৰম হৈছে। নে কোনোবা কুহকীৰ যাদুৰ পৰশত আপোনাৰ স্মৰণ শক্তি বিলোপ হৈ প্ৰলাপ বকিছেহি। বাণৰ কন্যাই কেনেকৈ কুমাৰক সপোনত দেখিব পাৰে? দেৱৰ্ষি! আজি ঈশ্বৰৰ সৃষ্টিৰ কোনোবা কুহকিনীয়ে মায়াজাল তৰি দি নিজে এনে অভিনৱ ৰাজ্যৰ সৃষ্টি কৰিছেহি য'ত যাৱতীয় প্ৰাণীবোৰে শত সহস্ৰ বছৰ বিয়পি থকা, সকলো পাহৰি গৈ মায়াবিনীৰ যাদু-দণ্ডৰ তালে তালে নাচি নাচি ভ্ৰান্ত হৈ উটি—বুৰি ফুৰিছে?

নাৰদ : প্ৰদ্যুম্ন—নহয়, তুমি ভুল বুজিছা। শোকত তোমাৰ এনে হৈছে। মোৰ কথা সম্পূৰ্ণ সঁচা।

[নাৰদে শ্ৰীকৃষ্ণৰফালে চাই থাকে। শ্ৰীকৃষ্ণই গম্ভীৰভাৱে শুনি যায়।]

বলোৰাম ঃ বৰ আচৰিত যেন লাগিছে।

শ্ৰীকৃষ্ণ ঃ নিৰ্বিকাৰভাৱে] বাৰু, তাৰ পিছত কুমাৰে কেনেকৈ সেইখিনি পালেগৈ?

নাৰদ ঃ তাৰ পিছৰ উষাৰ সখীয়েক চিত্ৰলেখা আহি কুমাৰক ইয়াৰপৰা ভুলাই লৈ গ'লহি।

শ্ৰীকৃষ্ণ ঃ চিত্ৰলেখা। ওঁ হ'ব পাৰে।

প্ৰদ্যুম্ন ঃ উস্! মই সহিব নোৱৰা হৈছো। পিতা! উপায় কৰক। আদেশ দিয়ক, গোটেই যাদববাহিনী লৈ কুমাৰক উদ্ধাৰ কৰি আনোগৈ।

নাৰদ ঃ পিছে বাণে জীয়েকৰ লগত গুপ্ত প্ৰণয়ৰ কথা শুনি কুমাৰৰ সৈতে যুদ্ধ কৰে। কুমাৰৰ হাতত বাণ পৰাজিত হয়। অৱশেষত নাগপাশৰ বন্ধন ল'বলৈ কুমাৰ বাধ্য হয়। তাৰেপৰা কুমাৰ বন্দী।

বলোৰাম ঃ বুজিলো। যুদ্ধ অনিবাৰ্য। সকলো প্ৰস্তুত হ'ব লাগে। কিন্তু কুমাৰে নাগপাশ ছিঙিব নোৱাৰিলে।

শ্ৰীকৃষ্ণ ঃ দাদা, কুমাৰৰ কিবা ত্ৰুটি হৈছিল, সেই কাৰণে বীৰ্যহীন হৈ নাগপাশৰপৰা মুক্ত হ'ব নোৱাৰিলে। বাৰু যি নহওক এতিয়া কুমাৰৰ উদ্ধাৰৰ আৱশ্যক। যুদ্ধ নকৰি আমি বাণক কুমাৰক মুক্তি দিবলৈ আদেশ দিওঁ। বৃথাই যুদ্ধ কৰাৰ প্ৰয়োজন নাই। সাত্যকি! তুমি জানো যুঁজ কৰিবলৈ প্ৰস্তুত?

সাত্যকি ঃ হয় প্ৰভু! মই যুঁজ কৰিবলৈ প্ৰস্তুত। ইমান অপমান সহিও আকৌ দানৱৰ সৈতে সন্ধি কৰি কুমাৰক অনা বৰ লাজৰ কথা হ'ব। গোটেই যাদববাহিনীৰে গৈ কুমাৰক উদ্ধাৰ কৰিব লাগিব, আৰু বাণকো উপযুক্ত শাস্তি দিব লাগিব। প্ৰভু! তাৰ উপৰিও অহংকাৰী দানৱৰ সৈতে এবাৰ অস্ত্ৰচালনা কৰি সিহঁতৰ গৰ্ব খৰ্ব কৰিবৰ বৰ হেঁপাহ আছে। প্ৰভু! আপুনি আদেশ কৰক; আমি যুদ্ধ কৰিম।

বলোৰাম ঃ ঠিক কৈছা। সন্ধিৰ প্ৰয়োজন নাই। দানৱৰ সৈতে আকৌ সন্ধিৰ প্ৰস্তাৱ। কুমাৰক মুক্ত কৰি দিলেও তাক শাস্তি দিব লাগিব। সি যাদৱক জোকাই লোৱাৰ অপৰাধৰ বাবেই তাৰ শাস্তি। কৃষ্ণ! মই তোমাৰ কোনো কথা শুনিবৰ ইচ্ছা নকৰো। যাদৱ আগ, তাৰ পাছে পাছে নীতি যাব, ৰীতি যাব। এনে অপমান যাদৱে সহ্য নকৰে।

সকলোৱেঃ এৰা আমিও যুদ্ধ কৰিম।

নাৰদ ঃ এৰা, যুদ্ধযাত্ৰা কৰাই শ্ৰেয়। দানৱৰ দৰ্প চূৰ্ণ হোৱাৰ আৱশ্যক। তোমালোকক যি শক্তিয়ে ইমান দিন উপেক্ষা কৰি আহিছে, সেই শক্তিৰ সৈতে এবাৰ তোমালোকৰ শক্তিৰ পৰীক্ষা হোৱা বাঞ্ছনীয়। বাৰু, মই আহিলো।

[নাৰদ যায়গৈ]

শ্ৰীকৃষ্ণ : সকলোৱে ইচ্ছা যুদ্ধ কৰা। বাৰু, তেন্তে সেয়ে হওক। যদি আমাৰ আগত বাণে আঁঠু লৈ কুমাৰক সমৰ্পণ কৰে, তেন্তে সুখৰ কথা। যদি নকৰে, অৱশ্যে যুদ্ধ অনিবাৰ্য্য। যোৱা যাদৱ বীৰসকল! যুদ্ধৰ কাৰণে তেন্তে প্ৰস্তুত হোৱাগৈ। যোৱা সাত্যকি! বাহিনী সজোৱাগৈ। নগৰত শঙ্খধ্বনিৰে যুদ্ধযাত্ৰাৰ বতৰা ঘোষণা কৰি দিয়াগৈ। কালিলৈ প্ৰাতঃ উষাতে যাদৱবাহিনীয়ে শোণিতৰ অভিমুখে যাত্ৰা কৰিব লাগিব। যোৱা।

[কৃষ্ণ, বলোৰাম, প্ৰদ্যুম্ন এফালে যায়। আনবোৰে আনফালে যায়গৈ।]

## দ্বিতীয় দৰ্শন

[সন্ধ্যা — বাণৰ সৈন্য শিবিৰ। দূৰত সৈন্যবোৰে গীত গাইছে। শিবিৰ আৰু [illegible]ত পৰিছেহি। মাজে মাজে শঙ্খধ্বনি হৈছে। মাজে মাজে এটা দুটা সৈনিক আহি, বাণৰ আ[illegible] [illegible] শিবিৰ[illegible] ফালে বেগ লৈছে।]

### সৈন্যৰ গীত

জয় জয় দানৱ সেবিত মহাদেৱ
জয় জয় ত্ৰিশূলধাৰী
জয় শিৱ-শঙ্কৰ জয় জয় বিষধৰ
জয় ভীম বিভোল ভয়হাৰী।

বাণ : সৈন্যৰ বিজয়-গীতিয়ে মোৰ বীৰত্বৰ কাহিনী ঘোষণা কৰিছে, মন্দিৰৰ শঙ্খ ঘণ্টাই মোৰেই বিজয় প্ৰাৰ্থনা কৰিছে, শোণিতৰ আজি ঘৰে ঘৰে আনন্দৰ বাতৰিয়ে খলক লগাই ফুৰিছে। মোৰো ৰণ-মতলীয়া প্ৰাণে এবাৰ তাৰ মাজে মাজে আনন্দত উত্ৰাবল হৈ হাঁহি মাৰিছে। শঙ্কৰ। বহু যুদ্ধত জয়ী কৰালা, বহু বীৰৰ দৰ্প চূৰ্ণ কৰালা, কিন্তু সমৰ-তৃষ্ণা কিয় নুগুচুৱা প্ৰভু? যাদৱৰ সৈতে যুদ্ধ। সামান্য কথা। মনত সদায় ক্ষোভ ৰৈ গ'ল। উপযুক্ত প্ৰতিযোদ্ধা—উপযুক্ত প্ৰতিযোদ্ধা। জীৱনত আৰু এই আশা পূৰ্ণ নহ'ল দেখোন।

[এনেতে প্ৰসেঞ্জিত আহি সেৱা জনায়।]

প্ৰসেঞ্জিত : সেৱা গ্ৰহণ কৰক প্ৰভু।

বাণ : সেনাপতি প্ৰস্তুতনে! যাদৱবাহিনী আহি উপস্থিত।

প্ৰসেঞ্জিত : হয় প্ৰভু, প্ৰস্তুত। আপোনাৰ দাস থাকোতে আপুনি সামান্য যাদৱবাহিনীৰ কাৰণে চিন্তিত নহ'ব প্ৰভু। যাদৱৰ বাতৰি পায়েই মই প্ৰস্তুত হৈ আছো। এতিয়া মাথোন দানৱৰ পতাকা যদু-বীৰৰ তেজেৰে ৰঞ্জিত কৰি শোণিতৰ আকাশত উৰুৱাবলৈহে অপেক্ষা কৰিছো। প্ৰভু, আদেশ কৰক।

বাণ : এৰা, যাদৱৰ লগত আকৌ যুদ্ধ! মাত্ৰ এখন সৰু ধেমালি। বাৰু যি হওক। তুমি যুদ্ধৰ কাৰণে প্ৰস্তুত হোৱাগৈ। অতি শীঘ্ৰে যাদৱক আক্ৰমণ কৰিবলৈ মোৰপৰা আদেশ পাবা। যোৱা।

প্ৰসেঞ্জিত : ভাল। [সেৱা কৰি যায়গৈ]

বাণ : বহুদিন ধৰি যাদৱে মোক উপেক্ষা কৰি আহিছে। আজি আকৌ নিজেই আহি জোকাই লৈছে। কাপুৰুষহঁত! লাজ লগা নাই? শ্ৰীকৃষ্ণ— হাঃ হাঃ হাঃ তাৰ নাতি চোৰ, চোৰক উদ্ধাৰ কৰিবলৈ আহিছে গভাইত চোৰে। মই এইবাৰ চোৰৰ শাস্তি দিম। এনে কঠোৰ নিদাৰুণ শাস্তি দিম—নহয় একেবাৰে এই চোৰৰ বংশ সমূলঞ্চে নাইকিয়া কৰিম। শুই আছিলো। সঁচাকৈয়ে শুই আছিলো। মোৰ তন্দ্ৰা ভাঙি দিলেহি। মই বিচাৰ কৰিছো। চোৰৰ প্ৰাণদণ্ড।

[শিবৰ আবিৰ্ভাব হয়।]

বাণ : জয় শিব শম্ভো। [ভৰিত পৰে] প্ৰভু, মূৰ্খ কাপুৰুষ, শ্ৰীকৃষ্ণই মোৰ পুৰী অৱৰুদ্ধ কৰিছেহি। প্ৰভু! তাক শাস্তি বিহিবলৈ প্ৰস্তুত হৈছো। আদেশ দিয়ক। কিন্তু প্ৰভু! কিমান দিন এনে কাপুৰুষৰ সৈতে যুদ্ধ কৰিব লাগিব? মোৰ উপযুক্ত প্ৰতিযোদ্ধা ক'ত? তেন্তে প্ৰভু! মই আজি পৃথিৱীৰ অদ্বিতীয় বীৰনে?

শিৱ : এৰা, তয়ে অৱশ্যে অদ্বিতীয় বীৰ। কিন্তু বাণ! এইবাৰ তোৰ উপযুক্ত প্ৰতিযোদ্ধা উপস্থিত হৈছেহি, বব সাৱধানেৰে যুদ্ধ কৰিবি।

বাণ : [হাঁহি] অৱশ্যে উপযুক্ত প্ৰতিযোদ্ধায়েই। ভাল, তেন্তে সেই মহাবীৰৰ কি দুৰ্গতি কৰো?

শিৱ : হাঃ হাঃ হাঃ। বাৰু বাণ। মই তোৰ সিংহদ্বাৰৰ তত্ত্বাৱধানত থাকিম। তয়ো যুদ্ধৰ কাৰণে প্ৰস্তুত হগৈ।

বাণ : ভাল পিতা। [সেৱা কৰি যায়গৈ।]

শিৱ : ব্যোম্ ব্যোম্।

[কাৰ্ত্তিক আহি সেৱা কৰে।]

কাৰ্ত্তিক : পিতা কি আজ্ঞা?

শিৱ : নন্দী প্ৰভৃতি প্ৰমথবোৰক লৈ সিংহদুৱাৰত নিযুক্ত থাকিবি।

কাৰ্ত্তিক : ভাল পিতা।

শিৱ : আৰু শুন। সাৱধান যাতে এটি মাত্ৰ প্ৰাণীও পুৰীৰ দুৱাৰ পাৰ হ'ব নোৱাৰে। কাকো দুৱাৰ এৰি নিদিবি। স্বয়ং শ্ৰীকৃষ্ণই আহি অনুৰোধ কৰিলেও নিদিবি।

কাৰ্ত্তিক : পিতাৰ আদেশ শিৰোধাৰ্য্য। [সেৱা কৰি যায়গৈ]

শিৱ : আজি মই ভক্ত বাণৰ কাৰণে সকলো কৰিবলৈ ওলাইছো। বাণ! আজি তোৰ ভাগ্যত মোৰো হিংসা হৈছে। যাৰ নাম মাত্ৰ মোৰ জীৱনৰ সম্বল, যাৰ প্ৰেমৰ এটি মাত্ৰ কণা পাবলৈ মই শ্মশানবাসী—আজি তই শত্ৰ তাৰদ্বাৰাই তেওঁৰ অনুগ্ৰহ পাই ধন্য।

## তৃতীয় দৰ্শন

[যাদৱ শিবিৰ। প্ৰদ্যুম্ন, সাত্যকি আৰু কেইজনমান সেনা। প্ৰদ্যুম্ন আৰু সাত্যকি দুয়ো কথা পাতি আছিল।]

সাত্যকি : এৰা, সঁচা কৈছা। বৰ সুন্দৰ। ইয়াৰ প্ৰকৃতিৰ সৌন্দৰ্য্যতেই আমি ভোল গৈছো। অনিৰুদ্ধই ইয়াৰ নাৰীৰ সৌন্দৰ্য্যত ভোল নাযাবই বা কিয়?

[বলোৰাম আহে]

বলোৰাম : কি? সাত্যকি? আমাৰ আৰু এনেকৈ কিমান দিন বহি থাকিবা। আমি এতিয়া আক্ৰমণ কৰাই উচিত। তোমালোক দেখোন যুদ্ধ কৰিবলৈ আহি সকলো পাহৰি মায়াযুদ্ধৰদৰে বহি আছা।

[শ্ৰীকৃষ্ণ সোমাই আহে]

মাধব : পিছে এতিয়া কি কৰিব লাগিব?

শ্ৰীকৃষ্ণ : [গম্ভীৰ হৈ] মই এটা কথা ভাবিছো।

বলোৰাম : কি?

শ্ৰীকৃষ্ণ : যুদ্ধ কৰাৰ আগেয়ে মই এবাৰ সন্ধিৰ প্ৰস্তাৱ কৰি চাব খোজোঁ।

বলোৰাম : কি? আকৌ কি হ'ল? তোমাৰ কি যে ইচ্ছা মই একোকে বুজিব নোৱাৰো।

শ্ৰীকৃষ্ণ : অৱশ্যে এইটো ভাল ইচ্ছাই। স্বয়ং মহাকাল আহি বাণৰ পক্ষ লৈছে। প্ৰথমে আমি সন্ধিৰ কাৰণে চেষ্টা কৰাই মঙ্গল। শঙ্কৰক প্ৰসন্ন কৰি কুমাৰক অনাই শ্ৰেয়।

বলোৰাম : তেন্তে এতিয়া আমি শঙ্কৰলৈ ভয় কৰিব লাগিবনেকি? আমি ইমান বীৰ্য্যহীন হ'লোনে? নহয়, এতিয়া তোমাৰ কোনো কথা আমি শুনিবলৈ প্ৰস্তুত নহওঁ। এতিয়া মাথোন যুদ্ধৰ বাহিৰে আমি আন একো ক'ব নোৱাৰো।

শ্ৰীকৃষ্ণ : যদি আমি এনে বিবেচনাহীন হওঁ তেন্তে দানৱৰ সৈতে আমাৰ পাৰ্থক্য কোনখিনিত? আমাৰ দম্ভ আস্ফালন অহঙ্কাৰৰ কাৰণে তেন্তে আমি আমাৰ শাস্তি নিজেই বিধান কৰা উচিত? আমাৰ তেন্তে গৰ্ব্বী দানৱ বুলি সিহঁতৰ গৰ্ব্ব চূৰ্ণ কৰিবলৈ অহাৰ সাৰ্থকতা কোনখিনিত?

বলোৰাম ঃ [বহুত পৰ মনে মনে থাকি] তোমাৰ যি ইচ্ছা।

শ্ৰীকৃষ্ণ ঃ প্ৰদ্যুম্ন আৰু সাত্যকি। যোবা, শঙ্কৰৰ সৈতে সাক্ষাৎ কৰি কুমাৰক আমাৰ হাতত সমৰ্পণ কৰিবলৈ ক'বা। যদি সন্মত নহয় তেতিয়া মই নিজেই যুদ্ধ কৰি কুমাৰক উদ্ধাৰ কৰিবলৈ সাজু। যোৱা। [শ্ৰীকৃষ্ণ যাযগৈ]

বলোৰাম ঃ যোবা বাৰু, কিন্তু বৃথা চেষ্টা।

[বলোৰাম এফালে আৰু আনবোৰ এফালে যায়গৈ।]

## চতুৰ্থ দৰ্শন

[দৈত্যপুৰীৰ সিংহদুৱাৰ। নন্দী প্ৰভৃতি প্ৰমথবোৰে দুৱাৰ ৰক্ষা কৰিছিল, ব্যোম ব্যোম কৰি নৃত্য কৰিছিল। এনেতে প্ৰদ্যুম্ন আৰু সাত্যকি আহি দুৱাৰ মুখলৈ আগবাঢে। সকলোবে আগ ভেটি ধৰেহি। নন্দী আগবাঢি আহে।]

নন্দী ঃ সাৱধান। আৰু আগ নাবাঢ়িবা।

সাত্যকি ঃ আমাক যাবলৈ দিয়া। আমি শঙ্কৰৰ সৈতে সাক্ষাৎ কৰিম।

নন্দী ঃ অসম্ভব। দুৱাৰ এৰি নিদিওঁ। উভতি যোৱা।

সাত্যকি ঃ কথা শুনা, দুৱাৰ মুকলি কৰি দিয়া।

নন্দী ঃ সাৱধান।

[এনেতে কাৰ্ত্তিক সোমাই আহে। প্ৰদ্যুম্ন ওচৰ চাপি যায়। কাৰ্ত্তিকে বাট ভেটি ধৰে।]

কাৰ্ত্তিক ঃ কোন তুমি? ইয়ালৈ কিয় আহিছা? প্ৰয়োজন?

প্ৰদ্যুম্ন ঃ ভালেই হৈছে কুমাৰ। তুমি নিজেই আহিলা যেতিয়া। মই যাদব। মোৰ নাম প্ৰদ্যুম্ন। মই শংকৰৰ সৈতে সাক্ষাৎ কৰিবলৈ আহিছো। মোক তেওঁৰ মন্দিৰলৈ যাবলৈ দুৱাৰ এৰি দিয়া।

কাৰ্ত্তিক ঃ তুমি যেয়ে নোহোৱা মই আজি দুৱাৰ এৰি দিব নোবাৰো। মোৰ আদেশ নাই।

প্ৰদ্যুম্ন ঃ নহয়, কুমাৰ! আমাৰ বৰ প্ৰয়োজন। যেনে তেনে দেখা নকৰাকৈ যোৱাৰ আমাৰো আদেশ নাই।

কাৰ্ত্তিক ঃ কি কৰিম! তোমাৰ কি কথা আছে কোৱা, মই জনামগৈ। কিন্তু দুৱাৰ এৰা অসম্ভৱ। ই মোৰ সাধ্যৰ অতীত।

প্ৰদ্যুম্ন ঃ [অলপ উত্তেজিত হৈ] তেন্তে সঁচাকৈয়ে তুমি দুৱাৰ এৰি নিদিয়া? বাৰু মোৰ কথা শুনা। শঙ্কৰক কৈ বন্দী অনিৰুদ্ধক মুক্তি দিব লাগে। তেতিয়া আৰু আমি মিছাতে যুদ্ধ নকৰো।

কাৰ্ত্তিক ঃ অসম্ভৱ! আমাৰ পক্ষে সেইটো অসম্ভৱ। ৰজাৰ কাম মুক্তি দিয়া বা বন্দী কৰা। আমাৰ সেইটো কাম নহয় যাদৱ বীৰ! বৰ্ত্তমান আমি দুৱাৰ ৰক্ষাৰ বাহিৰে আন কোনো কাম কৰিবলৈ প্ৰস্তুত নহওঁ।

প্ৰদ্যুম্ন ঃ [আৰু উত্তেজিত হৈ] কাৰ্ত্তিক! তোমালোকে নোৱাৰা? তেন্তে পাৰিব কোনে? যাৰ অনুগ্ৰহ লাভ কৰি বাণে কুমাৰক বন্দী কৰি যাদবক উপেক্ষা কৰিবলৈ শক্তি পাইছে তেওঁলোকে নোৱাৰে যদি পাৰিব কোনে? কি কৈছা তুমি?

কাৰ্ত্তিক ঃ তুমি উত্তেজিত হৈছা কিয়? আমাৰ কৰ্ত্তব্য আমি কৰিছো। দুৱাৰ কোনোমতেই এৰি দিব নোৱাৰো।

সাত্যকি ঃ কাৰ্ত্তিক! তুমি আমাৰ উদ্দেশ্য বুজাত ভুল কৰিছা। আমাৰ ইচ্ছা শঙ্কৰক এইবিষয়ে প্ৰসন্ন কৰাহে। কাৰণ অবাবত যুদ্ধ আমি কৰিব নোখোজো। তুমি বিবেচনা কৰা। দুৱাৰ এৰি দিয়া।

কাৰ্ত্তিক ঃ কেনে তোমালোক? বাৰে বাৰে মই কৈছো যে দুৱাৰ এৰি নিদিওঁ। এতিয়া বিবেচনা কৰি দুৱাৰ ৰক্ষা কৰাৰ ভাৰ আমাৰ নহয়। আমি আদেশ পালন কৰিছো মাত্ৰ। তোমালোক উভতি যোৱা।

প্ৰদ্যুম্ন ঃ তেন্তে মোৰ গাত দোষ নাই, মই বল প্ৰয়োগ কৰিবলৈ বাধ্য হ'ম।

কাৰ্ত্তিক ঃ ইচ্ছা। দুৱাৰ এৰি নিদিওঁ।

প্ৰদ্যুম্ন ঃ [খঙেৰে] সাৱধান কাৰ্ত্তিক।

কাৰ্ত্তিক ঃ তুমিও সাৱধান হোৱা প্ৰদ্যুম্ন।

প্ৰদ্যুম্ন ঃ আগবাঢ়া।

কাৰ্ত্তিক ঃ আত্মৰক্ষা কৰা।

[দুয়োৰে বাহুযুদ্ধ হয়। সকলোৱে চাই থাকে। শিৱ আহি উপস্থিত হয়। দুয়ো ক্ষান্ত হয়। আৰু সকলোৱে সেৱা কৰে।]

শঙ্কৰ ঃ তোমাৰ ইয়ালৈ অহাৰ উদ্দেশ্য।

প্ৰদ্যুম্ন ঃ প্ৰভু! পিতাই আপোনালৈ বাতৰি পঠাইছে যে যদি বাণে অনিৰুদ্ধক মুক্তি দিয়ে তেন্তে আৰু যুদ্ধ নকৰে। আপুনি নিশ্চয় অনিৰুদ্ধক মুক্তি দিয়াব পাৰে। তাক মুক্ত কৰি আমাৰ হাতত সমৰ্পণ কৰক।

শঙ্কৰ ঃ প্ৰদ্যুম্ন! শুনা, মই বাণৰ এতিয়া দুৱাৰ-ৰক্ষক মাত্ৰ। ৰজাৰ বিচাৰৰ ওপৰত মোৰ কি হাত আছে?

প্ৰদ্যুম্ন ঃ নহয় প্ৰভু! আপুনি ইচ্ছা কৰিলে তাক মুক্তি দিব পাৰে। প্ৰভু! এই অনুৰোধ ৰক্ষা কৰক।

শঙ্কৰ ঃ মোৰ একো হাত নাই, তথাপি মই বাণক প্ৰশ্ন কৰি চাব পাৰো। কাৰ্ত্তিক।

[কাৰ্ত্তিক সোমাই আহে।]

বাণৰ ওচৰলৈ গৈ ক যে কুমাৰক যদি মুক্তি দি শ্ৰীকৃষ্ণৰ হাতত সমৰ্পণ

কৰে তেন্তে তেওঁলোকে যুদ্ধ নকৰে। বাণৰ ইচ্ছা মোক অতি শীঘ্ৰে জনা।
[কাৰ্ত্তিক যায়গৈ আৰু কিছুপৰ পিছত প্ৰসেঞ্জিতৰ সৈতে আহে।]

প্ৰসেঞ্জিতঃ প্ৰভু। মহাবাজে কেতিয়াও বিনাযুদ্ধে কুমাৰক মুক্তি নিদিয়ে। তেখেতে কৈছে যদি যাদবৰ শক্তি আছে তেন্তে নিয়ক। বিচাৰত তেওঁ অনিৰুদ্ধক দোষী পাইছে। আৰু আদেশ দিছে, অবিলম্বে যাদববাহিনীয়ে যদি কালিলৈ প্ৰাতঃ উষাতে শোণিতপুৰ ত্যাগ নকৰে তেন্তে সূৰ্য্য উদয হোবাৰ আগতে যাদববাহিনীক আক্ৰমণ কৰিব লাগিব।

শঙ্কৰ ঃ শুনিলা প্ৰদ্যুম্ন। বাৰু, তোমালোক যোবা।

[প্ৰসেঞ্জিত, কাৰ্ত্তিক যায়গৈ]

প্ৰদ্যুম্ন ঃ তথাপি মই আকৌ এবাৰ আপোনাক অনুৰোধ কৰিছো, আপুনি বাণক নিজে এই বিষয়ে কওক।

শঙ্কৰ ঃ প্ৰদ্যুম্ন। তোমাৰ এই অনুৰোধ সম্পূৰ্ণ অন্যায় হৈছে, যি স্থূলত বাণৰ অভিমত তোমাৰ আগতে সেনাপতিয়ে কৈ গ'লহি।

প্ৰদ্যুম্ন ঃ প্ৰভু! আপোনাৰো অন্যায হৈছে। আপোনাৰ পৰম মিত্ৰ শ্ৰীকৃষ্ণৰ বিপক্ষে বাণৰ সৈতে যোগ দিযাত জানো আপোনাৰ ন্যায় হৈছে?

শঙ্কৰ ঃ প্ৰদ্যুম্ন। মই তেন্তে এতিযা তোমাৰপৰা কৰ্ত্তব্য শিক্ষা কৰিব লাগিবনেকি? প্ৰদ্যুম্ন। তুমি শোকত বুদ্ধিভ্ৰষ্ট হৈছা। প্ৰদ্যুম্ন! তুমি মোৰ কৰ্ত্তব্য কি বুজিবা?

প্ৰদ্যুম্ন ঃ বুজিছো। শ্ৰীকৃষ্ণতকৈও আপোনাৰ ভক্ত ডাঙৰ হ'লনে?

শঙ্কৰ ঃ হাঃ হাঃ। তুমি বুজিব নোবাবা। প্ৰদ্যুম্ন! তুমি উভতি যোৱা।

প্ৰদ্যুম্ন ঃ নহয় প্ৰভু। আপুনি অনিৰুদ্ধক মুক্তি দিয়ক।

শঙ্কৰ ঃ আকৌ দেখোন তুমি অন্যায় অনুৰোধ কৰিলা প্ৰদ্যুম্ন। সম্পূৰ্ণ অন্যায়।

প্ৰদ্যুম্ন ঃ নহয় নহয, সি সম্পূৰ্ণ ন্যায। আপোনাৰ তাক মুক্তি দিবৰ ক্ষমতা আছে। তাক মুক্তি দিযক। প্ৰভু। তাক মুক্তি দিয়ক।

শঙ্কৰ ঃ প্ৰদ্যুম্ন। প্ৰদ্যুম্ন! তুমি একেবাৰেই বুদ্ধিভ্ৰষ্ট হৈছা। বীৰ্য্যবান ক্ষত্ৰিয় বীৰৰ মুখত এনে কথা শোভা নাপায়। প্ৰদ্যুম্ন! তুমি যাদৱৰ গৌৰৱত কলঙ্ক সানিছা। বৰ লাজৰ কথা। যাদৱ ইমানেই বীৰ্য্যহীন হৈছেনে? অসিত ধাৰ নোহোৱা হৈছেনে? বাহুত শক্তি নোহোৱা হৈছেনে? যুদ্ধ কৰিবলৈ আহি— নহয়, তুমি যাদৱ বুলি চিনাকি নিদিবা— ক্ষত্ৰিয় বুলি নক'বা। বীৰৰ সমাজত আৰু কেতিয়াও মুখ নেদেখুৱাবা।

প্ৰদ্যুম্ন ঃ প্ৰভু! সঁচা কথা কৈছে। আমি এতিয়াও যাদৱ, এতিয়াও ক্ষত্ৰিয় বীৰ, এতিয়াও আমাৰ শৰৰ অব্যৰ্থ সন্ধান। কেৱল অবাবত যুদ্ধ হয় বুলি, বাণ বিবেচক বুলি, মাত্ৰ আপোনাৰ আগত সন্ধিৰ প্ৰস্তাৱ। ভাল কথা। দানৱে যাদৱক

চিনিব পাৰিব। প্ৰসেঞ্জিতৰ আক্ৰমণৰ অপেক্ষা নকৰি যাদৱ বাহিনীয়ে শোণিত আক্ৰমণ কৰিব। আমাৰ গাত দোষ নাই প্ৰভু! তেন্তে চাওক আপোনাব বাণাসুৰৰ ৰাজ্য কি হয়। একোতেই ৰক্ষা নাই। বসুমতীযেও যদি আউলী—বাউলী হৈ চৰণত লুটি খাই পৰেহি—শোণিতৰ অভ্ৰভেদী ৰাজপ্ৰাসাদৰ শিলবোৰেও যদি, কান্দি কান্দি পৃথিৱী উটুৱাই দিযেহি, যদি কৈলাস বাসিনী মাতৃযেও কাতৰ কণ্ঠেৰে অনুৰোধ কৰেহি তথাপিও যাদৱৰ অব্যৰ্থ শৰ—সন্ধানত দানৱৰ এই বিশাল বাহিনী এই কনকেৰে গঢ়া অলকাপুৰী ধূলি হৈ উৰি যাব।

[প্ৰদ্যুম্ন ওচি যায।]

শঙ্কৰ : উপযুক্ত কথা— যোৱা সাত্যকি! পাৰা যদি যুদ্ধ কৰি কুমাৰৰ উদ্ধাৰ কাৰ্য্য সাধন কৰাগৈ। মই নিজেই দুৱাৰ ৰক্ষা কৰিম।

[শঙ্কৰ অন্তৰ্দ্ধান হয।]

সাত্যকি : যুদ্ধ অনিবাৰ্য্য। [যাযগৈ]

## পঞ্চম দৰ্শন

[যুদ্ধক্ষেত্ৰৰপৰা কিছুদূৰত বলোৰাম আৰু প্ৰদ্যুম্ন। দূৰত ভীষণ যুদ্ধ হৈছে। শ্ৰীকৃষ্ণৰ বাণৰ সেতে ঘোৰ প্ৰলযকাৰী যুদ্ধ। মাজে মাজে শৰবোৰ আহি বলোৰামৰ ওচৰত ওফন্দি ওফন্দি পৰিছে। মাজে মাজে একোটা মহা উৰুমি আৰু অস্ত্ৰৰ শব্দ আহি কাণত পৰিছে। বলোৰামে, প্ৰদ্যুম্নই যুদ্ধ নিৰক্ষীণ কৰি কথা-বতৰা পাতিছে। মাজে মাজে দূৰৰপৰা শঙ্খধ্বনি আহিছে।]

বলোৰাম : [দেখুৱাই] আৰু আৰু সৌৱা সৌৱা চোৱা, বাণৰ অস্ত্ৰই সকলো অস্ত্ৰ ব্যৰ্থ কৰিলে।—সৌৱা চোৱা বাণে আৰু এক ভীষণ অস্ত্ৰ এৰিলে— উস্ গোটেই আকাশ আন্ধাৰ হৈ পৰিল— এই এই শ্ৰীকৃষ্ণই সকলো ব্যৰ্থ কৰিলে।

প্ৰদ্যুম্ন : আৰু চোৱা—সৌফালে দানৱ আৰু যাদৱ সৈন্যৰ ভীষণ যুদ্ধ হৈছে—ইস্ সৌৱা যুদ্ধক্ষেত্ৰ তেজেৰে কেনেকৈ ৰাঙলী হৈ গৈছে। সৌৱা তেজবোৰ ঠায়ে ঠায়ে ডোঙা বান্ধি কি ভীষণ কৰি পেলাইছে। সাত্যকিযে আৰু প্ৰসেঞ্জিতে কি পৰাক্ৰমেৰে যুঁজিছে চোৱা সাত্যকিৰ শৰত দানৱ সৈন্যবোৰ কেনেকৈ এফালৰ পৰা নাইকিয়া হৈ যাব লাগিছে।

[ভীষণ উৰ্ম্মি আহে]

উস্! শ্ৰীকৃষ্ণই কি সাংঘাতিক অস্ত্ৰৰ অৱতাৰণা কৰিছে,— ভযত দানৱবোৰে কেনেকৈ চিঞৰি উঠিছে— সৌৱা সৌৱা বাণে তাক ব্যৰ্থ কৰিবলৈ কি চেষ্টা কৰিছে চোৱা— এইফালে দানৱবোৰ হুঁহকি আহিব লাগিছে— সৌৱা কৃষ্ণৰ অব্যৰ্থ শৰ—সন্ধানে কেনেকৈ বাণক পাছ হোঁহকাই আনিছে— ব'লা আমি আঁতৰি যাওঁ। এতিয়াই এই ক্ষেত্ৰ ভীষণ যুদ্ধস্থলীত পৰিণত হ'ব—

[দুয়ো পাছ হুঁহকি যায়গৈ। উৰ্ম্মি বাঢ়ি আহে। বাণ পাছ হুঁহকি যুদ্ধ কৰি আহি থাকে আৰু শ্ৰীকৃষ্ণৰ শৰ আহি বাণৰ গাত পৰে। বাণৰ হাতৰপৰা শৰৰ কোবত ধনু পৰি যায়। শ্ৰীকৃষ্ণ আগবাঢ়ি আহোতেই শঙ্কৰে ঘোৰ মূৰ্ত্তিৰে শ্ৰীকৃষ্ণৰ আগত থিয় হৈ ত্ৰিশূল দাঙি,'সাৱধান' বুলি আক্ৰমণ কৰিবলৈ উদ্যত হয়, আৰু শ্ৰীকৃষ্ণই ধনু এৰি সুদৰ্শন চক্ৰ লৈ ভীষণ মূৰ্ত্তিৰে নিক্ষেপ কৰিবলৈ উদ্যত হয়। দুয়োৰে মূৰ্ত্তি ভীষণ প্ৰলয়কাৰী হয়। চাৰিওফালে সকলো ভয়ত কঁপিবলৈ ধৰে। এনেতে ব্ৰহ্মাই আকাশীবাণী কৰে।]

ব্ৰহ্মা ঃ "ক্ষান্ত হওক, ক্ষান্ত হওক, দুয়ো আপোন-পাহৰা হৈ নিজৰ সৃষ্টি ধ্বংস নকৰিব। ভোলানাথ! ক্ৰোধ সম্বৰণ কৰক। ভুল নকৰিব, ভুল নকৰিব।"

[দুয়ো অস্ত্ৰ সম্বৰণ কৰে। শঙ্কৰে নিজৰ আচৰণত অলপ অপ্ৰস্তুত হয়।]

শঙ্কৰ ঃ সঁচা কথা। মই আপোন-পাহৰা হৈছিলো।

শ্ৰীকৃষ্ণ ঃ এৰা, তোমাৰ বুজাত ভুল। নৰদেহধাৰী মই, স্নেহৰ পৌত্ৰক ৰক্ষা কৰিবলৈ, যদুকুল অধিপতি মই, যাদৱৰ গৌৰৱ অক্ষুণ্ণ ৰাখিবলৈ, বাণক দমন কৰিবই লাগিব। তোমাৰ সৈতে বিৰোধ হৈও ত্ৰিভুবন যদি ধ্বংস হয়, নতুন সৃষ্টিৰো যদি আৱশ্যক হয়, তথাপি বৰ্ত্তমান ক্ষেত্ৰত দুষ্কৃতৰ বিনাশৰ বাবে তোমাৰ আশ্ৰিত হ'লেও মই বাণক শাস্তি দিবই লাগিব। [ৰাণক] বাণ, বীৰ তুমি, মহা শক্তিশালী তুমি, অসহায় কুমাৰক বন্দী কৰাত তোমাৰ বীৰত্বৰ কোনো গৌৰৱ হোৱা নাই। কুমাৰক যাদৱৰ হাতত সমৰ্পণ কৰিলে তোমাৰ কীৰ্ত্তি, তোমাৰ মহত্ত্ব চন্দ্ৰ-দিবাকৰ থাকে মানে অটুট হৈ থকিব।

শঙ্কৰ ঃ সঁচা সঁচা সঁচা। ভুল, ভুল। আহাঁ আলিঙ্গন দিয়া। এবাৰ দুয়োৰে প্ৰাণৰ স্পন্দন দুয়ো শুনোহঁক। [দুয়ো আলিঙ্গন কৰে] বাণ! তুমি ভুল কৰিছা। যাক মই আপোন পাহৰি শত্ৰু বুলি বাধা দিছিলো— বাণ— বাণ— শত্ৰুতো নহয়—চোৱা বাণ! এয়া চিৰআৰাধ্য তোমাৰ জন্ম-জন্মান্তৰ প্ৰাণৰ দেৱতা আজি শত্ৰুৰূপে তোমাৰ দুৱাৰত থিয় দি তোমাৰ পৰীক্ষা লৈছেহি।

বাণ ঃ [শ্ৰীকৃষ্ণৰ মুখৰফালে চাই চাই বিভোল হৈ যায়— চকুৰেদি ভক্তিৰ-বাগৰি পৰে] দেখিছো, দেখিছো, চিনিছো তোমাক প্ৰভু! হেৰা শ্যামকলেৱৰ চিৰসুন্দৰ চিৰআৰাধ্য দেৱতা! ইমান দিন তুমি ক'ত লুকাই আছিলা? হাহাকাৰ কৰি তোমাক বিচাৰি ফুৰিছিলো—হাতত পায়ো আজি চিনিব নোৱাৰিছিলো। আহাঁ আহাঁ প্ৰভু— আহাঁ মোক্ষ—আহাঁ মুক্তি—ভকতৰ শিৰত তোমাৰ পাদপদ্ম থোৱাহি

[শ্ৰীকৃষ্ণৰ ভৰিত গবামাৰি ধৰি সেৱা কৰি থাকে।]

শ্ৰীকৃষ্ণ ঃ বাণ, সঁচাই বিজয়ী তুমি। তুমি মোক জয় কৰিলা। আহাঁ, আহাঁ মোৰ বিজয়ী ভক্ত! মোক আলিঙ্গন দিয়া।

[বাণক তুলি বুকুত সাৱটি ধৰে]

শঙ্কৰ ঃ হাঃ হাঃ হাঃ। ভক্ত—ভগৱানৰ মিলন চোৱা, ব্যোম্ ব্যোম্
[নৃত্য কৰে]

বাণ ঃ আজিয়েই তেন্তে পিতাৰ সাক্ষাতত মোৰ জীয়ৰী উষাক কুমাৰ অনিৰুদ্ধক সমৰ্পণ কৰো। এজনী কন্যা মোৰ, চৰণত ঠাই দিয়া প্ৰভু পৌত্ৰবধু বুলি। এনে শুভ দিনেই এই কাৰ্য্যৰ উপযুক্ত। আজি এই দিন পৃথিৱীত স্মৰণীয় হওক। ভক্ত-ভগৱানৰ মিলনৰ দিন আজি, হৰ-হৰিৰ মিলনৰ দিন আজি, আদৰ্শ প্ৰণয়ী যুগলৰ মিলন-দিন আজি—তাৰে সৈতে মই দেৱতাসকলকো মুক্তি দিলো—দেৱতাৰো স্বৰ্গৰ সৈতে পুনৰ মিলন হওঁক।প্ৰভু! তেন্তে চৰণৰ ধূলা দি পুৰী মোৰ কৃতাৰ্থ কৰকহি।

[বাণ আগবাঢ়ি যায়, শ্ৰীকৃষ্ণ, শঙ্কৰ পাছত যায়, আন আন সকলো তাৰ পাছত "জয় ভক্ত-ভগৱানৰ জয়" বুলি পাছ লয়।]

## সমাপতি

[নিজান ফুলনি এখনত এজোপা পদুমনিৰ ওচৰত থকা গছৰ ছাঁত চিত্ৰলেখা বহি আছিল। গছৰ ডালত এটা সখিয়তীয়ে মাতি আছিল।]

### চিত্ৰই গায়

চৰাই বনৰীয়া
মুকলিমূৰীয়া
গাৱ বনৰীয়া গীত;
মনে উৰো উৰো
কৰি তোৰ লগতে
মোৰে উৰণীয়া চিত।
উষা জিৰণীয়া
পাই লগৰীয়া
সন্ধিয়াৰ দেশলৈ যায়;
অকলশৰীয়া
কৰি মোক সখিয়া,
গলা মোক মিলনৰে নিশাটি পাই।

চিত্ৰ ঃ সখী উষা! আজি তোমাৰ সৈতে মোৰ বিচ্ছেদ নেকি? ইমান দিনৰ চেনেহ আজি [চকুপানী ওলাই আহে, তাৰ পাছতে আনন্দত বিভোল হৈ] নহয় নহয়—তোমাৰে-মোৰে কোনে বিচ্ছেদ ঘটাব পাৰিব? তোমাকে-মোকে বিধতাই লগৰীয়া কৰি দিছে। কোনে এৰুৱাব পাৰিব বাৰু? তোমাৰ লগে সাত বৰণৰ তুলি লৈতো মই আছিলো, আৰু থাকিমেই। তোমাৰ মধুৰ আগমন জনাবলৈ

কত ববণেৰে দিশ-বিদিশ ৰঞ্জিত কৰি দিম। তুমি যেতিয়া পূৰ্বাঞ্চলত ভৰপক যৌৱনৰ-দেহাৰে অলপ জুৰণি লৈ, সন্ধিয়া কুমাৰক লগ পাবলৈ লৰি আহিবা, মই সন্ধিয়াৰ দেশলৈ গৈ তোমাৰ মিলন-কুঞ্জত বৰণৰ ওপৰত বৰণ সানি জক্‌মকীয়া কৰি থম, তাৰপিছত যেতিয়া তোমাৰ প্ৰিয়তমৰ অধৰ চুমি তুমি জিৰণি ল'বলৈ অস্তাচলৰ প্ৰাসাদত সোমাবাগৈ, তেতিয়া মই তোমালোকৰ লাজ লাগে বুলি ক'লা বৰণ সানি সকলোৰে দৃশ্যৰ আগত এখনি আঁৰ-কাপোৰ তৰি সখীক হেঁপাহ পলুৱাই প্ৰণয়-মদিৰা পিবলৈ এৰি দিম। তাৰপিছত তোমাৰ মিলন-নিশা পোহৰাবলৈ জোনবাইৰ ওঁঠৰপৰা ৰূপালী ৰহণখিনি আনি বনে বনে সানি দিম। তোমাৰ প্ৰণয়বিহ্বল উৱলা গাটি টঙাই ল'বলৈ কণ্ঠ মোৰ নৈয়ে-বনে জুৰিয়ে-পুৰীযে বিলাই দিম—সন্ধিয়াৰ সমীৰণ হৈ মই সেই ফৰিংফুটা জোনাকত গছৰ ডালে-পাতে, কাৰেঙে কাৰেঙে, কুঞ্জই কুঞ্জই, ফুলৰ পাহিত মৃদু মৃদু চৰণ-ক্ষেপেৰে হালিজালি লয়লাসে নাচি ফুৰিম—আৰু হাতত থকা সুগন্ধিবোৰ তোমাৰ চৌফালে বিলাই দিম। তেন্তে তোমাৰ সৈতে মোৰতো আৰু বিচ্ছেদ নহয়— সদায় মই তোমাৰ লগৰীয়া নহয়নে বাৰু সখী— [মনতে হাঁহি] কি আনন্দ! কেনে সুখ! কেনে বিতোপন— সখীৰে মোৰে আৰু তেতিয়াও এৰাএৰি নহয়। কেনে ধেমালিকে আমি দুয়ো কৰি থাকিম বাৰু।

[এনেতে পত্ৰলেখা আহে।]

পত্ৰ : কি কৰিছা সখী? উষাই তোমাক বিচাৰি আহিছে। কুমাৰো আহিছে।

[অনিৰুদ্ধ, উষা আৰু সখীবোৰ সোমাই আহে।]

উষা : সখী! তুমি মোক এৰি অকলে অকলে বহি আছাহি বাৰু?

চিত্ৰ : [হাঁহি] তোমাকনো আৰু এৰিব পাৰোনে?

অনিৰুদ্ধ : এৰা, কেনেকৈনো এৰে—পিছে নোৱাৰাতহে যেনিবা।

চিত্ৰ : পাৰিলেনো বাৰু?

উষা : বাৰু হ'ল দিয়া—পিছে—পিছে—

[অনিৰুদ্ধৰ ফালে চায়।]

অনিৰুদ্ধ : এৰা—লগে ভাগে হোৱাই ভাল আছিল, কি বোলা চিত্ৰ?

চিত্ৰ : [হাঁহি] কি?

অনিৰুদ্ধ : বোলো সখীয়েকৰ যি হৈছে সেয়ে।

চিত্ৰ : অ'— পিছে এৰা— কাৰ সৈতেনো?

উষা : জানো তুমি কাক ভালপোৱা!

চিত্ৰ : ভালতো সকলোকে পাওঁ।

উষা : তেন্তে তুমি—

চিত্ৰ : এৰা সেই গুণেই সকলোৰে ভালপোৱাখিনিকে কৰি থ'লো। কেনে পালা? বৰ ভাল হ'ব নহয়নে?

অনিৰুদ্ধ : নহয়,নহয়, ভাল নাইহোৱা, আমি খাবলৈ পাবলগীয়া বিয়াহে আমাক লাগে।

উষা : আমিও নেৰো, তুমি কিয় বিয়া পাতি আমাক খাবলৈ নিদিবা, দিয়া কি দিয়া?

চিত্ৰ : দুখুনী সখীয়েৰাৰনো আৰু কি আছে? দুটা চুমাকে খোৱা। বেছ তৃপ্তি হ'ব নহয় জানো?

অনিৰুদ্ধ : পিছে আমাক?

চিত্ৰ : তোমাকনো আৰু কি দিম। মোৰ মৰম-চেনেহখিনিকে জোলোঙাত ভৰাই লৈ যোৱাগৈ। যেতিয়াই মন যায় অলপ অলপ খাবা, নহ'লে ইচ্ছা হ'লে ইয়াতেই তাক খাই শেষ কৰি যাব পাৰা।

উষা : বাৰু সখী! তুমি এবাৰ আমাৰ তালৈ যাবানে? সখী! যাবানে?

চিত্ৰ : যাম নিশ্চয়। [হাঁহি] যেতিয়া আমাৰ সখীৰ ইমানটি অকণমানি সৰগৰ পাৰিজাতৰ কলি এটি আহি কোলাত ফুলিব তেতিয়া দেই সখী।

[সকলোৱে হাঁহে, উষাই লাজ কৰে।]

উষা : ইস্ যোৱাহে।

চিত্ৰ : কুমাৰ! আজিতো দুয়োৰে বিদায়। আমাৰ দুখুনীৰ ঘৰতনো কি পাবা। এই দুবৰি দলিচাখনিতে বহা। আমি অলপ গীত— মাত গাই বং—ধেমালি কৰো।

[উষা অনিৰুদ্ধ দুয়ো বহে।]

চিত্ৰ : পত্ৰ! পত্ৰ! তোমালোকে এটা নামকে গোৱা!

[সখীবোৰ বহে।]

[সখীবোৰে গায়।]

নাম

বাৰীৰ পিছফালে তগৰ
সখীৰ তাঁতৰ শালে তগৰ
বহি জোলাফুলে বাছেকি তগৰ
আজি সুদা হ'ব উষাৰে নগৰ।

[গীতৰ মাজতে অনিৰুদ্ধই বাধা দি কয়।]

অনিৰুদ্ধ : বেজাৰ লগা নাম নেগাবা। সখীহঁত! যাবৰ সময়ত আনন্দৰ গীতহে গাব লাগে।

চিত্ৰ : নহয় নহয়— তোমালোকৰ আনন্দ, আমাৰ বেজাৰ— তাৰে মাজতে গাব লাগে।

সখীবোৰঃ হয় হয়।

চিত্ৰ : বাৰু, তোমালোকে লগোবা। মই পাছত লগাই নিম। উঠ, পত্ৰ! চন্দ্ৰ! তোমালোক দুজনীয়ে নাচা। আজিয়েই আৰু সখীৰ সৈতে ভালকৈ ৰং-ধেমালি কৰি লওঁ।

[চন্দ্ৰ আৰু পত্ৰই নূপুৰ বজাই নাচে।]

গোৱা—

পত্ৰ : কিনো গাম?

চিত্ৰ : মুখত যি ওলায় তাকে গাবা আকৌ।

পত্ৰ : ও ধৰিবা তেন্তে—

## গীত

পত্ৰ : নূপুৰে মাতে ৰুণ জুন
নূপুৰে মাতে ৰুণ জুন
নূপুৰে মাতে।

চিত্ৰ : সখী যাবৰ বেলি
আমাৰ হিয়াখনি
বিষাদে ছাটে।

সখীবোৰ : সখী বিষাদে ছাটে।

চিত্ৰ : বিদায়ৰ পৰতে।
চলে চলি চকুতে
চকুপানী নাটে
সখী চকুপানী নাটে।
যোৱা সখী দিছো বিদায়
মনত ৰাখিবা সদায়
এৰোনো কি সতে।

সখীবোৰ : সখী এৰোনো কি সতে।

## আঁৰ-কাপোৰ

# প্ৰণেতাৰ কথা

এই নাটখনি আজি প্ৰায় দহ বছৰৰ আগতে লিখা। নাটকৰ সকলো চৰিত্ৰ আৰু ঘটনা কাল্পনিক। ইয়াক বিশেষকৈ অসমীয়া গঢ় দি অসমীয়া সাজ-সজ্জাৰে উলিয়াবৰ কাৰণে, অসমীয়া বুৰঞ্জীমূলক নাটকৰ ঠাঁচত লেখা হৈছে। ৰাজমাও, বুঢ়াগোঁহাই ইত্যাদি আহোমীয়া নামবোৰ এই নাটকত ৰাজমাতৃ, মন্ত্ৰী ইত্যাদিৰে অসমীয়া প্ৰতিশব্দ বুলিহে ব্যৱহাৰ কৰা হৈছে। আহোম সমাজৰ চানেকি বা আহোম চৰিত্ৰ দেখুৱা হিচাবে এই নাটক লিখা হোৱা নাই। আহোম সম্প্ৰদায়ৰ কোনো লোকে এই বিষয়ে ভুল ধাৰণা কৰে বুলিহে এই কথাষাৰি লিখা হ'ল। এই নাটৰ "সোণৰ পালেঙত অ' মনতৰা" গীতৰ ঠাঁচত শ্ৰীযুত দণ্ডীনাথ কলিতাদেৱৰ জয়মতী নাটকত এটা গীত দিয়া হৈছে। এই নাটৰ সেই গীতটি কিন্তু কলিতাদেৱৰ জয়মতী ওলোৱা প্ৰায় পাঁচ বছৰ আগতে লিখা হৈছিল আৰু প্ৰচাৰো হৈছিল। সেই কাৰণে পাঠকসকলে এই গীত শ্ৰীযুত কলিতাদেৱৰ গীতৰ অনুকৰণেৰে লিখা হৈছে বুলি যেন নেভাবে।

ইতি

ৰাইজৰ আশীৰ্বাদ ভিক্ষাৰী

শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা

# ভাৱৰীয়া

| | | |
|---|---|---|
| সুন্দৰ কোঁৱৰ | ঃ | অসমৰ এখন ৰাজ্যৰ কোঁৱৰ |
| সুদৰ্শন | ঃ | ৰাজ্যৰ মুকুতা সাউদৰ পুতেক,<br>সুন্দৰ কোঁৱৰৰ অন্তৰঙ্গ বন্ধু |
| অনঙ্গৰাম | ঃ | ৰাজ্যৰ মন্ত্ৰীৰ পুতেক |
| বপুৰা | ঃ | সুন্দৰৰ বিশ্বাসী লিগিৰা |
| ৰাজমাও | ঃ | সুন্দৰ কোঁৱৰৰ মাক |
| কাঞ্চনমতী | ঃ | সুন্দৰৰ কুঁৱৰী — বুঢ়াগোহাঁইৰ জীয়েক |
| শেৱালি | ঃ | সুন্দৰৰ হাতধৰী লিগিৰী |
| ৰেৱতী | ঃ | এজনী কাৰেঙৰ লিগিৰী |
| সেউজী | ঃ | এজনী কাৰেঙৰ লিগিৰী |
| বুঢ়াগোহাঁয়নী | ঃ | কাঞ্চন কুঁৱৰীৰ মাক |
| ৰুণুক, জুনুক, থুনুক | ঃ | নাগিনী ছোৱালী |

চাওদাং, সৈন্য, নগাল'ৰা, নগা, মানুহ এজনী, চন্তৰী, নাৱৰীয়া ইত্যাদি।

পুৰণি জীৱন পাহৰি গৈ ন জীৱন ন দেশত আৰম্ভ কৰাগৈ। বিদায়।

[সুন্দৰ গহীন হৈ ওলাই যাবলৈ খোজ দিযে।]

অনঙ্গ : সুন্দৰ, সুন্দৰ! বন্ধু হৈ বন্ধুক নুবুজিলা। পণ্ডিত হৈ যুক্তি নুশুনিলা। হৃদয়বান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা— মনত ৰাখিবা সুন্দৰ কোঁৱৰ! তুমিও সাৰি নোযোৱা। যি ৰথৰ বাঘজৰি ধৰি তুমি নিৰ্ম্মম ভাবেৰে আমাৰ ওপৰেদি বগ চলাই লোহাৰ চকৰিৰে আমাক নিষ্পেষিত কৰি গ'লা, এদিন— এদিন—তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিষ্পেষিত হ'বা। যি অগ্নিৰে ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মীভূত কৰিলা, সেই অগ্নিয়ে উভতি তোমাৰ জীৱন ছাৰখাৰ কৰিব, তোমাক তিল-তিলকৈ পুৰি তোমাক মৰ্ম্মে মৰ্ম্মে মোৰ হৃদয়ৰ জ্বালা অনুভৱ কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এটি জ্বালাময়ী আগ্নেয়গিৰিত পৰিণত হ'ব।

## তৃতীয় অঙ্ক

### প্ৰথম দৰ্শন

[সুন্দৰৰ শোৱনি-কোঠা। [প্ৰথম অঙ্ক প্ৰথম দৰ্শনৰ দৰে, কিছুমান বস্তু থোৱাত মাত্ৰ সাল-সলনি] সন্ধিয়া লাগি আন্ধাৰ হোৱাৰ কিছু সময় পাছত। শেৱালি আৰু ৰেৱতীক কোঠাত পালেঙ সজোৱা ইত্যাদি বন কৰি থকা দেখা যায়। দুযোজনীৰে মুখত বৰ গোমোঠা ভাব। শেৱালিক বৰ ক্ষীণ আৰু উদ্বিগ্ন দেখা গৈছিল। উপবাসত থকা ক্ষীণ মুখত এটা তপঃক্লিষ্ট জেউতি মুখত উঠাৰ দৰে তাইৰ মুখত এটি জেউতি বিৰিঙিছিল। তাইৰ খোজ-কাটলত, চাৱনি-হাব-ভাবত অন্তৰৰ ঘোৰ অশান্তি আৰু চাটি-ফুটি প্ৰকাশ পাইছিল। শেৱালি এবাৰ বন কৰি থাকোতে এখন দাপোণৰ মুখ দেখি নজনাভাৱে আউল-বাউল চুলিবোৰ অলপ ভাল কৰি ল'বলৈ প্ৰয়াস কৰে— তাকে দেখি ৰেৱতীয়ে।]

ৰেৱতী : [কঠোৰ কৰ্কশ মাতেৰে] হৈছে হৈছে, এতিয়া চুলি মেলাব নেলাগে পালেহি—

শেৱালি : পাওকহি— তই—

ৰেৱতী : ছিঃ কটা লাজো নালাগে। মোৰ এনেবোৰ কথা ওলোৱা হ'লে মই দাপোণ চাই মূৰ মেলাও ছাৰি বৰ পুখুৰীত জাঁপ দি মৰিলোহেঁতেন।

শেৱালি : মৰিবৰ মন আছে তই মৰগৈ। মই মিছা কথাতে কেলেই মৰিমগৈ। তয়েই মোৰ কথা ফুফু-ফাফা কৰি এইদৰে উলিয়ালি। তই কম নহৱ। মন আছিল তোৰ—পিছে কোঁৱৰে মোক অলপ মৰম কৰে দেখি তই খিয়ালত—

ৰেৱতী : [খঙত পকি—জকি] তেনে কথা ন'কবি— মই— মই কৈছোনে? গোটেই ৰাইজেই কৈছে। ৰাজমাওৰ চকু নাই? কাৰেঙৰ ইমানবোৰ মানুহৰ চকু নাই? আও মোৰ বিধি— ইমানবোৰ কৰিও তোৰ লাজ লগা নাই। তোৰ কাৰণেই কোঁৱৰে নিজৰ বিয়া কৰোৱা তিৰোতাৰ তেনে গতি কৰিলে—

কল্যাণ কুঁৱৰী বিহ খাই মৰিবলগীয়া হ'ল। অনঙ্গ ডেকা দেউতা দেশ এৰি দেশান্তৰী হ'ল। ৰাম মোৰ ঈশ্বৰ—তই কোনবৰ মূৰটো খালি—কাৰেঙত জুই দিলি— তই শাঁকিনী। সেইবুলি এতিয়াও জানো লাজ হৈছে—আকৌ মূৰ মেলাই কোঁৱৰক ভুলা— [ৰাজমাও সোমাই আহি উগ্ৰমূৰ্তি ধৰি]

ৰাজমাও : [শেৰালিক] তোক—তোক মই কোঁবৰৰ কোঠালিলৈ আহিবলৈ হাক দিছো নহয়—নেলাগে তই মোৰ ল'ৰাৰ আল-পৈচান ধৰিব।

শেৱালি : [তললৈ মূৰ কৰি] মই—মই—ৰেৱতীয়ে মোক মাতি আনিছে।

ৰেৱতী : মই— মইহে অনা হ'লো।

শেৱালি : নাই— নাই— মতা?

ৰাজমাও : মনে মনে থাক। ওলাই যা—ওলাই যা তই— ওলাই যা। তই মোৰ ঘৰ ভাঙিলি—মোৰ ল'ৰাক বলিয়া কৰিলি। ঘৰত জুই দিলি—জুই দিলি। [শেৱালিয়ে হুক হুককৈ কান্দিবলৈ ধৰিলে] কান্দি কান্দি দেখুৱাইছ ৰ তোৰ মঙ্গহ খাম। তোৰ মই জীৱ লৈহে এৰিম। যা ওলা—ওলা।

[শেবালি কান্দি কান্দি ওলাই যায়গৈ]

ৰেৱতী : ৰাজমাও দেউতা— এই শাঁকিনীক কাৰেঙত থ'লে যি হৈছে দেখিছেই নহয়—।

ৰাজমাও : তই বাৰু মোক বুধি দিব নালাগে। তাৰ উপায় মই কৰিছোঁ। তাইক মই আঁতৰাবৰ দিহা ভালকৈয়ে কৰিছোঁ। উস্ উস্ প্ৰভু মোৰ! এনে বুলি জনা হ'লে, কথা ইমানলৈকে শিপাইছে বুলি জনা হ'লে তাইৰ মই কেতিয়াবাই—

ৰেৱতী : আইদেউতা, মই কোঁৱৰে বিয়া কৰাওঁ নকৰাওঁকৈ থাকোতেই কৈছিলো নহয বোলো, শাস্ত্ৰ ভাগৱত পঢ়াৰ বাবে নহয় কথা ক'ৰবাতহে।

ৰাজমাও : এৰা, এৰা, মই—হে হৰি [দীঘল হুমুনিয়াহ পেলায]

[এনেতে সুন্দৰ আৰু সুদৰ্শন সোমাই আহে।]

ৰাজমাও : [সুন্দৰক দেখিয়ে খণ্ডত বেজাৰত জৰ্জ্জৰিত হোৱা হেন হয আৰু থোকাথুকিকৈ] তই—তই—কি— কি—হ'ব খুজিছ? বলিয়া হ'লি নে পগলা হ'লিগৈ? কি হ'লি? এই আজি তিনিদিন জ্বৰীয়া গাৰে ক'লৈ ওলাই গৈছিলি— তই— তই—

সুন্দৰ : আইদেউতা—তুমি কি বকিছা?

ৰাজমাও : বকিছো! মই বকিছো? মই বলিয়া হৈছো। তই মোক খালি। তই মোক বলিয়া কৰিলি। ক'ত দেখিছা ক'ত শুনিছা— লিগিৰী এজনীব সতে বলিয়া হৈ—

সুন্দৰ : তুমি এইবোৰ কি কৈছা?

ৰাজমাও : সঁচা কৈছো। গোটেই ৰাইজৰ মানুহে কি কৈছে— কাৰণেৰ কোঠাই কোঠাই

কিহৰ মেল? উস্! আগতে এনে যেঁটী সাপ পুহিছিলো বুলি জনা হ'লে— হে মোৰ ঈশ্বৰ?

সুন্দৰ : [হাঁহি সেইবোৰ কথা উৰাই দিব খুজি] সেইবোৰ কথাত তুমি বিশ্বাস নকৰিবা আই। ৰজাৰ কোঁবৰে লিগিৰীক তিমান ওখ শাৰীলৈ নোতোলে।

ৰাজমাও : হাঁহিছ নিলাজ তই। তোৰ মান-অপমান জ্ঞান নাই। তই সেইবোৰৰ বহু তললৈ গ'লি। ইমান দিন মোক ভুবা দিলি— ভুবা দিলি—

সুন্দৰ : ভুবা একো দিয়া নাই। তোমাৰ মগজুত বহু আৱৰ্জ্জনাই ঠাই পাইছে, তাক উলিয়াবৰ ব্যৱস্থা কৰাগৈ যোৱা।

ৰাজমাও : [খঙত টিকিছি— দিকিছি হৈ] আবৰ্জ্জনা মোৰ মূৰত নে তোৰ মূৰত? তই যিবোৰ কাম কৰিলি—

[সুন্দৰে বাধা দি]

সুন্দৰ : সেইবোৰ কথা তুমি নুবুজা। সমাজে বেয়া বুলিছে দেখি তোমাৰ মূৰ ঘূৰাইছে। যোৱা, মোক আমনি নকৰিবা। মই এনে অশান্তিত থাকিব নোৱাৰো—মই কাৰেঙ এৰি ক'ৰবালৈ গুচি যাম। [ৰাজমাও খঙত কঁপি—জপি কিবা ক'ব খোজোতেই বাহিৰত কোনোবা তিৰোতাৰ হৃদয়-বিদাৰক কান্দোন শুনা যায়। আৰু "ৰাজমাও দেউতা, কোঁৱৰ, মোৰ জীয়ৰীৰ কি হ'ল অ'—কোঁৱৰ— কোঁৱৰ"বুলি কন্দা সুৰে মতা শুনা যায়।]

ৰাজমাও : এস এস্! সেইজনী বুঢ়ীগোহাঁয়নী বলিয়া বতিয়া হৈ ওলাইছেহি। হে প্ৰভু! কি কৰিলা— কি মেলিলা!

[ৰাজমাও ওলাই যাব খোজোতেই কান্দি বাউলি হৈ কাঞ্চন কুঁৱৰীৰ মাক বুঢ়াগোহাঁয়নী তালৈ হিয়ালি-জিয়ালিকৈ সোমাই আহে। সুন্দৰলৈ চাই "অ' মোৰ জীয়ৰীক ক'ত মাৰিলাগৈ" বুলি কান্দি মাটিত ধাঁচকৈ লুটি খাই পৰেহি। আটাইবোৰ ব্যতিব্যস্ত হৈ পৰে। ৰাজমাৱে লৰা-লৰিকৈ ওচৰলৈ গৈ মূৰটো দাঙি ধৰে। ৰেৱতী, সেউজী আটাইবোৰ লিগিৰী তাত ওলাযহি। কোনোৱে বিচে, কোনোৱে পানী আনে। সুন্দৰে সেই ফালেই তললৈ মূৰটো থিয় হৈ থাকে। বুঢ়াগোহাঁযনীয়ে উঠি বহি আকৌ হুৱাওৱাওকৈ কান্দিবলৈ ধৰে সুন্দৰৰ ফালে চাই চাই—"অ' মোৰ জীয়ৰীক কি কৰিলা— ক'ত মাৰিলাগৈ—অ' মোৰ কাঞ্চন তোক ক'ত হেৰুৱালো মই"—কান্দি কান্দি ঢাল খাই পৰি যায়— ৰাজমাওঁ লিগিৰীহঁতে দাঙি লাহে লাহে খোজ কঢ়াই লৈ যায়। অলপপৰৰ পাছত বাহিৰত কন্দাৰ শব্দ শুনা যায—তাৰ পাছত সকলো নিতাল হয়। সুন্দৰে আহি পালেঙত বহে, আৰু মূৰে-কপালে হাত দি কিবা ভাবিবলৈ ধৰে। তাৰ পাছত সুন্দৰে ঘোৰ অশান্তি পাই, চাটি-ফুটি কৰি পালেঙৰ পৰা উঠি ইফাল সিফাল কৰি আকৌ পালেঙত দীঘল দি পৰি থাকে— সুদৰ্শন ওচৰৰ মূঢ়া এটাত বহে আৰু ধূপকাঠি এডাল, ওলমি থকা চাকিত লগাই এখন শৰাইত থয। ধূপৰ ধোঁৱাৰ সুগন্ধত সুন্দৰে অলপ অলপ অস্বস্তি বোধ কৰা যেন কৰি হঠাৎ উঠি সুদৰ্শনৰ চকুৰে চকুৰে চাই।]

সুন্দৰ : বন্ধু— এই কথাবোৰৰ বিষয়ে তুমি কি ভাবা?
সুদৰ্শন : কি কথা?
সুন্দৰ : শেৱালিৰ সতে মোৰ এনে—
সুদৰ্শন : বুজিছো। [মিচিককৈ হাঁহে]
সুন্দৰ : হাঁহিলা দেখোন।
সুদৰ্শন : এৰা।
সুন্দৰ : [প্ৰশ্নসূচক দৃষ্টিৰে আৰু কৌতূহলপূৰ্ণভাৱেৰে সুদৰ্শনলৈ চাই ৰৈ থাকে।]
সুদৰ্শন : তুমি শেৱালিক আন লিগিৰীতকৈ মৰম কৰা?
সুন্দৰ : কৰো নেকি?
সুদৰ্শন : তুমি যেই সেই কামতে শেৱালিকে মাতা?
সুন্দৰ : জানো। হ'বলা।
সুদৰ্শন : আন লিগিৰীতকৈ তাইৰ সতে কথা-বতৰা সৰহ?
[সুন্দৰে যেন কিবা এটা মনত পেলাব খুজিছে এনে ভাব ধৰে।]
সপদৰ্শন : লিগিৰীবোৰৰ সতেতো তুমি ঠাট্টা-মস্কৰা বা বং-ধেমালি নকৰা?
সুন্দৰ : নিশ্চয় নকৰো।
সুদৰ্শন : কিন্তু শেৱালিৰ সতে মাজে মাজে—
সুন্দৰ : কৰো নেকি?
সুদৰ্শন : সেই বিষয়ে তোমাৰ সন্দেহ আছে?
সুন্দৰ : পিছে কৰিলোৱেই যেনিবা।
সুদৰ্শন : বন্ধু, পিছে সেই যেনিবায়েই কথা কেনিবা নিছেগৈ।
সুন্দৰ : কেনেকৈ?
সুদৰ্শন : তেনেকৈয়ে। সেইবোৰেই প্ৰতীয়মান কৰাইছে যে তুমি শেৱালিলৈ আসক্ত। তিৰুতা মানুহৰ কথা, তাকে লিগিৰীটোলত বঢ়াই নি নি মাগিটোকে হাতীটো যেন কৰিলে, এতিয়া সেই হাতীটো বনৰীয়া হৈ গাঁও-নগৰ হাবি-বন গোটেইখন মহটিয়াই ফুৰি উৎপাতৰ সৃষ্টি কৰিছে।
সুন্দৰ : হুঁ [বুলি মৌন হয়]
সুদৰ্শন : [অলপপৰ মনে মনে থাকি] আৰু এটা কথাও। এই বিষয়ে আজি কিছুদিনৰপৰা মোৰ ঘোৰ সন্দেহ হৈছে।
সুন্দৰ : কি?
সুদৰ্শন : [সৰুকৈ] শেৱালিয়ে তোমাক ভাল পায়।
সুন্দৰ : [টোপনিৰপৰা সাৰ পোৱাৰ দৰে] লিগিৰী এজনীৰ ইমান স্পৰ্ধা! কেনেকৈ?— কেনেকৈ?

সুদৰ্শন : ভালপাই মানে তোমালৈ আকাঙ্ক্ষা নকৰে। জোনটোক যেনেকৈ মানুহে ভাল পায়, কিন্তু তাক পাবলৈ আকাঙ্ক্ষা নকৰে, পোৱা অসম্ভৱ বুলি জানে, কিন্তু তাৰ শীতল কিৰণত ফুৰি আনন্দ পায়, সেইদৰে তায়ো তোমাক পাবলৈ কেতিয়াও আকাঙ্ক্ষা নকৰে কিন্তু তোমাৰ মৰমৰ উমনি সপোন দেখি বলিয়া হৈ থাকে।

সুন্দৰ : তিৰোতাই ভাল নেপায—মিছা কথা।

সুদৰ্শন : সেই বিষয়ে মই তৰ্ক কৰিবলৈ নাযাওঁ। মাত্ৰ মোৰ সন্দেহৰ কথাটো ক'লো। সময়ত সকলো কথা তল পৰি যাব, আৰু মানুহে পাহৰি যাব। সেই কাৰণে এইবোৰলৈ তুমি বৰকৈ কাণ নিদিবা। কথাটো বৰ নাভূত-নাশ্ৰুত হ'ল—সমাজৰ আলোড়ন হ'বই আৰু মানুহে গুৰি বিচাৰি স্বাভাৱিকতে ফুৰিবই। দুদিনৰ পাছত আকৌ পাহৰি পেলাব—লেঠা ছিগিব।

সুন্দৰ : হুঁ [সুন্দৰে যদিও দেখাত সেই বিষয়ে নমতা হয় তথাপি মনৰ ভিতৰত সেইবোৰ কথা যে পাগুলিবলৈ আৰম্ভ কৰিছে তাক মুখৰ ভাবত বেছ বুজিব পৰা হয়।]

সুদৰ্শন : বন্ধু, নিশাও হ'লহি— তুমি শুবলৈ দিহা কৰা। ময়ো যাওঁ। কাইলৈ পুৱা আকৌ বাৰু কথা পাতিমহি। [এইবুলি সুদৰ্শন উঠে]

সুন্দৰ : নহয় বন্ধু, অলপ বহা. মোৰ মনটো বৰ কেনেবা কেনেবা লাগিছে। এটা গীত গোবা, তাৰ পাছত যাবা।

সুদৰ্শন : হয়নেকি বাৰু তেন্তে। কোন আছে? সেউজী, টোকাৰিখন লৈ আহচোন। [সেউজীয়ে অলপ পাছতে টোকাৰিখন লৈ আহে, সুদৰ্শনে লৈ গায়।]

## গীত

মোৰে জীৱনৰে সখা কৃষ্ণ তই
মোৰে জীৱনৰে সখা কৃষ্ণ।
মোৰে জীৱনৰে সখা কৃষ্ণ তই,
বজাব কি সুৰে বেণু।
কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু?
পুৱতি নিয়ৰে, সানে চৰণতে
শুকুলা মুকুতাৰ ৰেণু
অ' তোৰ শ্যামল গাতে কোনে
চন্দন পিন্ধালে
অ' তোৰ ফুল কুমলীয়া তনু
বজাব সোণৰে বেণু কৃষ্ণ তই

বজাৱ সোণৰে বেণু।
সুৰৰে জিঞ্জিৰী পিন্ধালি মোক
সুৰৰে জিঞ্জিৰী।

[গীত শেষ হ'লত সুদৰ্শন উঠে]

সুদৰ্শন : তেন্তে বন্ধু তুমি শুবলৈ দিহা কৰা। মিছা চিন্তাবোৰ কৰি নাথাকিবা। মই যাওঁ।

[সুন্দৰে আনমনা হৈ 'বাৰু' বুলি কয়। সুদৰ্শন লাহে লাহে ওলাই যায়গৈ। কিছুপৰৰ পাছত সুন্দৰ পালেঙৰ পৰা উঠি বৰ উদ্বিগ্নতাৰে কোঠাটোত অহা-যোৱা কৰি থাকে। তাৰ পাছত পালেঙত বহি, কিবা এটা অৱসাদত ভাগৰিপৰাৰ দৰে, ভৰি ওলোমাই থৈ পালেঙত পৰি থাকে। অলপ পৰৰ পাছত শেৱালিয়ে ৰূপৰ কাঁহী এখনত এটা ৰূপৰ বাণ বাটিত তপত গাখীৰ আনি কোঠাটোত সোমাইহি আৰু সুন্দৰক সেইদৰে পৰি থকা দেখি থমক খাই ৰয়। তাৰ পাছত থৰক-বৰক কৰি সুন্দৰৰ ওচৰত মূঢ়া এটাত কাঁহীখন থৈ তলমূৰকৈ।]

শেৱালি : ডেকা কোঁৱৰ, তপত গাখীৰ ৰাজমাৱে পঠাই দিছে।

[সুন্দৰ গিৰিপ কৰে বিছনাত উঠি বহে আৰু শেৱালি দুখোজমান পাছলৈ হুহকি যায়।]

সুন্দৰ : [তীব্ৰভাৱে শেৱালিলৈ চাই কৰ্কশ স্বৰে] আই দেউতাই তোৰ হাততে পঠাই দিছেনে?

শেৱালি : [কওঁ নকওঁকৈ] নহয়, ৰাজমাও দেউতাই শোৱনি-ঘৰ সোমোৱাৰ আগতে চাংমাইক কোঁৱৰলৈ তপত গাখীৰ পঠাবলৈ কৈ গৈছিল—পিছে চাংমাইয়ে মোৰ হাততে পঠাই দিছে।

[সুন্দৰ মনে মনে থাকে। শেৱালিয়ে নমতা-নোবোলাকৈ কিছুপৰ ওচৰতে থিয় দি থাকি এখোজ দোখোজকৈ ওলাই যাবলৈ ধৰে। সুন্দৰে ঘপহ কৰে থিয় হৈ।]

সুন্দৰ : শেৱালি এইফালে আহ! [শেৱালি আচৰিত হৈ উভতি আহে। আৰু সুন্দৰৰ মুখ ৰঙা পৰে।] দুৱাৰখন জপাই আহ।

[শেৱালিয়ে কি কৰো কি নকৰোকৈ থৰক-বৰক কৰি দুৱাৰৰ ফালে যাওঁ-নাযাওঁকৈ সুন্দৰৰ মুখলৈ চাই থাকে।]

সুন্দৰ : [অলপ খঙেৰে] দু—ৱাৰখ—অন জপাবলৈ কৈছো নহ— য়ই।

[শেৱালি কিংকৰ্ত্তব্যবিমূঢ় হৈ নীৰৱ নিস্পন্দ হৈ শিলা-মূৰ্ত্তিৰ দৰে মাথোন সুন্দৰৰ মুখলৈ চাই থাকে।]

তই শুনিছনে—নাই?

[শেৱালিয়ে খৰকৈ গৈ দুৱাৰখন জপাই আহি নিৰীহভাৱে থিয় দি থাকে। সুন্দৰ ওচৰলৈ আহি আক্ৰমণৰ ভাৱেৰে] তই এইদৰে য'তে ত'তে এইবোৰ কি কথা উলিয়াই ফুৰিছ?

শেৱালি ঃ মইনো কি উলিয়াম ?

সুন্দৰ ঃ মানুহে এইবোৰ কথা ক'ৰপৰা ক'বলৈ পাইছে?

শেৱালি ঃ জানো মানুহে এইবোৰ কিয় উলিয়াইছে।

[সুন্দৰে শেৱালিৰ মুখৰ ভাব লক্ষ্য কৰি পাছ হুঁহকি পালেঙত বহি।]

সুন্দৰ ঃ শেৱালি তই মোক ভাল পাৱনে ?

শেৱালি ঃ [স্বাভাৱিকভাৱে] পাওঁ কোঁৱৰ।

সুন্দৰ ঃ [উগ্ৰ হৈ] মোক—ভা—ল পাৱ ?

শেৱালি ঃ [ভয় খাই নমতা হয়]

সুন্দৰ ঃ [আত্ম-সম্বৰণ কৰি] কিয় ? কিয় ভাল পাৱ ?

শেবালি ঃ এনেয়ে ভাল পাওঁ।

সুন্দৰ ঃ [তীব্ৰতা আৰু ঘৃণাৰে] এনেয়ো পাৱ— ? কেতিয়াও নহয়। ভাল-পাৱ ? এনেয়ে ? এনেয়ে ? মই—মই তোব তিৰোতাৰ লুইতমান ফেনেফোটোকাৰে বোৱা আকাঙক্ষাৰ ভালকৈ সোণ-ৰূপ-মণি-মুকুতাৰে যোগান ধৰিব পাৰিম বুলি। সেই কাৰণে—সেই কাৰণে ভাল পাৱ ? তিৰোতা—তিৰোতাই ভাল পোৱা দিব। স্বাৰ্থৰ অগ্নিত ভাল পোৱা পুৰি ভস্ম কৰি ছাইসোপা আনি আগত ধৰি কৈছে " হোৱা এয়া ভাল পোৱা " আৰু আমি পুৰুষে ছাইখিনিকে গাত সানি সকলো পাহৰি প্ৰণয়ৰ ধুনি জ্বলাই—তিৰোতাৰ প্ৰেমৰ বৰাগী।

[শেৱালিয়ে একো বুজিব নোৱাৰি তবধ লাগি থাকে।] তই মোক এনেয়ে ভাল নাপাৱ। ভাল পোৱাৰ ছাই তহঁতে পুৰুষৰ চকুত মাৰি পুৰুষক কণা-মুনা কৰা, পুৰুষক ভুৱা দিয়া মায়াবিনী।

[এইবুলি সুন্দৰে শেৱালিৰ ওচৰলৈ চোঁচা মাৰি যোৱাদি যায় আৰু শেৱালি পাছ হুঁহকি যাওঁতে মেখেলাত গচকা খাই পৰে।]

সুন্দৰ ঃ [তাচ্ছিল্যৰে] এনেয়ে ভাল পাৱ। এনেয়ে ভাল পাৱ।

[শেৱালিয়ে কান্দিবলৈ ধৰে।]

এনেয়ে ভাল পাৱ ? এনেয়ে ?

শেৱালি ঃ [কান্দি কান্দি] পা—ওঁ। এ—নে—য়ে—।

[কান্দে]

সুন্দৰ ঃ মিছা—মিছা—মিছা।

শেৱালি ঃ [ৰৰকৈ উচুপি উচুপি] পা—ওঁ—

এনে—য়ে।

[সুন্দৰে বিৰক্তি আৰু ঘৃণাৰে শেৱালিলৈ চাই আহি পালেঙত বহেহি। শেৱালিয়ে কান্দি কান্দি উঠিবলৈ ধৰে। সুন্দৰে তীব্ৰভাৱে চাই থাকে। তাৰপাছত সুন্দৰে খঙেৰে শেৱালিৰ ওচৰলৈ আহি তাইৰ

বাহুত ধৰি থিয় কৰি দুৱাৰৰ ফালে হেচোক মাৰি পঠায়। তাই পৰিপৰৈ ধৰো ধৰো হৈ ৰয়গৈ। উচুপি উচুপি এখোজ দুখোজকৈ ওলাই যায়গৈ। সুন্দৰে থৰ লাগি তাইৰ ফালে চাই থাকি পাছ হুঁহকি আহি পালেঙৰ ওচৰত ৰয়হি। লাহে লাহে সুন্দৰৰ উগ্ৰ মুখখন কুমলি আহে। কিবা এটা কাৰণ্যই সুন্দৰক জুমুৰি দি ধৰেহি। সুন্দৰ কৰুণ কোমল ভাবত অভিভূত হৈ পৰে। দীঘলকৈ উশাহ লৈ পালেঙত বহে। আৰু কিবা এক ভাবত থাকি দুই হাতেৰে নিজে নজনাকৈয়ে যেন, পালেঙৰ কাপোৰযোৰ সামৰি-সুতৰি আনি বুকুৰ মাজত সাবটি ধৰি গুমুনিয়াহ পেলায়।]

## দ্বিতীয় দৰ্শন

[কাৰেঙৰ লিগিৰীটোলৰ এটা কোঠা। আন্ধাৰ সাজ সজ্জা বা বেন একো আন্ধাৰত দেখা নগৈছিল। ওচৰত আনটো কোঠাৰ দুৱাৰেদি চাকিৰ অলপ অলপ পোহৰত মাত্ৰ মানুহ বা আন বস্তুৰ চকামকাকৈয়ে আকৃতি-প্ৰকৃতি চিনা গৈছিল। তাত কেইজনীমান লিগিৰী সুধা মাটিত শুই থকা দেখা গৈছিল। এনেতে এজনী লিগিৰী এন্ধাৰে-মুন্ধাৰে আহি আন এজনী লিগিৰী জগোৱা দেখা যায় আৰু ফুচফুচকৈ কথা পতা দেখা যায়। তাৰ পাছত এজনী শোৱাৰপৰা উঠা যেন দেখা যায়; উঠি দুইজনী বং মনেৰে কিছু আগ ভাগলৈ আহে শেৱালি আৰু সেউজী। শেৱালিৰ বাহুত ধৰি সেউজী।]

সেউজী : [অলপ সৰু মাতেৰে] শেৱালি তই ভয় নকৰিবি। তোক ৰাজমাৱে কিবা ভিতৰুৱা কথা সুধিবলৈহে মাতিছে।

শেৱালি : [বৰ ভয় খোৱা যেন হৈ] সেউজী মোৰ ভয় লাগিছে। বাজমাও দেউতাই এইদৰে এনে নিশা কোন কাহানিও মাতি পঠোৱা নাই।

সেউজী : নাই—নাই—এইবোৰ নানান কথা ওলাইছে নহয়—সেই বিষয়ে হ'ব পায়।

শেৱালি : নহয়, নহয়, মোৰ বৰ ভয় লাগিছে, ৰাজমাৱে মোক কিবা কৰিব।

সেউজী : নাই—নাই—ময়ো যাম লগতে।

শেৱালি : আহ সেউজী—মোক নেৰিবি—অ' সেউজী, আজি কেদিনমানৰপৰা মোৰ সোঁ-চকু, সোঁ-বাহু বৰকৈ লৰি আছে। বৰ ভয় লাগিছে।

[কন্দাৰ দৰে শেৱালিয়ে কুঁ-কুঁৱাই]

সেউজী : কেলৈ মিছাকৈয়ে ভয় কৰিছ? আহ একো নকৰে আহ।

[সেউজীয়ে বাহুত ধৰি শেৱালিক লৈ যায়; শেৱালি যাওঁ নেযাওঁকৈ বৰ অনিচ্ছাৰে অথচ বাধ্যত পৰি যোৱাৰ দৰে যায়। আনটো কোঠাত থকা চাকিটো সিহঁতে লৈ যোৱাগৈ বাবে এতিয়া এই কোঠাটো সমূলি আন্ধাৰ হৈ পৰে।]

## তৃতীয় দৰ্শন

[ৰাজকাৰেঙৰ এটা কোঠা। সুন্দৰকোঁৱৰ আৰু সুদৰ্শনে কিবা পুথি এখন লুটিয়াই-পুটিয়াই চাই আছিল। সুন্দৰে নিৰ্বিকাৰভাৱে হাঁহিছিল আৰু বপুৰাৰ লগত কথা পাতি আছিল যদিও—মাজে মাজে বৰ উদ্বিগ্ন হৈছিল। বপুৰাই সুন্দৰৰ ওচৰতে বহি কথা পাতিছিল।]

সুন্দৰ : [হাঁহি] বপুৰা তোৰ বাৰু তিৰোতালৈ এনে বিৰাগ কিয় জন্মিল?

বপুৰা : কোঁৱৰ, তিৰোতা জাতিটো বৰ 'খেচ' জাতি। সংসাৰৰ কথা-বতৰা নিজেও নুবুজে, আনে বুজালেও কিবাখন খেলি-মেলি কৰি বুজাকো বিমোৰত পেলায়—অলপো যদি মৰম বুজে কিনো ক'ম কোঁৱৰ!

সুন্দৰ : কেলৈ তই দেখোন বিয়া কৰোৱাৰ আগেয়ে তিৰোতা লাগে লাগে বুলি হামৰাও কাঢ়ি মৰিছিলি। এতিয়া কি হ'ল আকৌ?

বপুৰা : এৰা কোঁৱৰ, কাঢ়োতে কাঢ়িছিলো। সোণত সুৱগা চৰোৱা গাৰ বাকলিখন— ডালিমগুটিয়া দাঁতকেটিয়েদি মাঘৰ বিহুৰ মেজিৰ খৰিৰ মাজেদি ওলাই অহা জুইৰ নিচিনা বুকু পুৰি ভসম্ কৰা হাঁহিটো দেখি। বতাহে কোবোৱা বিৰিণাৰ সুহুৰি যেন মিঠা মাতটো শুনি। পিছে কি হ'ব? এনে টেঙৰ জাত ঐ— মোৰ গোঁসাই! আগেয়ে সেইখন দেখুৱাই কিনো কম কোঁৱৰ, বিয়াৰ কেদিনমানৰ পাছতে,— সেইবোৰনো কোন মেৰতলিত লুকুৱালে সেইয়া ভগৱতী গোসাঁনীয়েহে জানে। মানুহ বুলিয়েই নাভাবে নহয় কোঁৱৰ।

[সুন্দৰ আৰু সুদৰ্শনে হাঁহে]

সুদৰ্শন : কি বুলি নো ভাবে অ' তোক?

বপুৰা : হে হৰি! কি বুলি ভাবিব নো? গুটি ধানৰ ভঁড়ালটো বুলি।

[সুন্দৰ আৰু সুদৰ্শনে হাঁহে]

সুদৰ্শন : বাৰু বপুৰা, তোৰ তিৰোতাজনী তেনে হ'ল বুলিয়েই আটাইবোৰ তেনে হ'ব বুলি কিয় ভাবিছ?

বপুৰা : এটা ভাত পিটিকি চালেই বুজি নহয়, গোটেই চৰুটো সিজিছে নে নাই।

সুদৰ্শন : বাৰু, তই তিৰোতাবোৰক ভাতৰ লগত নিৰিজাই এপাছি সুমথিৰা টেঙাৰ সতেনো নিৰিজাব কিয়? তাৰে এটা গেলা পালে গোটেই পাছিটো জানো গেলা পাবি?

বপুৰা : [কিছুপৰ ৰৈ] হওতে হয় কথাটো। এৰা— মোৰেই কিবা পোকে খোৱা ভাইগ'। সেই গেলা সুমথিৰাটোতহে আকৌ হাতটো পৰিলগৈ। মোৰ কপালখন কপাল নহয়, বিধতাৰ চোতাল হে হ'বলা। তাত বিধতাই ওলাওঁতে এগছক সোমাওঁতে এগছক মাৰি দুবৰিবোৰতো খাস্তাং কৰিলেই তাৰ উপৰিও বোকা তুলিলে। দুখীয়াৰ কপাল চোতাল হ'লে এয়েই হয়, ধনীৰ কপাল বিধতাৰ চোতাল হ'লে আকৌ তাত মৰণা মাৰি ভালকৈ গুটি ধান পেলাইহে যায়।

সুন্দৰ : বপুৰা তই দেখোন এইবাৰ বৰ ভাল কথা কৈছ একা। ক'তনো শিকিলি?

বপুৰা : মোৰ ঈশ্বৰ! সৰুতে পঢ়াশালিত পঢ়িবলৈ নহ'ল। 'ক'টোৰ চুককেইটা তাৰে উৱাদিহ নাপাওঁ। পিছে এতিয়া বুঢ়াকালত আমাৰ শ্ৰীমতীয়ে ৰিখন পঢ়াশালি

পাতিছেহি তাত শিকোৱাৰ কথাৰ ভৰত বপুৰা বাক্‌হাড় ভেঙেছা। আৰু কিছু শিকিলে বা কি হয়? কথা ফাকি এইদৰে ক'লেহে শুনিবলৈ ভাল হয় বোলে—

গ'ল বপুৰা গ'ল বিয়া কৰাবলৈ গ'ল
শ্ৰীমতীৰ লগ পাই ডেকা বপুৰাকাই
ষাঠি বছৰীয়া হ'ল।

[সুন্দৰ আৰু সুদৰ্শনে বৰকৈ হাঁহে]

সুন্দৰ : বপুৰা বাৰু যাচোন শেৱালিক ভালকৈ তামোল দুখনমান আনিবলৈ কগৈ।
[বপুৰা উচাপ খাই উঠে আৰু নুঠি বহি থাকি সুদৰ্শনৰ ফালে টিং টিং কৰে চাই থাকে] কি হ'ল? নাযাব কিয়?

বপুৰা : [ষৰ চঞ্চল হৈ] আইদেউতাই—শেৱালিক কোনোৱৰ ওচৰলৈ আহিবলৈ হাক দিছে নহয়— ময়েই আনোগৈ।

সুন্দৰ : [খংমুৰা হৈ] কেলৈ, তাইৰ কি দোষ—তাই কেলৈ মোৰ ওচৰলৈ নাহিব? যা তাইক—[মাতে] লিগিৰী! কোন আছ? শেৱালি?

[ৰেৱতী সোমাই আহে]

ৰেৱতী : কিবা ডেকা কোঁৱৰ?

সুন্দৰ : শেৱালি ক'তা? [ৰেৱতী মাতিব নোৱৰা হৈ ৰঙা পৰে] শেৱালিক মাতি আনচোন।

ৰেৱতী : আইদেউতাই—

সুন্দৰ : নেলাগে মোক আইদেউতাৰ কথা— মাতিছো বুলি কগৈ। [ৰেৱতী নগৈ ৰৈ থাকে] নাযাৱ কিয়?

ৰেৱতী : আইদেউতাই খং—

সুন্দৰ : মই— মই— মই মাতিছো—যা, মাতি আন।

[এইবাৰ ৰেৱতী বেবুৱা হৈ যায়গৈ]

এতিয়া শেৱালিৰ গাতহে জগৰ লাগিলগৈ। মিছাকৈয়ে নিৰপৰাধী ছোৱালীজনীক এনে অত্যাচাৰ কৰিছে।

সুদৰ্শন : তুমিও নো ইমান অঁকৰা হৈছা কিয়? ৰাজমাও দেউতাই তাইক আহিবলৈ হাক দিছে যেতিয়া আন লিগিৰীয়ে আল-পৈচান ধৰক।

সুন্দৰ : কেলৈ তাইক মোৰ ওচৰলৈ আহিবলৈ নিদিব? মিছা ধাৰণা এটা কেলৈ মূৰত সুমাই থ'ব?

সুদৰ্শন : কিন্তু তুমি এনে অঁকৰা হ'লে মানুহে ক'বলৈ আৰু—

সুন্দৰ : কওক— কওক—। সেয়ে বুলি যদি ভাবিছে— তেন্তে— মই— মই

সুদৰ্শন : এই বলিয়ালিখন নকৰিবা।

সুন্দৰ : কিহে তুমিও সেই। বলিয়ালিকে কৰিম। সমাজে এনেকৈ মিছা গোজ পুতি ধৰি থাকিব। বপুৰা— যা শেৱালিক মাতি আনগৈ

বপুৰা : কেনৈ নামাতিম মোৰ স্বৰ্গদেৱ— তাইক মই এতিয়াই তামোল—পাণৰ বটাৰে— [এইবাৰ বপুৰা গৰ্বভৰে তাৰপৰা উঠি যায়।]

সুদৰ্শন : সুন্দৰ তুমি কিছুমান অলাগতিয়াল কথাৰ ওপৰত ইমান কিয় বল কৰা মই নুবুজো।

সুন্দৰ : অতি লাগতিয়াল [বুলি আৰ একো নকৈ খংমুৰা হৈ মনে মনে থাকে। দুয়ো এইদৰে কিছুপৰ থকাৰ পাছত সুন্দৰ অধৈৰ্য্য হৈ—] বপুৰা! বপুৰা! [কাৰো মাত নাহে] ৰেৱতী! শেৱালি! [কাৰো মাত নাহে] কোন আছ? কোন আছ? [সুন্দৰ থিয় হৈ] বপুৰা! বপুৰা! [বপুৰা লৰি সোমাইহি] ক'তা শেৱালি ক'তা?

বপুৰা : জানো কোঁৱৰ, বিচাৰিছো দেখোন। ৰেৱতীয়ে লিগিৰী-টোলত চাবলৈ গৈছে।

সুন্দৰ : অথনিৰেপৰা ইমানপৰ কিয় হৈছে? ৰেৱতী! ৰেৱতী!

[এনেতে ৰেৱতী চুচুক-চামাককৈ সোমাই আহে]

পালি নে নাই শেৱালিক?

[ৰেৱতীয়ে উত্তৰ দিবলৈ অলপ গোৰো—গোঁথো কৰে, এবাৰ তলমূৰ কৰে এবাৰ বপুৰালৈ চায়।]

ৰেৱতী : ডেকা কোঁৱৰ শেৱালি লিগিৰী-টোলতো নাই।

[সুদৰ্শনে এতিয়া নিৰ্বিকাৰ ভাব এৰি কথাবোৰলৈ ভালকৈ কাণ দিয়ে।]

সুন্দৰ : ক'লৈ গ'ল?

ৰেৱতী : জানো ক'ব নোৱাৰো।

সুন্দৰ : [ৰেৱতী ভৰিৰপৰা মূৰলৈকে তীক্ষ্ণভাৱে চাই] তই ভালকৈ কথা ক'ব পৰা নাই কিয়? কথা যেন— ওঁ [অলপ কিবা ভাবি সন্দেহ কৰা যেন কৰে] শেৱালি কাৰেঙৰ হাউলিৰ ভিতৰত আছে নে নাই?

ৰেৱতী : [কপা মাতেৰে] ক— ব— নোৱাৰো।

সুন্দৰ : [বৰ আচৰিত হৈ] কি! বৰ আচৰিত কথা। এনে কথাতো কেতিয়াও হোৱা নাই। [সুদৰ্শনলৈ চাই] বন্ধু শুনিছানে নাই? শেৱালি বোলে কাৰেঙত নাই। হঠাৎ কিয় নোহোৱা হ'ব? হুঁ বুজিছোঁ— [মূৰ দুপিয়াই] মই বুজিছো। এই বপুৰা! ৰেৱতী! মোক শেৱালিক বিচাৰি আনি দিব লাগিব। ৰাজমাও দেউতাক সোধ— শেৱালি ক'লৈ গ'ল?

সুন্দৰ : শেৱালি ক'লৈ গ'ল?

[ৰাজমাও লাহে লাহে সোমাই আহোতেই সুন্দৰে ৰাজমাওলৈ বাঘে চোৱাদি চায়।]

ৰাজমাও : [অতি ৰূঢ় হৈ] শেৱালিক তোক কেলৈ?

সুন্দৰ : [আগতকৈ ডাঙৰকৈ] শেৱালি ক'লৈ গ'ল কোৱা?

[ৰাজমাৱে বাঘিনীৰ দৰে সুন্দৰৰ ফালে ঘৃণাৰে চাই নামাতি ৰৈ থাকে]

সুন্দৰ : [বপুৰা আৰু ৰেৱতীক] ক'লৈ গ'ল?

[ৰেৱতী আৰু বপুৰাই নামাতে] ক— লৈ গ'ল নক— ৰ কিয়? [এইবুলি বপুৰাৰ বাউসীত ধৰি জয়ঘণ্টা লৰাই জোকাৰি] কিয়? কি— কি— কিয়— অ।

বপুৰা : [লটি-ঘটি হৈ] হে মোৰ ঈশ্বৰ, মই মই নাজানো।

[সুদৰ্শন উঠি সুন্দৰক ধৰে]

সুন্দৰ : জান জান জান! এই কাৰেণ্ডত আটাইবোৰে জানে? আ—টাইবোৰ। [পগলাৰ দৰে] এই কোন— কোন— মাত— মাত— আটাইবোৰ মানুহকে মাত (বপুৰা লৰ মাৰি ওলাই যায়। সুন্দৰৰ চিঞৰ শুনি, মানুহ তিৰোতা লিগিৰা-লিগিৰী আহি তাত ওলাই ত্ৰাসত উদ্বিগ্ন হৈ ৰৈ থাকে। সুন্দৰ আটাইবোৰলৈকে চাই) শেৱালি ক'লৈ গ'ল?

[আটাইবোৰ একেলগে " আমি কব নোৱাৰো"]

[প্ৰত্যেকটো আখৰত জোৰ দি] পা— ৰি— ব— লা— গি— ব। নহ'লে মই তঁহতক কঠোৰ শাস্তি বিহিম— মই অসুন্দৰ হ'ম— এনে অমানুষিক— অসুন্দৰ হ'ম— মই— বপুৰা! বপুৰা! চাওডাং বৰুৱাক মাত— তুৰন্তে এতিয়াই।

[সুন্দৰ খঙত থৰ থৰ কৰে কঁপি থাকে। সুদৰ্শন কিংকৰ্ত্তব্যবিমূঢ়।]

ৰাজমাও : [সুন্দৰক] তোৰ— তোৰ মূৰত কি সোমাইছে। জগতত নকৰা কাম কৰিলি। নিজৰ বিয়া কৰোৱা তিৰোতাক আনৰ হাতত গতাই দিলি। ৰাজবংশৰ মুখত আলাজ্ঞু সানিলি, নিজৰো মান-মৰ্য্যাদা সকলোৰে মূৰ খালি, বুঢ়াগোঁহাইৰ বুকত শেল দিলি। ৰাজঘৰ ৰাইজৰ হাঁহিয়াতৰ পাত্ৰ কৰিলি। সমাজৰ ৰীতি ধৰ্ম্মাধৰ্ম্ম সকলো জলাঞ্জলি দিলি। এতিয়াও তোৰ লাজ নহ'ল। তই নিলাজ পাপিষ্ঠ। এতিয়া আকৌ লিগিৰীজনীৰ কাৰণে বলিয়া হৈছ?

সুন্দৰ : বৰ ভাল হৈছো। শেৱালি ক'লৈ গ'ল? শেৱালিক তুমি কি কৰিলা?

ৰাজমাও : মই শেৱালিক মাৰিলো বা কাটিলো যিয়েই কৰিলো।

সুন্দৰ : যিয়েই কৰিলো বুলিলে নচলিব আই মাতৃ।

ৰাজমাও : চলিব লাগিব। মোৰ কথা তই শুনিব লাগিব।

সুন্দৰ : নুশুনু— নুশুনু— ন— চ— লো। শেৱালিক যদি লুকুৱাই থৈছা উলিয়াই দিয়া। খেদাই দিছা যদি ওভোতাই আনা। নিৰ্ব্বাসিত কৰিছা যদি সেই আজ্ঞা ৰদ কৰা। অঙ্গক্ষত কৰিছা যদি অঙ্গ দি আনা। প্ৰাণে মাৰিছা যদি— তুমি, তুমি— তাইৰ প্ৰাণ দি সঞ্জীৱিত কৰি মোৰ ওচৰলৈ আনি দিয়া।

ৰাজমাও ঃ নহ'লে তই কি কৰিবি?

সুন্দৰ ঃ মই কি কৰিম? তোমাৰ যিকণ মান-মৰ্য্যাদা গৌৰৱ আছে তাকো মই ভৰিৰে গছকি নাইকিয়া কৰিম। তোমাৰ সাতামপুৰুষীয়া ৰীতি-নীতি-ভাঙি চুৰমাৰ কৰিম।

[চাওডাং বৰুৱা আহি আঁঠু লৈ ৰয়হি।] চাওডাং বৰুৱা! শেৱালি বোলা লিগিৰীজনী হেৰাইছে। তোমাৰ সকলো ৰখীয়া-পৰীয়া-তাইক বিচৰোৱা কামত লগাব লাগে। আৰু এই নগৰৰ প্ৰত্যেক ঘৰে-ঘৰে হাবি-বননি চলাথ কৰিব লাগে। কাৰেঙৰ এই আটাইবোৰকে নি শেৱালিক কি কৰিলে ক'ত থ'লে সুধি সুধি যেনে তেনে সিহঁতৰ মুখৰপৰা কথা উলিয়াব লাগে। মই আটাইবোৰ জানো— গোটেই কাৰেঙৰ ইয়াত যোগ আছে।

ৰাজমাও ঃ [দৃঢ়তাৰে] সুন্দৰ, তই কাৰেঙৰ ভিতৰলৈ শেৱালিক সুমুৱাব নোৱাৰ।

সুন্দৰ ঃ তুমি যদি তাকে কোৱা তেন্তে মই আৰু কৰিম। মোক শেৱালিক আনি দিব লাগিব। চাওডাং বৰুৱা, লিগিৰী লিগিৰী, তুৰন্তে — তুৰন্তে তাইক বিচাৰি উলিয়াই আন। [ৰাজমাও] কাৰেঙত সুমুৱাব নোৱাৰো? আই মাতৃ, তোমাৰ এই আদেশ অমান্য কৰিম। তাকে কৰিয়েই নেৰো, তাতকৈ আৰু কৰিম। তোমাৰ আজ্ঞা, সমাজৰ আজ্ঞা, মোৰ উপৰিপুৰুষৰ আজ্ঞা, শাস্ত্ৰৰ বিধান, শাস্ত্ৰকাৰৰ নিবন্ধন, আটাইবোৰৰ বিৰুদ্ধে যাম। মই শেৱালিক কাৰেঙৰ ভিতৰলৈ আনিম— মই— মই তাইক বিয়া কৰাম [আটাইবোৰে চক খাই উঠে] আৰু — আৰু কি কৰিম জানিছানে আই মাতৃ— গোটেই কাৰেঙক, গোটেই ৰাইজক তাইৰ আগত আঁঠু লোৱাম— তাইক মই কাৰেঙৰ লিগিৰী গুচাই কাৰেঙৰ কুঁৱৰী কৰিম।

## চতুৰ্থ অঙ্ক

### প্ৰথম দৰ্শন

[নগা পৰ্ব্বতৰ নামনি। অলপ দূৰত পৰ্ব্বতৰ গাত নগাৰ চাঙ দেখা গৈছে। চাৰিওকালে বৰ ওখ ওখ পৰ্ব্বতবোৰে সেই ডোখৰ বেঢ়ি থৈছিল। পুৱা দোকমোকালি বতৰ ডাৱৰীয়া, মাজে মাজে মেঘৰ গাজনি আৰু চকা মকা বিজুলি দেখা গৈছিল। এনে সময়ত তিনিটা বৰ গাঠলু চাওডাং পিঠিত একোটাকৈ বোজা লৈ আহি তাত ওলালহি। সিহঁতৰ মাজতে কন্দনামুৱা শেৱালি, মুখখন তাইৰ তেনেই শেতা; ভালকৈ খোজ কাঢ়িব পৰা নাই। চকুৰপৰা অবিৰল লো বাগৰিব লাগিছে। শুকান চুলিবোৰ বতাহত উৰি উৰি মুখত পৰিছেহি; দেখোতে তাইক বাউলী যেন দেখা গৈছিল। চাওডাংকেইটাই ওচৰতে টালি— টোপোলাবোৰ থয়।]

১ম চাওডাং ঃ প্ৰভু মোৰ [কঁকালত হাত দিয়ে] হৰি হৰি [শেৱালিক] শেৱালি অ' বহ আই বহ, এই শিলটোতে বহ। বৰ ভাগৰ লাগিছে নহয় নে আই। ভোক লাগিছেনে? কিবা খাবিনে?

শেৱালি : [কালৈকো নেচাই মূৰ জোঁকাৰে] ওঁহো। [তাৰ পাছত শেৱালিয়ে গাৰ কাপোৰখন গুচাই শিল এটাত বহি দীঘলকৈ উশাহ লয়]

২য় চাওডাং : বহ, বোপাইহঁত বহ, বৰ ভাগৰ ধৰিছে।

৩য় চাওডাং : হেৰৌ, তামোল চালি কিবা আছে যদি দেচোন।

[২য় চাওডাঙে তামোল উলিয়াই দুয়োটাকে দিয়ে; তাৰ পাছত শেৱালিক যাচে।]

২য় চাওডাং : শেৱালি অ' আই— চালি এখন খাবিনে ?

শেৱালি : নেখাওঁ।

[আটাইকেইটা চাওডাঙে চাৰিওফালে চকু ফুৰাই চাই কিছুপৰ মনে মনে থাকে।]

১ম চাওডাং : পিছে আই শেৱালি, আমাৰ কথা হলে এয়েই। দেখিছই নহয়, আমাৰ ৰাজমাও দেউতাই তোক কোনোবা ৰাজ্যত এৰি থৈ আহিবলৈ কৈছে আৰু তয়ো যদি আমাৰ পিছতে নগৰ ওলাৱগৈ, আমাৰ থিতাতে মৰণ। তয়ো যেন কেতিয়াও আৰু দেশত মুখ নেদেখুৱাই আমাৰ জীৱ দান দিয়। ভৈয়ামলৈ তই উভতি গ'লে আৰু আমাৰ মূৰ গাৰিত নাথাকে। ইয়াকেহে ক'লো আই। তয়ো আৰু কথাযাৰ বুজিবি বুলি তোৰে আৰু প্ৰভু ভগৱন্তৰ ওপৰত ভাৰসা কৰি ইয়াতে এৰি থৈ যাম। নগাহঁত বৰ ভাল মানুহ। সিহঁতৰ সৈতে মিতিৰালিকৈ থাকিবি; নহ'লে আৰু উপায় নাই।

২য় চাওডাং : এৰা শেৱালি, তোৰ মুখলৈ আমি যেনেকৈ চালো তয়ো আমাৰ মুখলৈ চাৱ আই।

শেৱালি : [কিছুপৰ মনে মনে থাকি] চাওডাং ককাইহঁত, তোমালোকে এচুলিমানো ভয় নকৰিবাহঁক। ইয়াতেআও মৰণৰে মৰিবলৈ হ'লেও মই আৰু ভৈয়ামত মুখ নেদেখুৱাওঁ। সেইটো সইহঁতে জানিবা ভৈয়ামত নো কাৰ মুখ চাবলৈ যাম আৰু। [কান্দে]

১ম চাওডাং : নেকান্দিবি আই নেকান্দিবি। হৰি নাম লৈ থাকিবি আই। প্ৰভু ভগৱন্তই যদি তোক মৰণৰপৰা সৰুৱাইছেই তেৱেঁই তোক সকলো বিঘিনিৰপৰা ৰাখিব আই। যিমান দিনলৈ পৃথিৱীত চাউল কঠা বিধতাই দিছে তাৰপৰা তোক কোনে বঞ্চিত কৰিব আই।

শেৱালি : [কান্দি] মোকনো কিয় মাৰি নেপেলোৱা। এইদৰে জীয়াই যমৰ যন্ত্ৰণা সহাতকৈ আই— অ'। মইনো এই নিৰ্জ্জন বনত কেনেকৈ অকলে অকলে থাকিম। আই— অ' (কান্দে) চাওডাং ককাইহঁত, মোকনো ইয়াত কেনেকৈ অকলৈ অকলৈ এৰি থৈ যাবাগৈ ? মোৰ কপাল অ' [কান্দে]

[শেৱালিৰ এনে অৱস্থা দেখি চাওডাং কেইটাৰ মন বৰ বিমৰিস হয়। আটাই কেইটাই

শেৰালিলৈ থৰ কৰুণভাৱে চাই থাকে। আৰু অলপ পৰৰ পাছত তিনিওটাৰ চকুৰ পানী ওলায়। সিহঁতে সাউৎ কৰে মচি আনফালে চকু ঘূৰায়।]

১ম চাওডাং : [শেৰালিৰ ওচৰলৈ গৈ গালত হাত ফুৰাই] আই— অ'— কান্দিলে কি হ'বনো এতিয়া। আমি নো কি কৰিম আই। বিধাতাৰ নিবন্ধন কোনেনো খণ্ডাব। যা আই উঠ, সেই জুৰিৰ পানীৰে মুখ ধুই কোমল চাউল কেইটামানকে খা। যা— যা— আই উঠ।

[এইবুলি শেৰালিক হাতত ধৰি জুৰিৰ ফালে পঠাই দিয়ে। শেৰালিয়েও ফেঁকুৰি ফেঁকুৰি যায়গৈ।]

১ম চাওডাং : (আন দুটাক) ব'ল ককাইহঁত এতিয়াই আমি যাওঁগৈ; তেহে বেলি পৰে মানে গাওঁখন পাম গৈ। তাইৰ মুখখন দেখিলে আকৌ শোক লাগিব। ভালক বুলিয়েই তাইক এৰি গ'লো তাই যদি পিছে আমাৰ বধৰ ভাগী হয়, সেইটো তাইৰ ধৰ্মই জানে। ব'ল, ব'ল ককাইহঁত, তাই আহি পাইহিহে লাগে।

[এইবুলি তিনিওটা চাওডাঙে ততাতৈয়াকৈ উঠি টালি-টোপোলা লৈ তাৰপৰা বেগাই গুচি যায়গৈ। অলপ পৰৰ পাছত শেৰালি তালৈ আহি চাৰিওফালে আকুল হৈ চাবলৈ ধৰে। সিহাৰ আঁচলেৰে সোপা কৰি মুখত দি কান্দে আৰু সোপাটো মুখেৰে কামুৰিবলৈ ধৰে। তাৰ পাছত এবাৰ ইফালে এবাৰ সিফালে লৰি গৈ কাকো নেদেখি আতুৰত পৰাৰ দৰে নিপাতৃ খাই কান্দি কান্দি চিঞৰি চিঞৰি "চাওডাং ককাইহঁত" বুলি চাৰিওফালে পাগলীৰ দৰে লৰি ফুৰিবলৈ ধৰে। (এবাৰ লৰি ৰঙ্গমঞ্চৰ পৰা ওলাই যায়গৈ।) দূৰত কান্দোন আৰু চাওডাঙক মতা শুনা যায়। এইদৰে মাজে মাজে শেৰালিৰ কান্দোন আৰু চিঞৰ শুনা যায়। ২ মিনিটমান পাছত শেৰালি আকৌ ৰঙ্গমঞ্চত সোমাই বাউলীৰ দৰে "মোক ক'ত এৰি থৈ গ'লাগৈ" বুলি ভয়ত উচপ খোৱাৰ দৰে হৈ কান্দিবলৈ ধৰে। পাছত উদ্ধাৰৰ একো আশা নেদেখি মাটিত ধাঁচ কৰে পৰি কান্দি থাকে। তাৰ পাছত উঠি বহি হঠাৎ শান্ত হয়; যেন কিবা এটা শক্তিয়ে তাইক গহীন কৰি পেলালেহি।]

শেৰালি : ইয়াকে বোলে কপালৰ লিখন। ক'ৰ শেৰালি ক'ত আছিলো, ক'লৈ আহিলো। [কান্দে, কান্দোন এৰি অলপ পৰ মৌন হৈ থাকে।] ভাবিনো হ'ব কি নেভাবিলেনো [কিছুপৰ মনে মনে জলকা লাগি থৰ হয়, তাৰ পাছত বাগি লগা মানুহৰ দৰে] আই অ' কোঁৱৰৰ মুখখন মাজে মাজে মনত পৰি বুকুখন কেনেকৈ চিৰিংকৈ গৈছে। কোঁৱৰলৈ মোৰ ইমান মৰম কিয়? তুমি নুবুজা নহয় মোৰ তোমালৈ কিমান মৰম। মোৰ বুকুৱে নধৰে, মোৰ মনেও ভাবি ভাবি শেষ কৰিবলৈ ভাগৰে। কিমান মৰম। সুৰুযৰ পোহৰবোৰ

যেনেকৈ পৃথিৱীলৈ বিয়াকুল হৈ আহি আই বসুমতীক সাবটি ধৰি আছে— মোৰ মৰমবোৰ তোমালৈ সেইদৰে গৈ তোমাক আগুৰি আছেগৈ। তোমাৰ সোণবৰণীয়া মুখত মোৰো মৰমবোৰ জিল্-মিলাই আছে। মই দেখিছো তোমাৰ কেঁকোৰা চুলিৰ চামে চামে মোৰ মৰমবোৰে লুকাভাকু খেলিছে।তোমাৰ ডিঙিৰ মুকুতা-মণি কেইটিত কেনে ৰহণ সানিছে। তুমি মোলৈ নীলা আকাশৰ পূৰ্ণিমাৰ জোন, তোমাক মই নাপাওঁ। কিন্তু তোমাৰ মৰমৰ জোনাকত মোক জুৰ ল'বলৈকো নিদিবানে? বৰ মৰম— তোমালৈ মোৰ বৰ মৰম। সৌৱা, সৌৱা আকাশত নীলা-নীলা নীলাবোৰ যিমান দূৰলৈ গৈ গৈ আছে সিমান— সিমান সিমান! [কিছুপৰ স্তব্ধ হৈ থাকি] ক'তা ক'তা মোৰ দেখোন ভয় নলগা হ'ল? কি হ'ব মৰিলেনো? ক'তা মৰিবলৈ দেখোন ভয় নালাগে। খাওক খাওক, মোক বাঘে খায় সাপে খায় খাওক। মৰিম, মৰিম— মৰিলেই শান্তি পাম।

[শেৱালিয়ে আকাশলৈ চাবলৈ ধৰে। কিছুমান ক'লা ডাবৰে আকাশখন ঢাকি ধৰেহি। শেৱালি ৰৈ আকাশলৈ চাই বুকুৰ মাজত হাত দুটা সুমাই স্তব্ধ। তাৰ পাছত নিজৰ মনতো গাই যায়।]

গীত

বাৰিষাৰে ঘন ঘোৰ<br>
বজালি প্ৰাণত মোৰ<br>
কিনো উদাসীন সুৰ?<br>
পৱন অ' উৰুৱাই তাক—<br>
নিবিনো কত দূৰ?<br>
শূইন জীৱন অ' মোৰ<br>
উটি যাব কোনো ফালে<br>
কোন আকুলতে পাবি কূল?<br>
আকাশ পৱন জোৰা<br>
একেখনি ছবি অ'<br>
কৰি থ'বি মোৰ এই<br>
জীৱনকে বিয়াকুল।

[এনেতে "এইজনী কোন অ"!!! বুলি তিনিজনী নাগিনী ছোৱালী ৰুণুক, জুনুক আৰু ঠুনুক সেই ঠাই ভোৰবলৈ আহি তভক মাৰি ৰয়, আৰু ভয় খোৱা যেন কৰে। তাৰ পাছত আগতকৈ লাহেকৈ ৰুণুকে কয় "এইজনী কোন অ'?" তিনিওজনীয়ে মুখলৈ চোৱা-চুই কৰি আৰু লাহেকৈ জুনুকে কয় "এইজনী কোন অ'?" তাৰ পাছত মুখত আঙুলি দি ঠুনুকে আন দুজনীৰ চকুলৈ চোৱা-চুই কৰি তাতোকৈ লাহেকৈ কয় "এইজনী কোন অ'?"]

শেৱালি ঃ [সিহঁতৰ ফালে চাই অলপ হঁহা যেন কৰি] এইকেইজনী নো কোন?

[প্ৰত্যেকজনীয়ে ইজনীৰ মুখলৈ সিজনীয়ে চাই নিজৰ নিজৰ গালে আঙুলিয়াই]

১ম জনী ঃ মই ৰুণুক।

২য় জনী ঃ মই জুনুক।

৩য় জনী ঃ মই ঠুনুক।

[এইবুলি তাহাঁতে খিলখিলকৈ হাঁহি দিয়ে।]

ৰুণুক ঃ ভৈয়ামৰ ছোৱালী তই ভয় খাইছ নেকি?

শেৱালি ঃ নাই খোৱা, কেলেই খাম? তহঁতে মোক দেখি ভয় খোৱা নাই দেখোন। মই দেও বুলি জনা নাই হ'বলা?

[আকৌ আটাইকেইজনীয়ে খিলখিলকৈ হাঁহি দিয়ে।]

ৰুণুক ঃ ইহ্! আমি হ'বলা নেজানো তই কেলেই দেও হ'বি অ'? তই ভৈয়ামৰ ছোৱালীজনীহে তেও। আমি তোক দূৰৰে পৰা সেই ভৈয়ামৰ মানুহৰ সতে অহা চাই আছিলোহে তেও। সিহঁতে তোক ইয়াত এৰি থৈ গ'লগৈ নেকি?

[এইবুলি ক'লত শেৱালিয়ে উচুপি উচুপি কান্দে।]

ৰুণুক ঃ কিয় কান্দিছ, নেকান্দিবি। তোকনো সিহঁতে কিয় এৰি গ'ল?

শেৱালি ঃ মোক ঘৰৰপৰা খেদাই দিছে। [আকৌ কান্দে]

ৰুণুক ঃ নেকান্দিবি অ'। দিয়ক বাৰু সিহঁতে খেদাই, তই আমাৰ লগত থাকিবি। আমাৰ বাই-ভনীৰ দৰে থাকিবি। আমি তোক বৰ মৰম কৰিম। আমাৰ লগত থাকিবলৈ অলপো দুখ নেপাব। আমাৰ আই-বোপায়ে তোক মৰম কৰিব। তোৰ কোনো নাই নেকি অ'?

শেৱালি ঃ ওঁহো।

ৰুণুক ঃ আই ঐ দেহি? পিছে তই আমাৰ লগত থাকিবিনে?

শেৱালি ঃ নেথাকি আৰু ক'লৈ যাম?

ৰুণুক, জুনুক, ঠুনুক ঃ(নাচি জঁপিয়াই) বৰ ভাল হ'ব, আমি এতিয়া চাৰিজনী হ'লো।

[আটাইকেইজনীয়ে শেৱালিক সাবটি ধৰি চুমা খায়।]

ৰুণুক ঃ পিছে আমি তোক কি বুলি মাতিম? ওঁ?

শেৱালি ঃ ওঁ— মোৰ— নাম — ৰ— কওঁ— বাৰু—

ৰুণুক ঃ ওঁ— ওঁ— মই কওঁ— মই কওঁ— মই কওঁ— দেই। তই হৈছ ভৈয়ামৰ মইনা পখী। মই— না! অ, মই— না, ম— ই— না। ঠিক ঠিক ঠিক হ'ব। পিছে মইনা, গীত এটা নোগোৱানে? আমি তেও তোমাৰ গীত শুনিলোহে।

শেৱালি ঃ [হাঁহি] মোৰ যদি শুনিছিলি তহঁতে এটা মোক গাই শুনোৱা কিয়? মই যদি

ভৈয়ামৰ পোহনীয়া মইনা তহঁত বনৰ বনৰীয়া মইনা। গাচোন তহঁতৰ এটা বনৰীয়া গীত।

[আটাইকিজনীয়ে খিলখিলকৈ হাঁহি— "আমি বোলে বনৰীয়া মইনা।"]

ৰুণুক : বাৰু, বাৰু, গাওঁ শুন।

ৰুণুক,জুনুক,ঠুনুকে গায়—

বনৰীয়া আমি বনৰ চৰাই
বনে বনে ফুৰো অনাই বনাই
অনাই বনাই আমি
অনাই বনাই আমি
অনাই বনাই অ' অনাই বনাই ।
উ—উ—উ—উ— উ—উ, উ—উ—উ।
ভৈয়ামৰ মইনা তই পোহনীয়া পখী
বনৰীয়া মইনাৰে পতালিহি সখী
ঘৰৰ কথা আমি বনত পাতি
বনৰ কথা আমি ঘৰত পাতি
পৰ্ব্বতৰে বননি ফুৰিম বগাই
অনাই বনাই অ'
অনাই বনাই।

## দ্বিতীয় দৰ্শন

[নগা পৰ্ব্বতৰ এটা পৰ্ব্বতৰ গাৰ সমতল। এটা গুহাৰ আগৰ মুকলি ঠাই। অলপ পৰৰ পাছতে এটা নগা ল'ৰা হাতত এপাট যাঠি লৈ ক'ৰবাৰপৰা লৰ মাৰি আহি তাত থিয় হয়হি। তাৰ চকুত অৰ্থহীন দৃষ্টি। মুখৰ ভাব মুহূৰ্ত্তে মুহূৰ্ত্তে সলনি হৈছে। চাৰিওফালে চাই হঠাৎ কিবা এটা আনন্দত সি কিৰীলি মাৰি হাঁহি উঠে। তাৰ পাছত কথা নাই বতৰা নাই, সি উন্মত্ত হৈ নাচিবলৈ ধৰে। তাৰ সেই নাচোন মাথোন মনৰ অসংলগ্ন অৱস্থা আৰু ভালকৈহে ফুটাই তাক বলিয়া বুলি প্ৰতীয়মান কৰায়। সি এই দৰেই নাচি থাকোতেই অনঙ্গৰাম অতি ধীৰ আৰু দাৰ্শনিকৰ খোজেৰে সোমাই অলপ দূৰত থৰ হই থিয় দি তাক চাবলৈ ধৰে। অনঙ্গৰামৰ চুলিবোৰ অতি ৰুক্ষ। বহুত দিন তেলটেঙ্গা নঘঁহাত তাৰ বৰণ ৰঙচুৰা। গাত যদিও আগৰ পাটৰ চোলা চুৰিয়া, সি এতিয়া জীৰ্ণ আৰু মলিন। অনঙ্গৰামৰ মুখৰ বৰণ বৰ শেঁতা আৰু গালত কিছু ডাড়িও গজিছিল। চকুত কিন্তু এটা উদাৰ দৃষ্টি। মুখত এটা মুক্ত সন্ন্যাসীৰ দৰে নিৰ্ব্বিকাৰ ভাব আৰু আনন্দৰ হাঁহি লাগি আছিল। অনঙ্গ লাহে লাহে তাত পৰি থকা শিল এটাত বহে। নগা ল'ৰাটোৰ এবাৰ হঠাৎ অনঙ্গৰ ওপৰত চকু পৰিলত নিমিষতে নাচ বন্ধ কৰি কাঠৰ পুতলাৰ দৰে অনঙ্গৰ ফালে চকু টেলেকাকৈ চাই থাকে।]

অনঙ্গ : নাচ।

নগা ল'ৰাঃ নাচিলে মূৰ ঘূৰায়।

অনঙ্গ : তেন্তে কিয় নাচিছিলি?

নগা ল'ৰা : [অট্টহাস্য কৰি] কিয়? কিয় নানাচিম? গছে নাচে, পাতে নাচে, নৈয়ে নাচে মযো নাচিম। তই মোৰ "চাৰাপেন"ক দেখিছিলি?

অনঙ্গ : চাৰাপেন কোন?

নগা ল'ৰাঃ মোৰ বুকুৰ সোণ, তাইক আজি মই বহুত দিন বিচাৰিছো, তাই নাই, কৰাবালৈ গ'ল। তাই মোৰ নাচ চাবলৈ বৰ ভাল পাইছিল। মই নচা দেখিলে তাই বহুত দূৰৰ পৰা লৰি আহিছিলে।

অনঙ্গ : তাই কিমান দিন হ'ল হেৰাল?

নগা ল'ৰাঃ দুবাৰ জাৰ হ'ল, দুবাৰ বৰষুণ হ'ল। সেই জুৰিটো দুবাৰ শুকালে, দুবাৰ ফেনে ফোটোকাৰে বলে। ৰঙা ফুলবোৰে দুবাৰ ফুলিলে, মোৰ চাৰাপেন নাচ চাবলৈ নাহিল। তাইলৈ মনত পৰিলে মই নাচো, কিজানি তাই দূৰৰপৰা মোক নচা দেখি থাকিব নোৱাৰি লবমাৰি চাবলৈ আহে। ক'তা, পিছে মই নাচি আছো, পৰ্ব্বতৰ টিঙত উঠি নাচিছো, নৈৰ পাৰত নাচিছো, বনৰ মাজত নাচিছো, ভৈয়ামৰ পথাৰত নাচিছো, ক'তা চাৰাপেন দেখোন মোৰ নাচ চাবলৈ লৰ মাৰি নাহে।

অনঙ্গ : [হুমুনিয়াহ কাঢি] তোৰ এই নাচৰ ক'ত শেষ হ'ব তেন্তে আৰু? বুজিলো ই তোৰ অনন্ত নৃত্য। ব্যৰ্থ প্ৰেমিকৰ ব্যৰ্থ নৃত্য। [নগা ল'ৰাটোৱে একো নুবুজি অনঙ্গৰ ফালে চাই থাকে] বাৰু তোৰ নাচ মই চালে নহ'বনে?

নগা ল'ৰাঃ নহ'ব নহ'ব। কচোন বাৰু মোৰ চাৰাপেন ক'লৈ গ'ল?

অনঙ্গ : তোৰ চাৰাপেন গছৰ কুমলীয়া পাত হ'ল, ৰঙা ফুল হ'ল, হালধীয়া চৰাই হ'ল, জুৰিৰ পানী হ'ল, বৰষুণৰ টোপাল হ'ল।

নগা ল'ৰাঃ [তন্ময় হৈ শুনি] আৰু কি হ'ল?

অনঙ্গ : ধুনীয়া পখিলা হ'ল, পুবাৰ বতাহ হ'ল, বেলিৰ পোহৰ হ'ল, জোনৰ হাঁহি হ'ল, নীলা আকাশ হ'ল।

নগাল ল'ৰা : তেন্তে গছপাত, ফুল, পখিলা, হালধীয়া চৰাই, জুৰিৰ পানী, বৰষুণ, ৰ'দ, বেলি, জোন, তৰাক মই মৰম কৰিলে, ভাল পালে চাৰাপেনক মৰম কৰা হ'বনে? ইহঁতে মোৰ নাচ দেখিলে চাৰাপেনে দেখিবনে?

অনঙ্গ : পাব, পাব, দেখিব, দেখিব।

নগা ল'ৰাঃ [হাঁহি জঁপিয়াই কিৰীলি পাৰি] ভাল হ'ল, কেনে ভাল হ'ল! এজনী চাৰাপেনৰপৰা কিমানবোৰ চাৰাপেন হ'ল। তেনে এতিয়া যদি পৰ্ব্বতে-ভৈয়ামে য'তে থাকো

তাতে চাৰাপেন থাকিব। য'তে নাচো তাতে চাৰাপেনে দেখিব। হিঃ হিঃ হিঃ! বাৰু মই ফুলবোৰক চুমা খালে চাৰাপেনৰ গালত সেই চুমা লাগিবনে?

অনঙ্গ : লাগিবতো।

নগা ল'ৰাঃ কেনে ভাল হ'ল! বাৰু হালধীয়া চৰাইক মিঠাগুটি খুৱালে চাৰাপেনে সোৱাদ পাবনে?

অনঙ্গ : পাবতো, কেলেই নেপাব?

নগা ল'ৰাঃ হিঃ হিঃ হিঃ! তেন্তে মই হালধীয়া চৰাইক মিঠাগুটি খুৱাওঁগৈ, ফুলক চুমা খাওঁগৈ।

[জঁপিয়াই ওলাই যায়।]

[অনঙ্গই দীঘলকৈ উশাহ লয়। লাহে লাহে আহি এটা শিলৰ ওপৰত বহে। চাৰিওফালে চাবলৈ ধৰে। অনঙ্গ বৰ বিয়াকুল হৈ আহিবলৈ ধৰিলে। তেওঁৰ মুখত এটা দিব্য কোমলতা ফুটি উঠিল। চকুত এটা বৰ সহজ জ্ঞানী ভাব ওলাই পৰিল। অনঙ্গ তন্ময়। তেওঁ চাৰিওফালৰ দৃশ্যবোৰ বৰ মৰমেৰে চাবলৈ ধৰিলে; তেওঁ এনেকৈ চাবলৈ ধৰিলে যেনিবা আগত এখনি বৰ ডাঙৰ পুথি পৰি আছে আৰু তাৰ অৰ্থ বুজি বৰ আনন্দিত হৈছে।]

অনঙ্গ :
আইৰ দৰে শান্ত স্নিগ্ধ
হে তুমি প্ৰকৃতি সুন্দৰী
দিছা সুবিমল স্নেহ বাকি,
প্ৰিয়াৰ সৌন্দৰ্য্য লৈ পূৰ্ণ
যৌৱনৰ লাজুকী হাঁহিটি মাৰি
প্ৰণয় বাতৰি ক'ব খোজাহে সুন্দৰী,
ওৰণিৰে মুখ ঢাকি
বিশ্বৰ কুৰূপ তুমি পুনু বাছি আনি
কিয় কোৱা হাঁহি?
ভ্ৰান্ত ধাৰণা তোৰ সকলো
মায়াৰ লীলা দুৰ্দ্দিনতে
সৰি যোৱা উৎসৱলৈ বুলি গঁথা
বিচিত্ৰ বৰ্ণৰ ফুলৰ চাকি।
তুমি প্ৰহেলিকাময়ী বৈচিত্ৰ্যক
বিচিত্ৰৰে ৰাখিছাহে ঢাকি।
আপোন নৃত্যতে তুমি আপুনিয়ে
হোৱা বিয়াকুল। আপোনাতে
আপুনি বিভোল, তুমি বিদ্যাধৰী।

আপোন ৰথৰ তুমি আপুনি সাৰথি,
এহাতৰে ধৰি বাঘজৰি
আনহাতে কৰিছা সন্ধান
আপোনাৰ লক্ষ্য ভেদ কৰি।
আপোন হাতেৰে তুমি গঢ়িছা
নিজেই অব্যৰ্থ সন্ধানকাৰী
মহা অগ্নিবাণ। আপোন
বাণেৰে তুমি নিজকেই কৰিছাহে
অব্যৰ্থ সন্ধান।
আপুনি ইঙ্গিত
তুমি কৰিছা নিজেই, নিজে
জ্যোতিৰ্ম্ময়ী হোৱা কৰি জ্যোতিষ্মান।
আপোন কুৰূপ তুমি আপোন মোহাৰি
নিজে মথি উলিয়াই সৌন্দৰ্য্য নিৰ্য্যাস,
আপোনাৰ শৰীৰতে আপুনিয়ে সানি,
আপুনিয়ে বিতৰিছা আপোন হাতেৰে
আপোনাৰ সৌন্দৰ্য্যৰ যশ।
আপোন হাতেৰে তুমি ভাঙ্গি আনি
নিজ ফুলনিৰ, সহস্ৰ সহস্ৰ কত
কুসুম কোমল সুৰভিৰে ভৰা
কত আৰু কতবোৰ পৰিমল ৰেণু,
ফুল মধু আনি তুমি ভৰাই দুকৰ
নিজে শিলাকুটি হৈ ভাস্কৰ্য্য নিপুণ তুমি
গঢ়িছাহে আপোন হাতেৰে
নন্দন-বিজয়ী বীৰ কুসুম কোঁৱৰ।
কবি কল্পনাৰ ইন্দু নিন্দি পৰকাশৰ,
অধীশ্বৰী হেৰা অবিনাশী সৌন্দৰ্য্যৰ
কিনো বিশ্বব্যাপী আৱৰণ আঁচলৰ।
তপস্যাৰ সিন্ধু মথি তুমিহে তাপসী
নিজৰেই উপবন ভাঙ্গি কৰি চুৰ
পিন্ধিছাহে নিজে চৰ্ম্মবাস। বাসনাৰে
লিপ্ত কত শত উপবন

কৰি পুণ্য কৰি তপোবন
তপস্যাৰ মন্ত্ৰ বাকি কৰ্ণকুহৰত
নিজ হাতে কৰিছা স্থাপন,
অপূৰ্ব্ব আতমা শুভ্ৰ নিষ্কাম তাপস।
আজি জনালাহে প্ৰকৃতি বিপুল,
বিশ্বগ্ৰাসী বিৰাট সুন্দৰী
অন্তৰত মোৰ, প্ৰণয়ৰ দীপ্ত হুতাশন।
জ্বলোক দীপিতি তাৰ
ভেদি উঠি আৱৰণ দূৰ
দিগন্তৰ আন্ধাৰৰ।
জাগি উঠ প্ৰণয়ৰ সুন্দৰী প্ৰতিমা।
তোৰ যোজন বিয়পা যজ্ঞবেদী অন্তৰত মোৰ
আজি হৃদয় মন্দিৰ মোৰ
আলোকৰে কৰি পূৰ, জ্বলিলে
সাত বৰণীয়া অগ্নি শিখা
প্ৰকৃতিৰ প্ৰাণময় প্ৰণয় যজ্ঞৰ।
হোমানল মথি তই যা — অ' সুন্দৰী।
বিতৰ, বিতৰগৈ শুভ্ৰ তোৰ নিৰ্ম্মল পোহৰ
উৎসৱময়ী কৰি নিমাত নিতাল
যত বিৰহীৰ মৌন প্ৰণয়ৰ
কুঞ্জ শত শত,
উজ্জ্বলালে আশাৰ আলোকি
উদাসী মুখখনি প্ৰেমিকৰ।
কুসুম কোমল যাৰ প্ৰণয়ৰ কুঞ্জ মনোহৰ,
হ'ল কালে কাঁইটনি বন,
কাঢ়িলে সি মাথোঁ এটি তপত হুমুনিয়া
নিচুকি থাকিলে ৰহি ভাৰ লৈ ব্যৰ্থ প্ৰণয়ৰ।
তাৰ সি নিকুঞ্জখনি উৎসৱময়ী পুনু কৰ তই
উৎসৱময়ী পুনু কৰ।

[বহুতপৰ তন্ময় হৈ থাকি, তাৰ পাছত শিলৰ পৰা অধীৰ হৈ উঠি আহে]

দৃষ্টি, দৃষ্টি, দৃষ্টি দিয়া মোক।
স্পৰ্শ, স্পৰ্শ, স্পৰ্শ দিয়া মোক

মোৰ ইন্দ্ৰিয় অন্ধকূপ।
দৃষ্টিৰ প্ৰসাৰ মোক দিয়াহে সুন্দৰী
চাবলৈ অন্তহীন ৰূপ। ই কি।
বিশ্ব বিমোহিনী সৌন্দৰ্য্যতো সৌন্দৰ্য্য অপৰূপ।

[অনঙ্গৰ মুখ এক দিব্য আভাত উদ্ভাসিত হৈ পৰে। তাৰ পাছত মাটিত বহি শিলত মূৰ থৈ, থৰ লাগি চাই থাকে। বতাহ বলে। বতাহ গছৰ পাতত লাগি দূৰৰ বাঁহীৰ দৰে অনবৰত টুনুক-টানাককৈ ভগা-ছিগা সুৰৰ দৰে শব্দ আহি সেই ঠাইডোখৰ ঘূৰাই পেলাইছি। সেইফালে অনঙ্গ নিতাল মাৰে। অলপ অলপ আন্ধাৰ হৈ আহে। এনেতে কণুক, জুনুক, টুনুক হাতত পোৱা আলু—কচু লৈ আহে। কণুকৰ হাতত এডাল আঁৰিয়া।]

কণুক : অ — উ, উ, উ—মিতা, উ—উঁ।

জুনুক : উ— উ— উ, মিতা। সেইটো হ'বলা।

[কণুকৰ চকু অনঙ্গৰ ওপৰত পৰে]

টুনুক : এ কণুক এইটো হুৰ পায়। এ জলকা লাগি পৰি আছে উ, উ, মিতা উ।

অনঙ্গ : [উঠি] কি হ'ল কণুক?

কণুক : মিতা মিতা, তই ইয়াত নাথাকিবি।

অনঙ্গ : কিয়?

কণুক : বজাৰ নগৰৰ পৰা বহতো মানুহ আহি হাতে হাতে আঁৰিয়া লৈ আমাৰ গাঁৱত কিবা বিচাৰি ফুৰিছে। তোক ধৰি নিব।

অনঙ্গ : [হাঁহি] মোক, মোক, মোক বজাৰ একো প্ৰয়োজন নাই।

কণুক : তেন্তে মইনাক নিবলৈ আহিছে।

অনঙ্গ : কোন মইনা?

কণুক : আজি ভৈয়ামৰ পৰা এজনী ছোৱালী আহিছে নহয়।

অনঙ্গ : [আচৰিত হৈ] কেনেকুৱা?

কণুক : তাই কান্দি থাকে। মাজে মাজে হাঁহে। তাইক আমি লুকুৱাই থৈছোঁ। তাইক বজাৰ মানুহে পালে হেনো কাটিব।

অনঙ্গ : [কিছুপৰ ভাবি থাকি] তাই বাৰু ক'ত আছে?

কণুক : নকওঁ।

অনঙ্গ : মোক নকবানে? বঁহলচোন মই চাওঁগে। তাইক ভালকৈ এঠাইত লুকাই নথলে তহঁতৰ হাতৰ পৰা বজাৰ মানুহে ধৰি লৈ যাব।

কণুক : [ভয় খাই] তেন্তে আমি তাইক ক'ত থম? কি কৰিম?

অনঙ্গ : মোক বাৰু তাইৰ ওচৰলৈ লৈ ব'ল। মই তাইক আটাইবোৰ কথা সুধিলেহে ক'ত থলে ভাল হ'ব ক'ব পাৰিম।

ৰুণুক : ব'ল তেনে মিতা। আহ, বেগাই আহ। সৌবোৰ দেখিছনে ৰভাৰ মানুহবোৰে কেনেকৈ আঁৰিয়া আৰু জোঁৰ লৈ পিযাপি দি ফুৰিছে। সৌবা কিছুমান এইফালেও আহিছে।

অনঙ্গ : ব'ল।

[তিনিওজনী নাগিনী আৰু অনঙ্গ ওলাই যায আৰু অলপ পৰৰ পাছতে সেই বাটেদি আঁৰিযা লৈ লৈ কিছুমান মানুহ যাযহি। এইদৰে কিছুপৰলৈ সেই ঠাই ডোখৰেদি আঁৰিযা লৈ মানুহ দলে দলে অহা-যোৱা কৰি থকা দেখা যায।]

আঁৰ কাপোৰ

## পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

[এটা ওখ টিলাৰ ওপৰত এখন অকলশৰীযা নগা চাং। ওখ ওখ গছ ঠাইডোখৰ ছাটি থৈছিল। বহুত দুৰণিৰ নামনিৰ দৃশ্য দেখা গৈছিল। আকাশত জোনটো ওলাই পোহৰ দি আছিল। ঠাইডোখৰ নিজান নিস্তব্ধ। নগা-চাঙৰপৰা অলপ ওপৰত নামনিৰ দৃশ্য চাই শেৱালি বননিত বহি আছিল। ওচৰত কেও [illegible]ছিল। শেৱালিযে নামনিৰ দৃশ্যৰ ফালে আৰু জোনটোৰ পোহৰ এবে থৰে চাই থাকি মনতে হঁহা যেন কৰে আৰু গুণ গুণক গায।]

### গীত

যাউতিযুগীয়া বনে মোৰ অ'।
প্ৰাণতে দিলা মোক মৰম কুমলীয়া
মনত সোঁৱৰণি সুৱদীয়া
বুকুত ভালে পোৱা অ' প্ৰাণৰ ধনে
যাউতিযুগীয়া ধনে মোৰ অ'।
স্মৃতিৰ ছবিখনি প্ৰণয় ফুটুকীয়া
কল্পনা পূৰাই দিলা মোক অ'
যাউতিযুগীয়া ধনে মোৰ অ'।
ভাৱত অগণনে হমুনিয়া
অময়া সৌন্দৰ্য্য জীৱন ওপচোৱা
থ'বলৈকে ঠায়ে নোজোৰে অ'
যাউতিযুগীয়া ধনে মোৰ অ'।
সুখ বিনন্দীয়া মৰণতে বাকি
সৰগী সপোন টোপনিতে গঢ়ি দিলা মোক অ'

যাউতিযুগীয়া ধনে মোৰ অ'।
বুজা-নুবুজাৰে হাঁহি-কান্দোনৰে
জীৱনত পাতিলা মেলা মোৰ অ'
যাউতিযুগীয়া ধনে মোৰ অ'।

[ৰুণুক নিধাতু খাইলৰি আহে]

ৰুণুক ঃ দেখিছ্ দেখিছ বাৰু, এতিয়া তয়ো মৰিবি আমাকো মাৰিবি।

শেৱালি ঃ [অতি নির্বিকাৰভাৱে] কিনো হ'ল?

ৰুণুক ঃ তই এনেকৈ ডাঙৰ ডাঙৰকৈ গীত গাইছিলি কেলেই? শুনিলে তই ক'ত আছ জানিব নহয়।

শেৱালি ঃ জানক দে ৰুণুক, মই আৰু জীয়াই থাকিব নোখোজো। শুনক, শুনি মোক ধৰি নি কাটি পেলাওকগৈ।

ৰুণুক ঃ ইহ্! কোনে কাটি পেলাবগৈ। এই, তই আমাৰ মিতাক চিনি নেপাব নহয়। সিও ভৈয়ামৰ মানুহ। বৰ ভাল মানুহ। তোক চাবলৈ আহিছে — উ মিতা, আহ আহ।

[অনঙ্গ সোমাই আহে। শেৱালিৰ ফালে চাই শেৱালিক চিনিব নোৱাৰি থৰ লাগি চাই থাকে। কিছুপৰৰ পাছত অনঙ্গই চিনি পায়।]

অনঙ্গ ঃ তই শেৱালি নহৱনে?

শেৱালি ঃ [অনঙ্গ মাত শুনি অলপ চিনি পাই]
হয় মোৰ ডেকা দেউতা।
[আঁঠু লৈ হুক্ হুক্ কৰে কান্দিবলৈ ধৰে]

অনঙ্গ ঃ তই ইয়ালৈ কেনেকৈ আহিলি?

শেৱালি ঃ মোৰনো কথা কি ক'ম? কান্দে]

অনঙ্গ ঃ কি হ'ল কথাবোৰ কচোন।

শেৱালি ঃ ৰাজমাও দেউতাই মোক চাওডাঙৰ হাতত কাটিবলৈ পঠিয়াই দিছিল। [মনে মনে থাকে]

অনঙ্গ ঃ পিছে —

শেৱালি ঃ পিছে সিহঁতে ইয়াত এৰি থৈ গ'ল।

অনঙ্গ ঃ অ' সেইকাৰণে আকৌ তোক ৰজাৰ মানুহে বিচাৰি আহিছে। তোক কিয় এনেকৈ পঠাই দিলে? [অনঙ্গ কিছুপৰ মনে মনে থাকে] কিয়? [শেৱালিয়ে নেমাতে] কচোন। [শেৱালিয়ে নেমাতে]

শেৱালি ঃ আপোনাৰ সতে কুঁৱৰীক পঠাই দিয়া আৰু কুঁৱৰীয়ে বিহ চেলেকি মৰাৰ পাছৰ পৰা ... [নীৰৱ হয়]

অনঙ্গ : কি হ'ল?

শেৱালি : কাৰেঙৰ আটাইবোৰ মানুহে মোৰে কৌৰবৰে নানা কথা উলিয়ালে, তাতে ৰাজমাৰৰ...।

অনঙ্গ : [শেৱালিৰ মনৰ ভাব আৰু অভিব্যক্তি ভালকৈ নিৰীক্ষণ কৰি] কচোন শেৱালি সঁচা কথা, ঈশ্বৰক সাক্ষীকৈ — সেইবোৰ সঁচানে?

শেৱালি : [একে উশাহে অনঙ্গৰ চকুৰে চকুৰে চাই] তেনেই মিছা।

অনঙ্গ : [তাইৰ মুখৰ ভাব আৰু কথাৰ গঢ় দেখি তাইক সম্পূৰ্ণ বিশ্বাস কৰি] তেন্তে সুন্দৰে একো হকা-বধা কৰা নাইনে? তোক এনেকৈ পঠোৱা সুন্দৰে নাজানেনে?

শেৱালি : মই ক'ব নোৱাৰো।

অনঙ্গ : অলপ আগতে গীত তয়ে গাইছিলিনে?

শেৱালি : [নেমাতে]

অনঙ্গ : সুন্দৰলৈ তোৰ বৰ মৰম নেকি?

[শেৱালিয়ে উচুপি উচুপি কান্দিবলৈ ধৰে, এনেতে হুৰমুৰ কৰি হাতত আঁৰিয়া লৈ কিছুমান চাওডাং আহি তাত ওলাই আটাইবোৰকে বেঢ়ি ধৰে; "এইজনী শেৱালি শেৱালি" বুলি চিঞৰিবলৈ ধৰে। কশুক, জুনুক, ঠুনুকহঁতে ভয়ত চিঞৰিবলৈ ধৰে। অনঙ্গই কঁকালত টঙালি বান্ধি তৰোৱাল খাপৰপৰা উলিয়াই তৰোৱাল দাঙে।]

[বজ্ৰগম্ভীৰ মাতেৰে] তহঁতক কি লাগে।

১ম চাওডাং : শেৱালি লিগিৰীক।

অনঙ্গ : সজে সজে উভতি যা।

১ম চাওডাং : শেৱালি লিগিৰীক আমি লৈ যাম, আমাৰ স্বৰ্গদেৱৰ আদেশ। এনেয়ে নিদিলে আমি বলেৰে নিম।

অনঙ্গ : তেন্তে [বুলি কঁকালৰ শিঙা এটা বজায়, দূৰত কিৰীলি শুনা যায়।]

১ম চাওডাং : ধৰ ককাইহঁত, তাইক ল।

[চাওডাং আৰু অনঙ্গৰ ভিতৰত যুঁজ আৰম্ভ হয়। গোটেইখন হুৱাদুৱা লাগে। কিছুমান নগাই যাঠি-জোং লৈ তাত যোগ দিয়েহি। এই গোলমালৰ ভিতৰৰ পৰা কশুক, জুনুক, ঠুনুক আৰু শেৱালি আঁতৰি দূৰলৈ যায়গৈ। কেবাটাও চাওডাং ঘাইল হয়। এনেতে সবহকৈ কিছুমান চাওডাঙৰ সতে এজন বাজবিষয়া, মূৰত পাগুৰি আৰু মুখখন চকু-নাকৰ বাহিৰে আন ঢাকি, হাতত তৰোৱালেৰে ওলায়হি।]

বাজবিষয়া : কোনে ৰজাৰ মানুহক কৰ্ত্তব্যত বাধা দিছে?

অনঙ্গ : [আগবাঢ়ি] মই। দিছো কৰ্ত্তব্যত নহয়, অন্যায়ত বাধা দিছো আৰু শেষলৈকো দিম।

বাজবিষয়া : কোন, কোন তুমি?

অনঙ্গ : যেয়ে নহ'লো। এই ৰাজ্য তোমাৰ ৰজাৰ নহয়। ইয়াৰ প্ৰজাৰ ওপৰত তোমাৰ অধিকাৰ নাই। ভৈয়ামৰ অন্যায় অধৰম পৰ্ব্বতলৈ নুতুলিবা। য'ৰ মানুহ ত'লৈ উভতি যোৱাগৈ।

ৰাজবিষয়া : [মুখৰ কাপোৰ গুচায়] নহয় বন্ধু অনঙ্গৰাম, অন্যায় অনা নাই, ন্যায় লগত লৈ আহিছো।

অনঙ্গ : [বৰ আচৰিত হৈ] অ' সুন্দৰ আকৌ কি নব অভিযান? নবসংস্কাৰেৰে অনুপ্ৰাণিত হৈ আজি এই বনৰীয়া জীৱনত ধূমকেতুৰ দৰে পৰি কিহৰ উপদ্ৰৱৰ সৃষ্টি কৰিবলৈ আহিছা? ইয়াত তো সভ্যতা নাই,শাস্ত্ৰৰ বিধান নাই, ৰীতি নাই, নীতি নাই। ইয়াত কি ভাঙিবলৈ আহিলা? এই নিৰীহ অজলা প্ৰাণীবোৰৰ অস্থিপঞ্জৰ? এই প্ৰকৃতিৰ কোলাত বিৰল সুখত ওমলি থকা প্ৰাণীবোৰৰ শান্তি।

সুন্দৰ : ক্ষমা কৰিবা বন্ধু! শান্তি ভাঙিবলৈ অহা নাই, শান্তি বিচাৰি আহিছো।

অনঙ্গ : কিন্তু শান্তি নেভাঙিলে যে শান্তি নোপোৱা। বাৰু কেলৈ আহিলা, শেৱালিৰ নিৰ্ব্বাসন ৰহিত কৰিবলৈ, হয়নে?

সুন্দৰ : অকল নিৰ্ব্বাসন ৰহিত কৰিবলৈ অহা নাই।

অনঙ্গ : তেন্তে।

সুন্দৰ : মোৰ কুঁৱৰী কৰিবলৈ।

অনঙ্গ : [ডাঙৰকৈ হাঁহিবলৈ ধৰে— গোটেই পৰ্ব্বত ৰজনজনাই যায়।] হাঃ হাঃ হাঃ হাঃ হাঃ হাঃ— তেন্তে লৈ যোৱা, লৈ যোৱা, শেৱালিক লৈ যোৱা। হাঃ হাঃ হাঃ— আহাঁ আহাঁ, আজি মোৰ অতিথি হোৱাহি। কাইলৈ শেৱালিক লৈ যাবা। আহাঁ আহাঁ।

সুন্দৰ : ইমান হাঁহি কিয় বন্ধু?

অনঙ্গ : বহুত দিন হাঁহিব পৰা নাই। আজি প্ৰাণ খুলি হাঁহিবলৈ অৱকাশ পাইছো। আহাঁ আহাঁ, আহাঁ বন্ধু, আজি নিৰ্ব্বাসিতৰ আলহী হোৱাহি।

[সুন্দৰক বাহুত ধৰি লৈ যায় আৰু আন আন চাওডাং আদিহঁতবোৰ তাৰপৰা ওলাই যায়গৈ। কণুক, জুনুক, ঠুনুকে বেঢ়ি লৈ শেৱালিক সাবটি ধৰি এখোজ দোখোজকৈ আঁতৰি থকা ঠাইৰপৰা আহে।]

কণুক : তেন্তে মইনা তোক কাইলৈ লৈ যাবগৈ। তই কুঁৱৰী হ'বিগৈ?

শেৱালি : [বিমনা হৈ] মই কুঁৱৰী নহওঁ, তইঁতৰ লগতে থাকিম।

কণুক : কেলৈ কুঁৱৰী নহ'বি? কুঁৱৰী হ'বলৈ পালে— ইমান— ৰজাৰ ল'ৰালৈ তোৰ জানো মৰম নাই।

শেৱালি : [হাঁহি] ওঁ ওঁ [মূৰ জোকাৰে] সেই— সেই কাৰণেই বুজিছ কণুক মই কুঁৱৰী নহওঁ।

ৰুণুক : ইহ্! বৰ আচৰিত কথা দেখোন। মৰম আছে যদি হ'বহে লাগে।

শেৱালি : ৰজাৰ ল'ৰাই মোক কুঁৱৰী পাতিলে ৰজাৰ ডাঙৰীয়াসকলে কোঁৱৰক ৰজা ভাঙিব। আৰু মৰোৱাই পেলাব পাৰে, বুজিছ।

ৰুণুক : [চকু টেলেকাকৈ চাই থাকে] হয় নেকি?

শেৱালি : ওঁ।

ৰুণুক : তেন্তে তই ইয়াতে থাকিবি। ৰজাৰ ল'ৰাকো কাটিব, তোকো কাটিব গ'লে। নালাগে যাব, নালাগে যাব।

শেৱালি : নেযাওঁ বাৰু, ব'ল এতিয়া ৰাতি হ'ল।

[দূৰৰ পৰা ৰুণুকৰ মাকে মতা শুনা যায়।]

[ৰুণুক— উ— উ— উ]

ৰুণুক : উ— উ— উ—

[আটাইকেইজনী ওলাই যায়।]

## দ্বিতীয় দৰ্শন

[নগা পৰ্বতৰ অনঙ্গ থকা গুহাৰ আগত। দুপৰীয়া। সুন্দৰ কোঁৱৰ গুহাৰ আগৰ শিল এটাত আমন-জিমনকৈ বহি আছে। ওচৰতে মাটিত কিছুমান গছৰ পাত পাৰি লৈ অনঙ্গৰাম আৰু সুদৰ্শন। তিনিওজনে ইজনৰ সৈতে সিজনে কথা-বতৰা নপতাকৈ নিজৰ নিজৰ ভাবতে বিভোল হৈ আছে।]

সুদৰ্শন : [মূৰ দাঙি] সুন্দৰ, তোমাৰ এই সংকল্প এৰা।

সুন্দৰ : সুন্দৰে সংকল্প কৰে, কিন্তু সংকল্প নেৰে।

সুদৰ্শন : কিন্তু ইয়াৰ পৰিণাম বৰ ভয়াবহ। তাক তুমি উপলব্ধি কৰিছা নে নাই ক'ব নোৱাৰো। এনেয়ে তোমাৰ আগৰ এটি কামে ডাঙৰীয়াসকলক আৰু ৰাইজৰ বৰ অসন্তুষ্ট কৰি থৈছে। এই কামে মাত্ৰ সেই উমি উমি জ্বলি থকা জুইকুৰা দপ্‌দপকৈ জ্বলাইহে দিব।

সুন্দৰ : দিয়ক— দিয়ক। মোৰ ৰাজ্য, মোৰ ৰাজপাট পুৰি ছাৰ-খাৰ কৰি দিয়ক। ৰাজ্য, ধন, সিংহাসন যাওক, কেৱল মাত্ৰ মোৰ সংকল্প থাওক।

সুদৰ্শন : নহয় নহয়, তুমি সেই একে কথাতে ক'লে নহ'ব। দেশৰ মুখলৈ চাই, প্ৰজাৰ মুখলৈ চাই তুমি—

সুন্দৰ : তেন্তে দেশ উচ্ছন্ন যাওক, প্ৰজাৰ সৰ্বনাশ হওক।

অনঙ্গ : [বেজাৰকৈ] সুন্দৰ, তোমাৰ এনে সংকল্পৰ ফলত আজি তোমাৰ এই বন্ধুৰ [নিজৰ গালৈ আঙুলিয়াই] কি অৱস্থা হ'ল দেখিলানে। কাঞ্চনমতীয়ে কেনেকৈ আঁচলৰ গাঁঠিৰ বিহেৰে তোমাৰ দণ্ডাদেশ উপেক্ষা কৰি গ'ল?

সুন্দৰ : দেখিলো বন্ধু। আজি তোমাৰ অভিশাপক মই নিজে প্ৰাণ দি জীৱন্ত কৰি তুলিবলৈ ওলাইছো। মই বাঘজৰি ধৰা ৰথৰ চকাৰ তলত জাঁপ দি মই নিজেই গুৰি হৈ যাবলৈ ওলাইছো। মোৰ সংকল্প মই এৰিব নোৱাৰো।

অনঙ্গ : তোমাৰ সংকল্পৰ সিদ্ধি হওক। অভিশাপৰ ঠাইত মই তোমাক আশীৰ্ব্বাদ দিছো।

সুন্দৰ : [সেইবোৰ কথা তল পেলাই হঠাতে] অনঙ্গ, সিদিনা তুমি ইমানকৈ কিয় হাঁহিছিলা?

অনঙ্গ : তুমি হুঁহুৱাইছিলা দেখি।

সুন্দৰ : কেনেকৈ?

অনঙ্গ : তাক তুমি ভালকৈ জানা অৱশ্যে।

সুন্দৰ : তেন্তে শেৱালিবে সৈতে মোৰ অবৈধ প্ৰণয় থকা বিশ্বাস কৰা?

অনঙ্গ : বন্ধু তাৰ বাবে মই আজি তোমাৰ ওচৰত ক্ষমা বিচাৰিছো। সি মোৰ ভুল-ধাৰণা আছিল।

সুন্দৰ : তেন্তে তুমি সেই বিষয়ে নিঃসন্দেহ?

অনঙ্গ : সম্পূৰ্ণ। কিন্তু বন্ধু তোমাৰ এনে সংকল্পই যে আন সকলোকে তোমালোকৰ বিষয়ে এনেবোৰ সন্দেহ আৰু বদ্ধমূল হ'বলৈহে সুবিধা দিব।

সুন্দৰ : দিয়ক। সেই কাৰণেই মই শেৱালিক কাৰেঙৰ কুঁৱৰী কৰিব খুজিছো।

অনঙ্গ : ওঁ বুজিছো। তেন্তে তিৰোতা এতিয়াও তোমাৰ হৃদয়ৰ দুৱাৰ-ডলিৰ বাহিৰতেনে?

সুন্দৰ : [হাঁহি] তাত অলপো সন্দেহ নাই।

অনঙ্গ : কিন্তু তিৰোতা লৈয়েই দেখোন তোমাৰ জীৱনৰ মেলা পাতিলা?

সুন্দৰ : পাতিলো যদিও তিৰোতাবপৰা মই আঁতৰত। পদুম পাতৰ পানীৰ দৰে তিৰোতা মোৰ জীৱনলৈ আহিলে গ'লেও মোক তিয়াব নোৱাৰে বন্ধু।

অনঙ্গ : [কৌতুহলী হাঁহিৰে সন্দেহ প্ৰকাশ কৰি] অহঙ্কাৰ নকৰিবা।

সুন্দৰ : অহঙ্কাৰ নহয় বন্ধু। ই মাথোন মোৰ জীৱন-বুৰঞ্জীৰ তিৰোতাসংশ্লিষ্ট ঘটনাৱলীৰ পৰ্য্যবেক্ষণ আৰু বিশ্লেষণৰ মন্তব্যহে।

[এনেতে ৰুণুক, জুনুক, ঠুনুক হাতত আলু, কচু আৰু ফুল লৈ সোমাই আহে।]

সুন্দৰ : ক'তা নাগিনী ছোৱালীহঁত। তহঁতৰ সতে শেৱালি নাহিলে দেখোন?

ৰুণুক : ৰজাৰ ল'ৰা, শেৱালি আজি তোৰ লগত যাব নহয়, সেই গুণে তাই ভালকৈ মুখ মেলাইছে, খোপাত ফুল পিন্ধিছে, হাতত ফুল পিন্ধিছে আৰু গালত ৰঙা ফুলৰ গুৰি সানিছে— তাই আহিব। হোঁ— তোলৈ এইবোৰ ৰঙা ৰঙা ফুল দিছে।

[ৰুণুকে সুন্দৰক কিছুমান ফুল দিয়ে। সুন্দৰে সেই ফুলবোৰ হাতত লয়]

ৰজাৰ ল'ৰা, তই এনেকৈ মন মাৰি কেলৈ থাক? [অনঙ্গক] মিতা, ৰাক ৰজাৰ ল'ৰাৰ কিয় বেজাৰ।

অনঙ্গ : [হাঁহি] তহঁতে ৰজাৰ ল'ৰাক নাম-গুণ গাই নেদেখুৱাৰ দেখি।

কণুক : ইহ্।

অনঙ্গ : হয় আকৌ।

কণুক : [সুন্দৰক] আমি নাম গালে জানো তোৰ মন ভাল লাগিব?

[সুন্দৰে মূৰ দুপিয়াই আৰু হাতেৰে বগা ফুল এটা লৈ মোহাৰি থাকে।]

কণুক : বাৰু আমি তেনে নাম গাম—নাচিম— দেই জুনুক— দেই ঠুনুক।

জুনুক, ঠুনুক : ওঁ ওঁ নাচিম তো— নাচিম তো।

[কণুক, জুনুক, ঠুনুকে গায় আৰু নাচে।]

## নাম

পৰ্ব্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি
বেণুৰে বোলালি তই কুমলীয়া হাত।
অ' ভৈয়ামৰ সোণামুৰা কিনো কৰ গুণি গাঁথি
লেখি লেখি সেউজীয়া পাত।
বনে মইনা সেউজীয়া,
গছে মইনা সেউজীয়া,
পাতে মইনা সেউজীয়া পাত,
মইনা চৰাইটিয়ে গছৰ ডালে পাতে পৰি
তোলকে মাতিছে মিঠা মিঠা মাত।
আমনে জিমনেকৈ
থাকনো তই কিয় ঐ
গালতেনো দিয় কিয় হাত?
হাঁহ অ' মোৰ মইনা
হাঁহ অ' হাঁহ।
ডালেনো পাওঁ চাবলৈ,
বগা ওঁঠৰ মাজেৰে সৰতে
জিকিমিকি মুকুতাৰি দাঁত।

কণুক : বজাৰ ককা, এতিয়া তোৰ মন ভাল লাগিছেনে?

[সুন্দৰে হাহি মূৰ জোকাৰে]

তেন্তে তইঁতে এতিয়া একো নাখাবনে? চাতোন বেলিটো মূৰৰ ওপৰ পালেহি নহয়। এইৰা আমি আলু আনিছো, কচু আনিছো। বা— তইঁতে নিজবাত গা ধুই আহগৈ। আমিও গা ধুই মইনাক লগত লৈ আহিম। তই তেতিয়া বৰ ভাল পাবি, নহয়নে?

সুন্দৰ : [উঠি] বাৰু কণুক তইঁত যা, মই যাম।

কণ্ডক : আমি এতিয়াই আহিম দেই।

[কণ্ডক, জুনুক, ঠুনুক যায়গৈ। বপুৰা সোমাই আহে।]

বপুৰা : পিছে ঈশ্বৰসকলে জানো গা নিতিয়ায়? কন্দীয়ে খাবলৈ সকলো যতাই-পিতাই আহিছো নহয়।

সুদৰ্শন : ব'লা সুন্দৰ।

অনঙ্গ : ব'লা।

[আটাইকেউজন উঠি তাকাবা ওলাই যায় আৰু বপুৰাই অলপ ইফাল সিফাল কৰি থাকোতেই এটা গা-বখীয়া চাওডাং আহে।]

গা-বখীয়া চাওডাং : পিছে বৰা আজি আমাৰ যোৱা হ'ব নে নহয়?

বপুৰা : নহ'ব কিয়? খাই বৈ, শেৱালি কুঁৱৰীক তইঁতৰ কানত তুলি গায়নে বায়নে গিজতাওঁ গিজতাওঁ কৈ নগৰ হেম্বোপ দোপ্ দলদোপ্ লগাই পেলামগৈ নহয়? মই নিজে ঢোল বায় আগে যাম। বুজিছ— [হাতেৰে ঢোলত কোব মৰা যেন কৰে।] ধিনদাও খিত্তাও, ধিনতাও, খিত্তাও, খিতি খিতি তাঁও, তাওঁ তাওঁ তাওঁ তাওঁ, খিতাখিনা খিতিতাওঁ খিতাক থেই। এইদৰে বাপেকে কেনে শুনিলি?

গাবখীয়া চাওডাং : বঢ়িয়া। বোলো আমাৰ লিগিৰী বছা মুখ বায়ন নে কোন?

বপুৰা : মুখ বায়ন হে, কাবত দুটা মূৰত এটা পিঠিত এটা আগত এটা লৈ যেতিয়া বাই দিম হেঃ। পিছে তাৰ পাছত শেৱালি কুঁৱৰীৰ পাছতে কোন যাব জান?

গা-চাওডাং : কোন?

বপুৰা : যিহে এজনী ছমক ছায়া।

[বুলি আনন্দত টকালি পাৰি তিনি দেও মাৰে।]

গা-চাওডাং : তেৰাজনী পিছে কোন বা?

বপুৰা : এই বপুৰাৰ ভাগবজনী?

গা-চাওডাং : পিছে বৰাৰ আগবজনী?

বপুৰা : আগবজনী— হেঃ তাইক কাচি-কাচি তেল [illegible] মলমিত পেলাই পেলিমগৈ। তাই যেতিয়ে নাজানে এই বপুৰা কবাই [illegible] বুলিলে কেইজনী অপেছৰী পাৰ পাবে। যেনেকাক আনিবলৈ বপুৰাৰ এটা চকুৰ চিপ্, উৰ্বশীক এটা সুহৰি আৰু তিলোত্তমাক এটি টিলিকাৰ হে 'কনাক'। হেঃ, তাই যেতিয়ে মোক কেয়া দেখিছে— হেঃ মই টঙ কৰি আছো, তৰলি [illegible] মাজু পুতেকলৈ মিটিকি হাঁহিটি মাৰি [illegible]। [illegible] হেঃ [illegible]।। "তিৰি মিৰি ভাটো কোৰা, এই চাবি আজিৰ আসে সোণোৱা।" এই কথা কেনেকৈ বি বাপেকৰ পুতেকে সৰজিলে সিটো [illegible] পুতেকেই আৰু [illegible]

নাতিয়েক। সি পণ্ডিত নহে মূৰুখ আছিল যদিও বৰ গিয়ানি মূৰুখ পুৰুষ প্ৰবৰ।

গা-চাওডাং ঃ পিছে এতিয়ানো কোনজনা অপেছৰী আপোনাৰ দেহাত ওলোমা বাদুলি দি লম্ভিছে?

বপুৰা ঃ এতিয়াও পিছে মই ইন্দ্ৰৰ ভাগৰ কেজনীলৈ চকু দিয়া নাই। দিমনো কেলৈ? ভাল মানুহৰ ভাল কথা। পিছে এই বোলেনে কিম্ভূত প্ৰকাৰে এজনী নাগেশ্বৰীকহে মোৰ গাটো মেৰপাক খুৱাই ধৰিবলৈহে সুবিধা কৰি দিছো। এনেকোমল নিমজ নাগপাশজনী ঐ [বৰ কোমল ভাব দেখুৱাই] গাটো তাই চুই দিলে [নিজৰ গাতে আলফুলকৈ হাত ফুৰাই] বৰ ভাল লাগে নহয়।

[গাত সেইদৰে হাত ফুৰাই থাকোতেই সুন্দৰ তিতা কাপোৰেৰে আহি তাত থিয় হয়হি। সুন্দৰক দেখি বপুৰা উচপ্ খাই উঠে।]

এহ্ গাত কটা চোৰাত পাত লাগিল হ'বলা। এহ্ এহ্—

[বুলি বেগেৰে ওলাই যায। চাওডাঙটোও সেৱা কৰি ওলাই যায। সুন্দৰে হাতৰ গামোচাখন মূৰতদি মূৰৰ পানী টুকি এখোজ দুখোজকৈ গুহাৰ মুখৰফালে যাওঁতে দূৰত কিৰীলি পাৰি হঁহাৰ শব্দ শুনি থমকি ৰৈ উভতি চায, আকৌ এখোজ দুখোজকৈ গৈ গুহাত সোমায়গৈ। এনেতে দূৰত চিঞৰি ৰুণুক, জুনুক, ঠুনুকে কন্দা শুনা যায আৰু লগতে "মইনা উটি গ'ল ঐ —মই·" উটি গ'ল" বুলি চিঞৰা শুনা গ'ল। সুন্দৰ গুহা ৰ ভিত ৰৰ পৰা তিতা কাপোৰেৰেই ভয়ঙ্কৰ উদ্বিগ্ন হৈ 'কোন, কোন? কোন উটি গ'ল? কোন উটি গ'ল?" বুলি ওলাই চাৰিওফালে চাই যি ফালৰপৰা শব্দ অহা যেন শুনিছিল সেইফালে (বাওঁফালে) বেগেৰে যাব খোজোতেই ৰুণুক, জুনুক, ঠুনুক নিধাতু খাই তিতা কাপোৰেৰেই কান্দি হায়ে-বিয়ে কৰি তাত ওলায়হি আৰু "দেৱে লৈ গ'ল অ' দেৱে লৈ গ'ল" বুলি কান্দিবলৈ ধৰে। সুন্দৰে সিহঁত অহা ফাললৈ "ক'ত? ক'ত? কোনফালে?" বুলি যাবলৈ ধৰোতে আটাইকেইজনীয়ে আঁঠুকাঢি ভৰিত সাবট মাৰি ধৰি "তই নাযাবি অ' বন্ধোৰ ল'বা—তোকো দেৱে লৈ যাব—তই নাযাবি"বুলি বাধা দিয়ে। কিন্তু সুন্দৰে সিহঁতক হাতেৰে বাগৰি আঁতৰাই নিধাতু খাই লৰি ওলাই যায়। ৰুণুক, জুনুক, ঠুনুক থিয় হৈ সুন্দৰ যোৱা ফালে মহা আতঙ্কেৰে চাই কান্দিবলৈ ধৰে। এনেতে সুদৰ্শন আৰু অনঙ্গৰাম তিতা কাপোৰেৰে তাঁলৈ সোঁফালেদি সোমাই সুন্দৰ যোৱা ফালে লৰি ওলাই যায়গৈ। তাৰ পাছত সুদৰ্শন আৰু অনঙ্গৰামে মূৰ্ছিত সুন্দৰক দাঙি তালৈ লৈ আহে। সুন্দৰৰ তেনে অৱস্থা দেখি ৰুণুক, জুনুক, ঠুনুকে হুৱাওৱাওকৈ কান্দিবলৈ ধৰে। সুদৰ্শনে হাতেৰে হাক দিয়াত সিহঁতে মুখত কাপোৰেৰে সোপা দি উচুপিবলৈ ধৰে; আৰু ওচৰলৈ আহি সুন্দৰলৈ বিয়াকুল হৈ চাবলৈ ধৰে। অনঙ্গই সুন্দৰৰ মূৰ কোলাত লৈ পানী থপিয়াই শুশ্ৰূষা কৰিবলৈ ধৰে। সকলোৰে মুখত ভীষণ উদ্বিগ্নতা। কিছুপৰ শুশ্ৰূষাৰ পাছত সুন্দৰে লাহে লাহে চেতন পায আৰু মূৰ দাঙিবলৈ চেষ্টা কৰে, কিন্তু সুদৰ্শনে উঠিবলৈ নিদিয়ে। অলপ পানী মুখত দিয়ে।]

সুন্দৰ ঃ পালানে? শেৱালিক পালানে?

[কোনেও উত্তৰ নিদিয়ে। সুন্দৰ উঠিবলৈ মূৰ দাঙি কিলাকুটিত ভৰ দি।]

তেন্তে পোৱা নাই, নাই? তেন্তে শেৱালি সঁচাকৈয়ে উটি গ'ল? উটি গ'ল? নিজৰাত উটি গ'ল। চাকনৈয়াৰ বুকুত মাৰ গ'ল। বন্ধু, বন্ধু, সুদৰ্শন! অনঙ্গ! শেৱালি ক'লৈ গ'ল?

[আটাইবোৰ বিমৰ্ষ আৰু নিস্তব্ধ।]

বুজা নাছিলো বন্ধু—বুজা নাছিলো। বুজালি—শেৱালি মোক বুজালি। জীৱনৰে বুজালি, মৰণেৰে বুজালি মোৰ জীৱন-যজ্ঞত তোৰ জীৱন আহুতি দিলি। তিৰোতাৰ অন্তৰৰ গুপুত সৌন্দৰ্য্যৰ নিৰ্জ্জন খনি পোহৰাই জ্বলি থকা তিৰোতাৰ হীৰাতো শুভ্ৰ ভাল পোৱাৰ সন্ধেদ মোক কৈ গ'লি। ত্যাগৰ মুকুটৰে উজলি শেৱালি গোসাঁনী মোৰ জীৱন সুদাকৈ, কাৰ আহ্বানত, সৃষ্টিৰ ইন্দ্ৰজাল ভেদি—কোন ব্ৰহ্মাণ্ডলৈ উফৰি গ'লি? বিশ্ব জগতৰ সকলো তিৰোতাৰ গালতে কি গৌৰৱৰ সেন্দূৰ সানি গ'লি! মোৰ কাৰণে— অ' মোৰ কাৰণে তই হাঁহি মুখে চাকনৈয়াক চুমা খালি! বন্ধু, এৰি দিয়া, মোক এৰি দিয়া। শেৱালিক মই বিচাৰি যাওঁ। পৰ্ব্বতৰ গায় গায়, নিজৰাৰ পাৰে পাৰে — বিচাৰি যাওঁ— শেৱালিক মই বিচাৰি যাওঁ।

[উঠিব খোজে, কিন্তু সুদৰ্শন আৰু অনঙ্গই ধৰি ৰাখে।] [বৰ উত্তেজিত হৈ] কি চাই আছা? কি চাই আছা? বন্ধু কি চাই আছা?? শেৱালিক আনি নিদিয়া কিয়? শেৱালিক বিচাৰি নোযোৱা কিয়? পৰ্ব্বতৰ নিজৰাৰ পানী সিঁচি, নিজৰা শুকুৱাই শেৱালিক চাকনৈয়াৰ বুকু ফালি মোক আনি নিদিয়া কিয়? [সংযম হেৰুৱাই] আনি দিয়া, আনি দিয়া, আনি দিয়া, শেৱালিক মোক আনি দিয়া— নিদিয়া কিয়? [লাহে লাহে মূৰ্চ্ছা যোৱাৰ দৰে হৈ] উটি গ'ল! উটি গ'ল!! শেৱালি মোৰ উটি গ'ল!!! কোন পানীৰ তলৰ ফটিক কোঠালিলৈ উটি গ'লি গৈ? আহ্ আহ্ উভতি আহ্— তামোলৰ বটাটি লৈ, ফুলৰ কুকিটি লৈ মোৰ পুথিৰ পাতবোৰ সামৰি থ'বলৈ, মোৰ সোণৰ পালেঙলৈ টোপনিক মাতি আনিবলৈ উভতি আহ্। আহ্ আহ্— অ' শেৱালি আহ্। মোৰ সতে কথা পাতহি— গুণ গুণকৈ নাম গাহি— আহ্ আহ্— কথা নাপাতহি কিয়? নাম নাগাৱহি কিয়? কথা পাতা— হাঁ হাঁ [উঠি বহি হাত আগবঢ়াই দি সপোনৰ দৰে] অ' শেৱালি তই উভতি নাহ কিয়?? কথা নাপাত কিয়?? নাহাঁহহি কি??? কথা ক অ' সোণৰে শেৱালি, কথা ক অ' প্ৰাণৰে শেৱালি, কথা— কথা— কথা— ক!!!

[সুন্দৰ ঢলি পৰি যায়।]

## আঁৰ-কাপোৰ
## সমাপতি

[কাৰেঙ। ৰাতি। মুকলি খোটালি এটাত এখন বৰপীৰাত বহি সুন্দৰ উদাস হৈ এটা গৰ গাৰুত আঁউজি মৌন হৈ আছিল। পঞ্চগীৰ জোনৰ পোহৰে ঠাইডোখৰ পোহৰ আন্ধাৰময় কৰি থৈছিল। গোটেই দৃশ্যটোত এটা বেজেৰুৱা ৰহণ সনা আছিল। ওচৰতে সুদৰ্শন আৰু অনঙ্গৰাম মাটিত দলিছাত বহি আছিল। আটাইকেইজন যেন কিবা গভীৰ ধ্যানত নিমগ্ন। সুদৰ্শনৰ হাতত এখন টোকাৰি। বিমনা হৈ সুদৰ্শনে টোকাৰিত আঙুলি বুলাই আছিল। তাৰ পাছত সুদৰ্শনে লাহে লাহে গীত গাবলৈ ধৰে। সুন্দৰ আৰু অনঙ্গই তন্ময় হৈ গীত শুনি আপোন-পাহৰা হৈ যায়।]

### গীত

অ' সোঁৱৰণি।  
সমিধান দিয়া,  
শাঁত কৰি প্ৰাণৰ অগনি।  
নিৰ্ব্বাক অতীতৰ,  
গোপন কুঞ্জ এৰি,  
আহাঁ মৌসনা সোঁৱৰণি।  
উৰুৱাই মনৰ মাজলৈ  
সুৱৰ্ণবৰ্ণ পাখী।  
পাহৰণি-পদুমৰ মন্ত্ৰদূত,  
পাহি মেলি মেলি।

আঁৰ-কাপোৰ

# অৰ্পণ

মোৰ এই দেখাত
সম্বন্ধ নোহোৱা জীৱনৰ ঘটনাবোৰে
আভ্যন্তৰীণ সম্বন্ধৰ ৰহস্যৰ আচল
আঁতি-গুৰি বুজি পাওঁতা
মোৰ কৰ্ম্মজীবন চলাওঁতা মনৰ ৰথৰ
বাঘজৰি ধৰোঁতা —
জীৱনৰ অকৃতকাৰ্য্যতাৰ সোপান শ্ৰেণী
উঠি গৈ কৃতকাৰ্য্যতাৰ কলচী চোওঁতা—
মোৰ প্ৰতি ফুলকুমলীয়া হৃদয
শাসন-কঠোৰতাৰে ঢাকি ৰাখোঁতা
মোৰ কৰ্ম্মজীবনৰ সোণৰ সবিতা
মাজুদেউতা
চন্দ্ৰকুমাৰ আগৰৱালাৰ
চিৰউজ্জ্বল

স্মৃতিত
শ্ৰীজ্যোতি

# পাতনি

এইখন মোৰ তৃতীয় নাট। 'শোণিত কুঁৱৰী' লিখিছিলো চৈধ্য বছৰ বয়সৰ পৰা সোতৰ বছৰ বয়সৰ ভিতৰত। 'কাৰেঙৰ লিগিৰী' একৈছ বছৰৰ পৰা তেইছ বছৰ বয়সত আৰু 'ৰূপালীম' তেত্রিছৰ পৰা লিখি পয়ত্রিছ—ছয়ত্রিছ বছৰ বয়সত সম্পূর্ণ কৰা হৈছে। 'ৰূপালীম' লিখি তিনি বছৰ আগৰেপৰা আৰু কেইবাখনিও নাট লিখিবলৈ হাতত লোৱা হৈছে। তাৰে কেখনমান লিখা সম্পূর্ণ হৈ আছে। ইংৰাজী ১৯৩৬ চনত এই নাটখনি লিখা। তাৰ পাছত কেবাবাৰো সাল-সলনিকৈ লিখা হৈছে। ১৯৩৭ চনত এই নাটকখন প্রথমতে তেজপুৰৰ 'বাণ ৰঙ্গমঞ্চত' তোলা হয়। ঘূৰাই-পকাই লিখাৰ পিছত আৰু সাল—সলনি কৰাৰ পিছত এই নাট ডিব্রুগড়ৰ ড্রামাটিক আর্ট ছোছাইটীয়ে ডিব্রুগড়ত দুবাৰকৈ অভিনয় কৰে। এই অভিনয়ত নাটখনে ৰঙ্গমঞ্চত সফলতা লাভ কৰে।

এই 'ৰূপালীম্' নাটৰ ঘটনা, চৰিত্র, মানুহ সকলো মনেৰে গঢ়াহে অর্থাৎ কাল্পনিক। ইয়াত আদর্শ চৰিত্র দাঙি ধৰাতকৈ চৰিত্রৰ বিচিত্রতাহে দেখুৱাবলৈ প্রয়াস পোৱা হৈছে। এই কথাযাৰ যেন এই নাট পঢ়োতাই আৰু সমালোচকে মন কৰে। যদি কোনো বৈচিত্রময় চৰিত্র আদর্শ চৰিত্র হৈছে তেন্তে সি আপোনা-আপুনিয়ে হৈছে বা হৈয়ে আছে। এই গতানুগতিক সম্পূর্ণ চৰিত্রৰ সূত্রমতে হয়তো কোনো কোনো চৰিত্র অসম্পূর্ণ যেন দেখা যাব পাৰে। যাতে এই চৰিত্রবোৰ বুজোঁতে বেমেজালি নকৰে। সেইকাৰণেহে পাতনিৰ এইখিনি মোখনি মাৰিবলগা হ'ল। কাৰণ মোৰ আগৰখন নাট 'কাৰেঙৰ লিগিৰী'ৰ 'সুন্দৰ'ৰ চৰিত্রটোৰ বিষয়ে বহুতকে ভ্রম ধাৰণা কৰা দেখা পাইছোঁ। সুন্দৰৰ চৰিত্র আদর্শ হিছাপে তাত দাঙি ধৰাতকৈ চৰিত্রৰ বৈচিত্র — এটা চিৰবিপ্লৱী মনৰ দুর্নিবাৰ গতিৰ সৈতে সমাজৰ সংঘৰ্ষ আৰু সংঘাত আৰু তাৰ পৰিণতি দেখুৱাবলৈহে প্রয়াস পোৱা হৈছিল। মেটাৰলিঙ্ক আৰু মোন্নাভেনাৰ (Monnavana) ছাঁ পৰো কি নপৰোকৈ অলপ আহি ৰূপালীম্ নাটত দেখা দিছে যদিও সি অজ্ঞাতভাৱেহে — লিখকৰ মনৰ খোঁটালিত বহু দিনৰ আগতে সোমাই থকা মোন্নাভেনাই এতিয়াও আছোঁ বুলি সঁহাৰি দিছে মাথোন। ৰূপালীমে অসমীয়া ৰাইজৰ পৰা পাব লগীয়া চেনেহফেবিৰ পৰা নিশ্চয় বঞ্চিত নহ'ব।

ইতি

ৰাইজৰ আশীর্বাদ ভিখাৰী
শ্রীজ্যোতিপ্রসাদ আগৰৱালা
ভোলাগুৰি চাহবাগিচা
জুন, ১৯৩৮

# চৰিত্ৰ

মণিমুগ্ধ : প্ৰান্ত দেশৰ অধিপতি।

বেণথিয়াং : মণিমুগ্ধৰ সেনাপতি।

ৰাকমীৰাজ : ৰাকমী ফৈদৰ ৰজা।

মায়াৰ' : এজন বলিষ্ঠ ৰাকমী ডেকা।

বিমু : আন এজন ৰাকমী ডেকা।

জুনাফা : এজন ৰাকমী বুঢ়া।

ইতিভেন : ৰাকমীৰাজৰ জনীয়েক,

ৰূপালীম : ৰূপহী ৰাকমী গাভৰু,
জুনাফাৰ জীয়েক।।

# ৰূপালীম্

## প্ৰথম অঙ্ক

[দুই পৰ্ব্বতৰ মাজৰ এখন পৰ্ব্বতীয়া নৈ—সিপাৰৰ পৰ্ব্বতবোৰৰ গাত ৰূকমী গাওঁবোৰ। ৰূকমী অসমৰ পূব সীমান্তৰ পৰ্ব্বতীয়া সভ্য বৌদ্ধ জাতি, ইহঁতৰ সভ্যতা মণিপুৰৰ লগত ৰিজাব পাৰি। পৰ্ব্বতৰ গাৰ গাঁৱৰ সৰু সৰু টুপ লগোৱা চাংঘৰবোৰৰ দুৱাৰেদি জুইৰ পোহৰ পিৰিঙি ওলাইছে। জোনতৰাই আকাশত ভুমুকি মাৰিছে। আকাশখনৰ পৰা বিয়পি পৰা জোনৰ পোহৰে নৈ, বিল পৰ্ব্বত-বন সকলোকে ৰূপোৱালী কৰি বোলাইছে। নৈৰ কল-কলনিয়ে আৰু বতাহৰ গুণ-গুণনিয়ে ঠাইডোখৰত মিহলি শব্দৰ ঢৌ সৃষ্টি কৰিছে। ইপাৰে ওখ ওখ শিলনি। তাতে পানী-গঁালিৰ শিল এটাত—

মায়াব' এটা বলিষ্ঠ পীত বৰণীয়া, কুৰি বছৰীয়া, দেখিলে মোহলগা, চিত্ৰ-বিচিত্ৰ কাপোৰ পিন্ধা গাঁৱলীয়া ৰূকমী ডেকা— অকলশৰে বহি আছে। তাৰ হাতত এটা পেঁপা, সি সেই পেঁপাত কিবা তিনিসুৰীয়া-এসুৰীয়া সুৰ বজাই আছে। পেঁপাটো বজাবলৈ এৰি নৈৰ পিনে দপনিৰে চাই উৰ্চপিচাই আকৌ পেঁপাত আঙুলি বুলাইছে।

এনেতে বহু দূৰণিত নৈৰ বুকুত এটা কিনাই গোৱা গীত শুনা গ'ল -

**গীত**

জিৰ জিৰ জিৰ জিৰ<br>
জিৰ জিৰ তাতে নিজৰি জিৰ জিৰ নিজৰি অ ।<br>
টুলবুল টুলবুল<br>
কৈ<br>
হালধীয়া<br>
সৰাপাতৰ<br>
নাও—<br>
খনি<br>
গৈ<br>
গৈ<br>
গৈ<br>
আমাৰ মৰম এ ভৰা<br>
নৈ।

মায়াব'ৰ বাঁহী বন্ধ হয়। গীত আকৌ নাইকিয়া হয়। মায়াব'ৰ বাঁহী বাজি উঠে। গীত আকৌ স্পষ্ট হৈ আহি আকৌ ৰয়। মায়াব'ৰ বাঁহী বাজে। গীত এইবাৰ আৰু স্পষ্ট হৈ আহে। গীত ৰয়। মায়াব'ৰ বাঁহী আকৌ বাজে। গীত এইবাৰ ওচৰত শুনা যায় বেছ স্পষ্টকৈ। মায়াব'ই বৰ হেঁপাহেৰে ডিঙি মেলি মেলি চাই সেই গীতৰ স্পষ্টতাত আনন্দ পাবলৈ ধৰিলে।

গীত

ভৈয়ামৰ ধাননি
বোলালে ঐ
সোণালী
কৈ
জিৰ জিৰ নিজৰি ঐ!
মৰমৰ বতৰা
লৈ
বৈ থাক
বৈ থাক
বৈ
বৈ
বৈ।

ৰূকমী ছোৱালীৰ কণ্ঠ সুৰদিৰে সানমিহলি হৈ সাঙ্গীতিক স্বৰবোৰ শুৱলা শব্দৰ বোকাচাত উঠি সেই ঠাইডোখৰৰ চাৰিওফালে উৰি ফুৰিবলৈ ধৰিলে। লাহে লাহে সৰু টুলুঙা নাও এখনত এজনী দীপলিপ বসন্তৰ কুঁহিপাতৰ দৰে কুমলীয়া ৰূকমী ছোৱালী— ওঁঠ দুটা মিচিকি হাঁহিৰে বোলাই, সেই শিলটোৰ ওচৰতে নাও চপালেহি। আঁঠুমূৰীয়া চিত্ৰ-বিচিত্ৰ মেখেলা। বুকুত চিত্ৰ-বিচিত্ৰ মেৰণি। গাত এখন বগা পাতল সূতাৰ কাপোৰ। মায়াব'ই আথে-বেথে আগবাঢ়ি গৈ সুধিলে—]

মায়াব' : [সুবীয়া মাতেৰে] ৰূপালীম্! আজি ইমান বেলি কিয়? মোৰ পেঁপা বজাওঁতে ওঁঠ বিষালে।

ৰূপালীম্ : [নাৱৰপৰা নামি আহি] তোমাৰ পেঁপাৰ মাতবোৰে উৰি উৰি গৈ মোক আগভেটি ধৰি আহিবলৈ নিদিয়ে— সিহঁতৰ মাজে মাজে বাট ফালি আহোঁতে বেলি হ'ল আকৌ। [হাঁহে]

মায়াব' : তেন্তে মই আৰু পেঁপা নবজাওঁ।

[মনটো বৰ বেজাৰ কৰে]

ৰূপালীম্ : বজাবা মায়াব'— বাৰু মায়াব'! তুমি পেঁপাটোক কিমান মৰম কৰা?

মায়াব' ঃ খুব ভাল পাওঁ— পেঁপাটো ন'হ'লে মই এখন্তেকো থাকিব নোৱাৰোঁ।

ৰূপালীম্ ঃ তেনে পেঁপাটোৰ স'তে তুমি থাকা। মই যাওঁগে।

[ওৰোণ পাতি যাব ধৰে]

মায়াব' ঃ [ৰূপালীমৰ বাউসিত ধৰি] কেলেই যাবাগৈ ৰূপালীম্।

ৰূপালীম্ ঃ কেলৈ নেযাম? মই নহ'লে তুমি গোটেই দিনটো অকলে থাকিব পাৰা, গোটেই নিশাটোও পাৰা, কিন্তু পেঁপাটো নহ'লে নোৱৰা। তেন্তে তুমি মোক পেঁপাটোৰ সমানকে মৰম নকৰা?

মায়াব' ঃ পেঁপাটোনো কি, তাতোকৈ তোমাক কতগুণে মৰম কৰোঁ।

ৰূপালীম্ ঃ তেন্তে মোক পেঁপাটো দিয়াচোন।

[পেঁপাটো মায়াব'ৰ হাতৰপৰা নি শিলৰ ওপৰত থৈ ভৰিৰে গচকি ভাঙি দিয়ে। মায়াব'ই থাপ মাৰি ধৰি ৰূপালীমৰ ভৰিটো আঁতৰাই ভগা পেঁপাটো হাতৰ তলুৱাত আলফুলকৈ তুলি ব্যাধৰ শৰত মৰা ৰঙা ধুনীয়া চৰাইটোৰ দৰে লৈ তালৈ বৰ বেজাৰেৰে চায়। ৰূপালীমে খিল্‌খিল্‌কৈ হাঁহি দিয়ে।]

ৰূপালীম্ ঃ এতিয়া কেনে?

মায়াব' ঃ তুমি বৰ অকৰুণ ৰূপালীম্। তুমি নিৰ্দয়া—

ৰূপালীম্ ঃ পেঁপা-বলিয়া— বাঁহৰ পেঁপাটো ভাঙিলত বোলে আকৌ মই অকৰুণ হ'লোঁ। ভাল হ'ল, এতিয়া সেই সময়ত মোলৈ মনত পৰি থাকিবহে তেও।

মায়াব' ঃ এতিয়া তুমি নহা সময়ত কোনে তোমাৰ মাত মাতিব? কোনে তোমাৰ মিঠা মিঠা গীত মোক শুনাব?

ৰূপালীম্ ঃ [আচৰিত হৈ মায়াব'ৰ কথাবোৰৰ ভালকৈ মৰ্ম্ম বুজিব নোৱাৰি] কিয? কেনেকৈ বাৰু সি মোৰ মাত মাতিছিলে?

মায়াব' ঃ মোৰ হিয়াৰ মাজত সোমাই থকা ৰূপালীমৰ মাতটিয়ে এই পেঁপাৰ বিন্ধাই বিন্ধাই ওলাই আহি তোমাৰেই দৰে এই পেঁপাটিয়ে তোমাৰ গীতকে মোক গাই শুনাইছিলে। ৰূপালীম্! তুমি কিয় ইমান নিমৰমিয়াল বাৰু? তুমি অকলৈ এৰি থৈ গ'লে তুমিয়ে হৈ পেঁপাটিয়ে মোক কতনো ইননি-বিননিৰে বিয়াকুল কৰি থৈছিলে।

ৰূপালীম্ ঃ তেন্তে তুমি মোক নক'লা কিয় মায়াব'? নক'লা কিয়? [পেঁপাটো নিজৰ হাতলৈ আনি তাক চুমা খাই হুক্-হুক্‌কৈ কান্দি] তেন্তে মোক নক'লা কিয়? নক'লা কিয়?

মায়াব' ঃ তুমিনো বাৰু ভাঙিলা কিয়?

ৰূপালীম্ ঃ মোৰ খং উঠিলে আকৌ।

মায়াব' : তোমাৰ খং ক'ত উঠে?

ৰূপালীম্ : [উত্তৰ দিব নোৱাৰি ৰৈ থাকি] জানো ক'ত উঠে। ভৰিতো উঠে, মূৰতো উঠে।

মায়াব' : বুকুত উঠে নে নুঠে?

ৰূপালীম্ : নুঠে।

মায়াব' : কিয়?

ৰূপালীম্ : বুকুত মৰমহে থাকে। তাৰে খং গ'লে মৰমবোৰ পমি যাব নহয়।

মায়াব' : তেন্তে মোলৈ মৰম লগা মনটো মূৰত থাকে নহয়নে? সেইটো খঙত পুৰি গ'ল।

ৰূপালীম্ : ইহ্ নাই যোবা আকৌ। মই ভৰিৰেহে খং কৰি পেঁপাটোৰ পেটু উলিয়ালোঁ। হিঃ হিঃ হিঃ।

[মায়াব'ই ভগা পেঁপাটো নিজৰ হাতলৈ আনি বেজাৰ মনেৰে চাই থাকে। ৰূপালীমে্ মাযাব'ক ভাল লগাবলৈ চাই মূৰে গায়ে হাত ফুৰাই।]

ৰূপালীম্ : বাৰু মায়াব'! মই তোমাক এটা পেঁপা সাজি দিম দেই।

মায়াব' : বাৰু দিবা।

ৰূপালীম : বাৰু মায়াব'! জোনটোৱে ইমানবোৰ পোহৰ দি থাকে, তাৰ পোহৰবোৰ বাৰু ঢুকাই নেযায় কিয়?

মায়াব' : সি পৃথিৱীখন খুব ভাল পায় সেই গুণে। সেই পোহৰবোৰ জোনৰ মৰম। পৃথিৱীখনলৈ জোনৰ ইমান মৰম আছে— সি কেতিয়াও নুঢুকায়। বাৰু ৰূপালীম্! তোমাৰো মোলৈ তিমান মৰম আছেনে?

ৰূপালীম্ : আছে মায়াব', আছে। তোমালৈ মোৰ খুব মৰম আছে মায়াব'।

[মায়াব' কিছুপৰ নিস্তব্ধ হৈ থাকে]

মায়াব' : [লাহে লাহে অমনোযোগী হৈ] ৰূপালীম্!—

ৰূপালীম্ : কি হ'ল মায়াব'?

মায়াব' : আমিতো আৰু ইয়াত সৰহ পৰ বহি থাকিব নোৱাৰিম।

ৰূপালীম্ : নোৱাৰিলে কি হ'ব?

মায়াব' : মোৰ তেতিয়া তোমাক পঠিয়াই দিবলৈ বেয়া লাগিব নহয়।

ৰূপালীম্ : নগ'লে মোক মোৰ বুঢ়া বোপায়ে খং কৰিব নহয়— মোৰ বুঢ়া বোপাইক কোনে খুৱাব? কোনে ৰান্ধি-বাঢ়ি দিব?

মায়াব' : [অলপ পৰ গুনি-গাঁথি থাকি] তেন্তে ৰূপালীম্! তুমি আৰু মোৰ নোহোৱানেকি?

ৰূপালীম্ : কেলৈ, সদায় দেখোন মই তোমাৰ হৈয়ে আছোঁ— আৰুনো কেনেকৈ হ'ব লাগে?

মায়াব' : তুমি মোক বিয়া কৰাই মোৰ ঘৰত পুৱতিৰপৰা গধূলিলৈ, গধূলিৰপৰা পুৱালৈ থাকিব লাগিব।

ৰূপালীম্ : সেইদৰে থাকিলে মোৰ বুঢ়া বোপায়ে কেনেকৈ খাব? কেনেকৈ জীব? মায়াব'! তুমি জানো মোক সদায় দেখি দেখি আমনি নেপাবা?

[ৰূপালীমে কেৰাহিকৈ চাই মায়াব'ৰ ভাব লক্ষ্য কৰে।]

মায়াব' : কেলৈ আমনি পাম? তোমাক দেখোঁতে দেখোঁতে সদায় নতুন নতুন দেখিহে থাকিম।

ৰূপালীম্ : তুমি মোক সদায় বোপাইৰ ঘৰত চাই আহিবা।ময়ো তোমাক চাই থাকিবলৈ পাম।

মায়াব' : এইদৰে কিমান দিন থাকিবা?

ৰূপালীম্ : সদায় থাকিম। সদায় তুমি মোক চাই থাকিবা। ময়ো তোমাক চাই থাকিম।

[ৰূপালীমে মায়াব'ৰ মুখলৈ ৰ লাগি চাই থাকে। মায়াব'ই দূৰণিৰ পৰ্ব্বতলৈ চায়। ৰূপালীমে মায়াব'ৰ কথাত তেওঁৰ আন্তৰিকতা উপলব্ধি কৰি মায়াব'ক আৰু উদ্বিগ্ন কৰিবলৈ বুলি কয়।]

ৰূপালীম্ : মায়াব'! আজি মই ঘৰলৈ সোনকালে যাম দেই।

মায়াব' : কিয়?

ৰূপালীম্ : আমাৰ বাই আহিছে আজি। বাইৰ লগত এটা অকণমান ল'ৰা আনিছে। সি বৰ অকণমান, সি কথা ক'বকে নোৱাৰে। সি মই কোলাত ল'লে কান্দে। সি কান্দিলে মই তাৰ মুখত আঙুলিটো সুমাই দিওঁ। হিঃ হিঃ— মায়াব'! তাক মোৰ বৰ ল'বৰ মন গৈছে। মই এইবাৰ আহিলে তাক হোৰাত ভৰাই লৈ আহিম দেই।

মায়াব' : উহুঁ, লোকৰ ল'ৰা কি লৈ থাকিবা? নিজৰ এটা হ'লেহে সদায় লৈ থাকিব পাৰিবা।

ৰূপালীম্ : নিজৰনো ক'ত পাবা আকৌ?

মায়াব' : [দুষ্টালিৰে] ক'ত পাবা? মোক বিয়া কৰিলেই পাবা।

ৰূপালীম্ : [খং ভাও জুৰি মায়াব'ক ভ্ৰূকু মাৰি] নকৰাওঁ।

মায়াব' : কৰাবা, কৰাবা— মোক বিয়া কৰালে যিহে এটা নোদোকা শকত ল'ৰা পাবা। নোদোকা নোদোকা তাৰ হাত-ভৰি, জিলিকা জিলিকা তাৰ চকু, তেতিয়া কিমান লবৰ মন যায় লৈ থাকিবা। [হাঁহে]

ৰূপালীম : [খং দেখুৱাই] মায়াব'! তুমি মোক তেনেকৈ জোকাই থাকিলে মই হ'লে এতিয়াই গুচি যাম।

মায়াব' : [হাঁহি] বাৰু, বাৰু; নেলাগে যাব। বাৰু মোক বিয়া কৰাব নেলাগে। মই এনেয়ে এটা ল'ৰা আনি দিম। তুমি ধেমালি কৰি থাকিবা।

ৰূপালীম্ : ক'ত পাবা?

মায়াব' : আমাৰ গাঁৱত এটা আছে। যিহে সুন্দৰ, তুমি দেখিলে তাক এখন্তেকৈলেকো এৰি নিদিবা।

ৰূপালীম্ : [উৎসুক হৈ] সঁচানে? সঁচানে? পিছে তাৰ মাক-বাপেকে কেলৈ এৰি দিব?

মায়াব' : মই আনিহে দিব লাগে।

ৰূপালীম্ : তেন্তে মায়াব', আনিবাচোন দেই। মই তাক খুব মৰম কৰিম। তাক মই সদায় লগত লৈ ফুৰাম। মোৰ লগতে খুৱাম।মোৰ লগতে শুৱাম। তাক মই কেতিয়াও লগৰপৰা এৰি নিদিওঁ।

মায়াব' : ৰূপালীম্! ল'ৰাটো আনিলে তুমি আৰু মোক ক'ত বিচাৰিবা? ক'ত মৰম কৰিবা? তুমি ল'ৰাটোৰ সৈতে ওমলি থাকিবা।

ৰূপালীম : কেলৈ? ল'ৰাটো মই বুকুত সুমাই থ'ম আৰু তাক মৰম কৰি কৰি তোমাৰে সৈতে কথা পাতি থাকিম।

মায়াব' : ৰূপালীম্— [গভীৰ প্ৰণয়ৰ ভাবেৰে চাই থাকে।]

ৰূপালীম্ : [বৰ মৰমেৰে মায়াব'লৈ চায়] মায়াব'! এতিয়া ৰাতি হ'ল। জোন বহুতো উঠিলে। মই আৰু যাওঁগে দেই।নহ'লে বুঢ়া আপুৱে বিচাৰি আহিব। মোক তোমাৰ সৈতে ইয়াত দেখিলে বৰ খং কৰিব।

মায়াব' : [অলপ আচৰিত হৈ] কিয়?

ৰূপালীম্ : বুঢ়া বোপায়ে মোক তোমাৰ ওচৰলৈ আহিবলৈ হাক দিছিল।

মায়াব' : কিয়?

ৰূপালীম্ : বোপায়ে কৈছিল বোলে সি পেঁপা বজাই থকা ল'ৰাই কি ছোৱালী পোহ-পাল দিব?

মায়াব' : [অভিমান কৰি ঘপহকৈ উঠি] অ' বাৰু তেন্তে— যোৱা। মই আৰু ইয়ালৈ নাহোঁ। মই ক'ৰবালৈ গুচি যাম।

ৰূপালীম্ : [বেজাৰকৈ] কেলৈ গুচি যাবা? তুমি গুচি গ'লে মই কাৰে সতে থাকিম?

[হঠাৎ জুনাফা হাবিৰ মাজৰপৰা ওলাই আহে]

জুনাফা : মোৰ লগত থাকিবি।

[জুনাফাক দেখি মায়াব' আচৰিত হয়, কিন্তু ৰূপালীম্ জাঁপমাৰি জুনাফাৰ ওচৰলৈ যায়।]

ৰূপালীম্ : তুমি ইয়ালৈ কিয় আহিলা?

জুনাফা : তোক বিচাৰি। মই তোক ইয়ালৈ আহিবলৈ হাক দিছিলোঁ নহয়।

ৰূপালীম্ : আপু! মায়াব'ই বৰ বেজাৰ পাইছে। তুমি মোক তাৰ ওচৰলৈ আহিবলৈ নিদিয়া দেখি।

জুনাফা : এৰা, নিদিওঁ। [মায়াব'ক] মায়াব' ৰূপালীমক বিয়া কৰাবলৈ এনেয়ে নাপাবা। নিজে এটা বাঘ মাৰি তাৰ মূৰটো মোৰ আগত দিবি, তেতিয়াহে তাইক তোলৈ দিম।

মায়াব' : [এবাৰ ৰূপালীমলৈ চাই, এবাৰ জুনাফালৈ চাই] তেন্তে সেয়ে হ'ব জুনাফা! মই আহিলোঁ।

ৰূপালীম্ : ময়ো যাম। মায়াব'ৰ স'তে ময়ো যাম। বাঘ চিকাৰ কৰিম।

জুনাফা : [কঠোৰভাৱে] ওহোঁ, নোৱাৰ।

[ৰূপালীমক হাতত ধৰি লৈ আহে। ৰূপালীমে বিয়াকুল হৈ মায়াব'লৈ চাই থাকে। জুনাফাই থিৰ চকুৰে মায়াব'লৈ চায়। মায়াব'ই জুনাফালৈ টানকৈ চায়। তাৰ কাণৰপৰা এডাল কাঁড় উলিয়ায়।]

মায়াব' : জুনাফা! এই কাঁড়ে তুমি বিচৰা বাঘৰ মূৰ নিবিন্ধে মানে আৰু কাঁড় চুঙাত নোসোমায়হি।

[মায়াব' গহীন আৰু দৃঢ়প্ৰতিজ্ঞ হৈ তাৰপৰা এখোজ দুখোজকৈ ওলাই যাব ধৰে। ৰূপালীমে কন্দনামুৱা হৈ এবাৰ জুনাফাৰ মুখলৈ, এবাৰ মায়াব'ৰ পিনে চাই যাওঁ-নাযাওঁকৈ থাকে। মায়াব'ৰ পিনে চাই যাবও খোজে আৰু জুনাফাৰ কঠোৰ শাসনত যাবলৈ সাহ নকৰি কান্দো কান্দো হৈ ঠুনঠুনাই উচপিচায়।]

ৰূপালীম্ : [বলেৰে মায়াব'ৰ ফালে আগবাঢ়ি] ময়ো যাম। ময়ো চিকাৰলৈ যাম।

জুনাফা : [কাপোৰ আঁজুৰি টানি আনি] নোৱাৰ। নোৱাৰ।

ৰূপালীম্ : আপু—

জুনাফা : নো— ৱা— ৰ।

ঐক্যতান

## দ্বিতীয় অঙ্ক

[গাঁৱত জুনাফাৰ চাংঘৰৰ আগচোতাল। সোঁফালে চোতাললৈ মুখকৈ আৰু পাছৰ সোঁফালে চোতাললৈ মুখকৈ দুটা চাংঘৰ। বাওঁফালে মুকলি আকাশ আৰু অলপ দূৰৈত পৰ্বতবোৰ। আবেলি তিনি-চাৰিজনীমান ৰাকমী ছোৱালী। কোনোজনীয়ে উৰালত ধান খুন্দিছে। কোনোজনীয়ে কুলাত জাৰিছে আৰু কোনোজনীয়ে চালিছে আৰু মুখেৰে গীত গাব লাগিছে। ৰূপালীমে এঠাইত বহি কঁকালত লোৱা তাঁত বৈছে আৰু মাজে মাজে আন ছোৱালীবোৰৰ সৈতে কথা পাতি হাঁহি-ধেমালিকৈ আছে।]

**গীত**

ৰূকমী ছোৱালী :

জিলিকা পাখিৰে
অ' সোণ ম'ৰা চৰাই!
ৰঙা সেউজীয়া তৰাফুটুকীয়া
তোৰ গোট গাৱতে
অ' সোণ ম'ৰা চৰাই!
জুৰিটিৰ পাৰতে নাচ ঠেও ধৰি
তোৰ মৰমতে মৰো
অ' সোণ ম'ৰা চৰাই!

[গীত চলি থকাৰ মাজতে জুনাফাই পিঠিত খৰি এবোজা লৈ তালৈ সোমাই আহি খৰিবোজা মাজতে থয়। ছোৱালীবোৰলৈ চাই সন্তোষেৰে হাঁহি চাংঘৰৰ ভিতৰলৈ সোমাই যায়। এনেতে ছোৱালীবোৰৰ মাজত বাঘৰ মূৰ এটা ধুমকৈ পৰে। ছোৱালীবোৰে ভয় খাই চিঞৰি তাৰপৰা ফাঁহি চিটিকা দিয়ে। মাথোন ৰূপালীমে বহাৰপৰা উঠি বিস্ময়েৰে বাঘটোৰ মূৰটোলৈ চাই 'আপু' 'আপু' কৈ চিঞৰে। তাতে জুনাফা চাংঘৰৰপৰা ওলাই আহে। মায়াব' হাতত ধনু-কাঁড় লৈ তালৈ উধাতু খাই সোমাই আহে। সোঁহাতত তাৰ মিত, তেজেৰে ৰাঙলী। সোমাই আহি জুনাফা আৰু ৰূপালীমৰ ফালে চাই নমতা নোবোলাকৈ থাকে। জুনুফাই মায়াব'লৈ চাই ভৰিৰপৰা মূৰলৈকে পৰ্য্যবেক্ষণ কৰি হাতেৰে বাঘৰ মূৰটো কাণত ধৰি দাঙে আৰু তাক ভালকৈ চাই, এবাৰ বাঘৰ ফালে এবাৰ মায়াব'লৈ চাই সন্তোষেৰে মূৰ জোকাৰে। ৰেণথিয়াঙে লৰালৰিকৈ তালৈ সোমাই আহি থাপ মাৰি জুনাফাৰ হাতৰপৰা বাঘৰ মূৰটো আনি মায়াব'ক কয়। ৰূপালীম্ ভয় খাই কেখোজমান পাছলৈ গৈ ঘৰৰ দুৱাৰ-মুখত ৰয়গৈ।]

ৰেণথিয়াং : [মায়াব'ক] কাপুৰুষ! লোকৰ চিকাৰ আনি বীৰ বোলাইছ?

[তাচ্ছিল্যৰ হাঁহি মাৰি তাৰপৰা যাবলৈ ধৰোঁতেই মায়াব'ই হাতত থাপ মাৰি ধৰে।]

মায়াব' : তাৰ মানে?

ৰেণথিয়াং : তাৰ মানে আৰুনো কি? লোকৰ শৰত পৰা বাঘৰ মূৰটো নিজৰ বুলিবলৈ অলপো সঙ্কোচ লগা নাইনে?

মায়াব' : তুমি মিছা কৈছা।

ৰেণথিয়াং : সাৱধানে কথা ক'বি। মই কোন নেজান হ'বলা?

মায়াব' : তুমি যিয়েই হোৱা নেলাগে, মূৰটো কেতিয়াও তোমাৰ হ'ব নোৱাৰে।

[মায়াব'ই তাৰ হাতৰপৰা মূৰটো কাঢ়ি আনে। ৰেণথিয়াঙেও তাৰপৰা কাঢ়ি আনিবলৈ যায়। ইয়াৰপৰাই দুয়োৰে মাজত মৰামৰি লাগে। ৰেণথিয়াং আহত হৈ মাটিত পৰি যায়। সেহাই সেহাই উঠি মায়াব'ৰ ফালে খাঁও খাঁও মূৰ্তিৰে চাই তাৰপৰা ওলাই যায়।]

জুনাফা ঃ [আচৰিত হৈ মায়াব'ৰ ওচৰলৈ আহি] মায়াব' এইবোৰৰ মানে কি?

মায়াব' ঃ [সেহাই সেহাই] আজি তিনিদিন এই বাঘটোৰ পাছে পাছে ফুৰিছোঁ। আজি কিন্তু সি মোৰ শৰৰপৰা সাৰিব নোৱাৰিলে। ঘাইল হৈ বাঘটোৱে হাবি-বন মহটিয়াবলৈ ধৰিলে। আৰু এডাল ক'ৰবাৰ কাঁড় সোঁ-সোঁকৈ আহিল। বাঘৰ গাৰপৰা দুৰেদি গৈ গছ এজোপাত বিন্ধ খাই ৰ'লগৈ। মই ছল চাই গৈ বাঘৰ মূৰত ঘাপ শোধালোঁগৈ। মূৰটো হাতত লৈয়ে দেখিলোঁ এই মানুহটোৱে হাতত ধনু-কাঁড়েৰে অলপ দূৰতে বৈ আছে। মূৰ হাতত লৈ গুচি আহিলোঁ। তাৰ পিছত এই ঘটনা।

[এনেতে ৰূপালীম্ লৰ মাৰি মায়াব'ৰ ওচৰলৈ আহে।]

ৰূপালীম্ ঃ মায়াব'! মায়াব'! তুমি বাঘটোৰ মূৰটো কেনৈকৈ কাটিলা?

মায়াব' ঃ এনেয়ে।

ৰূপালীম্ ঃ পিছে, তাৰ পোৱালিবোৰক কোনে খুৱাব? সিহঁত মৰি যাব নহয়?

মায়াব' ঃ যোৱাচোন ৰূপালীম্ পানী অলপমান আনাগৈ। মোৰ বৰ পিয়াহ লাগিছে।

ৰূপালীম্ ঃ বাৰু মায়াব'! পিছে বাঘৰ পোৱালিকিটাও তুমি আনিবা দেই। মই সিহঁতক খাবলৈ দিম, নহ'লে সিহঁতে অকলে অকলে হাবিত কান্দি কান্দি ঘূৰি ফুৰিব। আনিবা দেই।

[ভিতৰলৈ পানী আনিবলৈ যায়।]

জুনাফা ঃ মায়াব'! সঁচাকৈয়ে তই চিকাৰ কৰিব পাৰ। ৰূপালীমক তই পোহ-পাল দিব পাৰিবি।

মায়াব' ঃ তেন্তে তুমি মোৰ লগত ৰূপালীমক বিয়া দিবা?

জুনাফা ঃ ওঁ— [এইবুলি জুনাফাই মনতে অলপ চিন্তা কৰে।]

মায়াব' ঃ [বুঢ়াৰ মুখলৈ অলপ পৰ চাই] জুনাফা! ক'তা? তুমি দেখোন মুকলি মনেৰে ক'ব পৰা নাই।

জুমাফা ঃ মায়াব'! তই যে পুহিব পাৰিবি সেই বিষয়ে মোৰ অলপো সন্দেহ নাই। পিছে— মই কেনেকৈ থাকিম মায়াব'? মই আজি এই পোন্ধৰ বছৰ তাইক বুকুত বান্ধি লৈ ফুৰাইছোঁ। মেৰ এজনী জী। তাই মৰিবৰ সময়ত তাইৰো একেজনী জীয়েক ৰূপালীমক মোক গতাই দি গৈছে। তাইক মই মোৰ জীৱটোৰ দৰে ৰাখি আছোঁ।

[এনেতে ৰূপালীমে বাটিটোত পানী আনি মায়াব'ক দিয়ে আৰু মায়াব'ই লৈ খাবলৈ ধৰে। ৰূপালীমে পৰি থকা বাঘৰ মূৰটোৰ ওচৰলৈ গৈ তালৈ এবাৰ আচৰিত হৈ আৰু এবাৰ বেজাৰকৈ চাই হাতেৰে চুব খোজে। হাত কোঁচাই আনে।]

ৰূপালীম্ ঃ বাঘৰ মূৰটো তুমি কেলৈ কাটিলা মায়াব'?

মায়াব' ঃ [অলপ হাঁহি] তোমাক বিয়া কৰাবলৈ। ৰূপালীম্ [লাজ কৰি জুনাফাৰ ফালে কেৰাহিকৈ চায়।]

জুনাফা ঃ [গহীনকৈ তাইলৈ মৰম বেজাৰেৰে চাই মূৰ জোকাৰি।] ওঁ।

[ৰূপালীমে অলপ লাজ কৰি আনফালে মূৰ কৰে।]

জুনাফা ঃ [তাইৰ মুখৰ ফালে চাই বৈ থাকে। এনেতে দূৰৈত চিকাৰী কুকুৰৰ ভুক্‌ভুকনি শুনা যায় আৰু আটাইবোৰ আচৰিত হয়। মায়াব'ই সেইফালে ডিঙি মেলি মেলি চাই কিছু উদ্বিগ্ন হয় আৰু ৰূপালীমক হাতত ধৰে।]

মায়াব' ঃ ৰূপালীম্! তুমি ঘৰৰ ভিতৰলৈ যোৱাচোন। এইবোৰ কোনোবা শত্ৰু আহিছে। তুমি নোলাবা।

[তাইক ঘৰৰ ফালে হেঁচোকা মাৰি দিয়ে আৰু তায়ো কোনো প্ৰতিবাদ নকৰি সোমাই যায়।]

জুনাফা ঃ এই পাষণ্ডকেইটা আকৌ কাজিয়া কৰিবৰ মনেৰে আহিছে।

(মায়াব' আগন্তুক বিপদৰ কাৰণে সম্ভ্ৰম হৈ থাকে। জুনাফাক কিছু সশঙ্কিত দেখা যায়। ৰেণথিয়াং দম্ভেৰে তালৈ হাতত কাঁড় এপাট লৈ সোমাই আহে। আহি মায়াব' আৰু জুনাফাৰ আগত সগৰ্ব্বে থিয় হৈ হাতৰ কাঁড়পাটেৰে মায়াব'ক দেখুৱাই সি অহা ফালে ভিতৰলৈ চাই কয়।)

ৰেণথিয়াং ঃ প্ৰভু! এই দুৰাচাৰ কাপুৰুষেই মোৰ চিকাৰৰ মূৰ কাটি ইয়াত তাৰ মইমতালি দেখুৱাইছেহি আৰু তাক মই দাবি কৰিলত সি মোক অপমান কৰি আপোনাৰো অপমান কৰিছে।

[মায়াব' ৰেণথিয়াঙৰ ফালে জোখৰ খোজেৰে আগবাঢ়ি আহি তাৰ ওচৰ নৌ পাওঁতেই মণিমুগ্ধ আহি তালৈ কুকুৰলৈ চোৱাৰ দৰে চাই কয়।]

মণিমুগ্ধ ঃ মূৰ্খ! নিলাজ! খন্তেকতে বাঘৰ মূৰ উলিয়াই ওভোতাই দে, চোৰ!

মায়াব' ঃ আপুনি মোক বৰ বিমোৰত পেলাইছে। বোধকৰোঁ আপুনি নাই দেখা দেখিহে এনে কথা কৈছে। দৰাচলতে এই বাঘ মোৰ শৰত পৰিছে। আপোনাৰ ভ্ৰম।

ৰেণথিয়াং ঃ ভ্ৰম?

মায়াব' ঃ অৱশ্য।

মণিমুগ্ধ ঃ ৰূকমী ডেকা! মোৰ মানুহে মিছা কথা নকয়।

[[illegible] আগবাঢ়ি যায়। হঠাৎ জুনাফা সোমাই আহে।]

জুনাফা ঃ কোন তোমালোক? মোৰ চোতালত তোমালোকক এনে আচৰণ কৰিবলৈ কোনে অধিকাৰ দিছে।

মণিমুগ্ধ ঃ মোৰ শক্তিয়ে দিছে।

জুনাফা ঃ তোমালোকক সম্ভ্ৰান্ত লোক যেন দেখিছোঁ। পিছে ই কেনে বৰ্ব্বৰ আচৰণ? অচিনাকি! মোৰ আদেশ— তোমালোক মোৰ ঘৰৰ চোতালৰপৰা আঁতৰ হোৱা।

ৰেণথিয়াং ঃ [জুনাফাৰ ওচৰলৈ চোঁচা মাৰি আহি বুঢ়াৰ ডিঙিত ধৰি] বৰ্ব্বৰ! নিশকতীয়া বুঢ়া। তোৰ কিহৰ ইমান তেজ? কাক এনে বাক্য বুলিছ?

[জুনাফাৰ ডিঙিত চেপি জোঁকাৰিবলৈ ধৰে আৰু মায়াব'ই খন্তেকৰ ভিতৰতে কাঁড়পাট অহাদি আহি ৰেণথিয়াঙত ডিঙিত ধৰি মুখত ঘুচিয়াই মাটিত পেলাই দিয়ে। তাতে দুয়োটাৰ তুমুল সংগ্ৰাম আৰম্ভ হয়। জুনাফা কঁপি কঁপি মাটিত বহি যায। মণিমুগ্ধই কঁকালপৰা উলিয়াই এটা পেঁপা বজায়। পাঁচোটামান বন্দী গৰখীয়া সেনা আহি তৎক্ষণাৎ ৰেণথিয়াঙক মায়াব'ৰ হাতৰপৰা মুক্ত কৰি আনে। মায়াব' উঠিবলৈ ধৰোঁতে কেইবাটাও সেনাই ধৰি ধনঞ্জয় প্ৰহাৰ আৰম্ভ কৰিলত সি পৰি যায়। ৰেণথিয়াঙে তেতিয়া হাতৰ চাবুকেৰে তাক মূৰে-গায়ে একোনাই হৈ কোবাবলৈ ধৰে। মায়াব'ৰ মুখে-নাকে তেজ ব'বলৈ ধৰে। সি মাটিত পৰি মূৰ্চ্ছা যায়। মায়াব'ৰ অৱস্থা দেখি জুনাফাই থাকিব নোৱাৰি চিএঞৰিবলৈ ধৰে।]

জুনাফা ঃ কোন আছ? কোন আছ? ৰাখহি! ৰাখহি! গাঁৱৰ ডেকা— বুঢ়া, কোন আছ চাহি।

[চাৰিওফালে বলিয়াৰ দৰে লৰি-ঢাপৰি চিএঞৰিবলৈ ধৰিলে।] আহ অ'! কোন আছ—

[জুনাফাৰ চিএঞৰোতে চিএঞৰোতে মাত ক্ষীণ হৈ পৰে। ৰেণথিয়াঙে মায়াব'ক এৰি জুনাফাৰ ওচৰলৈ আহে।]

ৰেণথিয়াং ঃ [মণিমুগ্ধক] প্ৰভু! এই বুঢ়াই সকলোৰে গুৰি। আপোনাক ই অপমান কৰে— ই— ই— [চাবুক দাঙি] ইয়াক— ইয়াকহে ভালকৈ এসেকা দিব লাগে। [জুনাফাক কোবাবলৈ ধৰে।]

জুনাফা ঃ [খঙত বলিয়া হৈ কঁকালৰ মিত উলিয়াই] নহয়— নহয়— তহঁতকো শুদাই নেৰিছোঁ।

[জুনাফাই মিত ঘূৰাবলৈ ধৰে। ৰেণথিয়াং আঁতৰ হয়। মণিমুগ্ধই ইঙ্গিত দিয়ে আৰু সেনাবোৰে মিত্ উলিয়াই জুনাফাক বেঢ়ি ধৰে। এনেতে ৰূপালীমে উধাতু খাই আহি কয়]

ৰূপালীম ঃ নামাৰিবি। নামাৰিবি।

[চাংঘৰৰ ভিতৰৰপৰা ওলাই আহি সিহঁতৰ মাজত পৰেহি। আটাইবোৰ ক্ষান্ত হয়।]

ৰূপালীম্ ঃ [হুক হুক কৰে কান্দি] নামাৰিবা, নামাৰিবা। মোৰ আপুৰে তোমালোকৰ কি

জগৰ কৰিলে বাৰু? [জুনাফাৰ মুখলৈ চাই হুক্—হুক্‌কৈ কান্দি] আপু! আপু! অ' আপু [মাযাবলৈ চাই হুক্ হুক্‌কৈ কান্দি মায়াব'ৰ ওচৰলৈ গৈ তেজ দেখি ভয়ত চিঞৰি] —আপু! —আপু! —মায়াব'ৰ কি হ'ল? মায়াব'... মায়াব'....

[ৰূপালীমে মাযাব'ৰ মুখৰ তেজ মচি দিবলৈ ধৰে। মায়াব' পৰি থাকা। জুনাফাই অপমানত জৰ্জ্জৰিত হৈ কয়।]

জুনাফা : শক্তিৰ অধিকাৰ! শক্তিৰ অধিকাৰ!! এৰা, শক্তিৰেই অধিকাৰ — বলীৰেই অখণ্ড প্ৰতাপ। [ইমান সময় মণিমুগ্ধই মন্ত্ৰমুগ্ধৰ দৰে ৰূপালীমৰ ফালে চাই আছিল। মণিমুগ্ধই তেনেকৈ তন্ময় হৈ চাই থাকোঁতে ৰেণথিয়াঙে কাণে কাণে কিবা ক'লেহি তাতে মণিমুগ্ধৰ টোপনি ভঙা যেন হ'ল।]

মণিমুগ্ধ : অৱশ্যে, অৱশ্যে, এই মুকুতা যদিও শামুকৰ পেটত উপজিছে, ইয়াত ইয়াৰ ঠাই নহয়। ই ৰাজকাৰেঙৰ হে উপযোগী। এই ৰূপহীজনী কোন?

জুনাফা : কোন? কেলৈ আমাক শাস্তি বিহি হেঁপাহ পলুৱা নাইনে? এতিয়া আজলী ছোৱালী....

মণিমুগ্ধ : [কোলাই] নহয় নহয় বুঢ়ামানুহ। সেইবোৰ কথা আৰু নুলিয়াবা। যি হ'ল হ'ল। পাহৰি যোৱা। এইজনী সম্ভৱ তোমাৰেই জী নাইবা নাতিনী। তাইৰ ৰূপলৈ চাই তাই তোমাৰ জুপুৰিৰ কাৰণে নহয়, তাইৰ ৰূপৰ জেউতি আঢ্যৱন্তসকলৰ জোনাকী কাৰেঙৰ ভিতৰতহে দুগুণে চৰিব।

জুনাফা : [নিজৰ মনতে ৰোষত জ্বলি] এনে কথাও মই শুনি থাকিবলগীয়া হ'ল। এনে কথাও — মই সহিব লাগিব। তই সকলো সহিব লাগিব। কিয় তোৰ শক্তি নাই? তই কিয় দুৰ্ব্বল হৈ সংসাৰলৈ আহিছিলি? দুৰ্ব্বলৰ কিহৰ মান — কিহৰ অপমান? অপমানেৰে— ক্ষোভেৰে নিজৰ গাৰ প্ৰতি টোপাল তেজেৰে তই তোৰ দুৰ্ব্বলতাক পুহিব লাগিব। এই পৃথিৱীৰ নৈ, সাগৰ, বন—উপবন — ভালৰো ভাল, সুন্দৰৰো সুন্দৰখিনি— ৰূপৰো ৰূপ — কাৰ ভোগ্য? বলীৰ— শক্তিশালীৰ। আৰু দুৰ্ব্বল তই — বলীৰ পাদুকাৰ মলি মাথোন। পেলাই দিয়া চুৱা-পাতেৰে তোৰ ক্ষীণ আৰু দুৰ্ব্বল অঙ্গ ৰক্ষা কৰিব লাগিব আৰু যদি ভুলত অথবা পৰিহাসত তোলৈ কিবা ভাল বস্তু আহে — তাক তই বলীৰ হাতত দিব লাগিব। তোৰ এই শৰীৰটো বলীৰ পদ-সেৱাত — তোৰ নিপোটল ল'ৰাটো বলীৰ হুকুমৰ আঙুলি মূৰত—তোৰ সুন্দৰী ছোৱালীজনী —বলীৰ — সিহঁতৰ কাৰেঙৰ লিগিৰীকৈ দিবগৈ লাগিব।

মণিমুগ্ধ : বুঢ়া, অনৰ্থক অনুশোচনাৰ পৰা একো ফল নাই।

ৰেণথিয়া : প্ৰভু, সন্ধিয়া হৈ আহিছে। আমি আৰু সৰহ বেলি ইহঁতৰ সৈতে ৰেপাৰেপি কৰি থাকিব নোৱাৰোঁ। ইহঁতৰ যথোচিত শাস্তি হ'ল। এতিয়া নেদেখাজনৰ কৃপাত আমাৰ ভাগ্যত এই মুকুতাটি মিলিছে যেতিয়া—

মণিমুগ্ধ : বুঢ়া মানুহ। তুমি আপোনা ইচ্ছাৰেই এই ৰূপহীৰ কপাল মুকলি কৰি দিয়া। তুমি ৰূপহীক মোক সমৰ্পণ কৰা। তাৰ সলনি — তোমাৰ এই জুপুৰিৰ সলনি — কাৰেং যেন ঘৰ-বাৰী আৰু সুন্দৰীৰ সলনি তাইৰ শৰীৰ জোখেৰে সোণ —

জুনাফা : সোণ! সোণ! সোণ নহয় — সোণ নেলাগে — ডকাইত — তোৰ প্ৰাণ —
[জুনাফাই বুঢ়া বাঘৰ দৰে মণিমুগ্ধৰ গাত জাঁপ মাৰি পৰেহি। মণিমুগ্ধই জুনাফাক হাতত ধৰি বগৰাই পেলায়। আনফালে ৰেণথিয়াঙে ৰূপালীমক মায়াব'ৰ ওচৰৰ পৰা কোলাত তুলি লৈ ওলাই যায়।]

ৰূপালীম : [কান্দি কান্দি চিঞৰি] আপু! আপু! ৰাখ অ' মোক— কোন আছ? কোন আছ?
[ৰেণথিয়াঙে তাইক উলিয়াই লৈ যায়। ৰূপালীমে ৰেণথিযাঙৰ কোলাত হাত-ভৰি এচাৰি মূৰ আফালি কান্দি গছৰ পাত সৰকাই যায়। কিন্তু আন এটাই মুখত সোপা দিয়াত চিঞৰ নুশুনা হয। ইফালে মণিমুগ্ধৰ ৰখীয়া সেনাৰ সৈতে জুনাফাৰ ভীষণ যুঁজ হয়। এইবোৰৰ মাজত এবাৰ-দুবাৰ 'আপু আপু' ক্ষীণ চিঞৰৰ শব্দ শুনা যায়। মায়াব'ই তাৰ পৰা উঠো উঠো কৰে কিন্তু উঠিব নোৱাৰি লুটি খাই পৰি যায়। গৰখীয়া সেনাকেইটাক ইংগিত দিয়াত সিহঁতে আহি জুনাফাক ধৰি বান্ধি থয়। মণিমুগ্ধ তাৰ পৰা খৰকৈ ওলাই যায়। মণিমুগ্ধ ওলাই যোৱাৰ পিছত সেনা কেইটাই জুনাফাক অতিপাতকৈ মৰিয়াই মৰিযাই পেলাই থৈ গুচি যায়। জুনাফা আধা মৰাৰ দৰে তাতে পৰি থাকে। মায়াব'ই কোনোমতে চুঁচৰি-বাগৰি ইফালে-সিফালে যাবলৈ প্ৰয়াস পায় আৰু সেহাই সেহাই 'ৰূপালীম' 'ৰূপালীম' বুলি মাতিবলৈ চেষ্টা কৰে। কঁপি কঁপি জুনাফা উঠে। জুনাফাৰ মুখৰ আকৃতি দেখিলে ভয় লগা। বুঢ়াৰ চকুৰেদি জুইৰ আগুনি বৰষিছে — সৰসৰাই চকুৰ পানী বৈছে।]

জুনাফা : [বলিয়াৰ দৰে] ৰূকমী.. ৰূকমী ডেকা-বুঢ়া আটাইবোৰ জহি গ'লিনেকি? উস্ মোৰ কি হ'ল— কি হ'ল? (হাওঁহাওঁকৈ কান্দি) ৰূপালীম্— ৰূপালীম্। নাই, নাই— ধৰম নাই— বিচাৰ নাই — ৰজা নাই — ঈশ্বৰ নাই—অৰাজক—অৰাজক [হাওঁহাওঁকৈ কান্দি] ৰূপালীম্— ক'লৈ গ'লি? কোনে নিলে তোক? ৰূপালীম্। ৰূপালীম্—

[জুনাফা অলিয়া-বলিয়া হৈ 'ৰূপালীম ৰূপালীম' বুলি চিঞৰি ওলাই যায় — মায়াব'ই উঠিবলৈ চেষ্টা কৰি পৰি পৰি যায়। বাহিৰৰ পৰা জুনাফাৰ 'ৰূপালীম' বোলা চিঞৰ কাণত পৰেহি। জুনাফাৰ চিঞৰৰ লগে লগে মায়াব'ই দুগুণে অস্থিৰ আৰু অধৈৰ্য হৈ ছাটি-ফুটি কৰিবলৈ ধৰে।]

জুনাফা ঃ [বাহিৰত] ৰূপালীম্! ৰূপালীম — কোনফালে? কোনফালে? ক'লৈ গ'লি অ' ৰূপালীম্।

অ' মোৰ

ৰূপালীম্

ৰূপালীম্

ৰূপালীম্

ৰূপালীম্

ৰূপালীম্

ঐক্যতান

## তৃতীয় অঙ্ক

### ৰূকমী ৰজাৰ ৰাজধানী

সময় ঃ পূৰ্ণিমাৰ নিশা

[ৰজাৰ কাৰেঙৰ মুকলি ফুলনিত ৰজাৰ পূৰ্ণিমা উৎসৱ। পূৰ্ণিমা নিশা। ফুলনিখন আঁহল-বহল। তাত নানা বিধৰ ফুল ফুলি আছে। ফুলনিৰ মাজে মাজে চীন দেশীয় ফানুছবোৰৰ ভিতৰত চাকি জ্বলাই ওলোমাই থৈছে। মাজে মাজে বহা আসন পতা আছে। ফুলনিৰ এমূৰত ৰজাৰ কাৰেং। দুমহলীয়া কাৰেং — চীন দেশীয় স্থাপত্য আৰু বৌদ্ধ স্থাপত্যৰ সানমিহলিকৈ সজা। কাৰেঙটো কাঠেৰে সজা। কাৰেঙৰ সৰু সৰু খিৰিকি আৰু দুৱাৰবোৰেদি পোহৰ বিৰিঙি বিৰিঙি ওলাইছে। এখন কেবাখলপীয়া নানা বৰণেৰে চিত্ৰ-বিচিত্ৰ কৰা খাটোলাত ৰূকমী ৰজাই সাজ-সজ্জাৰ পূৰ্ণ পয়োভৰেৰে বহি ফটিকা খাব লাগিছে। ৰজাজন ডেকা, আমোদপ্ৰিয় আৰু সুৰাসেৱী। ৰজাৰ ওচৰত খলপে খলপে ৰজাৰ বিষয়া লগৰীয়াবিলাক আৰামেৰে আৰু আয়াসেৰে বহি আছে। চাৰিওফালে জুমে জুমে ডেকা-গাভৰু বহি হাঁহি-খিকিন্দালি কৰি আছে আৰু ফটিকা যোগাব লাগিছে। চামে চামে ডেকা-ডেকেৰীবিলাক উঠি নাচিছে— বজোৱাই বজাইছে, গোৱাই গাইছে, মতলীয়া হৈ অনাই-বনাই ফুৰিছে।এজুম ডেকেৰীয়ে নাচি নাচি ৰজাৰ ওচৰ পাইছেহি। এনে সময়তে এজনী লিগিৰীয়ে সোণৰ বান-বাটিৰে ফটিকা পিবলৈ দিয়ে। ৰজাই সেই ফটিকা বাটি পি তাৰ এৰাখিনি ডেকেৰীবোৰৰ গালে ছটিয়াই দিয়ে আৰু খিল্‌খিলাই হাঁহিবলৈ ধৰে।]

ৰূকমী ৰজা ঃ [ৰাগীত বিভোৰ হৈ] ফটিকা— তাৰ ৰাগী— জোনৰ পোহৰবোৰ যেনেকৈ নৈ গছ-গছনিত পৰি ৰূপহ কৰে, সেইদৰে ফটিকাৰ ৰাগী লগা চকুৰ চাৱনিয়ে এই সুন্দৰীবিলাকৰ ৰূপত জেউতি ঢালি দিয়ে। ফটিকাই স্ফূৰ্তিৰ ৰস! লিগিৰী আৰু এবাটি— ডাঙৰ বাটি— ডাঙৰ বাটি [লিগিৰীয়ে ফটিকা বাচে আৰু ৰজাই পিবলৈ ধৰে। নাচনীয়াৰবিলাকে আনন্দত কিৰীলি পাৰি নানা

বাংকৰা-বিংকৰা কথা চিঞৰে। গীতৰ বোলত আৰু মতলীয়াবোৰৰ কোঢ়ালৰ প্ৰতাপত কাৰো মাত কেৰে নুশুনা হয়। সিহঁতেনো কোঢ়ালত কি গীত গাইছে— তাক বুজিবৰ সাধ্য নাই। জুনাফা আৰু মায়াব' দুয়ো উদ্বিগ্ন ধৰাধৰিকৈ হেলাই— হেপাই আহি তাত ওলায়। সেইখিনি পায়েই জুনাফাই হাঁওহাঁওকৈ কান্দি তাতে ধাঁচকৈ লুটি খাই পৰে। গাত নিমাত হয় আৰু মতলীয়াবোৰৰ কোঢ়াল মাৰ যায়।]

ৰজা : [অতিপাত বিৰক্তিৰে] এইটো আকৌ কি? হেৰ'। এই গীত-মাতৰ মাজত হাউৰিয়াই মৰিছেহি কিয়?

জুনাফা : প্ৰভু! প্ৰভু! মোৰ সৰ্ব্বনাশ হ'ল। ৰাখক মোক। মোক— ৰাখক।।

ৰজা : [আগতকৈ বিৰক্তিৰে] ৰাখিব লাগে— এতিয়া এই সময়তহে তোক ৰাখিবলগীয়া হ'ল। ইহঁত ইয়ালৈ আহিবলৈ পালে কেনেকৈ? চন্তৰীবোৰেও ফটিকা খাইছেনেকি সৰহকৈ?

জুনাফা : আপুনি আমাৰ ৰজা— আমাৰ সকলো ভৰসা। আপোনাৰ ওচৰলৈ আহিছোঁ, ৰাখক।

ৰজা : হেৰ'! ৰজা হ'লোঁ বুলিয়েইনো ফটিকাটোপাও শাঁতিৰে খাব নিদিয়নে? ৰজা হ'লো বুলিয়েইনো ৰং-তামচাও নকৰিমনে? মই ৰজা নহে যেনিবা প্ৰজাৰ কিনা গোলামহে। বাৰু— তোৰনো কি ৰাখিব লাগে? তোৰ হ'ল কি? ফটিকাৰ কলহৰ তলি ফুটিলনেকি?

জুনাফা : প্ৰভু! মোৰ একেজনী ছোৱালী— তাইক মোৰ হাতৰ পৰা কাঢ়ি লৈ গ'ল।

ৰজা : [মূৰ্ত্তি সলাই] ছোৱালী? ছোৱালী নিলে? কোনে?

জুনাফা : ক'ব নোৱাৰোঁ—চিনি নেপাওঁ।

ৰজা : হে'ৰ। তয়ে চিনি নেপালি, মইনো পাওঁ কেনেকৈ? মোৰ চকুকেইটা সোলোকাই জানো তোৰ চাংঘৰত আঁৰি থৈছিলো— সিহঁতক দেখি চিন ৰাখি থবলৈ?

[আটাইবোৰ হাঁহিবলৈ ধৰে।]

জুনাফা : চিনি নেপাওঁ যদিও শুনিবলৈ পাইছো তেওঁ হেনো প্ৰান্তদেশ-অধিপতি মণিমুগ্ধ কোঁৱৰ।

ৰজা : আচৰিত—

[সকলো আচৰিত হয়।]

বুঢ়া তই কিবা সপোন দেখি ধৰফৰাই উঠি আহিছনেকি? প্ৰান্তদেশ অধিপতি মণিমুগ্ধ? সিদিনাহে তেওঁ মোৰ ইয়াত আলহী খাই মোৰ ভনী ইতিভেনক নিমা [illegible] দিব [illegible] গৈছে আৰু তই [illegible] তোৰ ছোৱালী নিলে। বুঢ়া, ফটিকা খালিনেকি সৰহকৈ?

[আটাইবোৰে ৰবকৈ হাঁহে]

জুনাফা : সঁচাই মণিমুগ্ধ! তেওঁ চিকাৰলৈ আহি মোৰ ৰূপালীমক দেখি— মোক নিজ ইচ্ছাৰে থাকি দিবলৈ ক'লত মই অসন্মতি প্ৰকাশ কৰাত মোৰ ওপৰত অত্যাচাৰ কৰি তাইক বলেৰে—

ৰজা : মিছা কথা, মিছা কথা। আৰু সঁচা হ'লেও তাৰ কোনো প্ৰতিকাৰ নাই— হ'ব নোৱাৰে। বুঢ়া তোৰ এজনী সামান্য-ছোৱালীৰ কাৰণে এতিয়া মই মহাপ্ৰতাপী মণিমুগ্ধক জোকাই লৈ ৰাজ্যলৈ বিপদ চপাবলৈ কৰনে?

জুনাফা : প্ৰভু! তোমাৰপৰাও আজি এনে কথা শুনিব লাগিবনে? তোমাৰ ৰাজ্যৰ দুখীয়া প্ৰজাৰ ঘৰৰপৰা ডকাইতৰ দৰে আন মানুহে বুকুৰ ছোৱালী কাঢ়ি নিবহি — তুমি আমাৰ ৰজা হৈ — ৰক্ষক হৈ — আমাক ৰাখিব নোৱাৰা?

ৰজা : বুঢ়া। সাবধানে কথা ক'বি। এতিয়াও মোৰ ভাবিব পৰা — বিবেচনা কৰিব পৰা শক্তি আছে। এতিয়াই ইয়াৰপৰা আঁতৰ হ।

জুনাফা : তেন্তে মই বিমুখ হৈ উভতি যাব লাগিব? তেন্তে মই মোৰ ৰজাৰপৰা একো বিচাৰ নাপাওঁ?

ৰজা : নাপাৱ। একো নাপাৱ। এই চন্তৰী। এই বুঢ়াক ইয়াৰপৰা দূৰ কৰি থৈ আহগৈ।

জুনাফা : তেনেহ'লে আৰু কাৰ ওচৰলৈ যাম? ৰূকমী ৰাজ্যত আজি বিচাৰ নাই! বিচাৰ নাই!!

[ভিতৰৰপৰা হঠাৎ ইতিভেনৰ প্ৰৱেশ]

ইতিভেন : বুঢ়া! ৰূকমী ৰাজ্যত এতিয়াও বিচাৰ আছে। ৰ'বা।

[ইতিভেনক দেখি সকলো বৰ আচৰিত হয়। ৰূকমী ৰজাই বিস্ময়েৰে ইতিভেনৰ মুখলৈ কিছুপৰ চাই থাকে— ৰূকমী ৰজাৰ ৰাগী ক'ৰবালৈ যায়।]

ৰজা : ইতিভেন, ইনো তোৰ কেনে আচৰণ?

ইতিভেন : অবিচলিত মাতেৰে] একো আচৰিত হ'বলগীয়া নহয়।

ৰজা : একো নহয়? ইতিভেন?

ইতিভেন : [একো নামাতি বৈ থাকে]

ৰজা : ইতিভেন, তই ওলাই অহাৰ কি আৱশ্যক?

ইতিভেন : হৈছে দেখিহে ওলাই আহিছোঁ।

ৰজা : তোৰ একো আৱশ্যক হোৱা নাই। ভিতৰৰ মানুহ ভিতৰলৈ যা।

ইতিভেন : তুমি বুঢ়াৰ বিষয়ে বিচাৰ নকৰা মানে মই ভিতৰলৈ নেযাওঁ।

ৰজা : বিচাৰ কৰোঁ-নকৰো সেইটো মোৰ কথা। মই ৰজা। তই আকৌ এইবোৰত হাত দিবলৈ আহিছ কিয়? তোৰ কাম — অন্তেষপুৰৰ কাম চোৱা।

ইতিভেন : সেইবোৰ মোৰ কাম বুলি মই জানো। কিন্তু তোমাৰ কৰ্তব্য যেতিয়া তুমি পাহৰিবা, তাক মই সোঁৱৰাই দিবলৈ আহিবই লাগিব।

ৰজা : বাৰু তেন্তে ভাল কথা। এতিয়া মোৰ মনত পৰিল। তই ভিতৰলৈ যা।

ইতিভেন : তুমি আগতে বুঢ়াৰ বিষয়ে মীমাংসা কৰা, তেহে মই যাম।

ৰজা : ইতিভেন, কথা শুন— মই বিচাৰ কৰি খতম কৰি থৈছো। মণিমুগ্ধৰ বিৰুদ্ধে আমাৰ একো কৰিবলৈ নাই। বুঢ়া গৈ ঘৰৰ জুইশালত জুই ফুৱাই ফটিকা খাই থাককগৈ।

ইতিভেন : অ', এয়ে তোমাৰ বিচাৰৰ ৰায় হ'ল। ই ৰজাৰ বিচাৰ হোৱা নাই। ৰূকমী জাতিৰ ৰজাৰ আচৰণ হোৱা নাই। মদপী, তিৰোতাসেৱী কাপুৰুষৰহে উপযুক্ত আচৰণ হৈছে।

ৰজা : [খঙতে গৰ্জি উঠি] ইতিভেনে! ইতিভেন! তই মোৰ ভনী হৈ মোক এনে কথা কব? মোৰ আদেশ, এতিয়াই ভিতৰ সোমা। চন্তৰী! এই বুঢ়াক এতিয়াই ইয়াৰপৰা গুৰিয়াই গুৰিয়াই খেদি দে।

ইতিভনে : সাৱধান চন্তৰী! বুঢ়াৰ গাত কোনো আঙুলি নলগাবি। তুমিও ৰজাৰ কাৰণে অনুপযুক্ত।

ৰজা : মই ৰজাৰ কাৰণে অনপযুক্ত! তেন্তে উপযুক্ত কোন? তই? ইতিভেন! তই বিদ্ৰোহ কৰিছ।

ইতিভেন : অৱশ্যে বিদ্ৰোহ।

ৰজা : [অলপ কুমলি] ইতিভেন ভনীটি! তোৰ ভুল হৈছে। ভাবি চাচোন— মণিমুগ্ধক আমি কি কৰিব পাৰোঁ আৰু বিশেষতে যেতিয়া মণিমুগ্ধ আমাৰ মিত্ৰ। তাৰ উপৰি তোক বিয়া কৰাবলৈ বিচাৰিছে—

ইতিভেন : তেন্তে স্বামী মই নবৰো। মোক বিয়া কৰাবলৈ ওলাই মোৰ জাতিৰ এজনী সামান্য দৰিদ্ৰ ছোৱালীৰ সোণ যেন গাৰ বৰণ দেখিয়েই যি এনে নীচ আচৰণ কৰিবলৈকো সংকোচ নকৰিলে, তেনে পুৰুষক মই ঘিণ কৰো। হাঁহি উঠা কথা নক'বা।

ৰজা : বাৰু পিছে আমিনো কি কৰিব পাৰোঁ? এনে প্ৰতাপী ৰজাক আমি এই নিশকতীয়া প্ৰাণীকেইটাই কি কৰিব পাৰোঁ?

ইতিভেন : একো কৰিব নোৱাৰিলেও মণিমুগ্ধৰ শিলৰ দুৰ্গৰ লোহাৰ দুৱাৰত মূৰ খুন্দিয়াই মৰিবগৈতো পাৰিম?

ৰজা : 'স্ত্ৰীবুদ্ধিপ্ৰলয়ঙ্কৰী' — শাস্ত্ৰৰ বচন। ইতিভেন! তহঁতৰ বুদ্ধিয়ে ৰান্ধনি-ঘৰৰ মাৰলীকেইডালকে ঢুকি নাপায়গৈ। এতিয়া তেনে কটীয়া বুদ্ধিৰে ৰজাৰ বৰচ'ৰাৰ মুধচ চুবলৈ আহিছ।

ইতিভেন : ককাই।

ৰজা : [খঙত মুখ বিকটাই] ককাই, কিহৰ ককাই একাই? সোমা ভিতৰ (আঙুলিৰে নিৰ্দ্দেশ দিয়ে)

ইতিভেন : নোসোমাওঁ। [গোঙোৰা হৈ থাকে]

ৰজা : নোসোমাব?

ইতিভেন : নোসোমাওঁ।

[লাহে লাহে তালৈ ভালেমান প্ৰজাৰ সমাগম হ'বলৈ ধৰে। ৰূকমী ৰজা অলপ পৰ টলকা মাৰি তাৰ পিছত কেইবাটিমান ফটিকা খাই আগতকৈ একোব চৰে]

ৰজা : [চিঞৰি] নোসোমাব? [অলপ আগবাঢ়ি] সো—মা—ভিতৰ... (খণ্ডত কঁপি কঁপি ইতিভেনৰ ওচৰলৈ যাব খোজে)

ইতিভেন : [ৰূকমী ৰজাৰ খং—গেঙেৰিলৈ ভয় নকৰি সমূহ ৰাইজলৈ উদ্দেশ্য কৰি] ৰাইজসকল আৰু বিষয়াসকল। কাপুৰুষ বিলাসী ৰজাৰ ছাঁত থাকি তোমালোকৰো বুদ্ধি ভ্ৰষ্ট হ'লনেকি? নিজৰ বাহুবল পাহৰি গ'লানেকি? তোমাৰ ঘৰতে — তোমাৰ চোতালতে আহি তোমাৰ বুকুত গোৰ মাৰি শত্ৰু গুচি গ'ল! তুমি গৰ্জ্জি নুঠি সেই শত্ৰুৰ চৰণৰ ধূলি নিৰ্ম্মালি বুলি ল'লা। ৰূকমী ডেকা! ৰূকমী পুৰুষ! তুমি ইমান তললৈ গ'লা?

[প্ৰজাবোৰৰ মাজত কথা—বতৰা হ'বলৈ ধৰে]

জুনাফা : ঠিক কৈছা, ঠিক কৈছা আই। পাহৰিলে, পাহৰিলে, সকলো পাহৰিলে।

এজন ডেকা : [উত্তেজিত হৈ] নাই, নাই পাহৰা, নাই পাহৰা।

ইতিভেন : সৌৱা তোমাৰ দেশৰ ওখ পৰ্ব্বতৰ শিখৰ এতিয়াও উচ্চশিখৰ হৈ আছে। মাথোন তুমিহে মূৰ দোঁৱালা।

[এনেতে কেইবাটাও ডেকাই মাতে]

ডেকাবোৰ : নাই দোঁৱোৱা।

ইতিভেন : সৌৱা তোমাৰ পৰ্ব্বতৰ মাজে মাজে আগৰ শক্তিৰেই হিলদল ভাঙি মহানদবোৰ পূৰ্ব্ব গৌৰৱ আৰু মহিমা ঘোষি আজিও বৈ গৈ আছে। মাথোন তুমিহে আপোন পাহৰি নিশ্চল নিবীৰ্য্য হৈ টোপনি গ'লা। সৌৱা— সৌৱা তোমালোকৰ বীৰ পূৰ্ব্বপুৰুষসকলৰ মহান মৈদামবোৰে — বুকুত ৰূকমী মহাবীৰসকলক লৈ— এতিয়াও মহাগৌৰৱেৰে মূৰ দাঙি ৰূকমী জাতিৰ গৌৰৱ ঘোষিব লাগিছে। কিন্তু তোমালোক ৰূকমী ডেকাৰ, সজাগ জীৱন্ত, প্ৰাণৱন্ত বাহু থকাতো, ৰূকমী তেজ শিৰত লৈও— ৰূকমী জাতিয়ে বাস কৰি থোৱা, এই পুণ্য পবিত্ৰ ভূমিত থিয় হৈ এতিয়াও হাত সাবটি বহি আছা! এই তোমাৰ সুন্দৰ দেশৰ— এই সুন্দৰ ফলে— ফুলে জকমকীয়া— এই ঠায়ে বিলে ভৰপূৰ— এই ৰূপহ ৰূকমীৰ দেশখন আজি শত্ৰুৰ পদদলিত হ'ল। আজি ৰূকমী ৰূপহীৰ ৰূপ ফুল— মোহৰা শত্ৰুৱে মোহাৰি গ'ল তোমাৰ যুগ-যুগান্তৰৰ ৰূকমী পুৰুষসকলে, বুকুৰ তেজেৰে শলিতা তিয়াই জ্বলাই থোৱা ৰূকমী গৌৰৱৰ বন্তি শত্ৰুৱে

ভৰিৰ ধূলাৰে ছাটি মাৰি নুমাই গ'ল। তোমাৰ তেজ থাকোঁতেও— প্ৰাণ থাকোতেও বৈ চাই আছা। ইমান দুৰ্ব্বল হৈ, ইমান জুৰুলা হৈ, ইমান নিশকতীয়া হৈ, ইমান অমানুহ হৈ জীয়াই নেথাকিবা। এই ৰাজ্যত তোমালোকৰ থাকিবৰ একো অধিকাৰ নাই। ৰূকমী বুলি চিনাকি নিদিবা। ডেকা বুলি নক'বা। এই পবিত্ৰ ভূমিত আৰু তোমালোকৰ জন্ম নুবুলিবা। ৰূকমী বীৰসকলৰ কোৱা ভাষা— ৰূকমী ভাষা— ৰূকমী বীৰ-পুত্ৰই মাতৃত মতা ভাষা— ৰূকমী বীৰ সন্তানে জন্মভূমিক অৰ্চনা কৰা ভাষা— ৰূকমী সতীয়ে স্বামীক ভক্তি জনোৱা— ৰূকমী যুঁজাৰুৱে মৰণ জয় কৰিবলৈ শত্ৰু-সৈন্যক আহ্বান কৰা ভাষাৰ পবিত্ৰ শব্দ তোমালোকৰ মুখেৰে উচ্চাৰণ নকৰিবা। তোমালোক ৰূকমী নোহোৱা— ৰূকমীৰ সন্তান নোহোৱা।

সকলোৱে : আমি ৰূকমী, আমি ৰূকমী। আমি প্ৰতিশোধ ল'ম। আমি প্ৰাণ দিম।

ইতিভেন : উপযুক্ত কথা কৈছা ৰাইজসকল। ৰূকমীৰ মুখৰ উপযুক্ত কথা। বুজিলোঁ— ৰূকমী জাতি আজিও জীয়াই আছে। যুগ-যুগান্তৰ ধৰি মোৰ মাতৃসকলে সেৱাত নিমগন হৈ আছে। কিন্তু যুগে যুগে যেতিয়াই পুৰুষে কৰ্তব্য পাহৰি দুৰ্বলতাক আশ্ৰয় কৰি কৰ্ত্তব্যবিমুখ হৈছে— তেতিয়াই তিৰোতাই কৰ্ত্তব্য সোঁৱৰাই দিবলৈ ওলাই আহিছে। আজি ময়ো তাকে কৰিবলৈ ওলাই আহিছোঁ। পুৰুষৰ নেতাক আমাৰ ৰক্ষাৰ ভাৰ দি নিশ্চিন্ত হৈ বহি আছিলো। সেই পুৰুষ যেতিয়া আমাৰ সন্মান ৰাখিবলৈ অপাৰগ — অৱশ্যে ওলাই আহিম। কোৱা ৰূকমী বীৰসকল, মোৰ ই উপযুক্ত হৈছে নে নাই?

সকলোৱে : [একে বাক্যে] উপযুক্ত হৈছে। উপযুক্ত হৈছে। অতি উপযুক্ত হৈছে।

ইতিভেন : তেন্তে ৰূকমী বীৰসকল, ওলোৱা— ৰূকমী জাতিৰ অপমানৰ প্ৰতিশোধ ল'বলৈ— ৰূকমী জাতিৰ মান ৰাখিবলৈ—ৰূকমী ৰূপহীৰ সতীত্ব ৰাখিবলৈ। তোমালোকৰ ৰজা যদি অসমৰ্থ— তেন্তে মই তোমালোকক বাট দেখুৱাই নিম। ৰূকমী ৰাইজসকল, তোমালোক এই অভিযানৰ বাবে সাজুনে?

সকলো : সাজু, সাজু।

কিছুমান : আমি প্ৰতিশোধ ল'ম।

ৰজা : দেখিছোঁ— দেখিছোঁ—সকলো বিদ্ৰোহী। নিমিষতে— চকুৰ পচাৰতে— তিৰোতাৰ ৰাজ্যবিস্তাৰ। সকলো দেখিছোঁ উলটিল। বুদ্ধিৰ ঠাইত মূৰ্খতাৰ প্ৰকোপ—বিবেচনাৰ ঠাইত—অবিবেচনাই ৰৰপাগ মাৰি বহিল। গিয়ানক উভনিয়াই অগিয়ানে খুঁটি পুতিলেহি। নহয়— নহয়, এনে কাম হ'ব নোৱাৰে। ইতিভেন। ইতিভেন। মূৰ্খলি— মূৰ্খলি— যা — যা— ভিতৰ সোমা।

ইতিভেন ঃ ককাই। তুমি ৰজাৰ উপযুক্ত নোহোৱা। তুমি পিতৃ-পিতামহৰ এই সিংহাসন কলঙ্কিত কৰিছা। যোৱা— তুমি সিংহাসনৰ পৰা নামি যোৱা।

ৰজা ঃ সিংহানৰ পৰা নমি যাম? কিয়?

ইতিভেন ঃ অৱশ্যে— ৰুকমী ৰাইজসকল। কাক লাগে। মোৰ এই কাপুৰুষ, ৰুকমী জাতিৰ কলংক ককাইক নে তোমালোকৰ মান-গৌৰৱৰ কাৰণে প্ৰাণ দিবলৈ ওলোৱা এই ইতিভেনক?

সকলোৱে ঃ ৰুকমী ৰাজকুঁৱৰীৰ জয়।

ৰজা ঃ তিৰোতাৰ কথাত যেতিয়া ৰাজ্য চলা হ'ল — ৰাইজ মতলীয়া হ'ল— কোনো জ্ঞানী পুৰুষসিংহই তাত থকা উচিত নহয়। আহাঁ— কোন কোন ৰুকমী বীৰ আছা— মোৰ লগত। এই তিৰোতাসেৰুৱা মতাৰ ৰাজ্য ত্যাগ কৰোঁ আহাঁ।

[ৰুকমী ৰজাই নিজেই ফটিকাৰ সোণৰ গাগৰি এটা দাঙি লৈ আসনৰ পৰা যায়গৈ আৰু কেইটামান লেৰেলা চেপেটা মানুহো তাৰ পৰা এটা এটা কলহ ৰজাৰ পাছ ধৰি যায়]

ইতিভেন ঃ ৰুকমী ডেকাসকল আৰু বিষয়াসমূহ আপোনালোকৰ সাহ দেখি সঁচাকৈয়ে মোৰ বুকুলৈ আশা আহিছে। যদিও আমাৰ ৰাজ্যখন সৰু তথাপিও এটা এটা ৰুকমী দহোটা প্ৰান্তবাসীৰ সমানে যুঁজ দিব পৰা হ'ব লাগিব। আজি আমাৰ ঘোৰ-সঙ্কটৰ দিন। আমাৰ মহাদুৰ্দিন। আমাৰ আগৰ প্ৰতাপ শৌৰ্য্য—বীৰ্য্য জঁয় পৰিছে। আমি আত্মৰক্ষা কৰিবলৈকো অপাৰগ হৈছোঁ। আমি আমাৰ ৰাজ্য আৰু প্ৰজাক শত্ৰুৰ আক্ৰমণৰ পৰা ৰাখিব নোৱাৰা হৈছোঁ। আমাৰ দুৰ্ম্মণ ডেকা নিশকতীয়া হৈছে। আমাৰ গৌৰৱ ম্লান পৰি আমাৰ জাতি মৰণোমুখ হৈছে। সেয়েহে শত্ৰুৰ ইমান দম্ভ— ইমান অতপালি। আমাক ইমান অৱজ্ঞাৰ চকুৰে চাব পাৰিছে। মানুহ বুলিও নগণা হৈছে। বুকুৰ পৰা ছোৱালী কাঢ়ি নিছে। দুৰ্ব্বল বুঢ়া মানুহৰ ওপৰতো অত্যাচাৰ কৰিবলৈ সাহ কৰিছে। সাজু হোৱা, সাজু হোৱা! সকলোৱে এবাৰ সতীত্বৰ, বীৰত্বৰ, শৌৰ্য্যৰ কাহিনী মনত পেলোৱা। ডেকা-গাভৰু, ধনী—দুখীয়া, সকলো ওলোৱা। এই জাতিৰ সৰ্বদলী মনোবলেৰে আৰু সাহৰ প্ৰচণ্ড আঘাতেৰে, মৰণ—বিজয়ী অভিযানেৰে মণিমুগ্ধৰ শিলৰ দুৰ্গ ভাঙি চুৰ-মাৰ কৰা। এবাৰ জ্বলি উঠা। এবাৰ জ্বলি উঠা।

সকলোৱে ঃ জয় ৰুকমীৰ জয়। জয় ৰাজকুঁৱৰীৰ জয়।

ঐক্যতান

# চতুৰ্থ অঙ্ক
## মণিমুগ্ধৰ কাৰেং
### সময় ঃ দুপৰ নিশা

[মণিমুগ্ধৰ কাৰেঙৰ এটা সুবৰ্ণময় ব্ৰহ্মদেশীয় কাৰুকাৰ্য্য খটোৱা কোঠা। কোঠা গোটেইটো সোণৰ পাতেৰে ছটা। সোণৰ ওপৰত ৰঙা-নীলা-কজলা নানান পাথৰ আৰু মণি-মুকুতাৰে বাখৰপতোৱা। কোঠাটোৰ সোঁমাজতে এখন ডাঙৰ খিৰিকি। খিৰিকিয়েদি দূৰত ছাঁৰ দৰে পেগোদাৰ আকৃতি দেখা গৈছে। আকাশত জোন আৰু তৰা। খিৰিকিয়েদি এছাটি জোনৰ পোহৰ সোমাই আহিছে। খিৰিকিৰ তলত এখন চাপৰ শয্যা পৰা আছে। তলত ৰূপালীম বহি বাহিৰৰ আকাশলৈ চাই বেজাৰমুৱা। কোঠাটোৰ বাওঁফালে এখন সৰু দুৱাৰ জাপ খাই আছে। এচৰতে মাটিত বহি এজনী লিগিৰী। তাই হাতত এখন অদ্ভুত আকাৰৰ বীণা লৈ বহি ঠুং-ঠংকৈ বজাই আছিল— গীত গাইছিল।]

#### গীত

অ' সখী আজি যৌৱন বন জুৰি
বন বসন্ত মঞ্জুৰি
পাতে বৰণৰে মেলা,
হাঁহা সখী মোৰ হাঁহা সখী মোৰ
হাঁহিৰে ফাকু খেলা।
তোৰ ৰূপৰ ফুলনিতে
শেৱালি শেৱালি কতনো ফুল—
দশোদিশ আমোলাই কৰিছে আকুল
ফুল বাটিৰে মৌৰে নিজৰা বাকী দিয়া
বিয়াকুল ৰূপ মৌ পিয়া।
আজি অভিনৱ তৰালি পোহৰৰ
চঞ্চল গীতি শুনা—
তাৰ লহৰতে কঁপি কঁপি মোৰ যৌৱনৰ
জোনাকী কাৰেঙত বাজে বীণা।
তাতে বাসনা-উৰ্বশী
বিবসনা—
নৃত্যতে আকুল
অ' সখী! যায় যে বেলা—
হাঁহা সখী মোৰ হাঁহা সখী মোৰ
হাঁহিৰে ফাকু খেলা।

[বীণ বজাই গীত গাই থাকোঁতে মাজে মাজে ৰূপালীমৰ তাই কাণে পৰি থকা হাতখন চোৰে কিন্তু ৰূপালীমে আজোৰ মাৰি লৈ যায়। তাতে লিগিৰীজনীয়ে আনফালে মুখ ঘূৰাই দুষ্টালিৰে হাঁহে। তাই আতৌ গীতৰ এফাকি আওৰাব খোজোঁতেই ৰূপালীম ঘূৰি লিগিৰীজনীক সোধে।]

ৰূপালীম : মোক তোমালোকে কেলৈ ইয়াত থৈছা

লিগিৰী : মণিমুগ্ধই কৈছে দেখি— তোমাক ইয়াত থৈ আদৰ-যতন কৰি, গীত শুনাই মন ভাল কৰিবলৈ কৈছে।

ৰূপালীম : মোৰ যে মন ভাল নহয়। মোৰ যে বৰ বেজাৰ।

লিগিৰী : বেজাৰ? [হাঁহি] তোমাৰ বেজাৰ নাইকিয়া হ'ব। ইয়াত তুমি কিমান সুখত— কিমান আনন্দত থাকিবলৈ পাবা। এই সুন্দৰ সোণখটোৱা কাৰেঙৰ কোঠালিত তুমি থাকিবা। কৰচন চৰাইৰ কোমলতকৈও কুমলীয়া পাখি ভৰোৱা গাৰুৰ তলিচা পৰা— সোণৰ খুৰা খুটৰা পালেঙত শুবলৈ পাবা— পাৰস্য দেশৰ ফুলৰ পাহিতকৈও নিমজ দলিচাত ফুৰিবলৈ পাবা— জোন-বেলি বৰণীয়া—এন্ধাৰত জিলিকা মেজাংকৰী, কিংখাপ চাতোনৰ মাজত সদায় শুৱনি হৈ থাকিব। ছাঁতে শুকুৱা মচলিনৰ ওৰণি আৰু মনোময় অলঙ্কাৰ পাবা— সোণ, ৰূপ হীৰা, পোৱাল, নানা মকৰত পদ্মৰাগ মণিৰ গহনা শৰায়ে শৰায়ে পিন্ধিবলৈ পাবা। দিনে-ৰাতিয়ে কত লিগিৰীয়ে তোমাৰ আলপৈচান ধৰিব। তাৰ উপৰি সুন্দৰ লনি ডেকা কোঁৱৰ মণিমুগ্ধৰ চেনেহ, ধাউতি আৰু মৰমে তোমাক আত্তোল-তোলাই ৰাখি থ'ব— তেতিয়া আৰু তোমাৰ বেজাৰ নেথাকিব। হাঁহিহে থাকিব মুখত— বুকুত — তুমি কিমান সুখত থাকিবলৈ পাবা। সঁচাকৈয়ে মই মিছা কোৱা নাই। তুমি এতিয়া হাঁহি-মাতি ভালকৈ থাকা। এতিয়া মণিমুগ্ধ ইয়ালৈ আহিব নহয়। তুমি এনেকৈ থকা দেখিলে মণিমুগ্ধই কি বুলি ভাবিব?

ৰূপালীম্ : মণিমুগ্ধ কেলৈ আহিব? ইয়াত এতিয়া কেলৈ আহিব?

লিগিৰী : চোৱাচোন বাৰু আঁকৰীজনীলৈ— বোলে আকৌ কেলৈ আহিব। আহিলে গম পাবা নহয়—

[(কাণে কাণে কিবা কয়।)]

ৰূপালীম্ : [কান্দি উত্ৰাৱল হৈ] নহয়। নহয়— নোৱাৰে— নোৱাৰে। [লিগিৰীৰ হাত ধৰি] মই কি কৰিম— কি কৰিম ?মই মৰি যাম, মই মৰি— যাম। মায়াব'! মায়াব'! মই মৰি যাম। মই মৰি— যাম। [নিজৰ বুকুত মুখ সুমাই কান্দিবলৈ ধৰে।] [সোঁফালৰ দুৱাৰ মুকলি হয়। মণিমুগ্ধ হাতত এটা সোণৰ গিলাচ লৈ সোমাই আহি থমকি ৰৈ— আধা চকু মেলি খিবিকিব ৰূপালীমলৈ চাই থাকে। লিগিৰীজনীয়ে থিয় দিয়ে আৰু অলপ পৰ ৰৈ মণিমুগ্ধ তেনেকৈ থিয় হৈ থকা দেখি লাহেকৈ দুৱাৰেদি ওলাই যায়গৈ।]

মণিমুগ্ধ : [এখোজ আগবাঢ়ি আহি] ৰূপালীম্! এনে জোনাক সুৱদী নিশালৈ আবতৰীয়া বেজাৰৰ ডাৱৰ কিয় মাতিছা?

[ৰূপালীমে একো নেমাতে।]

মণিমুগ্ধ লাহেকৈ গৈ ৰূপালীম্ বহা শয্যাত বহি ৰূপালীমৰ গাত হাত দিব খোজোঁতেই ৰূপালীমে তাৰপৰা একেচাটেই উঠি গৈ কোঠাৰ এচুকত থিয় হৈ ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰে।

ৰূপালীম্ : [কান্দি] মোক— মোক মায়াব'ৰ ওচৰত থৈ আঁহাগৈ— মোৰ বুঢ়া বোপাইৰ ওচৰত।

মণিমুগ্ধ : ৰূপালীম্! তুমি— ইমান অকৰুণ নহ'বা।

ৰূপালীম্ : কোঁৱৰ! মই ইয়াত থাকিব নোৱাৰোঁ। মই ইয়াত নেথাকোঁ— মই নেথাকোঁ।

মণিমুগ্ধ : বাৰু নেলাগে থাকিব। মই তোমাক ইয়াৰপৰা লৈ যাম— সৌ দূৰণিলৈ। সৌৱা নীলাকাশৰপৰা নিজৰি তৰাৰ হীৰাফুলীয়া পোহৰবোৰ আহিছে— জোনৰ জোনাকে য'ত জোনোৱালী সপোনৰ ৰাজ্য পাতিছে— তালৈ আমি দুয়ো ওলাই যাঁও ব'লা। তুমি মোৰ কোলাত বহি তোমাৰ বুকুৰ মৰমৰ কথা ক'বা। মই কাণ পাতি শুনিম মিলন-পিয়াসী বুকুৰ কম্পন ৰূপালীম্!

[ৰূপালীম্ এটা অব্যক্ত বেদনাৰ হেচাঁ সহিব নোৱাৰি ৰুদ্ধশ্বাস হৈ কান্দিবলৈ ব্যৰ্থ প্ৰয়াস কৰি ভাগৰি পৰে আৰু অলপ আঁতৰি যায়।]

মণিমুগ্ধ : ভয় কৰিছা? আকৌ আঁতৰিছা। তোমাক হৰণ কৰা কঠোৰতা দেখি মোক শুঙাল বিহ্ব বুলি ভয় খাইছা? নেযাবা। সেই বিহ্বাৰপৰা আজি পখিলা উপজিল। সেই বিহ্ব আৰু তোমাৰ ওচৰলৈ অহা নাই— সি ধ্বংস পালে। তাৰপৰা সুষমা প্ৰণয়ৰ ফুটুকী-পখিলাহে আহিছে ৰেণু আলসুৱা গাটি লৈ— মৌ বিচাৰি ফুলৰ ওচৰলৈ। ৰূপালীম্! এই পখিলাৰ জনম মৌ পিবলৈ— ফুলৰ বুকুত সোমাই ফুলৰ পাহিতে পৰি জহি যাবলৈ। ফুলো ফুলিছে পখিলালৈ। মৌও যাচিছে পখিলালৈ। পখিলাক মৌ পিয়াবলৈ ফুলৰ জনম। ফুলৰ জীৱন মৌ উজাৰি পখিলাক দিয়েই, ফুলৰ জীৱন সমাপন। মৌ নেপালে মৰহি যোৱা— মৌ—হাবিয়াসী, মৌৰে জীৱন যোৱা পখিলাটি তুমি কোন সতে আঁতৰাব খুজিছা? ৰূপালীম্! তুমি ফুল হৈ জনমি ফুলৰ জীৱন সামৰি থ'ব খুজিছা। ফুলৰ জীৱনৰ নিৰ্বন্ধ উলণ্ডবা কৰিছা। ৰূপালীম্! জীৱলগা ভাৱালগা হাঁহি-সনা ফুল তুমি আঁতৰি নেযাবা। ৰূপালীম্! তোমাৰ ফুল-কলি হেন কোমল বুকুখনি মোলৈ শিল-কঠুৱা নকৰিবা।

[ৰূপালীম নিমাতীৰ দৰে নিমাত হৈ বেৰত আঁউজি থাকিল। মুখত মাথোন উদ্বিগ্নতা। ৰূপালীম্ মাটিৰ গোসাঁনীৰ দৰে ৰৈ থাকিল আৰু মণিমুগ্ধই মাটিৰ গোসাঁনীক বোধক কৰি জীৱন্ত কৰিবলৈ পূজাৰীয়ে প্ৰয়াস কৰাৰ দৰে মন্ত্ৰ মতাদি ৰূপালীমক কথা ক'বলৈ ধৰিলে।]

মণিমুগ্ধ : ৰূপালীম্! নেমাতা? নেহাঁহা? তুমি মোৰ অন্তৰৰ কথাখিনি শুনিবই লাগিব। তুমি সমিধান দিবই লাগিব। ৰূপালীম্! তুমি ৰূপসাগৰৰ মণি জীৱন্ধৰী। ৰূপ-সাগৰৰ দিকশূন্য প্ৰসাৰত তুমি প্ৰণয়ৰ ধ্ৰুৱজ্যোতি। তোমাকে উদ্দেশ্যি— তোমাকে ধিয়াই মোৰ হিয়াই তোমাক বিচাৰি আহিছে। তুমি মায়া-মৰীচিকাৰ দৰে কিয় আঁতৰি আঁতৰি যাব ধৰিছা? নীল সাগৰৰ মন কৰা। মহাসাগৰৰ চাৰিওফালে পানী। থল নাই— এটি অকলশৰীয়া নাৱৰীয়া উটিবুৰি ভাহি গৈছে। থল নেপালে সি আৰু সৌ সাগৰৰ পানীয়ে লয় পাব। তাৰ জীৱনে থল নেপাব,— ফুলিবলৈ নেপাই অঙ্কুৰতে এটা অনন্তকালৰ বিৰাট বেদনা লৈ মুখৰ পিয়াহ, বুকুৰ আশা, মনৰ আবেগ, প্ৰাণৰ হেঁপাহ হৈ নাইকিয়া হৈ যাব। তুমি আজি সেই আতুৰত থল হৈ সাগৰত দেখা দিছা। তুমি তাক বুকুত ঠাই নিদি মহা জলাহত জহি যাবলৈ কি সতেনো এৰি দিবা? ৰূপালীম্! তোমাৰ বুকুৰ থলত মোক ঠাই দিয়া। মোৰ জীৱলৈ এটুপি মৌ দিয়া। পিবলৈ এটুপি মৰম দিয়া। হাঁহিবলৈ, মোক ফুলিবলৈ তোমাৰ কোলাত মৰণ লভিবলৈ একণি জিৰাবলৈকো ঠাই নিদিবানে? ৰূপালীম্! তোমাৰ ওচৰলৈ মোক এখন্তেক যাবলৈ দিয়া ৰূপালীম্।

[মণিমুগ্ধ ৰূপালীমৰ ওচৰলৈ যাব খোজে আৰু বৰ নিমাখিত হৈ ৰৈ থাকে। ৰূপালীমৰ মুখৰপৰা ভয় আৰু উদ্বিগ্নতাৰ ভাব পাতনি নাইকিয়া হয়। ৰূপালীমৰ মুখ গহীন হৈ পৰে।]

ৰূপালীম্ : [চকুকেইটা খিৰিকিৰ ফালে ৰাখি] মণিমুগ্ধ কোঁৱৰ! তুমি মোক ইয়াত অকলৈ থাকিবলৈ দিয়া মণিমুগ্ধ কোঁৱৰ। মায়াব'ই মোৰ জীৱন জুৰি আছে। মণিমুগ্ধ! মোক মায়াব'ৰ ওচৰত থৈ আহাঁগৈ।

[মণিমুগ্ধ ক্ষুব্ধ হৈ হতাশ প্ৰেমিকৰ দৰে এখোজ দুখোজকৈ আহি শয্যাত বহে।]

মণিমুগ্ধ : [ভ্ৰু-সঙ্কুচিত কৰি] ৰূপালীম্! মায়াব'ক তুমি বৰ ভাল পোৱা?

ৰূপালীম্ : [একে উশাহতে] পাওঁ।

মণিমুগ্ধ : কিমান?

ৰূপালীম্ : মই ক'ব নোৱাৰোঁ। খুব ভাল পাওঁ। গছত যিমান ফুল আছে,ডালত যিমান পাত আছে, নৈত যিমান পানী আছে, শূইনত যিমান বতাহ আছে, নিশাৰ আকাশত যিমান তৰা আছে— তিমান।

মণিমুগ্ধ : [হঠাৎ উঠি] ৰূপালীম্।

[ৰূপালীমে চকুৰ পানী নেপেলোৱাকৈ মণিমুগ্ধক চাই থাকে।মণিমুগ্ধই আত্মসম্বৰণ কৰি বহি আকৌ এঢোক মদ খায়।]

মণিমুগ্ধ : ৰূপালীম্!

ৰূপালীম্ : তুমি মোৰ দুখ নুবুজা কিয়? তুমি জানো মানুহ নোহোৱা?

মণিমুগ্ধ : মানুহ! নহয়— তোমাৰ ৰূপে আৰু মোক মানুহ কৰি থোৱা নাই। মই এটা অদম্য-বাসনা। মই তোমাৰ ৰূপৰ, তোমাৰ সৌন্দৰ্য্যৰ এটা ৰূপ ধৰা পিয়াহ। মই তোমাৰ সুন্দৰ অৱয়ৱৰ অন্তৰালত থকা সুশুভ্ৰ আতমালৈ হোৱা এটা চিৰদিনীয়া হাবিলাষ। ৰূপালীম্! তুমি মোক ঘিণ কৰিছা। কিন্তু মই তোমাক ভাল পাওঁ। অতিকৈয়ে ভাল পাওঁ। তোমাৰ কাৰণে মই বহুত তললৈ নামি গ'লোঁ— মানুহৰ শাৰীৰপৰা হিংস্ৰ পশুৰ শাৰীলৈ তোমাক পাবলৈ।

ৰূপালীম্ : মোক নোপোৱা— মই নেথাকোঁ।

মণিমুগ্ধ : [ভ্ৰূকুটি কৰি] ৰূপালীম্! তোমাৰ এই পঙ্কজকান্তিৰ সুন্দৰ দেহাত এতিয়াই মোৰ বাসনাৰ ৰঙা গোলাপ গুৰি সানি দিব পাৰোঁ। তোমাৰ সোণ-সেন্দুৰীয়া কপালত মোৰ তপত নিশাহ বোৱাব পাৰোঁ। তোমাৰ ওঁঠৰপৰা বৈ অহা ৰূপৰ ফটিকা মই এতিয়াই বাটিয়ে বাটিয়ে পি— তোমাৰ লবনুকোমল বুকুৰ পৰশত ৰোমাঞ্চিত হৈ কামনাৰ সকলো পিয়াহ গুচাব পাৰোঁ— হেলাৰঙে— অনায়াসে—

ৰূপালীম্ : তোমাৰ কথা মই বুজিব নোৱাৰোঁ। তোমালৈ মোৰ বৰ ভয় লাগিছে। মোক ঘৰলৈ—

মণিমুগ্ধ : মোৰ কথা বুজিব নোৱাৰাঁ। [হাঁহি] মোৰ কথাৰ মানে হৈছে— [অলপ কৰ্কশতাৰে] তুমি মোৰ হাতৰ মুঠিত। মই তোমাক যি ইচ্ছা তাকে কৰিব পাৰোঁ।

[এনেতে দুৰ্গৰ তলত মানুহৰ কোঢ়াল হয়। অলপ পৰৰ পিছত চিঞৰ— বাখৰ বাঢ়ি আহে। মণিমুগ্ধ এবাৰ খিৰিকিৰ ওচৰলৈ গৈ আকৌ এগিলাচ মদ বাকি খাবলৈ লয়। মদ খোৱা শেষ কৰি মণিমুগ্ধ আকৌ ৰূপালীমৰ ওচৰলৈ এখোজ-দুখোজকৈ আহে।]

মণিমুগ্ধ : ৰূপালীম্! তোমাৰ ইচ্ছাৰ বিৰুদ্ধে মণিমুগ্ধই একো নকৰে । ৰূপালীম্! আহাঁ। তুমি এই শয্যাত বহাহি আৰু মই তোমাৰ চৰণৰ তলত বহি মোৰ অন্তৰৰ কথা কওঁ। মোৰ হিয়াৰ তলিৰ সকলো উবুৰিয়াই তোমাৰ আগত

নিবেদন কৰোঁ। তেতিয়া তুমি বুজিবা— সমিধান নিদিয়াকৈ কেনেকৈ থাকিব পাৰিবা। ৰূপালীম্! আহাঁ— আহাঁ—

[মণিমুগ্ধ ৰূপালীমৰ ফালে যায় আৰু ৰূপালীমে বৰ সশঙ্কিতা হৈ আতুৰৰ দৰে চাৰিওফালে চাবলৈ ধৰে। মণিমুগ্ধই তেনেই ওচৰ চাপি হাতত ধৰোঁ ধৰোঁ কৰোঁতেই ৰূপালীমে নিৰুপায় অসহায় হৈ এটা চিঞৰ মাৰি— "মায়াব' মায়াব'" বুলি মুকলি খিৰিকিয়েদি ল'ৰি গৈ আগ-পাছ নুগুণি জাঁপ মাৰি দিয়ে। মণিমুগ্ধ হতবুদ্ধি হৈ অলপপৰ স্তব্ধ হৈ ৰৈ থাকে। এনেতে খিৰিকিৰ তলৰপৰা কোঢ়াল বাঢ়ি আহে। তাৰ মাজৰ জনতাৰপৰা "ৰূপালীম্—ৰূপালীম্" বুলি ওলোৱা চিঞৰ কোঢ়ালৰ মাজে মাজে স্পষ্টকৈ শুনা যায়। মণিমুগ্ধ গৈ খিৰিকি দুৱাৰত থিয় হৈ তাৰ পিছত আচৰিত হৈ উভতি "ৰেণথিয়াং। ৰেণথিয়াং।" বুলি চিঞৰে। কিন্তু কোনেও সঁহাৰি নিদিয়ে। এনেতে এজনী লিগিৰী ল'ৰি সোমাই আহি ফোপাই-ফোপাই কয়। ]

লিগিৰী : কোঁৱৰ ! কোনোবা শত্ৰুৱে মনে মনে আহি আমাৰ কাৰেং আক্ৰমণ কৰিছে। পালি-পহৰীয়া—

মণিমুগ্ধ : [উত্তেজিত হৈ] কি ? ৰেণথিয়াং! ৰেণথিয়াং! [মণিমুগ্ধ দুৱাৰৰ ফালে লৰ মাৰি যায় আৰু দুৱাৰ-মুখতে অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত 'ইতিভেন'আহি মণিমুগ্ধক আগভেটি ধৰে। ইতিভেনৰ পাছতে বহু সশস্ত্ৰ ৰুকমী-সৈন্য হাতত মুক্ত তৰোৱালেৰে। মণিমুগ্ধ পাছ হুহকি আহে। এনেতে তুমুল শব্দ কৰি নগৰৰ জয়ঢোল আৰু বৰকাঁহ বাজিবলৈ ধৰে। বাহিৰত এটা বিৰাট গোলামাল আৰম্ভ হয়। মণিমুগ্ধই নিজকে চম্ভালি নিৰ্বিকাৰ হৈ ফটিকাৰ বাটিটো লৈ গৈ শয্যাত বহি এঢোক ফটিকা খাই আৰু ইতিভেনলৈ ভ্ৰূকুটি কৰি চাই কুটিল হাঁহি মাৰি হাত বাউল দি ইতিভেনক শয্যালৈ মাতে। জয়ঢোল-বৰকাঁহ জিম পৰে কিন্তু বাহিৰত গোলামাল চলি থাকে।]

মণিমুগ্ধ : ইতিভেন। তোমাক স্বাগত-সম্ভাষণ জনাইছোঁ। ইমান নিশাৰ অতিথি তুমি। বাটত বোধ কৰোঁ তোমাৰ একো অসুবিধা হোৱা নাই? লিগিৰী! যা সোনকালে অতিথিসকলৰ শুশ্ৰূষাৰ দিহা কৰগৈ। আহাঁ ইতিভেন। আসন লোৱাহি। তোমাৰ মোৰ প্ৰতি আগ্ৰহত মই বৰ মুগ্ধ হৈছোঁ। আহাঁ—

ইতিভেন : মণিমুগ্ধ। পৰিহাস থোৱা। মনত ৰাখিবা এতিয়া তুমি মোৰ বন্দী—

মণিমুগ্ধ : এতিয়াহেনে? যিদিনা তোমাৰ সতে মোৰ প্ৰথম সাক্ষাৎ সেই দিনাৰপৰা মই তোমাৰ চিৰবন্দী। অ' আকৌ এপাক শিকলি মেৰাই তুমি নিঃসন্দেহ হ'বলৈ আহিছা?

ইতিভেন : মণিমুগ্ধ। ধৈৰ্য্যৰ সীমা আছে।

মণিমুগ্ধ : অৱশ্যে— অৱশ্যে। মোৰ বুজাৰ ভুল হ'ল। প্ৰণয়ত পৰা সুন্দৰীসকলে মিলনৰ কাৰণে যে ধৈৰ্য্য সবহ বেলি ধৰিব নোৱাৰে তাক মই জানো।

ইতিভেন। মোৰ সতে মিলন হ'বলৈ তোমাৰ ইমান হেঁপাহ! কিন্তু ইতিভেন! মই ভাবিছিলোঁ যে আমাৰ সামাজিক ৰীতিমতে বিয়া পতা লৈকে তুমি এখন্তেক ধৈৰ্য্য ধৰিব পাৰিবা বুলি—

ইতিভেন : মণিমুগ্ধ! আৰু বেছি কথা নক'বা। ফটিকাৰ ৰাগীত তুমি এতিয়াও যে মোৰ হাতত বন্দী তাক উপলব্ধি কৰিব পৰা নাই আৰু তোমাৰ কথাষ্টি সঁচাকৈয়ে ভোল নেযাওঁ বুলিও নিশ্চয়কৈয়ে জানিবা।

মণিমুগ্ধ : ইতিভেন! চিৰকালেই মই তোমাৰ বন্দী। তুমিতো আগেয়ে মোত ভোল যোৱা নাছিলা। মইহে ভোল গৈছিলোঁ। এতিয়াও ভোল গৈয়েই আছোঁ।

ইতিভেন : এতিয়া আৰু প্ৰণয়ৰ আখৰা কৰা প্ৰয়োজন নেদেখোঁ। মোৰ বন্দীশাললৈ যাবলৈ প্ৰস্তুত হোৱা।

মণিমুগ্ধ : সেই স্বৰ্গলৈ যাবলৈ মোৰ বাসনা সদায়।

ইতিভেন : ব্যঙ্গ নকৰিবা।

[এনেতে ৰেণথিয়াং মুক্ত অস্ত্ৰেৰে জাঁপ মাৰি সোমাই আহি ইকিভেনক খাপ মাৰি ধৰি পেলায় আৰু ৰেণথিয়াঙৰ পাছত বহুত সৈন্য সোমাই বাকীবোৰৰ সতে যুঁজিবলৈ ধৰে। ইতিভেনৰ দলৰ সকলোবোৰ ঘাটি দুৱাৰেদি পাছ হুহকি ওলাই যায় আৰু ৰেণথিয়াংঙৰ সৈন্যই সিহঁতক খেঁচুকি লৈ যায়গৈ। কোঠালিটো থাকিল কেৱল মণিমুগ্ধ আৰু ৰেণথিয়াঙৰ হাতত বন্দী ইতিভেন। ৰেণথিয়াঙে ইতিভেনৰ গাৰপৰা সকলো অস্ত্ৰ-শস্ত্ৰ খুলি লয় আৰু নিজৰ কাষলতিৰ মোনাৰপৰা এডাল সোণৰ শিকলি উলিয়াই তাৰে এটা হাতত বান্দি আনটো মূৰ মণিমুগ্ধৰ হাতত দি ৰেণথিয়াং দুৱাৰমুখলৈ যায়।]

ৰেণথিয়াং : প্ৰভু! দাসৰ দোষ ক্ষমা কৰিব। বন্ধু ভাবেৰে আপোনাৰ ভাবি-পত্নী বুলি নগৰৰ দুৱৰীয়ে বাট এৰি দিলে— সসম্ভ্ৰমে। কিন্তু এওঁলোকে আমাৰ ৰাজ্য আক্ৰমণৰ উদ্দেশ্যেহে আহিছে।

মণিমুগ্ধ : সেইটো মই ভালকৈ বুজিছোঁ। কিন্তু মোৰ বিনা আদেশত নগৰৰ দুৱাৰ কিয় মুকলি কৰি দিছিল?

ৰেণথিয়াং : অতি গুপ্তভাৱে দুৰ্গ কেনেবাকৈ পাৰ হৈ দুৰ্গৰ দুৱাৰ মুকলি কৰিলে।

মণিমুগ্ধ : গুপ্তভাৱে? অপদাৰ্থ! যোৱা দোষীবোৰক উপযুক্ত শাস্তি আৰু আক্ৰমণকাৰী সকলোকে বন্দী আৰু আক্ৰমণকাৰীৰ দেশলৈ গৈ সিহঁতৰ গাঁও-ভুঁই, নগৰ-চহৰ সকলো জুই লগাই দাহ কৰা।

[ইতিভেন শিয়ঁৰি উঠে।]

ৰেণথিয়াং : প্ৰভু! তাৰ কাৰণে আপুনি নিশ্চিন্ত হৈ থাকক, আৰু আপোনাৰ প্ৰেয়সী ইতিভেনৰ সৈন্য আৰু দেশৰ বিষয়ে মই সকলো দিহা লগাম।

[ৰেণথিয়াং দুৱাৰখন জপাই ওলাই যায়। ইতিভেনে যাব খোজে। মণমুগ্ধই উঠি হাতত বন্ধা সোণৰ শিকলিডালত থাপ মাৰি ধৰি ৰাখে। ইতিভেনে ক্ৰুদ্ধা বাঘিনীৰ দৰে ফোপাবলৈ ধৰে।]

মণিমুগ্ধ : ইতিভেন। ইয়াৰ অৰ্থ?

ইতিভেন : অৰ্থ? অৰ্থ এই যে তুমি মোৰ দেশৰ কুমাৰীৰ সতীত্ব হৰণ কৰিছা।

মণিমুগ্ধ : অ' সেই দেখি তুমি সতীত্ব ৰক্ষা কৰিবলৈ সৈন্য-সামন্তৰে ল'ৰি আহিছা? হাঃ হাঃ হাঃ!

ইতিভেন : তুমি ৰূপালীমক হৰণ কৰি আমাৰ দেশক অপমান কৰিছা। নিৰাশ্ৰয়া অবলাৰ ওপৰত অত্যাচাৰ কৰিছা। মই দেশৰ মান, জাতিৰ মান ৰাখিবলৈ প্ৰাণ দিবলৈ আহিছোঁ।

মণিমুগ্ধ : মিছা কথা।

ইতিভেন : মিছা কথা?

মণিমুগ্ধ : অৱশ্য মিছা কথা। তুমি আহিছা তোমাৰ ঈৰ্যাৰ সন্তুষ্টিৰ বাবে— মোৰ ওপৰত প্ৰতিশোধ ল'বলৈ।

[ৰেণথিয়াং সোমাই আহে।]

বেছ্ কথা। অ' ৰেণথিয়াং। ইয়াৰপৰা যা, আ—ৰু মোক দে এবাটি ডাওৰ বাটিৰে চোকা ফটিকা— আৰু ইতিভেনক দে এবাটি ফট্‌ফটীয়া পানী— দে—আন—আ—ৰু—শুন ৰেণথিয়াং।

ৰেণথিয়াং। তইঁতে মোক আৰু নিশাটো কোনেও আহুকাল নকৰিবি। দুৱাৰত মাত্ৰ লিগিৰী থৈ দিবি—যি বিচাৰো যতনাই দিবলৈ। তাৰ বাহিৰে সকলো প্ৰমোদ নিস্তব্ধ। বুজিছ? মাত্ৰ মোৰ খিৰিকি—দুৱাৰৰ তলৰ পৰা নিশাৰ নিশাটো আহি থাকিব লাগিব— মৃদু সংগীতৰ গুঞ্জন—ধ্বনি। বুজিলি? দে ফটিকা।

ৰেণথিয়াং : [আচৰিত হৈ] ৰূকমী সৈন্যই দেখোন নগৰ বেঢ়ি থৈছে।

মণিমুগ্ধ : [চিঞৰি দাবি দি] মূৰ্খ, অপদাৰ্থ! মোৰ ইমান সৈন্য—সামন্ত থাকোঁতেও সেই চিন্তা মোক কৰিবলৈ দিছ? যা! এফালৰ পৰা সকলোকে নিৰ্মূল কৰ। ধ্বংস কৰ। অৱশিষ্টক বন্দী কৰ। ৰূকমীৰ ৰাজ্য ৰাতিৰ ভিতৰতে পুৰি ভস্ম কৰ। এখনো গাঁও যাতে বাকী নাথাকে। যা, মই খিৰিকিৰ পৰা ৰূকমীৰ কাৰেং দাহ কৰা, জুইৰ ৰঙা-নীলা শিখাবোৰ দেখিব লাগিব। [ৰেণথিয়াং যাব ধৰে] অ' আৰু শুন — ৰূপালীমক জীয়াই জীয়াই মোৰ আগত আনি দিব লাগিব। কোনো অংগত ঘুণ নলগাকৈ — যা।

[আটাইবোৰ ওলাই যায়। ৰেণথিয়াং ওলাই গৈ দুৱাৰ জপাব খোজোঁতেই ইতিভেন বাঘিনীৰ দৰে হুকৰি গৈ দুৱাৰত পৰি বিচেষ্টা হৈ দুৱাৰত ভুকুৱাবলৈ ধৰে। মণিমুগ্ধই গহীন হৈ ইতিভেনক বান্ধি থোৱা শিকলিডালত ধৰি একে আজোৰে পেলাই ধৰে। ইতিভেনে ততালিকে উঠি বহি ফোপাবলৈ ধৰে।]

ইতিভেন : তোমাৰ অভিপ্ৰায়?

মণিমুগ্ধ : তোমাক সাবটি ধৰি খিৰিকিয়েদি তোমাৰ ৰূকমী গাঁও ধ্বংস কৰা জুইৰ শিখা চোৱা।

ইতিভেন : তেন্তে সঁচাকৈয়ে — আমাৰ গাঁওবোৰ পুৰিব নেকি?

মণিমুগ্ধ : নুপুৰি ন-কৈ সাজিবলৈ মই ইমানবোৰ সৈন্য যাবলৈ কৈছোনে?

ইতিভেন : কি অধিকাৰত পুৰিবা?

মণিমুগ্ধ : যি অধিকাৰত তুমি মোৰ নগৰ অৱৰোধ কৰিছিলা।

ইতিভেন : ৰূপালীমক কি কৰিলা?

মণিমুগ্ধ : ৰূপালীম্ ইয়াৰপৰা পলাই গৈছে। আকৌ ধৰি আনি দিবলৈ কৈছোঁ।

ইতিভেন : কিয়? ৰূপালীমক কি কৰিবা?

মণিমুগ্ধ : মোৰ কুঁৱৰী...

ইতিভেন : [শয্যাত ঠেকেচা খাই বহি] কুঁৱৰী। তোমাৰ কুঁৱৰী—

মণিমুগ্ধ : অৱশ্যে মোৰ।

ইতিভেন : তাইক তোমাৰ কুঁৱৰী কৰিব নোৱাৰা।

মণিমুগ্ধ : কিয়?

ইতিভেন : তাই মান্তি নহয়।

[মণিমুগ্ধই খিলখিলাই হাঁহিবলৈ ধৰে আৰু এঢোক ফটিকা খাই আকৌ হাঁহিবলৈ ধৰে। এনেতে ৰূকমী আৰু প্ৰান্তদেশী সৈন্যবোৰৰ মহাসমৰ হয়। বিকট চিঞৰ আৰু কোলাহল হ'বলৈ ধৰে। ইতিভেন উত্তেজিত হয়।]

মণিমুগ্ধ : শুনিছা মোৰ সৈন্যই তোমাৰ ৰূপকমী বীৰসকলক কেনেকৈ দংশি নিব লাগিছে? আৰু অলপ সময়। তাৰ পিছত সকলো নিতাল মাৰিব। নিস্তব্ধতা হ'লে মই মোৰ অন্তৰৰ কথা তোমাক ক'ম ভাঙি-পাতি। তেতিয়া বুজিবা মই তোমাক কিমান ভালপাওঁ।

[ইতিভেন খণ্ডত একো নাই হৈ নিজকে বন্ধা সোণৰ শিকলিডালেৰে মণিমুগ্ধক অতৰ্কিতে বৰ টানকৈ কোব মাৰে। সেই কোব মণিমুগ্ধৰ মূৰত লাগি হো-হোকৈ তেজ ব'বলৈ ধৰে। মণিমুগ্ধ শয্যাত বাগৰি পৰি যায়। লাহে লাহে মূৰ্চ্ছা যোৱা যেন হয়। ইতিভেনে থৰ লাগি চকু টেলেকা কৰি চাই থাকে। তাৰ পিছত মণিমুগ্ধক মূৰ্চ্ছা

যোৱা যেন দেখি বিহ্বল হৈ মণিমুগ্ধৰ বাউসিত ধৰি জোকাৰি লৰালৰিকৈ পানী আনি মুখত-চকুত দিবলৈ ধৰে। বৰ উত্ৰাৱল আৰু বিচেষ্ট হৈ পৰে। তাৰ পিছত মণিমুগ্ধৰ মূৰটো নিজৰ কোলাৰ ওপৰত তুলি বৰ উদ্বিগ্ন হৈ মাজে-মাজে জোকাৰে। মণিমুগ্ধৰ সংজ্ঞা উভতি আহে আৰু ইতিভেন বুলি সেহাই মাতে।]

ইতিভেন : মণিমুগ্ধ! মণিমুগ্ধ! মই আছোঁ তোমাৰ ওচৰতে—

মণিমুগ্ধ : ইতিভেন। এঢোক ফটিকা দিয়া।

(ইতিভেনে ততাতৈয়াকৈ মুখত ফটিকা অলপ বাকি দিয়ে; ফটিকা খাই মণিমুগ্ধ কিছু সুস্থ হয়।)

মণিমুগ্ধ : ইতিভেন! বৰ দুখ দিলা। তুমি বৰ নিষ্ঠুৰা — তুমি মোক ভাল নোপোৱা ইতিভেন?

ইতিভেন : [হুকহুকাই কান্দিবলৈ ধৰে] মণিমুগ্ধ! বৰ ভাল পাওঁ— বৰ ভাল পাওঁ। তোমাক মই ভাল পাওঁ।

[মণিমুগ্ধক সাবটি ধৰি মুখত চুমা খাই গালখন মুখত লগাই কান্দি থাকে।]

মণিমুগ্ধ : ময়ো তোমাক বৰ ভাল পাওঁ।

ইতিভেন : তেন্তে আৰু তুমি ৰূপালীমৰ কথা নক'বা। তাইক আৰু ইয়ালৈ নানিবা।

মণিমুগ্ধ : কিন্তু ৰূপালীমৰ ৰূপ—ৰূপালীম্ সুন্দৰী—

ইতিভেন : [মণিমুগ্ধৰ মূৰটো কোলাৰপৰা নমাই থৈ] তুমি—তুমি—তুমি ৰূপালীমক ইয়ালৈ আনিব নোৱৰা।

মণিমুগ্ধ : নহয়—ৰূপালীমৰ সৌন্দৰ্য্য উপভোগ কৰিব নোৱাৰিলে মোৰ জীৱন অসাৰ্থক। তোমাক মই ভাল পাওঁ।

ইতিভেন : তোমাক মই এইবাৰ ৰূপালীমক লগ পোৱাৰ আগতে শেষ কৰিম। [ইতিভেনে আকৌ সোণৰ শিকলিৰ আগটোৰে মণিমুগ্ধক মাৰিবলৈ উদ্যত হওঁতেই মণিমুগ্ধই থিতাতে উঠি ইতিভেনৰ হাতত খাপ মাৰি ধৰি দুই হাতেৰে ইতিভেনক চোঁচোৰাই টানি আনে আৰু ইতিভেনে হাত-ভৰি এচাৰিবলৈ ধৰে। মণিমুগ্ধই কোনোমতেহে ধৰি ৰাখে।]

মণিমুগ্ধ : লিগিৰী। [লিগিৰী এজনী সোমাই আহে।]

মণিমুগ্ধ : চন্তৰী দুটা মাত।

[লিগিৰী ওলাই যায় আৰু চন্তৰী দুটা সোমাই আহে।]

মণিমুগ্ধ : চন্তৰী! এইক ভালকৈ বান্ধি — মোৰ বন্দীশালত থৈ দেগৈ।

[চন্তৰী আহি ইতিভেনক ধৰি বান্ধিবলৈ উলিয়াই নিব খোজে।]

ইতিভেন : [চিএৰি কয়] তোক মই ঘিণ কৰোঁ। ঘিণ কৰোঁ—
মণিমুগ্ধ : ইতিভেন! মই তোক ভাল পাওঁ।
ইতিভেন : বৰ্ব্বৰ। ঘিণ কৰোঁ — মই তোক ঘিণ কৰোঁ।
[চন্দ্ৰীয়ে টানি উলিয়াই নিয়ে।]
মণিমুগ্ধ : মই তোমাক ভাল পাওঁ। বৰ ভাল পাওঁ।
[তাৰ পিছত মণিমুগ্ধই কোঠাটোৰ মাজতে জলকা লাগি বৈ থাকে। লিগিৰীয়ে দুৱাৰখন জপাই দিয়ে। লাহে লাহে মণিমুগ্ধ আহি এবাটি ফটিকা লৈ খায়। এনেতে দূৰৈত খিৰিকিয়েদি গাঁও পোৰা জুইৰ শিখা উজ্জ্বল হৈ জ্বলি উঠে আৰু তলত কোঢ়াল হয়। মণিমুগ্ধই ফটিকাৰ বাটিৰপৰা আৰু এঢোক খায়গৈ। খিৰিকি দুৱাৰত ভৰি বহলকৈ মেলি কঁকালত হাত দি দূৰৰ জুই চাই বৈ এবাৰ পিশাচৰ দৰে হাঁহি কয়।]
মণিমুগ্ধ : [ডাঙৰকৈ কয়] তিৰোতাৰ ঈৰ্ষাৰ জুইত এটা জাতি জহি যাব লাগিছে। [সাউৎকৈ ঘূৰি]
হাঃ হাঃ হাঃ

ঐক্যতান

## পঞ্চম অঙ্ক

### প্ৰান্ত-দেশৰ সীমাৰ ওচৰৰ এখন অগাধ জাৰণি

### সময় : দিনৰ ভৰ দুপৰ

[জাৰণিৰ মাজৰ এজোপা বৰ গছৰ তলৰ এডোখৰ মুকলি ঠাই। বৰ ডাঠ হাবি দেখি তালৈ ৰ'দৰ পোহৰ বৰকৈ সৰকিব পৰা নাই। সেয়েহে ঠাইডোখৰ এন্ধাৰ-পোহৰুৱা। কিছু দূৰত জাৰণিৰ মাজে-মাজে দুই-এঠাইত চকা-মকা ৰ'দৰ চিক্‌মিকনি দেখা গৈছিল। বৰ গছৰ তলত ক্ষীণাই-শুকাই বৌদ্ধ ভিক্ষুৰ সাজেৰে ৰুকমী ৰজা গছৰ গাত আঁউজি বহি আছে। তেওঁৰ দুযোকাষে লেৰেলা-চেপেটা বৌদ্ধ সন্ন্যাসীৰ সাজে চাৰিজন ৰুকমী বিষয়া। সিহঁতে ভোক-পিয়াহত কলমটিয়াব লাগিছে।]
ৰুকমী ৰজা : [বৰ কাতৰ আৰু হতাশ হৈ] ৰাজ্য গ'ল— ৰাজভোগ গ'ল। বনখাৰখিও নিমিলা হ'ল— লাওপানী ফটিকাতো দূৰৰ কথা শেষত এতিয়া প্ৰাণ যায় যায়। কি উপায়?
প্ৰথম বিষয়া : নিৰুপায় প্ৰভু! মোৰ কণ্ঠটো শুকালেই, এতিয়া ওঠ শুকালে বিপদ। দেখাদেখিকৈয়ে গছৰ পাত আৰু শিপা চোবাই কিমান দিন?
ৰজা : বিদ্ৰোহ—বিদ্ৰোহ—এতিয়া দেখিছোঁ— শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গও বিদ্ৰোহী হ'বগৈ।

দ্বিতীয় বিষয়া ঃ প্ৰভু! মোৰ মনেৰে ওচৰৰ কোনো বৌদ্ধ মঠত আশ্ৰয় লোৱাৰ বাহিৰে আন একো উপায় নাই।

তৃতীয় বিষয়া ঃ সেয়ে হ'লে মণিমুগ্ধৰ সৈন্যৰ হাতত পৰিব লাগিব। তেতিয়া প্ৰাণৰ সংশয়।

ৰজা ঃ অৱশ্যে তেনে কাম কৰিব নোৱাৰি। মণিমুগ্ধই আমাক জীয়াই জীয়াই পুতি থ'ব।

চতুৰ্থ বিষয়া ঃ তেন্তে প্ৰভু! এইদৰে আৰু কিমান দিন অৰণ্যত বাস কৰিব লাগিব? যি এটা মানুহ আহাৰ আৰু ফটিকাৰ কাৰণে পঠোৱা হৈছিল সিও—

ৰজা ঃ ফটিকা—ফটিকা—উস্ এটোপা পালেই প্ৰাণ ৰক্ষা হয়। ক'তা ৰিমু দেখোন উভতি নাহিল।

প্ৰথম বিষয়া ঃ প্ৰভু! ৰিমুলৈ বাট চাই বহি থকাৰ সকাম নাই। তাৰ বহুতো বিপদ হোৱা সম্ভৱ আছে।

ৰজা ঃ আছেতো। আমাৰ ফটিকা বিচাৰি যাওঁতে কোনোবা তিৰোতাই তাক বশ কৰিবও পাৰে।

দ্বিতীয় বিষয়া ঃ প্ৰভু! সি তিৰোতা দেখি ভোল যোৱা বিধৰ মানুহ নহয়।

ৰজা ঃ হেঃ! সি ভোল নগ'লে কি হ'ল? তিৰোতাতো তাক দেখি ভোল যাব পাৰে আৰু এবাৰ এজনী তিৰোতাৰ চকুত যদি সি পৰিল —

চতুৰ্থ বিষয়া ঃ হয়, হয়। পৰা মাত্ৰকেই তিৰোতাই যে তাক ডিঙিত গচক মাৰি ধৰিব, ইও ধ্ৰুপ।

ৰজা ঃ আৰু সি বেটীহঁতৰ কোমল তলুৱা চেলেকিবলৈ পাই আমাৰ টেকেলি কাতি কৰি থৈ তিৰোতাৰ মৰমৰ বাতি জ্বলাব। হাঃ হাঃ হাঃ! কিন্তু মই ফটিকা এটোপা নেপালেহে এতিয়া শৰীৰৰ সতে সম্বন্ধ ছিঙিব লাগিব। কি উপায়? উস্! মোৰ মূৰটো ঘূৰাইছে আৰু গাৰ যোৰাবোৰ সোলোকা সোলোকা লাগিছে।

[ধকমী ৰজা লাহে লাহে কলমটিয়াই কলমটিয়াই ঢলি পৰি যায় আৰু গছৰ গাতে চেপেটা দি লালকাল দি থাকে। বাকী বিষয়াকেইজনেও হামি-হমুনিয়াহ চাৰি হামিয়াই-হেকটিয়াই বহি বাৰে বাৰে ডিঙি মেলি মেলি দূৰলৈ চাবলৈ ধৰে। এনেতে কোনোবাই শুকান পাত গচকা শুনা যায়। বিষয়াকেইটাই উচপ খাই উঠি ভয় খাই চুচুক-চামাককৈ পলোৱাৰ দিহা কৰিব খোজোঁতেই ৰিমুৰে কাষলতিত এটা চুঙা ওলোমাই দুখ মনেৰে তাত ওলায়হি। ৰিমুক দেখি বিষয়াকেইটাৰ মনত আনন্দ আৰু আশাৰ ৰেখা বিৰিঙি উঠে। আটাইকেইটাই

'ৰিমু' বুলি দীঘল উশাহ লয়। বিমুৰ নাম ৰজাৰ কাণত পৰা মাত্ৰকে তেওঁ জাঁপ মাৰি উঠে।]

ৰজা : এয়া ৰিমু — দে ফটিকা।

[একে চোঁচাই ৰিমুৰ ওচৰ পাই ৰিমুৰ কাষলতিৰপৰা চুঙাটো সোলোকাই নি গছৰ তলত ঠেকচ কৰে পাছ হুহকি বহে আৰু চুঙাৰ মুখেৰে মুখত ফটিকা বাকে। গোটেইটো চুঙা উবুৰিয়াই দিলতো এটোপাও ফটিকা নসৰাত খঙত উগ্ৰমূৰ্ত্তি হৈ পৰে।]

ৰজা : মহাপাপী— বিশ্বাসঘাতক— ফটিকা নাই! যা— ৰসাতলে।

[ফটিকাৰ চুঙা ৰিমুৰ গালে মাৰি পঠিয়াৱ আৰু চুঙাটো ভাঙি চুৰ-মাৰ হয়। বিষয়াকেইটাও থানবান হৈ ফাঁহি ছিটিকাদি দূৰে দূৰে ৰয়গৈ।]

ৰজা : [গৰ্জ্জি] নোম-নেগুৰ নোহোৱা বান্দৰ! এটোপা ফটিকাও আনিব নোৱাৰিলি? অকামিলা— অপদাৰ্থ!

[কমী ৰজাই খঙত ফোপাউৰিয়াই ঘোঙটোৰ ৰে খঙত মহটিয়াবলৈ ধৰে আৰু এবাৰ ৰিমুৰ ওচৰলৈ চোঁচা মাৰি তাৰ গাত হাত দিওঁ-নিদিওঁকৈ উভতি আহি হাত-ভৰি এছাৰি আকৌ এবাৰ গৈ তাৰ বাহুত ধৰি জয়ঘণ্টা লৰায়।]

ৰজা : কটা! এই সামান্য কাম এটাকে যদি সংসাৰলৈ আহি কৰিব নোৱাৰিলি, তেন্তে সংসাৰলৈ আহিছিলি কিয়? মাৰৰ পেটতে সোমাই নেথাকিলি কিয়? আৰু আহিলিয়েই যদি হাত-ভৰি লগা মঙহৰ টোপোলাটো যেন হৈ থাকিলি কিয়? নানিলি কিয়? নানিলি কিয়?

ৰিমু : শুনক ৰজা! নুশুনাকৈয়ে কিয় খং খায়? কমী ৰাজ্য আৰু ৰাজধানী নাই। কমী ৰাজ্য আৰু নাই [হাও-হাওকৈ কান্দি] পুৰি ছাই কৰিলে — ছাই কৰিলে।

ৰজা : ছাই কৰিলে কেনেকৈ?

ৰিমু : মণিমুগ্ধই আমাৰ কমী ৰাজ্য জুই লগাই পোৰাই দিলে — একো নাই। হাবিয়ে-বননিয়ে পৰ্ব্বতে-পাহৰে কমীবোৰ খাবলৈ নাপাই ঘৰ-বাৰীহীন হৈ ঘূৰি ফুৰিছে।

ৰজা : সিহঁতৰ ফটিকাৰ টেকেলি লগত লৈ যোৱা নাইনেকি?

ৰিমু : মুখত দি প্ৰাণ ৰাখিবলৈ এটা ধানৰ সঁচো নাই।

ৰজা : [হাঁহি] দেখিছা বিষয়াসকল! ঈশ্বৰ কেনে ধাৰ্ম্মিক। দেখিলা ঈশ্বৰৰ কেনে ধৰ্ম্মলৈ মতি। তেওঁ কেনে ন্যায়পৰায়ণ, সাধু আৰু হাতে হাতে ফল দিওঁতা ভকত। আমি ৰজা হৈছো ঈশ্বৰৰ অংশ। তেওঁৰ নিৰ্দ্দেশমতে আমি প্ৰজা পালি আছো। সেয়ে তেনে ৰজাৰ ওপৰত বিদ্ৰোহ তুলি, তিৰোতা মানুহৰ কথাত সিংহ-পীৰাৰপৰা নমাই দিয়া

মহাপাপ আচৰাৰ ফলত থিতাতে হাতে হাতে অচিৰেই কেনে ফল মিলালে। হে ঈশ্বৰ! ধন্য তোমাৰ বিচাৰ। তোমাৰ বিষয়ে মানুহে কি বিচাৰ কৰিব।

প্ৰথম বিষয়া ঃ প্ৰভু! ঈশ্বৰ যে এজন ভাল মানুহ সেই বিষয়ে মই সদায় বিশ্বাস কৰি আহিছোঁ। পিছে, আমাক ৰাজ্যৰপৰা খেদোৱাৰ সময়ত তেখেতে সম্ভৱ ৰং-তামাছা কৰি আছিল, সেই কাৰণেহে তেতিয়াই মন কৰিব নোৱাৰিলে।

দ্বিতীয় বিষয়া ঃ অৱশ্যে, অৱশ্যে। তেওঁক বোধ কৰোঁ সেই সময়ত বেছিকৈ নিচাই ধৰিছিল, তথাপি যে তেওঁ দুষ্টক দমি বেলিকৈ হ'লেও কৰ্ত্তব্য কৰিলে তাতে আমি তেওঁৰ ওপৰত সন্তুষ্ট নহৈ নোৱাৰোঁ।

ৰজা ঃ লাওপানী— লাওপানী— লাওপানী যে নাই কি উপায়? তেন্তে বিষয়াসকল! লাহে লাহে আমি আৰু এই ঠাইৰপৰা গতিহে কৰিব লাগিব।

প্ৰথম বিষয়া ঃ নকৰিলে নহ'ব। যেনে-তেনে প্ৰাণ ৰাখিবই লাগিব।

ৰিমু ঃ ৰজা, মোক এৰি দিব লাগে।

ৰজা ঃ কিয়?

ৰিমু ঃ ৰজা! মোৰ নিজৰ প্ৰাণ ৰাখি ৰাইজৰপৰা আঁতৰি থাকিবৰ ইচ্ছা নাই। মোৰ মানুহ, মোৰ দেশৰ যি দুদ্দশা হৈছে, মই তাৰ ভাগ লওঁগৈ।

ৰজা ঃ [গৰ্ভৰ ভিতৰৰপৰা ঢেক্‌ঢেকাই হাঁহি] হেঃ হেঃ হেঃ! দুৰ্দ্দশাৰ ভাগ লয়গৈ! হেৰ', তোৰ যদি দুৰ্দ্দশাৰেই ইমান ভাগ ল'বলগীয়া হ'ল তেন্তে আমাৰ এই দশা সুদশা হৈছে জানো? নিধক! তলগুজৰীয়া পাপিষ্ঠ! হোঃ— তোৰ কথা হ'বলা মই নুবুজোঁ? আমাৰ লগত ডেকা ছোৱালী নাই দেখি আমাৰ দুৰ্দ্দশা দুৰ্দ্দশাই নহয়— সেই দেখি সিহঁতৰ দুৰ্দ্দশাৰ ভাগ ল'বৰ মন গ'ল!— হেঃ হেঃ— অ' তোক উকা দুৰ্দ্দশা নালাগে, ছোৱালীৰ মিচিকি হাঁহি সনা দুৰ্দ্দশা লাগে।

ৰিমু ঃ নহয় ৰজা! দেশ স্বজাতিৰ কথা সকলোৰে ওপৰত।

ৰুকমী ৰজা ঃ ওপৰততো — অৱশ্যে ওপৰত। সেই ডাঙৰ কথাৰ ডাঙৰ জাপিটো তৰি লৈ তাৰ ছাঁৰ তলত বহি মদে-ভাতে, হাঁহে-কুকুৰাই, গাভৰুৱে গা পিটিকিয়াই শুই থকাৰ মতলব! হেঃ হেঃ হেঃ। তহঁতৰ [illegible] নোৱাৰোঁ বুলি ভাবিছ?

[ৰিমু তাৰপৰা বেজাৰ মনেৰে ঢাৰগৈ]

তৃতীয় বিষয়াঃ জঙ্গল এই ৰিমু কোনোবা তিৰোতাৰ বুদ্ধিত পৰিছে। সিঁহতে আমাক ৰাজ্যৰপৰা খেদিলে। আজি সাতপুৰুষীয়া সিংহাসনৰপৰা ৰজাক নমোৱালে। তিৰোতাৰ বাজী বুদ্ধিৰে মণিমুগ্ধক জোকাই এই হেন সোণৰ ৰুকমী ৰাজ্য ধ্বংস কৰালে। এতিয়া শেষত ৰজাৰ একমাত্র ভৰসাৰ স্থূল কণাৰ লাখুটি — এই ৰিমু ডেকাকো বেকা কৰি বিহ খুৱায়। দেখিছে প্ৰভু! কেনে দুষ্ট বুদ্ধি তিৰীৰ!

ৰজা ঃনাই, আৰু একো বাকী ৰখা নাই। পাপিনী, শাখিনী, যখিনীহঁতে সকলোৰে মুদা মাৰিলে। সকলোৰে গুৰি এই তিৰোতাবোৰেই। বিষয়াসকল! এইবাৰ মই ৰাজ্য পালেই সকলো তিৰোতাকে চাণ্ডত তুলি ধোঁৱা দি দি মাছ শুকুৱাদি শুকুৱাই চিৰা-চেপেটা কৰিম। এজনী তিৰোতাৰো সঁচকে নাৰাখোঁ।

দ্বিতীয় বিষয়া ঃ অৱশ্যে তেনে কৰিলে — সকলো ৰাজ্য তিৰোতাৰ হাতলৈ যাব। আজি আমাৰখন, — কাইলৈ কাৰোবাৰখন, — এইদৰে গোটেই পৃথিৱী জুৰি সিহঁতৰ ৰাজ্য বহিব।

[এনেতে বাহিৰত শুকান পাতৰ ওপৰত খৰমৰণি উঠে]

ৰজা ঃ [বৰকৈ উচপ খাই চকু টেলেকাকৈ বিষয়াবোৰৰ চকুলৈ চায় আৰু সিহঁতকো ভয় খোৱা যেন দেখি নিজেই বৰ বিহ্বল হয়।] বিপদে দেখোন ঘেৰি আনি গাৰ ওপৰতে তুলিলেহি। তেন্তে— তেন্তে— [বিষয়াকেইজনে ইটোৱে সিটোৰ চকুলৈ চাই আৰু ৰুকমী ৰজাক তাতে এৰি থৈ লাহে লাহে চুচুক-চামাককৈ হুহকি ওলাই যায়গৈ। ৰুকমী ৰজাই কি কৰোঁ কি নকৰোঁকৈ থাকোঁতেই বাহিৰত আকৌ ডাঙৰকৈ খৰখৰণি শুনা যায়। শুনা মাত্রেই ৰুকমী ৰজাই 'ধৰিলে ঔ' বুলি চিঞৰ শোধাই এক দীঘল জাঁপে তাৰপৰা পলাই পত্রং দিয়ে আৰু অলপ পিছতে হেলাই-হেফাই ইটোৰ গাত সিটো আঁউজি মায়াব' আৰু ৰূপালীম্ আহি তাত ওলায়।]

ৰূপালীম্ ঃমায়াব'— মায়াব'— মই আৰু খোজ কাঢ়িব নোৱাৰোঁ। মোৰ গাটো সুলকি পৰিব খুজিছে। মায়াব'! মোৰ বৰ পিয়াহ লাগিছে— মায়াব'—

মায়াব' ঃ [ৰূপালীমৰ গাত হাত ফুৰাই] ৰূপালীম্! আহাঁচোন। তুমি ইয়াতে অলপ বহা। মই তোমালৈ পানী বিচাৰি আনোগৈ।

[এই বুলি মায়াব'ই ৰূপালীমক মাটিতে বহুৱায়]

ৰূপালীম্ ঃমায়াব' — মোৰ বৰ পিয়াহ লাগিছে। পিছে, তুমি পানী বিচাৰি গ'লে মই অকলে কেনেকৈ থাকিম?

[বৰ করুণ ভাবেৰে মায়াব'ৰ ফালে চায়।]

মায়াব' ঃ [ভাবি] কিহৰ ভয়? সৌৱা নিজৰাৰ মাত শুনা নাইনে? ওচৰতে আছে। তুমি এখন্তেক ৰ'বা। মই লৰ মাৰি পানী আনো।

[মায়াব'ই নিজৰ হাতৰ কুঠাৰখন ৰূপালীমৰ হাতত দি পানী আনিবলৈ লৰ মাৰে। ৰূপালীম্ বৰ ব্যগ্ৰ হৈ অপেক্ষা কৰি থাকে। অলপ পিছতে মায়াব'ই কচুপাতত পানী আনি ৰূপালীমক দিয়ে আৰু ৰূপালীমে খায়।]

মায়াব' : [ৰূপালীমৰ পানী খোৱা হ'লত] এতিয়া ভাল পাইছানে?

ৰূপালীম্ : ওঁ— মই অলপ শোওঁ, নহ'লে মই আৰু জীয়াই নাথাকোঁ। বৰ ভাগৰ—

মায়াব' : বাৰু শোৱা—

[মায়াব'ই কোলা পাতি ৰূপালীমৰ মূৰটো কোলাত লয় আৰু গাৰ কাপোৰৰ আগেৰে বিচি দিয়ে আৰু ৰূপালীমৰ মূৰত হাত ফুৰাই। এনেতে কুকুৰৰ 'ভুকভুকনি শুনা যায়। দুয়ো চক্ খায় উঠে। মায়াব'ই ৰূপালীমৰ মূৰটো কোলাৰপৰা নমাই আৰু গিৰিপকৈ উঠি দুয়োফালে চায়।]

মায়াব' : ৰূপালীম্! আমি আৰু ইয়াত থাকিলে ভাল নহ'ব। আমাক বিচাৰি বোধ কৰোঁ কেনোবা নিশ্চয় আহিছে। সিহঁতৰ লগৰ কুকুৰে আমাৰ গমগতি পাই ভুকিছে। অ' সৌৱা দূৰত মানুহ— সেনা— ব'লা, ব'লা উঠা।

ৰূপালীম্ : মায়াব'— মোৰ আৰু শক্তি নাই। মোক ইয়াতে এৰি থৈ— তুমি পলাই সাৰা। মই কেনেকৈ উঠিম? মোৰ কঁকালৰপৰা তলছোৱা থৰ হ'ল। [মায়াব' বৰ উদ্বিগ্ন হৈ কি কৰোঁ কি নকৰোঁ হৈ এবাৰ হঠাৎ ৰূপালীমক কোলাকৈ দাঙি লয় আৰু এফালে ওলাই যাবলৈ ধৰোঁতে — সেইফালৰপৰা কুকুৰৰ ভুক্‌ভুকনি শুনি ওভোতাফালে যাবলৈ ধৰোঁতে চাৰিটা সশস্ত্ৰ সৈনিকে মুক্ত তৰোৱালেৰে আগভেটি মায়াব'লৈ পোনাই আহি থিয় হয়। তাতে মায়াব'ই আকৌ প্ৰথমে যাব খোজাফালেই ৰূপালীমক কোলাত লৈ লৰ মাৰিব খোজে, কিন্তু সেইফালৰপৰাও পাঁচটামান সশস্ত্ৰ সৈনিকে আগভেটি ধৰে আৰু ৰেণথিয়াং আহি আগত থিয় হয়। মায়াব' বিমোৰ হৈ থৰ লাগি সেইদৰে ৰয়।]

ঐক্যতান

## ষষ্ঠ অঙ্ক

### মণিমুগ্ধৰ প্ৰাসাদৰ এটা সুসজ্জিত কোঠা

### সময় : নিশা

[কোঠাটো দীঘল— বহুদূৰলৈকে গৈছে। তাৰ সিফালে গোটেই দেৱাল ঘূৰি এখন বিৰাট গবাক্ষ। সেইফালেদি বহু-দূৰলৈকে বিস্তৃত সুন্দৰ ফুলনি দেখা গৈছে। বাতি কোঠাটোত

গছাই গছাই শ শ প্ৰদীপ জ্বলোৱা হৈছে। মঞ্চৰ সন্মুখ ভাগত এখন সুন্দৰ পালঙ্ক পতা আছে। মণিমুগ্ধই অতিকৈ শুভ্ৰ শুৱনি সাজ-পাৰ পিন্ধি শয্যাত আৰামকৈ বহি ফটিকা খাব লাগিছে। শয্যাৰ একাষে দহজনীমান ছোৱালীয়ে হাতত বীণা, কৰতাল আৰু বাঁহী লৈ ঐক্যতানত বাজনা বজাব লাগিছে। দুজনী লিগিৰীয়ে ফটিকা বাকি খুৱাব লাগিছে।]

মণিমুগ্ধ : লিগিৰী! ৰেণথিয়াং—

[এজনী লিগিৰী সেৱা জনাই ওলাই যায় আৰু অলপ পৰৰ পিছতে ৰেণথিয়াঙৰ সৈতে সোমাই আহে।]

ৰেণথিয়াং : প্ৰভু!

মণিমুগ্ধ : বন্দীবোৰক প্ৰাণদণ্ডৰ কাৰণে সাজু কৰা হৈছেনে?

ৰেণথিয়াং : হয় প্ৰভু। ঘাতকবোৰ সাজু হ'ব ধৰিছে। মাজনিশা এটা এটাকৈ প্ৰাণদণ্ড পোৱা বন্দীবোৰক হত্যা কৰা হ'ব আৰু তাৰ পিছতে বাকী থকা ৰূকমী গাঁওবোৰ সমূলঞ্চে ধ্বংস কৰি ৰূকমী কাৰেংটোত জুই দিয়া হ'ব।

মণিমুগ্ধ : বাৰু। আৰু গাঁও-ভুঁই পুৰিব নালাগে। কাৰেঙো একো নকৰিবি। ৰূপালীমক এই আদেশৰ কথা জনোৱা হৈছে নে নাই।

ৰেণথিয়াং : হৈছে প্ৰভু!

মণিমুগ্ধ : তাই এই বাতৰি কেনেভাৱে গ্ৰহণ কৰিছে?

ৰেণথিয়াং : শুনি তাই মূৰ্চ্ছাপ্ৰায়। তাৰ পিছত অবিৰল কান্দিব লাগিছে। সেই কান্দোন এতিয়াও মাৰ যোৱা নাই।

মণিমুগ্ধ : সুন্দৰ হৈছে। চকুপানীৰ বাৰিষাৰে কোমল হোৱা অন্তৰৰ মাটিত মই চাহ কৰি মোৰ বাসনাৰ কঠীয়া পেলাবৰ উপযুক্ত সময় হৈছে। লৈ আহ ৰূপালীমক — সুন্দৰকৈ সজাই ফুল-চন্দনেৰে।

[ৰেণথিয়াং ওলাই যায়। মণিমুগ্ধই দীঘলকৈ হুমুনিয়াহ পেলাই এঢোকা ফটিকা খাই, দাৰ্শনিক কলা, বিশাৰদৰ সৌন্দৰ্য্যপিপাসু দৃষ্টিৰে চাৰিওফালে চাই লয়, আপোন মনে নিজেই অলপ হাঁহি কয়।]

মণিমুগ্ধ : কি সুন্দৰ ৰূপালীম্— কেনে কোমল তাইৰ মাংস-পেশীবোৰ,— কেনে গোলাপৰ পাহিৰ দৰে নিমজ তাইৰ ছাল! বিদ্যাধৰীসকল! বজোৱা— সুন্দৰ সুৱদি বেহাগ— মোৰ প্ৰাণ বিৰহত ব্যাকুল হৈ পৰক। আকৌ বজোৱা কামোদ— মোৰ বাসনাৰ ৰঙা গোলাপ এপাহ এপাহকৈ ফুলি উঠক। তাৰ তীব্ৰ সুৰভিৰ মাদকতাত মই মতলীয়া হৈ ৰূপালীমক দুগুণ সুন্দৰী দেখোঁ। আৰু মোক আনি দিয়া মিছৰীহাছিছ — তাৰ অলপ সেৱন কৰি—সকলোকে সপোনৰ মায়াবী কোঠালিলৈ লৈ যাওঁ।

[এজনী লিগিৰীয়ে সৰু টেমাত হাছিছ দিয়ে। মণিমুগ্ধই মুখত লৈ এবাটি ফটিকা হাতত লয়। লাহে লাহে সপোনবলীয়া হৈ আহে। শয্যাত বহি বাদিকাবোৰক ইঙ্গিত দিয়াত সিহঁতে ঝঙ্কাৰি ঝঙ্কাৰি বীণাত মূৰ্চ্ছনা দিবলৈ ধৰে।]

মণিমুগ্ধ : বজোৱা, মূৰ্চ্ছনা আৰু মূৰ্চ্ছনাৰ লগে লগে মোৰো ৰূপৰ পিয়াহ আৰু ছন্দেৰে সমন্বয় ৰাখি বাঢ়ি বাঢ়ি তন্দ্ৰালোকৰ তাৰাগ্ৰামলৈ উঠি যাওক আৰু তাৰা স্বৰৰ দৰে তীব্ৰ হৈ পৰক। যাতে ৰূপালীমৰ ৰূপৰ সূক্ষ্মাতিসূক্ষ্ম সৌন্দৰ্য্যও মোৰ অনুভূতিত ধৰা পৰে। ৰূপালীমৰ ৰূপৰ সোৱাদৰ সূক্ষ্মতৰ মৌখিনি যাতে মোৰ ওঁঠে উপলব্ধি কৰিব পাৰে। যাতে মোৰ চুলিৰ আগে, ভৰিৰ আঙুলিৰ নখে, হাড়ৰ ভিতৰত থকা হিমজুৰেও ৰূপালীমৰ ৰূপৰ পৰশত শিয়ঁৰি সুখ পায়। মোক লাগে ৰূপালীমৰ ৰূপৰ পূৰ্ণ উপভোগ— ৰূপালীম্—

[এনেতে ৰেণথিয়াঙে ৰূপালীমক লৈ সোমাই আহিল। ৰূপালীম্ ফুল-পাতেৰে সুশোভিতা মানুহৰ হাতত বন্দিনী হোৱা বনদেবীৰ দৰে ৰ লাগি ৰ'ল। ৰূপালীমৰ ৰূপৰ জমকত মণিমুগ্ধ অভিভূত হ'ল। অথিৰ অবিৰ অসংযতভাৱে ৰূপালীমলৈ চাবলৈ ধৰিলে। তাৰ পিছত নিজক সংযত কৰি কঠোৰ হৈ ৰূপালীমৰফালে কিছুপৰ একেথৰে চাই থাকি প্ৰশ্ন কৰিলে।]

মণিমুগ্ধ : ৰূপালীম্! তোমাৰ মায়াব' আৰু বুঢ়া বাপেৰাক চাবানে?

ৰূপালীম্ : [বৰ উদ্বিগ্ন হৈ] ক'তা? ক'তা? মোক নিয়া — টানি নিয়া— নিয়া— নিয়া —

মণিমুগ্ধ : নহয়— তুমি সিবিলাকক চাব নোৱৰা।

ৰূপালীম্ : কেলৈ? কিয়? মায়াব'— অ' মায়াব'! মই মায়াব'ক চাওঁ।

মণিমুগ্ধ : সিহঁতক আৰু ক'ত চাবলৈ পাবা? অলপ পৰৰ পিছতে সিহঁতৰ মূৰ গাৰপৰা ছিগি পৰিব।

ৰূপালীম্ : [উত্ৰাৱল হৈ] কিয়— কিয়— কেলৈ?

মণিমুগ্ধ : সিহঁতে মোৰ ৰাজ্য আক্ৰমণ কৰাৰ বাবে মই সিহঁতৰ প্ৰাণদণ্ডৰ হুকুম দিছোঁ। ৰাতি পুউৱাৰ আগতেই আটাইবোৰকে মাৰি পেলোৱা হ'ব।

[ৰূপালীমে থৰ লাগি মণিমুগ্ধৰ চকুলৈ চাবলৈ ধৰে। তাৰ পিছত 'আপু' বুলি চিএৰ এটা মাৰি হুক্‌হুককৈ কান্দিবলৈ ধৰে। কান্দি কান্দি মাটিত থাঁচ কৰে পৰি যায় আৰু কান্দি কান্দি মণিমুগ্ধৰফালে চৌচৰি চৌচৰি আহে। বৰ করুণভাৱে মণিমুগ্ধক কয়—]

ৰূপালীম্ : তেনে নকৰিবা। কেলৈ মাৰি পেলোৱাবা? তোমাক মোৰ বুঢ়া

আপুৰে একো কৰা নাই— নামাৰিবা—মায়াব' বৰ ভাল— আপু বৰ বুঢ়া মানুহ—

মণিমুগ্ধ : ৰূপালীম্। তুমি মোক কৈছা, কিন্তু মই কিয় তোমাৰ কথা ৰাখিম? তুমি মোৰ এটা সামান্য কথাকে ৰাখিবলৈ মান্তি নোহোৱা—

ৰূপালীম্ : কি—? কি—? কি কথা? কোৱা—।

মণিমুগ্ধ : কি কথা? তোমাৰ এই সোণাময় শৰীৰটো মোক নিজ মনেৰে দান কৰিবলৈ— তোমাৰ ৰূপ উপভোগ—

[(ৰূপালীমে মণিমুগ্ধৰফালে, তীব্ৰভাৱে চাবলৈ ধৰে।]

মণিমুগ্ধ : বুজিছা? যদি এই শৰীৰ মোক দান কৰা, তেতিয়াহ'লে তোমাৰ মায়াব'ক এৰি দিম-

[ৰূপালীম্ উঠি মণিমুগ্ধৰ ওচৰলৈ আহি]

ৰূপালীম্ : সঁচাকৈয়ে? সঁচাকৈয়ে— এৰি দিবা—? মোৰ— বুঢ়া আপুকো?

মণিমুগ্ধ : সকলোকে— তোমাৰ দেশৰ সকলো মানুহক।

ৰূপালীম্ : তেনে তাকে কৰা, তাকে কৰা। তুমি মোক যি কৰিবলৈ কোৱা মই তাকে কৰিম। মই তাকে কৰিম। সিহঁতক এৰি দিয়া। সিঁহতক এতিয়াই এৰি দিয়া।

মণিমুগ্ধ : সঁচাকৈয়ে কৈছানে?

ৰূপালীম্ : সঁচাকৈয়ে— সঁচাকৈয়ে— মই শপত খাইছোঁ। মায়াব'ৰ শপত। সিহঁতক এৰি দিয়া— এৰি দিয়া।

মণিমুগ্ধ : বাৰু, তেন্তে কোনো কথা নাই। সিঁহত সকলোৱে মুক্তি পাব। ৰেণথিয়াং! যোৱা বন্দীবোৰক ইয়ালৈ লৈ আহাঁগৈ।

[ৰেণথিয়াং সাউৎকৈ ওলাই যায়। ৰূপালীমে কি কৰোঁ কি নকৰোঁকৈ তাতে জলকা লাগি ৰৈ থাকে আৰু মণিমুগ্ধই এঢোক-দুঢোককৈ ফটিকা পিবলৈ ধৰে।]

ৰেণথিয়াং : [বাহিৰৰপৰা] প্ৰভু! বন্দীসকল উপস্থিত।

মণিমুগ্ধ : উপস্থিত কৰাহি।

[ৰেণথিয়াঙে বন্দী জুনাফা, মায়াব' ইতিভেনক তালৈ লৈ আহে।]

ৰূপালীম্ : আপু! আপু!

[জুনাফাক সাৱট মাৰি ধৰিবগৈ আৰু জুনাফায়ো সাবটি ধৰি চুমা খায়। ৰূপালীমে জুনাফাৰ বুকুত মূৰটো গুজি সোমাই থাকে]

মণিমুগ্ধ : বন্দীসকল! তোমালোকক মুক্তি দিয়া হৈছে।

ইতিভেন : কিয়?

মণিমুগ্ধ : ইতিভেনট। [illegible] ৰূপালীমে তোমালোকৰ মুক্তিৰ লাগি মোক নিজৰ দেহা উপহাৰ দিছে।

[আটাইবিলাক বন্দীয়ে 'কি?' বুলি গৰ্জ্জি উঠে]

জুনাফা : ৰূপালীম্! সঁচানে?

ৰূপালীম্ : [আনন্দেৰে] সঁচা।

জুনাফা : [খঙত] অসতী!

[ৰূপালীমক নিজৰ গাৰপৰা আচাৰ মাৰি দূৰলৈ মাৰি পঠিয়াই। ৰূপালীমে দূৰত উফৰি পৰেগৈ। জুনাফাৰ আচৰণৰ অৰ্থ বুজিব নোৱাৰি ৰূপালীম্ অবাক হৈ থাকে।]

মণিমুগ্ধ : ৰেণথিয়াং! তুৰন্তে এই বন্দীবোৰক ইয়াৰপৰা আঁতৰাই নে।

[ৰেণথিয়াঙে তিনিওকো আঁজোৰ মাৰি লৈ যায়। ইতিভেনে আঙুলি দাঙি কিবা ক'বলৈ প্ৰয়াস কৰে, কিন্তু ৰেণথিয়াঙে মুখত হাতেৰে সোপা দি আঁজুৰি তাৰপৰা লৈ যায। বন্দীবোৰক তাৰপৰা আঁতৰাই নিয়াৰ পিছতে ৰূপালীম্ উধাতু খাই আছে।]

ৰূপালীম্ : সিহঁতক ক'লৈ লৈ গ'লগৈ?

মণিমুগ্ধ : এৰি দিবলৈ। সিহঁত সকলোকে আকৌ ঘৰলৈ পঠাই দিব।

ৰূপালীম্ : তেন্তে আৰু কাকো নামাৰা?

মণিমুগ্ধ : অৱশ্যে নামাৰোঁ। মোৰ এটা কথাৰ বাহিৰে দুটা নহয়।

(মণিমুগ্ধ ৰূপালীমৰফালে উঠি আহিল আৰু ৰূপালীমে মণিমুগ্ধৰ মুখলৈ ভয়ে ভয়ে চাই পাছ হুহকি আঁতৰি গৈ দূৰৈত থিয় হৈ ৰ'লগৈ। বৰ সশঙ্কিত হৈ আসন্ন কিবা নজনা বিপদৰ আশঙ্কাত শেঁতা পৰি গৈছে। মণিমুগ্ধই হাঁহি হাঁহি পাছ হুহকি আহি নিজৰ আসনত বহি, ভালকৈ আঁউজি ৰূপালীমৰফালে ৰ লাগি চাবলৈ ধৰে। একেবাৰে তন্ময় — যেনিবা এজন শিল্পীয়ে নিজে গঢ়া মূৰ্ত্তিটোলৈ চাইহে ভোল গৈ আছে। লিগিৰী এজনীয়ে ফটিকা আনি দিয়ে। মণিমুগ্ধ সেইদৰেই অন্যমনস্ক হৈ ৰয় আৰু মন্ত্ৰৰ দৰে নিজৰ মুখলৈ নি ফুলৰ মৌ চোহাদি — চুহি চুহি বাটিৰে ফটিকা খাবলৈ ধৰে। ৰূপালীমে শিলামূৰ্ত্তিৰ দৰে নামাতি-নুবুলি নাহাঁহি-নাকান্দি মণিমুগ্ধলৈ ৰ লাগি চাই আছিল। তাইৰ মুখত কোনো ভাবেই প্ৰকাশ পোৱা নাছিল। মণিমুগ্ধ লাহে লাহে তাৰপৰা উঠি ৰূপালীমলৈ চাই চাই এবাৰ উঠি সপোনৰ কিবা ছবি ধৰিবলৈ যোৱাদি ৰূপালীমৰ ওচৰলৈ যাব খোজে— আৰু অলপ হৈ ৰূপালীমৰ গাত হাত দিব খোজে। ৰূপালীমে চিঞৰ মাৰি উঠে। ৰূপালীমৰ মুখ আৰু বিবৰ্ণ হৈ যায়। মণিমুগ্ধই হাঁহি আকৌ বহেহি আৰু কয়।)

মণিমুগ্ধ : ৰূপালীম্! পখিলা নপৰা ফুলৰ পাহিৰ দৰে ভোমোৱাৰ পাখিৰ বা-তেই তুমি শিয়ঁৰি উঠিছা?

[এনেতে লিগিৰীয়ে ফটিকা যাচে। মণিমুগ্ধই আমনি পোৱা যেন হয়।]

মণিমুগ্ধ : লিগিৰী! থৈ দে সকলো যতনাই ইয়াতে, থৈ তইঁত যাগৈ। মোক আৰু সঙ্গীত নালাগে। মই এতিয়া সঙ্গীতকৈও শুৱলা ৰূপালীমৰ

মাত শুনিম। সকলোবোৰ বন্তি নুমাই দে। ৰূপালীমৰ ৰূপেই- মোৰ কোঠা— জোনালীকৈ ৰাখিব। যাগৈ।

[লাহে লাহে আটাইবিলাক ওলাই যায় এটা এটাকৈ গছাবোৰ লিগিৰীবিলাকে নুমাই যায়। মাথোঁ এটা গছা ৰূপালীম্ থিয় হৈ থকা ঠাইত জ্বলি থাকে। তাৰ পোহৰে ৰূপালীমক প্ৰতিভাত কৰি ৰাখে। মণিমুগ্ধই ছায়ামূৰ্ত্তিৰ দৰে তাতে বহি থাকে। ভিতৰৰপৰা মৃদু গুঞ্জন ধ্বনি আহিবলৈ ধৰে।]

মণিমুগ্ধ : ৰূপালীম্! ৰূপালীম্! মৰ্ম্মৰ মূৰ্ত্তিৰ আঁৰত আৰু জীৱলগা ৰূপ লুকাই নথবা। আন্ধাৰ নিশাৰ হিম-চেঁচা সৰোবৰৰ পানীত স্পন্দন আৰু পুলকবিহীন পদুমৰ দৰে নৰ'বা। আহাঁ! তোমাৰ ৰূপৰ লহৰ তুলি তোমাৰ সৌন্দৰ্য্যৰ নিজৰাটি তোমাৰ শুৱলা অমৃতোপম কণ্ঠৰ শুৱদিৰে সানমিহলি কৰি মোৰ ওপৰেদি বোৱাই দি মোক ৰূপৰ ধলেৰে টৌৱাই নিয়া। আহাঁ — ৰূপালীম্!

[ৰূপালীম্ মণিমুগ্ধৰফালে লাহে লাহে আগবাঢ়ি আহে। কিন্তু যন্ত্ৰৰ দৰে বাহ্যিক জ্ঞানশূন্য হৈ আগবাঢ়ি অহাৰ লগে লগে শেঁতা হৈ যাবলৈ ধৰে। এটা ত্ৰাসত ৰূপালীমৰ মুখ বিকৃত হৈ যায়।]

মণিমুগ্ধ : ৰূপালীম্!

ৰূপালীম্ : [মাতিব নোৱাৰে, ওঁঠখন মাথোন কঁপে]

[মণিমুগ্ধই থৰ লাগি চাই লাহে লাহে উঠি ৰূপালীমৰ ওচৰলৈ যায় আৰু হাতত ধৰি বহি ৰূপালীমক তীব্ৰভাবে চায়। ৰূপালীমে সেইদৰে চাই থাকে। এতিয়া ৰূপালীম একেবাৰে বিবৰ্ণ— থৰ্ থৰ্ কৰে কঁপিবলৈ ধৰে। ৰূপালীমৰ চকুযোৰ একেবাৰে মৰা মানুহৰ দৰে থৰ হয়। ৰূপালীম্ পৰি যাব ধৰে। মণিমুগ্ধই থাপ মাৰি ধৰি ৰাখে। মণিমুগ্ধই শয্যাত বহুৱাই দি সতৃষ্ণ নয়নেৰে ৰূপালীমলৈ চাই মুগ্ধ হৈ থাকে। এবাৰ হাতখন আগবঢ়াই বুকুৰ কাপোৰখন উদঙাবলৈ আঙুলিৰে কাপোৰখন চুই হাত কোঁচাই আনে। তাৰ পিছত বহুত পৰ থৰ হৈ চাই পাছ হুহকি তাৰপৰা আহি আসনত বহি থুতৰিত হাত দি ভাবিবলৈ ধৰে। এনেতে হঠাৎ জ্বলি থকা প্ৰদীপটো বতাহৰ ছাটিত নুমায় যায়। কেৱল আনটো খোঁটালিৰপৰা অহা কোমল পোহৰে কোঠাটো আন্ধাৰ-পোহৰৰা কৰি থয়। মণিমুগ্ধ স্তব্ধ হৈ বহি থাকে। কিছুপৰৰ পিছত এজনী লিগিৰী আহি থিয় হয়।)

মণিমুগ্ধ : ৰাতি কিমান পৰ?

লিগিৰী : শেষ হ'ল— পোহৰ হ'ল।

মণিমুগ্ধ : [গম্ভীৰ হৈ দাৰ্শনিকতাৰে] পোহৰ হ'ল—এৰা, পোহৰ হ'ল।

[কোঠাটোৰপৰা লাহে লাহে উঠি যায়। লিগিৰীজনীয়ে মণিমুগ্ধৰ এনে আচৰণ চাই বিস্ময় মানি থাকে। কোঠাৰ বাহিৰৰপৰা খিৰিকিয়েদি পুৱতিৰ প্ৰথম কিৰণ

সোমাই আহিছিল। সেই পূব গগনৰ পোহৰৰফালে মণিমুগ্ধ মুখৰ হৈ ৰ লাগি চাই আছিল। এটা বিমল আনন্দ অনুভৱ কৰিবলৈ ধৰে। এনেতে ৰূপালীম্ থিয় হয়]

মণিমুগ্ধ ঃ ৰূপালীম্! ক্ষমা কৰিবা। যোৱা, তুমি মুক্ত।

[ৰূপালীম তাৰপৰা লাহে লাহে এখুজি-দুখুজিকৈ ওলাই যায়। বাহিৰৰপৰা দূৰণিৰ বৌদ্ধ ভিক্ষুৰ পুৱতিৰ বন্দনা-গীত শুনা-নুশুনাকৈ উটি আহে। মণিমুগ্ধই গীত শুনি শুনি দুৱাৰেদি তলৰ খটখটিয়েদি নামি গুচি যায়গৈ।]

### গীত

জয় আলোকময়
অনাদি-অনন্তপ্ৰসাৰী
বিশ্বজীৱন জ্যোতি।
জয় জয় সুন্দৰ
সত্য সনাতন
চিৰ প্ৰশান্ত বিশ্বপতি॥
কোটি বিশ্বব্যাপক
হে মহামনাধীপ
বিশ্বজীৱন জ্যোতি
প্ৰণতি
প্ৰণতি
প্ৰণতি॥

আঁৰ-কাপোৰ

## সপ্তম অঙ্ক

### ৰকমী ৰাজ্যৰ পৰ্ব্বতৰ তলৰ মুকলি সমতল
### সময় ঃ পুৱা

[সোঁমাজতে ৰূপালীমক পুৰিবলৈ এখন প্ৰকাণ্ড কাঠৰ চিতা সজোৱা হৈছে। চিতাৰ ওপৰত ৰূপালীমক এটা খুঁটাত পাছলৈ হাত কৰি গোটেই গাতে জৰিৰে মেৰিয়াই খুঁটাৰে সৈতে বন্ধা হৈছে। চাৰিওফালে ৰকমী সৈন্যই বাঠি-যোৰোঙেৰে চিতাখন ঘেৰি থৈছে। আৰু

চিতাৰ দুই কাষত আগ-ভাগ লৈ পাঁচোটা পাঁচোটাকৈ দহোটা কাঁড়ী। সিঁহতে হাতত ধনু আৰু কাঁড় লৈ আদেশৰ অপেক্ষাত আছে। চিতাৰ চাৰিওফালে ৰুকমী তিৰোতা উত্ৰাৱল। আটাইবিলাকে উত্তেজিত হৈ কথা কোৱা-মেলা কৰিব লাগিছে। চিতাৰ এফালে বুঢ়া জুলাফা অধোবদনে বহি আছে। মায়াব' কন্দনামুৱা হৈ বৰ অধীৰ, ব্যাকুল হৈ আছে। সৈন্য আৰু কাঁড়ীবোৰৰ মুখ গহীন, আৰু কৰ্ত্তব্যকঠোৰ। এনেতে চাৰিওফালে ভেৰি, পেঁপা, কালী, জয়ঢোল বাজিবলৈ ধৰে। মানুহৰ কোঢ়াল আৰু বাদ্যযন্ত্ৰৰ শব্দত কোলাহল হৈ পৰে। 'জয় ৰুকমী ৰাণীৰ জয়'। 'জয় ৰুকমী ৰাণীৰ জয়' বুলি চাৰিওফালৰপৰা সমস্বৰে নিনাদিত হয়। সৈন্য-সামন্ত লিগিৰীৰে বেৰ খাই ইতিভেন ৰাণীৰ সাজ-সজ্জাৰে তালৈ শিলকঠুৱা হৈ সোমায় আহে। সকলোৱে আঁঠু লয়। ইতিভেনে তালৈ আহি এৰ্দতীয়া হৈ এফালে থিয় দি সকলোলৈকে চাবলৈ ধৰে। তাৰ পিছত—]

ইতিভেন ঃৰুকমী ৰাজ্যৰ প্ৰজাসকল! আপোনাসকলে জানে যে মই স্বজাতি আৰু স্বদেশৰ মান ৰাখিবলৈ মোৰ সহোদৰ ককাইকো ৰাজ্য ত্যাগ কৰাবলৈ কুণ্ঠিত হোৱা নাই। মোৰ প্ৰণয়ৰ থলি, মোৰ পাণি গ্ৰহণ কৰিবলৈ অতি ইচ্ছুক মোৰ প্ৰণয়প্ৰাৰ্থীকো মই উপেক্ষা কৰিলোঁ। কিহৰ কাৰণে? একমাত্ৰ মোৰ দেশৰ গৌৰৱ অটুট ৰাখিবলৈ। আনকি এদিন নিজৰ প্ৰাণকো দেশৰ কাৰণে তুচ্ছ জ্ঞান কৰি মণিমুগ্ধৰ বিৰুদ্ধে অভিযান কৰিলোঁ। এই অত ক্ষতি— অত ত্যাগ- অত ৰুকমী জাতিৰ দুখ-কষ্ট— ৰুকমী জাতিৰ ঘৰ-বাৰী সকলো ধ্বংস কৰিও যি গৌৰৱ ৰাখিবলৈ সকলো জলাঞ্জলি দিলোঁহক— সেই সকলো ভ্ৰষ্ট কৰিলে কোনে? ৰুকমী তিৰোতাৰ গাত খিলঞ্জীয়া কলঙ্ক সানিলে কোনে? এই মহা পাপীয়সী অসীতয়ে নহয়নে? নহয়নে?

[চাৰিওফালৰপৰা 'হয়' 'হয়', 'সঁচা' 'সঁচা' 'ৰূপালীম্ অসতী' সকলো ভ্ৰষ্ট কৰিলে। 'ৰূপালীম্ অসতী'।]

ইতিভেন ঃৰুকমী তিৰোতাৰ সতীত্ব এটা ডকাইতৰ চৰণত উপহাৰ দি তাই আকৌ ঘূৰি আহি দেশৰ সতীৰ আসনত বহিব খোজে। তাই আকৌ ক'ব খোজে তাইৰ সতীত্বত বোলে চেকা পৰা নাই। মণিমুগ্ধই হৰণ কৰি তাইক পঠিয়াই দিছে। হাঁহি উঠা কথা। অসতী— এশবাৰ অসতী— সহস্ৰবাৰ অসতী। [জুলাফালৈ চাই] কোৱা বুঢ়া মানুহ! সঁচা কথা কোৱা, তোমাৰ এই কন্যা অসতী হয় নে নহয়? তোমাৰ ৰুকমী জাতিৰ গৌৰৱৰ কথা মনত ৰাখিবা। ৰুকমী নাৰীৰ সতীত্বৰ কথা কোৱা বুঢ়া মানুহ! কোৱা? অসতী হয় নে নহয়? অসতীৰ কি শাস্তি?

জুনাফা ঃ [কঁপি কঁপি থিয় হ'ল। তাৰ পিছত সকলোলৈকে চাই ঘৃণাৰ মুখ কোঁচাই আনি মুখ ঘূৰায়।]

নাচাওঁ— নাচাওঁ— মোৰ কন্যাৰ প্ৰেত-মূৰ্ত্তিটো আৰু নাচাওঁ। অসতী— অসতী— ৰুকমী নাৰীৰ খিলঞ্জীয়া কলঙ্ক। হায় হায়! মোৰ এই বুকু যাৰ কাৰণে এদিন কলি-কুমলীয়া আছিল— যাৰ মৰম মই বুকুত আথে-বেথে সাঁচি থৈছিলো, আজি সেই বুকুখন পাথৰ হ'ল— শিলা হ'ল। তাত জীয়ৰীৰ মৰমৰ কটাৰিখন ভেদি সোমাব নোৱাৰে। পাথৰ— পাথৰ হ'ল— মোৰ বুকু আজি পাথৰ হ'ল। [বুকু ভুকুৱাই কান্দি।] ৰাণী! ৰুকমী জাতিৰ গৌৰৱৰ মুকুট পিন্ধা, শান্তি—

[জুনাফা মূৰ্চ্ছা যায়। ইতিভেনৰ ইঙ্গিত পাই কাঁড়ীকেইটাই ৰূপালীমলৈ কাঁড় মাৰে। কেইডালমান ৰূপালীমৰ গাত বিন্ধ খায়। মায়াব' ধৰফৰাই বাগৰি পৰে আৰু চাৰিওফালে ভীষণ গোলমাল আৰম্ভ হয়। ৰূপালীমো লাহে লাহে ঢলি পৰি যায়। কেইজনমান সৈন্যই মায়াব'ক ধৰি তাৰপৰা আঁতৰাই নিবলৈ প্ৰয়াস কৰে যদিও মায়াব'ৰ ছটফটনিত আৰু ধৰফৰণিত বেগতে চম্ভালি ৰাখিব নোৱাৰে। ইতিভেনে ইঙ্গিত কৰে আৰু ওচৰত থকা যথ প্ৰহৰীবোৰে চিতাত জুই জ্বলাই দিয়ে। ধোঁৱাৰে মঞ্চটো ঢাক খাই যায় আৰু চাৰিওফালৰপৰা পেঁপা, জয়ঢোল বাজিবলৈ ধৰে। তাৰ বোলত মতলীয়া হৈ মানুহবিলাকে 'জয় ৰুকমী ৰাণীৰ জয়' বুলি চিঞৰিবলৈ ধৰে। কোঢ়াল আৰু ধোঁৱা বাঢ়িবলৈ ধৰে। লাহে লাহে আঁৰ-কাপোৰ পৰি যায়।]

**আঁৰ-কাপোৰ**

# নিমাতী কইনা

বা

# ৰূপকোঁৱৰ

[শিশু-নাটিকা]

## প্ৰণেতাৰ কথা

আমাৰ বুটীআই সাধুৰ জোলোঙাৰপৰা 'নিমাতী কইনা' নামৰ আমাৰ দেশত প্ৰচলিত সাধুৰ এই নাটক ৰূপত ৰূপান্তৰ। নিমাতীক ইয়াত বোধন কৰিবলৈ থকা 'কলালক্ষ্মী' স্বৰূপে দিয়া হৈছে। ৰূপকোঁৱৰ হৈছে চিৰসুন্দৰৰ প্ৰধান মহাসিদ্ধ সাধক। কলালক্ষ্মীয়ে সেই সাধকৰ আমন্ত্ৰণ আৰু বোধন মন্ত্ৰতহে উদ্বোধিত হৈ জগতত হাঁহে। কলালক্ষ্মীৰ হাঁহিয়েই হৈছে আনন্দ আৰু তেওঁৰ গানেই হৈছে 'বিশ্বশান্তি'। মানৱ জাতিৰ সকলো কলা-সাধনাই পৃথিৱীত আনন্দ আৰু শান্তিৰ প্ৰতিষ্ঠাৰ কাৰণে। মানুহৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষ্মী। পৃথিৱীত আজি সকলোৱেই নানা কলা-সাধনাৰে এই কলালক্ষ্মীৰ হাঁহি আৰু গান উলিয়াব পৰা নাই। কিন্তু সদায় জগতত ভুৱা পণ্ডিত, শক্তিশালী ক্ষমতান্ধ, দুষ্টবুদ্ধি স্বাৰ্থান্ধ ভণ্ড এই বিলাসীবিলাকে এই সাধক গুণীৰ সাধনাৰ ফল ডকা দি বা চুৰকৈ খাবলৈ বিচাৰে আৰু তাৰ বাবেই সিহঁতৰ নিজৰ ভিতৰতে কন্দল খৰিয়াল পাতি পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে। পৃথিৱীৰ শক্তিৰ বাঘজৰি থাকিব লাগে কবি দাৰ্শনিকৰ হাতত। যিদিনাই এই artist philosopher ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসনক্ষমতাৰ বাঘজৰি উঠিবগৈ তেতিয়াৰপৰাহে পৃথিৱীয়ে আচল শান্তিৰ মুখ দেখিবগৈ—তাৰ আগতে কেতিয়াও নহয়। চিৰসুন্দৰৰ একান্ত সেৱক ৰূপকোঁৱৰসকলৰ হাতত পৃথিৱীৰ ভাৰ পৰিলেহে তেওঁলোকে এই পৃথিৱীত সুন্দৰৰ ৰাজ্য স্থাপন কৰিবলৈ তৎপৰ হৈ পৃথিৱীৰ সকলো মানুহৰ জীৱনকে মহামহত্বৰ বাটলৈ নি মহামানৱলৈ ৰূপান্তৰ কৰিব পাৰিব। স্বাৰ্থসেৱী ক্ষমতাসেৱী ৰাজনৈতিকে পৃথিৱীলৈ শান্তি আনিব নোৱাৰে ; পৃথিৱীৰ ব্যক্তিগত, শ্ৰেণীগত আৰু আন্তৰ্জাতিক কন্দল কেতিয়াও অন্ত কৰিব নোৱাৰে। পৃথিৱীত চিৰসুন্দৰৰ ৰাজ্য প্ৰতিষ্ঠা হওঁক। ৰূপকোঁৱৰৰ জয় হওঁক।

তামোলবাৰী চাহ-বাগিচা শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা
লাহোৱাল
ডিব্ৰুগড়

# চৰিত্ৰ

| | | |
|---|---|---|
| সবিতাপ্ৰিয় | ঃ | ৰতনপুৰৰ ৰজা |
| আচাৰ্য্যদেৱ | ঃ | ৰাজসভাৰ পণ্ডিত |
| মন্ত্ৰী | ঃ | ৰতনপুৰৰ মন্ত্ৰী |
| ৰূপকোঁৱৰ | ঃ | জ্যোতিদেশৰ কোঁৱৰ |
| গন্ধৰ্ব্ব ওজা | ঃ | সুন্দৰৰ সাধক |
| নিমাতী কইনা | ঃ | ৰতনপুৰৰ ৰজাৰ জীয়েক |
| ৰূপকোঁৱৰৰ সোণবৰণীয়া লিগিৰী | | |
| ৰত্নাৱলী | ঃ | নিমাতীৰ সখীয়েক |
| চিত্ৰাৱলী | ঃ | ” |
| মুক্তাৱলী | ঃ | ” |
| ৰূপাৱলী | ঃ | ” |
| নিদ্ৰাৱলী | ঃ | ” |
| গন্ধৰ্ব্ব নৃত্যবিশাৰদা | | |
| গন্ধৰ্ব্ব ওজা | | |

খেতিয়ক ছোৱালীবিলাক, শিপিনী ছোৱালীবিলাক, নানা দেশৰ ছোৱালী, নানা দেশৰ ৰজাৰ ল'ৰাবোৰ, প্ৰহৰী, দূত, ভাট ইত্যাদি।

# নিমাতী কইনা বা ৰূপকোঁৱৰ

## প্ৰথম

[পুৱতিৰ অৰুণালোকৰ আভা ছঁয়ামযা হৈ উদ্ভাসিত হৈ আহিছে। লাহে লাহে বিচিত্ৰ উদয় বৰ্ণৰ খেলিমেলিৰ মাজেদি পোহৰৰ জিলিকনিৰ ৰেখাবোৰ তিৰবিৰাই আহিছে। পুৱতিৰ তৰা তেতিয়াও মাৰ যোৱা নাই। গহীন-গম্ভীৰ কণ্ঠৰ এটা গীত সেই দৃশ্যৰ নিস্তব্ধতা ভেদি বিয়পি যায়।]

### গীত

আজি পুবতি
কিহৰে আৰতি
কি নবীন বীণা বাজে—
পোহৰৰ বাটে বাটে
হে মৌন অতিথি!
আহিলা কি অভিনৱ সাজে?
নিদ্ৰিত নৱতম পৃথিৱী জানো
(তোৰ) বৰ্ষণক্ষৰিত সেই
জ্যোতি-প্ৰভাততে
পুণ্য স্নান কৰি
নবীন দিনৰ নৱজীৱন মাগে,
বিশ্বজনতা জানো
পোহৰৰ বাটে বাটে
হে মৌন অতিথি
আহিলা কি অভিনৱ সাজে!

[ৰতনপুৰৰ ৰাজপ্ৰাসাদত এটা আহল-বহল কোঠা। বৰ ডাঙৰ খিৰিকিযেদি বাহিৰৰ মনোমোহা দৃশ্য আৰু আকাশ দেখা যায়। অপূৰ্ব সুন্দৰী নিমাতী সেই খিৰিকিৰ তলৰ এখন সোণখটোৱা আসনত বহি বাহিৰৰ আকাশ চাই উদাস। খৌটালিটোৰ ঠায়ে ঠায়ে ৰত্নাৱলী, ৰূপাবলী, মুক্তাৱলী, চিত্ৰাৱলী, নিদ্ৰাৱলী আৰু আন সখীবিলাকে, কোনোৱে ওচৰৰপৰা কোনোৱে দূৰৈৰপৰা গুণগুণকৈ গাই আছিল।]

### সখীবোৰৰ গীত

মাতা অ' নিমাতী!
মাতা অ' নিমাতী!
মাতা অ' নিমাতী!
মাতা।

[সখীবোৰৰ গীত এবাৰ ডাণ্ডৱ হয, এবাৰ সৰু হয— তাৰ পিছত নিজম পৰে। গীত নিজম পৰিলত ৰত্নাৱলী হাঁহি হাঁহি নিমাতীৰ ওচৰ চাপি যায।]

ৰত্নাৱলী : সখীটি সুন্দৰ!
তুমি জানো ৰূপ-সুৰ-মুগুধা
কল্পনা কমলজা
মাথোঁ এটি
নিৰ্ব্বাক প্ৰতিমা?
স্বৰ, ভাষা, শবদ কণ্ঠৰ
সযতনে ৰাখিছা লুকাই
তুষিবলে' সুৰ ভোলা
কোনোবাটি ৰূপকোঁৱৰ?
কোন সিটি
কোন সিটি
ধিয়ানে গিয়ানে
আপোনাৰ মনে
কাৰে সতে কথা পাতা?
মাতা অ' নিমাতী!
মাতা অ' নিমাতী! মাতা।

[সকলো সখীবোৰে "মাতা অ' নিমাতী। মাতা" বুলি গাই উঠে। এনেতে চিত্ৰাৱলী হাঁহি হাঁহি ওচৰ চাপি গৈ—]

চিত্ৰাৱলী : কোনোবা সুখৰ ঠাই
বিতোপন পুৰী
এৰি তুমি আহিলা বিচাৰি
হেৰোৱা বুকুৰ ধন
ৰূপকোঁৱৰ
অচিনাকি পৃথিৱীত
চিনাকি সুন্দৰ,
নাই দেখি
বেজাৰতে ভাষা নাই
নীৰৱ কণ্ঠৰ?
এবাৰ—এবাৰ মাথোঁ
জুৰাই জীৱন
কণ্ঠ কুঞ্জ কৰি মুখৰিত

সুৰৰ ধেমালি পাতা
মাতা অ' নিমাতী! মাতা—

[সকলো সখীয়ে গাই উঠে "মাতা অ' নিমাতী মাতা"—এনেতে মুক্তাৱলী ওচৰলৈ গৈ—]

মুক্তাৱলী ঃ মাতা মোৰ
নিমাতী সখী!
আছা নেকি নামাতি-নুবুলি
মানুহৰ ভাষাবোৰ
কৰ্কশ বুলি?
দিওঁ যদি ৰচি এক
ভাষা অভিনৱ
বাছি বাছি সঙ্গীতৰ
স্বৰৰ লহৰী—
মাতিবানে— মাতিবানে সখী?

[এনেতে ৰূপাৱলী ওচৰলৈ আহি কয—]

ৰূপাৱলী ঃ জনমৰেপৰা সখী!
নামাতি থাকিলা
উকলিল সোতৰ বৰষ।
মাতিবা সখীটি পালে
কাৰনো পৰশ?
জাগিছে বসন্ত সৌৱা
তোমাৰ ৰূপত
জীৱনৰ শতদল
উঠিছে বিকশি,
প্ৰাণৰ প্ৰাণত বাৰু
উঠা নাই নে হৰষি
যৌৱনৰ ৰঙা ফুলকলি
পাহিৰে সাবটি লৈ
বাসনা উৰ্ব্বশী?

[এনেতে এজনী লিগিৰীৰ প্ৰৱেশ।]

লিগিৰী ঃ কামৰূপ প্ৰদেশৰ
আহিছে এজন ওজা বেজ।

জাৰি ফুকি মন্ত্ৰ মাতি
উলিয়াই দিবলই
নিমাতীৰ মাত।

ৰত্নাৱলী : বৰ ভাল কথা
আনাগৈ
বাট দেখুৱাই—

লিগিৰী : বাৰু তেন্তে

[লিগিৰী গৈ ওজা বেজক আনে।]

ওজা বেজ : [সেৱা কৰি)]
আইদেউসকলক
সেৱা কৰোঁ মই।
নানা মন্ত্ৰ গুণে
উলিয়াব খোজোঁ মাত
নিমাতী কন্যাৰ।
কিবা বোলে আইদেউ সৱে?

ৰত্নাৱলী : ওজা বেজদেউ।
গীত-মাত গাই
ইনাই-বিনাই
নোৱাৰিলোঁ উলিয়াব
নিমাতীৰ মাত ;
মন্ত্ৰ বলে কৰোক উপায়!

ওজা বেজ : কোনো কথা নাই

[নিমাতীৰ ওচৰত বহি এটা ফুলৰ টোপোলা উলিয়াই আৰু কিছুমান দীঘল দীঘল কাঠিত সী লোৱা ফুলৰ জাৰণি-মাৰি একোছা লৈ—]

সখীসৱ!
নানা ৰাজফুলনিৰ
দিব্য গন্ধ ফুলেৰে
সী লোৱা এই
সোণৰ কাঠিৰে
জাৰি যাম ৰাজতনয়াক,
মাতিম মন্ত্ৰ কণ্ঠ
বোধনৰ বাবে।

দেৱতা গন্ধৰ্ব্ব মানুহৰ
যক্ষ ৰক্ষ কিন্নৰৰ
দানৱ আৰু অসুৰৰ
বাৰীয়ে বাৰীয়ে ফুলা
তাৰে সতে মিহলাই
পৃথিৱীৰ সকলো বনৰ
ফুল মই আনিছোঁ গোটাই।
বৰ্ণ গন্ধ মন্ত্ৰৰ—
প্ৰভাৱে
নিমাতীৰ মাত দিব
লাগে উলিয়াই।
পিছে অসম্পূৰ্ণ হ'ল
মোৰ সঞ্চয়ন।
নাপালোঁ যে এটি ফুল
গোটেই পৃথিৱী কৰি
তেনেই ভ্ৰমণ।

ৰত্নাৱলী : কিনো অদ্ভুত সেই ফুল?

মুক্তাৱলী : কি নাম সি ফুলৰ?

ওজা বেজ : সি ফুলৰ নাম হ'ল
'সাধনা কমল'।
নিদানত পঢ়িছোঁহে
কথা সি ফুলৰ
দেখা নাই আজিল'কে তাক।
জ্যোতিদেশ পদুম বনত
ফুলে হেনো সেই ফুল।
হোৱা হ'লে সেই ফুল
নিঃসন্দেহে
ফুলিলেহেঁতেন স্বৰ
ওপচাই নিমাতী কণ্ঠৰ
ই কুল সি কুল।
তথাপিও একো কথা নাই,

এই পোৱা ফুলৰেই
জাৰি চাওঁ
নহ'লেনো কিবা উপায়!

[এইবুলি ওজা বেজে কাঠিত সীয়া ফুলবোৰ লৈ চকু মুদি মন্ত্ৰ মাতি জাৰিবলৈ ধৰে। অলপ পিছতে নিমাতীয়ে আমনি পোৱা যেন কৰি উচাট-বিচাট কৰিবলৈ ধৰে। তাতে ওজা বেজ ক্ষান্ত হয।]

ৰত্নাৱলী : ওজা বেজদেউ!
মিছা হ'ল জৰা-ফুকা
মন্ত্ৰ পাঠ কৰা।
নিমাতীয়ে আমনিহে পায়,
আপোনাৰ মন্ত্ৰই গুণ ধৰা নাই।

ওজা বেজ : তাকেই দেখিছোঁ
ভাল বাৰু।
যামগৈ মই
পাওঁ যদি বিচাৰি বিচাৰি
সাধনা কমল
আহিম দুনাই
আজিলৈ মাগিছোঁ বিদায়।

[ওজা বেজ তাৰপৰা ওলাই যায়গৈ। এনেতে নিদ্ৰাৱলী ওচৰ চাপি আহি—]

নিদ্ৰাৱলী : নামাতিবা সখী আৰু
নিমাতী সখীক।
কণ্ঠৱতী সুন্দৰীক
নকৰা আমনি।
আজি
দেখিলোঁ দেখোন
টোপনি ৰাজ্যৰ এক
মায়া ছুঁয়াবাজী
কিনো নতুন।
তুলনাত তাৰ
জঁয় পৰি যাব সখী
শত শত আৰবীয়—
নিশাৰ সপোন

[আটাইকেউজনী সখীয়ে নিদ্ৰাৱলীক বেঢ়ি ধৰে।]

ৰত্নাৱলী ঃ কোৱা সখী
কিনো নতুন?
কি দেখিলা পুৱতিতে
মোহন সপোন?

নিদ্ৰাৱলী ঃ মই যেন ফুলনিত ফুৰি
আমন-জিমনকৈ
ভাবি থাকোঁতেই
আন্ধাৰে-পোহৰে মিলি
দেখুৱালে এটি
অভিনৱ অভিনয়।
ক'ৰবাৰ আলোক শিখাই
নিদ্ৰাৰ কোঠাত আহি
পোহৰ পেলাই
জিলিকালে সমুখত
ভুবন ভুলোৱা ৰূপবান
সৌন্দৰ্য্যৰ লোকালোক
জিনি অহা
সৌন্দৰ্য্যবিজয়ী এক
নবীন যোৱান।

ৰূপাৱলী ঃ তাৰ পিছে? তাৰ পিছে?

নিদ্ৰাৱলী ঃ অপূৰ্ব দৰ্শন বীণ
আছিলে হাতত।
তাতে আঙুলি বুলাই
তুলি দিব্য তান
গালে এটি গান—
যি গানে মুহিব পাৰে
যি গানে জগাব পাৰে
যি গানে টলাব পাৰে
জনতাৰ প্ৰাণ
গালে সেই গান।

ৰত্নাৱলী ঃ তাৰ পিছে? তাৰ পিছে?

নিদ্ৰাৱলী : গানৰ আৰতি শুনি
আজন্ম নিমাত এই
ৰাজতনয়াৰ
কণ্ঠত উঠিলে জাগি
শবদ সম্ভাৰ
মৌ মিঠা
সঙ্গীত সমান।

মুক্তাৱলী : তাৰ পিছে? তাৰ পিছে?

নিদ্ৰাৱলী : তাৰ পিছে—
তপ্ত সুৱৰ্ণৰ সম
নিৰূপম দেহ লৈ
অনুপম অনিন্দ্য কোঁৱৰ
পোহৰত মিলি গ'ল—
মাথোঁ জাগি ৰ'ল
মোৰ এই প্ৰাণৰ প্ৰাণত
কোঁৱৰৰ গান।

ৰত্নাৱলী : তাৰ পিছে
কিনো হ'ল?

নিদ্ৰাৱলী : ভাগি গ'ল
নিদ্ৰাৱলীৰ চিত্ৰময়
অমিয় আলোক অভিনয়
মোৰ জাগৰণত।

ৰূপাৱলী : তেন্তে নিশ্চয়
ই সুখ সপোনে সখী
কৰি দিব
নিমাতীৰ কণ্ঠ ভাষাময়।

[এইবুলি সখীবিলাকে আনন্দত গাবলৈ ধৰে।]

### গীত

নিমাতী কইনা
নাহাঁহি মইনা!

ক'ত থৈ আহিলা
    চেনেহৰ মইনা মাত?
চেনেহৰ মইনা নুবুলি কইনা
    চেনেহৰ মইনা মইনা মাত।
দীপ্‌লিপ্ কুঁৱৰী
    কাকে আছা সুঁৱৰি
মাতো মাতো চকুযোৰে
    কাকেইবা চায়।
সোণৰ জাপি পিন্ধি
    ফুলাম ছৈৰ নাৱতে
আহি ৰূপকোঁৱৰে
    হাঁহিটি মাৰিবহি
    বীণখনি বাই।
ৰূপৰে কুঁৱৰীৰ
মাত ফুটা নাই
আহাঁ ৰূপকোঁৱৰ অ'
    আহাঁ বেগাই।

**আৰ্‌-কাপোৰ**

**দ্বিতীয়**

[ৰতনপুৰৰ ৰাজসভা। ৰজা সবিতাপ্ৰিয় সিংহাসনত আমন-জিমনকৈ বহি আছে। ওচৰতে মন্ত্ৰী আৰু পাৰিষদসকলে মূৰে-কপালে হাত দি আছে। সবিতাপ্ৰিয়ই মূৰ দাঙি কয়]

সবিতাপ্ৰিয় ঃ পাৰিষদবৃন্দ!
    (সকলোৱে মূৰ দাঙে)
    আহি গ'ল দেশ-বিদেশৰ
    অচিন অজান প্ৰদেশৰ
    কত নানা লোক
    ভাবি-গুণি একোকে নাপায়।
    কিয় বাৰু নামতেচোঁ
    নিমাতী কন্যাই?

মন্ত্ৰী : তিনি দিন তিনি ৰাতি
থাকি উজাগৰে
ৰেহ্ৰূপ চালোঁ নিমাতীৰ।
মতাৰ লক্ষণ একো
নেদেখিলোঁ মহাৰাজ
ৰাজ-জীয়ৰীৰ।
সকলো প্ৰচেষ্টা
ব্যৰ্থ কৰি ৰজতনয়াই
কোনোপধ্যে মাত মতা নাই।

সবিতাপ্ৰিয় : তেন্তে কি উপায়?
তেন্তে কি উপায়?

মন্ত্ৰী : নিৰুপায় মহাৰাজ!
মই নিৰুপায়।

সবিতাপ্ৰিয় : ৰতনপুৰৰ যত
ওজা মহা মহা
যত বিদ্যাবিদ,
সৌন্দৰ্য্যসেৱী
কবি কাৰিকৰ,
শিল্পী সুন্দৰ,
বৰণৰ যাদুকৰ
যত চিত্ৰকৰ
ব্যৰ্থতাৰ ভৰত নিমাত
নিমাতীৰ দৰে।
তথাপিও আশাজীৱী মই
শুনিম এদিন বুলি
কণ্ঠৰ কাকলি
আজন্ম নীৰৱ তনয়াৰ!
কণ্ঠহীন, ভাষাহীন
নিস্পন্দ, নিৰ্ব্বাক
কিনো ইনো
মূৰতি মায়াৰ?

মন্ত্ৰী ঃ মহাৰাজ!
প্ৰাণপণে চেষ্টা কৰি
সকলো উপায়
খটুৱাই—
আমি নিৰুপায়।
যদি কিবা ভাগ্য গুণে
কোনোবা প্ৰকাৰে—

[এনেতে দূতৰ প্ৰৱেশ।]

দূত ঃ [সেৱা কৰি]—মহাৰাজ! আছে সমাচাৰ।
সবিতাপ্ৰিয় ঃ কি সমাচাৰ?
দূত ঃ গন্ধৰ্ব্ব দেশৰপৰা
আহি এক নৃত্যকুশলা
ৰূপৱতী বিলাসিনী
বাট চায় ৰাজদুৱাৰত।
লগতে আহিছে আৰু
বাদ্যভাণ্ড বিশাৰদ
গুণী চাৰিজন,
অপেক্ষিছে প্ৰভুৰ দৰ্শন।
নিমাতীৰ মাত মতাবলে'
জানে বোলে ছন্দ অসংখ্যাত।
সবিতাপ্ৰিয় ঃ ভাল কথা
কৰা উপস্থিত।
দূত ঃ আজ্ঞা শিৰোধাৰ্য্য
মহাৰাজ!

[সেৱা কৰি ওলায় যায়।]

সবিতাপ্ৰিয় ঃ শুনি দূত মুখে
সমাচাৰ—
জাগিছে নতুন আশা
অন্তৰত মোৰ।
গীত সুৰ গ'ল হাৰ মানি
দেখা য'ক ছন্দৰ প্ৰভাৱ।

মন্ত্ৰী : অৱশ্যে, অৱশ্যে প্ৰভু।
ছন্দৰ স্পন্দনে
সম্ভৱ পাৰিব পাৰে—

[চাই]

অ' আহে সৌৰা
নৃত্যকুশলা ছন্দবিশাৰদা।

[চাৰিজন বাদ্যবিশাৰদ গন্ধৰ্ব্বই নৰ্ত্তকীৰ সৈতে সোমাই আহি সেৱা কৰে।]

গন্ধৰ্ব্ব ওজা : শত কোটি প্ৰণাম আমাৰ।
পুৰস্কাৰ আশে
আহি আছোঁ
এৰি নিজলোক।
নিজ বিদ্যাগুণে
নৃত্য-ছন্দৰ কৌশলেৰে
ভাষাৰে মুখৰ
কৰিব খুজিছোঁ কণ্ঠ
ৰাজতনয়াৰ।
নৃত্যকুশলা এই
গন্ধৰ্ব্বকুমাৰী
অঙ্গভঙ্গীৰে যাৰ
লীলায়িত লয়লাস
মুহি আছে ত্ৰিভুৱন,
মৰ্ম্মৰতো
তুলিছে কম্পন
বক্ষৰ স্পন্দন।
কিবা কথা জীৱ লগা
নমতা ওঠৰ?

সবিতাপ্ৰিয় : তেন্তে সেয়ে হ'ব।
মন্ত্ৰীবৰ! মাতি আনা নিমাতীক
ৰাজসভালৈ

[মন্ত্ৰী সেৱা জনাই ওলাই যায়।]

বিশাৰদ গুণীসকল!
বজাই নানান বাদ্য

ছন্দেৰে বোধন তেন্তে
কৰা কন্যাকণ্ঠ।
ছন্দবিন্দ বাদ্যবিশাৰদ!
বজোৱা বিচিত্র ছন্দময়
বিচিত্র তানৰ বোলেৰে
নানা অদভুত বাদ্যচয়।
গন্ধৰ্ব্বকুমাৰী!
তুমি নৃত্যকুশলী
ছন্দেৰে ধেমালি পাতি
আলফুলকৈ
সুকোমল সুচাৰু অঙ্গেৰে
মুহি আনা স্বৰৰ দেৱতা
জপাই কুঞ্জৰপৰা
নিমাতীৰ নীৰৱ কণ্ঠৰ—
আনিছিলে যেনেকৈ
নিৰ্জ্জন প্ৰাসাদাৱদ্ধ
অনিৰুদ্ধ কোঁৱৰক
উষাৰ সখীয়ে
ছন্দৰ জালেৰে বেঢ়ি
চিত্ৰলেখাই।

[গন্ধৰ্ব্ব-বিশাৰদসকল ৰাজসভাৰ মাজত পাতি থোৱা গালিচাত বহে আৰু বাদ্যযন্ত্ৰ উলিয়াই বাদ্য বজাবলৈ ধৰে। এনেতে সখীবিলাকৰ সৈতে নিমাতী কন্যাক মন্ত্ৰীয়ে আগবঢাই সভালৈ লৈ আহে। নিমাতীয়ে সবিতাপ্ৰিয়ৰ সোঁহাতৰ চাপৰ সিংহাসনত বহি নিৰ্ব্বিকাৰ হৈ থাকে। সখীবিলাকে ওচৰত থিয় দি থাকে। নিমাতী আহি বহাৰ পিছত গন্ধৰ্ব্ব-কুমাৰীয়ে নাচিবলৈ আৰম্ভ কৰে। গন্ধৰ্ব্ব-কুমাৰীযে ইটোৰ পিছত সিটো তালত নাচি নাচি পিছত ভাগৰত গৈ ৰজাক সেৱা জনাই কয়—]

গন্ধৰ্ব্ব-নৰ্তকী ঃ ব্যৰ্থ, ব্যৰ্থ মই প্ৰভু!
ব্যৰ্থ মোৰ ছন্দৰ প্ৰভাৱ
ক্ষমা কৰা মহাৰাজ!

[বাদ্যভাণ্ড বন্ধ হয় আৰু সকলো ম্ৰিয়মান হয়।]

সবিতাপ্ৰিয় ঃ গন্ধৰ্ব্ব-কুমাৰী! নোদোষোঁ তোমাক,
ধন্য বোলোঁ তোমাৰ প্ৰয়াস।

মন্ত্ৰী! —দিয়া হওক পুৰস্কাৰ
গন্ধৰ্ব্বসেৱক।
মোৰ ভাগ্য নাই
সেয়েহে নেমাতে মোৰ নিমাতী কন্যাই।
মন্ত্ৰী!
দেশে দেশে দিয়া ভাট পঠিয়াই।
গৈ গৈ দেশে দেশে কৰক প্ৰচাৰ—
যি কোনো জনেই আহি
নিমাতীৰ মাত-কথা দিলে উলিয়াই
অৰ্দ্ধ ৰাজ্য আৰু কন্যা
পাব সেই সুভগীয়াই
কথা মোৰ লৰচৰ নাই।

[এনেতে গন্ধৰ্ব্ব-কুমাৰী উঠি—]

গন্ধৰ্ব্ব-কুমাৰী ঃ ব্যৰ্থ যদিও হ'ল মোৰ লয়লাস
তথাপিও কৰোঁ হাবিয়াস—
আৰু এটি বাৰ প্ৰাণ ঢালি নাচি চাওঁ।
কিজানিবা নিমাতীৰ মাত উলিয়াওঁ—

[এইবুলি গন্ধৰ্ব্ব-কুমাৰীয়ে আপোনবিভোল হৈ নাচিবলৈ ধৰিলে। নাচৰ মাজতে নিমাতী আসনৰপৰা উঠি নিৰ্ব্বিকাৰ হৈ তাৰপৰা আঁতৰি ভিতৰলৈ গুচি গ'ল। নাচি নাচি ভাগৰত গন্ধৰ্ব্ব-নৰ্ত্তকী মাটিতে লুটি খাই পৰিল।]

## আঁৰ-কাপোৰ

## তৃতীয়

[জ্যোতি দেশ। নীলা সাগৰৰ দৰে এখন পাৰ নেদেখা সৰোবৰ। তাত সোণ-ৰূপৰ নানা বৰণৰ নানান পদুম মাজে মাজে ফুলি আছে। সোণোৱালী ৰঙৰ পাকখোৱা পোহৰবোৰ ডাৱৰৰ দৰে উৰি ফুৰিছে। সিপাৰে ৰিণিকি ৰিণিকি ঘনীভূত পোহৰৰ মাজত জিলিকি আছে বিশ্বস্থাপত্যৰ আদৰ্শেৰে গঢ়া এটা ধবলকান্তি প্ৰাসাদ। নানা অদ্ভুত আৰু বিচিত্ৰ সঙ্গীতৰ সুৰবোৰ আহিব লাগিছে মৃদুভাৱে। ইয়াৰে মাজৰপৰাই গুৰুগম্ভীৰ কণ্ঠেৰে এটা গীত ফুটি উঠে।]

## গীত

চিৰসুন্দৰ! হে চিৰসুন্দৰ!
মোৰ ৰাগ কৰবীৰে পতা
লবি পূজা,
তোৰে সুৰেৰে মই
ৰচিলোঁ কতনা গান
বুজা-নুবুজা
লবি পূজা।
মোৰ যত অভিনব গান
বিকশিত কমলৰ গন্ধ সমান
মনে মনে
সোণোৱালী সপোন-বিভোৰ
সপোনৰো সপোনত
ছঁয়াময়া ৰূপ জ্বলে তোৰ
সুৰৰ শতেক ফুলে
চকুৰ লোতক জ্বলে
নবজোৱা সুৰেৰে বাঁহীটি বজা॥

[এই গীত লাহে লাহে মাৰ গ'ল। ঠাইখনলৈ এটা নীৰৱতা আহিল। তাৰ দূৰৈৰপৰা গীত গাই তালৈ ৰতনপুৰৰপৰা অহা এটা বৰাগী ভাট সোমাই আহে।]

## গীত

বৰাগী ভাট ঃ

জোনাকী কাৰেঙত কোনে বীণ বায়?
জোনাকী কাৰেঙত কোনে বীণ বায়?
পোহৰে পোহৰে হাঁহি বিলায়!
আমাৰ নিমাতীৰ কোনে মাত ফুটাব
ওঁঠতে হাঁহিটি দিব ফুলাই?
আমাৰ নিমাতীজনী
নীলা সাগৰৰ হীৰা মণি
অৰুণৰ হাঁহিৰে মুখখনি বোলোৱা

আলাসৰ প্ৰতিমাখনি।
হাঁহো হাঁহোকৈ
চকু দুপাহিয়ে
ইঁহা নাই অতদিনে
মাতো মাতোকৈ
ওঁঠ দুখনিয়ে
অমাতেৰে মন জিনে।
ধিয়ানে-গিয়ানে সচিতে-সপোনে
কাকনো বিচাৰে কাকনো চায়?
বীণখনি বায়
কোনেনো দিবহি হাঁহি ফুলাই?
নিমাতী কইনাৰ মাত ফুটা নাই
অ' মাত ফুটা নাই
জোনাকী কাৰেঙত কোনে বীণ বায়?

[এনেতে তাত এজনী সোণবৰণীয়া কাপোৰ পিন্ধা ছোৱালী ওলায়।]

সোণবৰণীয়া লিগিৰী ঃ কিনো গীত গাইছা বৰাগী
কাৰ ক'ত মাত ফুটা নাই?
কোন কুঁৱৰীয়ে ক'ত
অমাতেৰে মন জিনি
ৰূপকোঁৱৰলৈ বাট চায়?

বৰাগী ভাট ঃ কোন তুমি?
কোন দেশবাসিনী ৰতন
সোণবৰণীয়া ৰূপ লৈ
সোণসাজ গাত
বিচাৰিছা
কোননো নিমাত?
অপৰূপ পিন্ধা কিনো বেশ
এই কোন দেশ?

সোণবৰণীয়া লিগিৰী ঃ এইখন জ্যোতি দেশ—
সোণালী আশাৰ সূতাৰে
তাতে মৰমৰ সূতাৰে

দীঘে বাণিয়ে দি
পিন্ধো আমি আলোকৰ বেশ।
বৰাগী সুন্দৰ তুমি
কি গান গোৱা?
কাৰ কথা কোৱা?

বৰাগী ভাট : ৰাজেন্দ্ৰ সবিতাপ্ৰিয় ৰতনপুৰৰ
নিমাতী জীয়াৰী তেওঁৰ অপূৰ্ব্ব সুন্দৰ।
তাৰে গীত গাওঁ দেশে দেশে
ভ্ৰমিছোঁ পৃথিবীখন বৰাগীৰ বেশে।
শুনি আছোঁ গুণীজনে কোৱা
আছে হেনো শ্ৰীৰূপকোঁৱৰ
একান্ত সাধনাৰে
গন্ধে-বৰ্ণে গানে-সুৰে
প্ৰাণে-মনে
কৰে পূজা চিৰসুন্দৰৰ।
নিমাতীৰ হাঁহি ফুলাবলে'
বিচাৰিছোঁ তেওঁকে নীৰলে।

সোণবৰণীয়া লিগিৰী : নিমাতীৰ নিমন্ত্ৰণ ময়ো দিমগৈ,
যোৱাগৈ বৰাগী উলটি
আপোনাৰ নিজ দেশলৈ।
বিশ্বস্থাপত্যৰ সেই
জোনাকী কাৰেং—
ৰিণিকি ৰিণিকিকৈ বিৰিঙি ওলায়
পোহৰৰ ডাৱৰৰ মাজে দেখা যায়।
তাতে আছে শ্ৰীৰূপকোঁৱৰ
তাতে থাকে বীণখনি বাই।
মই সেই কোঁৱৰৰ প্ৰধান লিগিৰী,
ময়ে থাকোঁ কোঁৱৰৰ আগগুৰি ধৰি।

বৰাগী ভাট : সোণবৰণীয়া তুমি
লিগিৰী সুন্দৰী!

দয়া কৰি
মোক ব'লা লৈ তালৈ
নিজ মুখে নিমাতীৰ
কথা আহোঁ কৈ।

সোণবৰণীয়া লিগিৰী ঃ তালৈ লৈ যাবলৈ
মোৰ নাই যে উপায়।
ধ্যানমগ্ন শ্ৰীৰূপকোঁৱৰৰ
মাগে বৰ চিৰসুন্দৰৰ
উদ্বোধিত কৰিবলে'
মানৱৰ মহামহত্ত্বৰ।
নিমাতী কইনাজনী
যাৰ মাতে-গানে
হাঁহিয়ে
ফুলাব স্বৰগী ফুল
মানুহৰ হৃদয়ে হৃদয়ে
পৃথিৱীৰ ঘৰে ঘৰে ভিতৰে বাহিৰে
চিৰসৌন্দৰ্য্যই
অনাবিল আনন্দ বিলাই
ৰচি দিব বাস্তৱ ;
মানুহৰ কৌটিকলীয়া সৌ
সোণালী সপোন
পৃথিৱীৰ জনতাই
যালৈ বাট চাই বিয়াকুল
মনীষা আকুল।
সৌন্দৰ্য্যৰ বিশ্বজোৰা
মানুহৰ আত্মাবোৰ
সৌন্দৰ্য্যৰ কলিকাৰে পোৱা—
সৌন্দৰ্য্যই হে পৃথিৱীক
কৰিব সুন্দৰ মনোময়।
সেই গুণে যুগান্ত সাধনা কৰি
শ্ৰীৰূপকোঁৱৰে

মাগো বৰ চিৰসুন্দৰৰ
মাগো মহা সৌন্দৰ্য্য মহত্ত্বৰ
পৃথিৱীৰ মানুহৰ আত্মাত
থাপিবলৈ অচলা ভকতি পোহৰৰ
সিদ্ধি হ'লে শ্ৰীৰূপকোঁৱৰে
নিমাতীক বিচাৰিযে যাব।
নাই কোনো ভয়
পৃথিৱীতে নিমাতীৰ
হাঁহি আৰু গান
অচিৰেই শুনিবলৈ পাব
তোমালই নাই বাট নাই
যোৱাগৈ উভতি বেগাই।
শ্ৰীৰূপকোঁৱৰ গৈ
নিমাতী ৰজাৰ জীৰ
দিবগৈ হাঁহিটি ফুলাই।
তুমি লগ পাবলৈ
নাই যে উপায়।

[এনেতে বিচিত্ৰ সঙ্গীতৰ কলৰোল আহিবলৈ ধৰে আৰু সোণবৰণীয়া ছোৱালী আৰু জ্যোতি দেশ লাহে লাহে নেদেখা হৈ যায়। বৰাগী ভাটে তাৰপৰা গীত গাই গাই ওলাই যায়।]

বৰাগী ভাট ঃ জোনাকী কাৰেঙত
কোনে বীণ বায়?
জোনাকী কাৰেঙত কোনে বীণ বায়
পোহৰে পোহৰে হাঁহি বিলাই?

**আঁৰ-কাপোৰ**

## চতুৰ্থ

[নিমাতীৰ খোটালি। তাত প্ৰথম দৰ্শনৰ দৰেই নিমাতী বহি আছে। ৰত্নাৱলীকে আদি কৰি আন আন সখীবিলাকো নিমাতীৰ ওচৰতে বহি আছে। ৰত্নাৱলীয়ে বীণ বজাই আছিল। এনেতে দুৰৈত খেতিয়ক ছোৱালীবিলাকে গীত গায়, তাৰ পিছত সোমাই আছে।]

খেতিয়ক ছোৱালী ঃ

**গীত**

সেউজী সেউজী সেউজী অ'
সেউজী ধৰণী ধুনীয়া!
সোণোৱালী শইচৰ
পথাৰ কোলাত শোভে
ৰ'দালিৰে ফুল-ফল
সেন্দূৰীয়া।
আমাৰ চকুলোৰ
পানী দি জীয়ালোঁ
মাণিকী-মধুৰি ধান,
তোমালৈ আনিছোঁ
জগতৰে শইচ
এৰা নিমাতী মান।

[গান গাই খেতিয়ক ছোৱালীবিলাকে নানা সাজ পিন্ধি, নানা শইচৰ ঠোক ফল-ফুলৰ পাত-লতা লৈ সোমাই আহি নিমাতীৰ আগত আঁঠু লয়হি।]

ৰত্নাৱলী ঃ [নিমাতীক কয়]

চোৱাচোন সখীটি সুন্দৰ!
ধৰিত্ৰী জননীয়ে
পঠিয়াই সোণোৱালী শইচ
দিব্য ফল-ফুলৰ সম্ভাৰ
সুৰভিৰে মন বিয়াকুল
সম্ভাষে তোমাক।
পাব খোজে সন্নিধান।
সখীটি সুন্দৰ!
চোৱাচোন—

[নিমাতীয়ে এবাৰ খেতিয়ক ছোৱালীবিলাকৰ ফালে চায়। আকৌ বাহিৰৰ আকাশৰফালে চাই থাকে আগৰ দৰেই।]

ৰত্নাৱলী ঃ [খেতিয়ক ছোৱালীবিলাকলৈ]

সেউজী পথাৰৰ
লখিমী ৰূপিনী
তোমালোক

কৃষক জীয়ৰী
নকৰিবা অভিমান
নিমাতীৰ সতকাই
মাত পোৱা টান।

[খেতিয়ক ছোৱালীবিলাকে অনা সকলো বস্তু নিমাতীৰ আগত থৈ তাৰপৰা বেজাৰ মনেৰে ওলাই যাযগৈ। সিহঁত ওলাই যোৱাৰ লগে লগেই দূৰৈত শিপিনীবিলাকৰ গীত শুনা যায।]

**গীত**

শিপিনী : সাত সাগৰৰ দেশ-বিদেশৰ
তেৰ নদীৰ পাৰে—
আমাৰ দেশৰ নানা বৰণৰ
নানান নিচান উৰে।
নানা খনিকৰে নানা কাৰিকৰে
যতনেৰে যিখিনি কৰে
নোহোৱা নোপোৱা কত অমূল্য
বাহানি গঢ়িছে নৰে।
তাকে তোমালৈ মাত পাবলৈ
আনিছোঁ সকলোটি
মাতা অ' নিমাতী।

[গীত গাই গাই জাপান, চীন, আৰব, পাৰস্য, য়ুৰোপ, আমেৰিকা, মিছৰ, জুলু, বেদুইন ইত্যাদি পৃথিৱীৰ বহু দেশৰ শিপিনী স্বজাতীয় সাজ-পাৰ পিন্ধি, নানান শিল্পজাত দ্ৰব্য হাতত লৈ গীত গাই গাই সোমাই আহি নিমাতীৰ আগত আঁঠু লয়।]

ৰত্নাৱলী : [নিমাতীক]
চোৱা সখী! দেশ-বিদেশৰ
নানা প্ৰান্তৰৰ ৰূপহীসকলে
আনি নিজ শিল্পজাত দ্ৰব্যৰ সম্ভাৰ
কৰিছেহি নিবেদন
পাবলৈ সমিধান তোমাৰ মুখৰ।

[নিমাতীয়ে এবাৰ সিহঁতৰফালে চায়, আকৌ আগৰ দৰে বাহিৰলৈ চাই থাকে।]

চিত্ৰাৱলী : কন্যাসৱ নানান দেশৰ!
ক্ষেমি যোৱা শত অপৰাধ

নামাতেচোঁ নিমাতী সখীয়ে।
জন্মান্তৰৰ কিবা অভিমান লৈ
আপোনাৰ মনে নামাতি নুবুলি
থাকে গুণি গুণি বৈ।
নামাতিলে দোষ নধৰিবা।
ৰহস্যময়ী এই অভিমানিনী।

[শিপিনী ছোৱালীবিলাক বেজাৰ মনেৰে ওলাই যায়গৈ। এনেতে দূত সোমাই আহে।]

ৰত্নাৱলী ঃ কিবা সমাচাৰ দূত?

দূত ঃ ৰজাৰ কোঁৱৰ বহু আছেহি সভাত।
ৰজাৰ আদেশ লৈ
নিমাতীৰ মাত পাবলৈ
দৰশন পাব খোজে—

ৰত্নাৱলী ঃ ভাল কথা দূত!
বাট দেখুৱাই আনা কোঁৱৰসকল।

[দূত ওলাই যায় আৰু আটাইকেউজনী সখীয়ে সেইফালে চাই থাকে। কেইজনীমানে আহি দূত যোৱা দুৱাৰত জুম বান্ধি বাহিৰলৈ চায় আৰু পাছ হোঁহকা মাৰি আহে। দূত এজন কোঁৱৰক আগবঢ়াই লৈ আহি সোমায়।]

দূত ঃ শঙ্খৰ ধৱল কান্তি
কোঁৱৰৰ ৰূপৰ সম্ভাৰ
শ্বেতদ্বীপবাসী—
সম্ভাবোক সূৰ্য্যকান্তি
নবীন যোৱানে
ৰাজতনয়াক—

[কোঁৱৰজন নিমাতীৰফালে এখোজ দুখোজকৈ আগবাঢ়ি যায় আৰু নিমাতীক কিবা ক'ব খোজোঁতেই নিমাতীয়ে আনফালে মুখ ঘূৰায়।]

চিত্ৰাৱলী ঃ কোঁৱৰ সুন্দৰ।
আৰু মিছাতেই
নকৰিবা শ্ৰম।
নিমাতী সখীয়ে
মাত নিদিয়ে তোমাক।

[কোঁৱৰজন বিষণ্ণ মনেৰে তাৰপৰা ওলাই যায়। সখীবিলাকে কণাকণি কৰে। দূত ওলাই যায় আৰু অলপ পিছতে এজন ৰূপবান কৃষ্ণকায় কোঁৱৰৰ সতে সোমাই আহে।]

দূত : সখীবৃন্দ!
দ্ৰাবিড় দেশৰ এই
নিৰূপম দেহৰ
কুমাৰ।
কুমাৰ সুন্দৰ
সম্ভাষোক ৰাজতনয়াক—

দ্ৰাবিড়কুমাৰ : [আগবাঢ়ি নিমাতীৰ ওচৰলৈ গৈ]
আজন্ম নিৰ্ব্বাক
তুমি আৰ্য্যতনয়া।
শুনি ৰূপ ভাটমুখে
আহি আছোঁ অতিক্ৰমি
বহু নদ-নদী পৰ্ব্বত-প্ৰান্তৰ
পাবলৈ সন্নিধান।
নীলা সাগৰৰ উপকূল
শুৱাই জিলিকে মোৰ
মৰ্ম্মৰ কাৰেং।
দক্ষিণ সাগৰ মলয়াই
নিতে নিতে পুৱাই সন্ধ্যাই
আছে চামৰ বুলাই।
সেই কাৰেঙৰে তুমি
সম্ৰাজ্ঞী—

[এইবুলি কওঁতেই নিমাতীয়ে গাৰ খনীয়াৰ আঁচল মুখত পেলাই কোঁৱৰৰফালে পিঠি দিয়ে। দ্ৰাবিড়কুমাৰ কিছুপৰ মনে মনে থাকি তাৰ পিছত সেৱা জনাই অভিমানেৰে ওলাই যায়গৈ।]

ৰত্নাৱলী : শুনা দূত!
মিছা চেষ্টা কোঁৱৰসৱৰ।
আহিছে যদিও ৰজা
দেশ-বিদেশৰ
নানান কোঁৱৰ,
আৰু আৱশ্যক নাই।
নালাগে আনিব আৰু
ৰজাসকলক।

দূত : ভাল, তেন্তে সেয়ে হ'ব।

[এইবুলি দূত ওলাই যায় আৰু সখীবিলাকে কণাকণি কৰে। অলপ পৰৰ পিছতে বাহিৰত গোলমাল শুনা যায় আৰু পাৰস্যৰ বুঢ়া ৰজা দীঘল ডাঢ়িৰে মস্ত শকত দূতৰ সৈতে তৰ্কাতৰ্কি কৰি বলেৰে সোমাই আহে।]

দূত : মহাৰাজ!

মিছাতেই নকৰিব
পশু শ্ৰম।
কতজন নবীন যোৱানে
ৰূপৰ সম্ভাৰ লৈ
নোৱাৰিলে
একোকে কৰিব।
আপুনি এতিয়া বাৰু
বগা ডাঢ়ি-গোফ লৈ
আশী বছৰীয়া হৈ
কেনেকৈ মাত উলিয়াব
ৰাজতনয়াৰ?

বুঢ়া ৰজা : [চকু টেলেকা কৰি]

যাওঁ— যাওঁ
    ভাগ্ যাওঁ
    বুঢ়া—বুঢ়া
কি দেখিলি বুঢ়া
তইঁতৰ দৰে কত ডেকা
থওঁ মই
মোনাত সুমাই
কত ভেম ধৰা ডেকা
টিলিকতে দিলোঁ উৰাই।

[সখীবিলাকে খিলখিলকৈ হাঁহিবলৈ ধৰে। তাকে দেখি বুঢ়া ৰজায়ো ঢেক-ঢেককৈ হাঁহি সখীবিলাকৰফালে পেটটো জোকাৰি জোকাৰি যায়—আৰু সখীবিলাকে হাঁহি খিকখিকাই তাৰপৰা আঁতৰ হৈ নিমাতীৰ ওচৰ পায়গৈ।]

ৰত্নাৱলী : মহাৰাজ!

বহু ধন্যবাদ
দুখ কৰি অহা বাবে

নিমাতীক মতুবাবলৈ।
হ'ল আৰু মহাৰাজ!
নালাগে কৰিব আৰু
মিছাতে প্ৰয়াস।
ক্ষমা কৰি যাব
মহাৰাজ!

বুঢ়া ৰজা : হোঃ
তাৰ মানে খেদাব
খুজিছা মোক?
বাৰু একো কথা নাই।
নিমাতীৰ বাবে।
নাই মোৰ একো পবোৱাই—
ষাঠিজনী বেগম ধুনীয়া
আছে মোৰ
হেৰেম শুৱাই।—

[এইবুলি খং কৰি বুঢ়া ৰজা ফোঁ-ফোৱাই তাৰপৰা ওলাই যায়। সখীবোৰে হাঁহিবলৈ ধৰে।]

## আঁৰ-কাপোৰ

### পঞ্চম

[চতুৰ্থ দৰ্শনৰ দবে নিমাতীৰ খোঁটালি। আগৰ দৰেই নিমাতী বহি আছে। দূত সোমাই আহি কয়—]

দূত : সখীসব!
ইদেশৰ মহাজ্ঞানী
পণ্ডিতপ্ৰবৰ
আচাৰ্য্যই
শিষ্য সমন্বিতে আহি
আছে বৈ
নিমাতীক মতুৱাবলৈ।

ৰত্নাবলী : আহি গ'ল
ৰূপৱান, বীৰ্য্যবান

কত গুণী, জ্ঞানী,
মিছা হ'ল
সকলো প্ৰয়াস।
এতিয়া পণ্ডিতে
জানো—?
বাৰু মাতি আনাগৈ।

দূত : ভাল বাৰু।

[দূত ওলাই যায়। অলপ পিছত আচাৰ্য্য পণ্ডিত মহাদম্ভেৰে সোমাই আহে—লগত শিষ্যসকল। সখীবিলাকে প্ৰণাম কৰাত মাথোন মূৰটো অলপ দুপিয়ায়। শিষ্যসকলে লগত লৈ অহা এখন ওখ আসন পাৰি দিয়ে আৰু আচাৰ্য্যদেৱ তাত বহে। শিষ্যসকলে চাৰিওফালে মাটিত লেপেটা কাঢ়ি বহে। আচাৰ্য্যৰ প্ৰধান শিষ্য এজন আগবাঢ়ি গৈ নিমাতীৰ সখীয়েকহঁতৰফালে চাই কয়।]

প্ৰধান শিষ্য : বিদ্যা দিক্‌গজ এই
পণ্ডিতপ্ৰবৰ।
বেদ-বেদান্ত যত
পুৰাণ ভাৰত
যত শাস্ত্ৰচয়
দৰ্শন বিজ্ঞান আৰু
কাব্য ছন্দময়
সকলোকে পঢ়ি চালে
তন্ন তন্নকৈ।
তৰ্কত নিপুণ এওঁ
মহাধনুৰ্দ্ধৰ।
সকলো শাস্ত্ৰৰে
তত্ত্ব তথ্য পাই
যাৰ মস্তিষ্ক উৰ্ব্বৰ।
কবি, কাব্যলিখক,
দেখুৱাই দিব পাৰে
যতবোৰ
সুগুণ দুৰ্গুণ
সৰ্ব্ব স্ৰষ্টাসকলক
অঁহিয়াই ফঁহিয়াই
কৰি দিব

পাৰে চালি-জাৰি
ভোহাৰি বিদাৰি
ধুনাধুন।
আলোচনা-বিলোচনা
সমালোচনাৰে
কবিকো অকবি কৰি
এঁৰে দিব পাৰে।
মূৰ্খয়ো কবিতা লিখি
যদি তুষ্ট কৰে
টীকা ব্যাখ্যা অন্বয়েৰে
কৰি সমন্বয়
তাকো মহাকবি পাতি
ওপজাব পাৰে এওঁ বিশ্বৰ বিস্ময়।
গুণীক অগুণী পাতি
অগুণীক গুণী
সাহিত্যৰ ৰাজ্য থাকে
তুলা ধুনাদি
ধুনি ধুনি।
প্ৰবীণ লিখকবোৰে
এওঁক কৰে ভয়,
ন লিখাৰুৱ
যম
জানিবা নিশ্চয়।
তৰ্কেৰে কৰিব পাৰে
ওলট-পালট
— বিতৰ্কত হাৰিলেও
কৰি থাকে ফট্ ফট্।
জ্ঞানৰ ৰাজ্যৰ এওঁ
প্ৰচণ্ড মাৰ্ত্তণ্ড
বিশ্লেষণ অসি লৈ
কৰি দিয়ে
কবিতাৰ ৰাজ্য লণ্ডভণ্ড।
বিদ্যাৰ বলেৰে

জানে যত তন্ত্ৰমন্ত্ৰ
সাহিত্য প্ৰস্তুত কৰা
এওঁ মহাযন্ত্ৰ।
এই হেন পণ্ডিতৰ —

[এইবুলি কওঁতেই নিমাতী তাৰপৰা চাট কৰে উঠি গুচি যায়গৈ। তাকে দেখি সখীবিলাকেও নামাতি-নুবুলি খোঁটালিকে শুদা কৰি গুচি যায়। তাতে আচাৰ্য্যদেৱ খণ্ডত উগ্ৰমূৰ্ত্তি হৈ—]

আচাৰ্য্য : কি কি
অপমান?
অপমান?
পণ্ডিতৰ অপমান?

[এইবুলি খঙত কঁপিবলৈ ধৰে।]

## আঁৰ-কাপোৰ

## ষষ্ঠ

[ৰতনপুৰৰ ৰাজসভা। ৰজা ৰাজসিংহাসনত বহি আছে। মন্ত্ৰী, আচাৰ্য্য, পাৰিষদসকল, কোঁৱৰসকল, কবি, বৈজ্ঞানিক, চিত্ৰকৰ, ভাস্কৰ, সাহিত্যিক, সঙ্গীতবিদ, কলা-বিশাৰদ, নট, নটী, গায়ক, বাদক ইত্যাদি গুণী-জ্ঞানীৰে সভা ভৰপূৰ।]

সবিতাপ্ৰিয় : আৰু আৱশ্যক নাই—
নামাতেই যদি,
নালাগে মাতিব তনয়াই।
দেশ-বিদেশৰপৰা
সমৱেত হোৱা যত
নৃপতিকুমাৰ—
নানা বিদ্যা বিশাৰদ,
কলাবিদ্
কবি, দাৰ্শনিক
বৈজ্ঞানিক, পণ্ডিতপ্ৰবৰ,
ক্ষমিব সকলে মোক।

আচাৰ্য্য : হে মহাৰাজ!
ভাবি-গুণি, দেখি-শুনি

কাৰ্য্যকলাপ ৰাজতনয়াৰ
শেষ সিদ্ধান্তত মই
হ'লোঁ উপনীত
জন্মমুক তনয়া ৰজাৰ।

বৈজ্ঞানিক ঃ মোৰো সেয়ে
হৈছে ধাৰণা
কণ্ঠৰ বিকাৰ।
মস্তিষ্কৰ কিবা ৰোগ হেতু
তনয়া নিৰ্ব্বাক।

আচাৰ্য্য ঃ অৱশ্যে নিশ্চয়
নোহে ইটো ইচ্ছাকৃত
মৌন অভিনয়।
বিধতাৰ শিলৰ লিখন
জন্মমুক তনয়াৰ
ই বিধি বন্ধন ;
নোৱাৰিলে, নোৱাৰেও
কোনো কালে, কোনো জনে
কৰিব খণ্ডন।

সবিতাপ্ৰিয় ঃ বিধতাৰ নিবন্ধন
জনমতে লিখি দিয়া
ভাগ্যৰ লিখন?

[এনেতে বৰাগী ভাট সোমাই আহি আঁঠু লয়।]

বৰাগী ভাট ঃ শতকোটি দণ্ডৱত
হে মহাৰাজ!
আনি আছোঁ
শুভ সমাচাৰ।

সবিতাপ্ৰিয় ঃ কোৱা—কোৱা
কিবা সমাচাৰ?

বৰাগী ভাট ঃ বহু দেশ অতিক্ৰমি
পালোঁ জ্যোতি দেশ।
লগ পালোঁ
সোণবৰণীয়া এক
কন্যা সুবেশ।

মোক দিলে দেখুৱাই
অভিনৱ স্থাপত্যৰ
জোনাকী কাৰেং—
তাতে হেনো কৰে বাস
শ্ৰীৰূপকোঁৱৰ
অনিন্দ্য সুন্দৰ।
তেৱেঁ বোলে
আহিব বেগাই,
নিমাতীৰ
হাঁহি বোলে দিবহি
ফুলাই।

আচাৰ্য্য : সপোনৰপৰা
জখলাৰে নমুৱাই
আনি দিবি মৰতত
ৰূপৰ কোঁৱৰ!
কিনো কথা কৱ?

বৰাগী ভাট : নকৰিলে বিশ্বাস সভাই
মোৰ একো নাই যে
উপায়।
যি দেখিলোঁ যি শুনিলোঁ,
অপূৰ্ব্ব দৰ্শন আৰু
অদ্ভুত শ্ৰৱণ
তাকে মাথোঁ কৰোঁ
নিবেদন—

আচাৰ্য্য : মহাৰাজ!
বৰাগীৰ সিদ্ধি খোৱা
আছে অভ্যাস।

[সভাৰ সকলোৱে হাঁহিবলৈ ধৰে। সকলোৱে বি-বি-বা-বা-বা কৰে। সবিতাপ্ৰিয়ই গালত হাত দি কিবা ভাবিবলৈ ধৰে। এনেতে গুৰুগম্ভীৰ মাতেৰে বাহিৰৰপৰা এটা গীত উটি আহে।]

সবিতাপ্ৰিয় : [আচৰিত হৈ শুনি থাকে।]

**গীত**

জাগা— জাগা
নক্ষত্ৰৰ প্ৰভাতে প্ৰভাতে
হাঁহা— সকলো সন্ধিয়াৰে
ভুবনে ভুবনে বিয়পি
তোমাৰ হাঁহিয়ে
কোটি জগতৰ
আকাশ কৰিছে মায়াপী
তোমাৰ স্বৰৰ লহৰে
অনন্তৰ অন্ত বিচাৰি
তোমাতেই অন্ত পায়।
তোমাৰ কণ্ঠেৰে
কণ্ঠৱতী
কোনে মতা নাই?
কোনে মতা নাই?

সবিতাপ্ৰিয় : ক'ৰ এই কণ্ঠস্বৰ?
অপাৰ্থিব
অলৌকিক
ৰহস্যময়
স্বৰ্গ আৰু মৰতৰ
বেজাৰ-আনন্দৰ
কিবা যেন
প্ৰণৱ ওঙ্কাৰ,
কিনো ইনো
অজাগতিক
স্বৰৰ ঝঙ্কাৰ?

[এনেতে বাহিৰত গোলমাল হয় আৰু সভাৰ আটাইবিলাকে থিয় হৈ বাহিৰলৈ চায়। দুৱৰীয়ে এটা ফটা-চিটা কাপোৰ পিন্ধা বীণ-বৰাগীক সভাৰ মাজলৈ লৈ আহে।]

বীণ-বৰাগী : [সভাত সোমাই।]
কোনে মতা নাই?
কোনে মতা নাই?

[তাৰ পিছত সুৰ ধৰি গায়।]

### গীত

বীণ-বৰাগী ঃ তোমাৰ কণ্ঠেৰে
কণ্ঠাৰতী
কোনে মতা নাই?
কোনে মতা নাই?

[সভাৰ সকলো আচৰিত হয়।]

দুৱৰী ঃ [সেৱা কৰি।]
মহাৰাজ!
ভিকহু কঙাল এই
অপয়া অসুৰে
তিন দিন ধৰি
বাটে বাটে গান গায়।
সুধিলে মানুহে
মাথোঁ কয়—
কোনে মতা নাই?
কোনে মতা নাই?
আজি দুপৰীয়া
ৰাজদুৱাৰত আছে
বহি বীণ বাই,
সুধিলে মাথোন কয়—
কোনে মতা নাই?
কোনে মতা নাই?
নিমাতীৰ
সিয়ে হেনো
দিব পাৰে
মাত উলিয়াই।

আচাৰ্য্য ঃ হাঃ হাঃ হাঃ
মহাৰাজ!
প্ৰচণ্ড বলিয়া এই
ভিকহু কঙাল।
কত গুণী জনে
নোৱাৰিলে যিটো
কৰি দিব সমাধান,

বাটৰ বলিয়া এই
কঙাল ফকীৰে
আহি ৰাজদুৱাৰত
সভাক কৰিছে
অপমান।

সবিতাপ্ৰিয় ঃ কিন্তু শুনা
পণ্ডিতপ্ৰবৰ!
গান শুনি এই বৰাগীৰ
সামান্য মানুহ বুলি
ধৰা নাই মনে।
হ'ব পাৰে কোনো সিদ্ধ
যোগী মহাজন।
সিদ্ধকাম হৈ
সংসাৰৰ দুৱাৰে দুৱাৰে
ফুৰে গীত গাই
বীণখনি বাই।

আচাৰ্য্য ঃ বাৰু মহাৰাজ!
সোধা যাওক
কোন এইজন।
হেৰা আগন্তুক মহাজন!
কোন তুমি
ৰাজসভালৈ আহিলা কি বুলি
কিবা প্ৰয়োজন?

বীণ-বৰাগী ঃ মোৰ নাম শ্ৰীৰূপকোঁৱৰ—
[সভাৰ সকলোৱে হাঁহি দিয়ে।]

আচাৰ্য্য ঃ শ্ৰীৰূপকোঁৱৰ?
যদি হোৱা ৰজাৰ দুলাল
কিয় তেন্তে পিন্ধি ফটাকানি
দুৱাৰে দুৱাৰে আহি
ফুৰিছা বাগৰি?

[সকলোৱে হাঁহে।]

বাৰু কোঁৱা।
কোন ৰাজ্যজুৰি

তুমি ৰজা—
ৰাজ্যখন কোননো
দিশত?

বীণ-বৰাগী : দিগন্তই— দিগন্তই
সীমা মোৰ সুন্দৰ ৰাজ্যৰ।

[সকলোৱে হাঁহে।]

মানৱৰ কল্পনাৰ
সীমান্ত ভেদি
যি ৰাজ্য অনন্তত শেষ
সেয়ে মোৰ ৰাজ্য
তাৰ নাম জ্যোতি দেশ।
কল্পনাৰ সিদেশৰ
ফুলনিবাৰীত
ভাবৰ কুসুমৰাজি
হয় বিকশিত।
জ্ঞানৰ বেলিয়ে তাত
পোহৰ পেলায়
কল্পনাৰ নৈ-বননিত।
তাতে মোৰ
জোনাকীকাৰেং
গোট মৰা পোহৰেৰে সজা
সৌন্দৰ্য্যৰ উপাসক
যতমানে সৌন্দৰ্য্যসাধক
সেয়ে মোৰ প্ৰজা।

[সকলোৱে হাঁহে।]

আচাৰ্য্য : হাঃ হাঃ হাঃ
মহাৰাজ!
কথা শুনি
বুজিলেনে কি মহা পাগল—
ভাবৰ ধোঁৱাৰ মাজে
দেখিছে সপোন।
অৱশ্যে কবিত্ব শক্তি

আছে পাগলৰ।
বলিয়া নেহোৱা হ'লে
পাৰিলেহেঁতেন হ'ব
ভাল কবি এক এই
ভিকছু কঙাল।
বাৰু হেৰা শ্ৰীৰূপকোঁৱৰ!

[সকলোৱে হাঁহে।]

কোনেনো পাতিলে বাৰু
তোমাক কোঁৱৰ?
শুনা দেখোঁ নাই আমি
আছে বুলি
শ্ৰীৰূপকোঁৱৰ?

বীণ-বৰাগী ঃ মানুহৰ কল্পনা বিশ্বৰ
সুন্দৰ 'দেশৰ
সৌন্দৰ্য্যৰ উপাসক সবে
কৰি আছে পূজা সৌন্দৰ্য্যৰ।
ৰূপ আৰু অৰূপৰ
অগনি জ্বালি
অনন্ত তৃষ্ণাৰ হবি
পূৰ্ণাহুতি ঢালি
উজলাই হোমানল
সৌন্দৰ্য্য যজ্ঞৰ।
সেই যজ্ঞ মথি মোৰ
জাগিল মানস ৰূপ
সৌন্দৰ্য্য সাধনাৰ।
নবীন কোঁৱৰ মই
নাম দিলে শ্ৰীৰূপকোঁৱৰ।

[সকলোৱে তন্ময় হৈ শুনে।]

মানুহৰ অনন্ত তৃষ্ণাৰ
দূৰ সুদূৰৰ পিয়াহৰ
ডকাওঁ ফুলৰ ৰথ মোৰ
জগতৰপৰা জগতলে',

গতি কৰোঁ
গ্ৰহান্তৰলৈ'।
আনন্দৰ গানে গানে
মোৰে জয়কাৰ,
বেজাৰৰ চকুৰ পানীত
মোৰ ছবি প্ৰতিফলিত।
বিৰহী যক্ষৰ বিননিত
শুনি যাবা ময়ে ৰচা সুৰ
বিৰহিনী লয়লাৰ
আবেগ বাণীত
মই ৰচা কবিতাৰে পূৰ।
বসন্তৰ লগে লগে
দিওঁ পঠিয়াই
মোৰ লীলাময়ী
সহচৰী
চিত্ৰলেখা সখী।
অকমানি বসন্তক
ওমলাবলৈ'
গছে গছে, পাতে পাতে
ন ন ভাভা ফুটুৱাই
ইন্দ্ৰধনুৰপৰা নানা ৰং আনি
পৃথিৱী শুৱনি কৰি
নৱ নৱ সৃষ্টিৰ
পাতনি পেলাই
মুগ্ধাবালাৰ মই
মুগ্ধতাত থাকোঁ
যুৱতী মিলন প্ৰয়াসী
আৰাধনাৰ আঁৰত
থাকোঁ মই হৃদয়ৰ
আবেগ পাৰত।
প্ৰণয়ীৰ প্ৰণয়ৰ নীৰৱ ভাষাত
আৰু থাকোঁ নবীনৰ

হেঙুলি আশাত।
সাম্রাজ্য বিস্তাৰ মোৰ
পৰাণীৰ ভাষাই ভাষাই
সঙ্গীতৰ লীলাই লীলাই
মোৰে কথা ভাবি ভাবি
গীত গাই জগতৰ
ভাব নিজৰাই।
কোটি সুন্দৰ জিনি
মই সৌন্দর্যৰ স্পৰ্শমণি
অসুন্দৰ মোৰ পৰশতে
হয়গৈ সৌন্দর্য্যৰ খনি।
সৃষ্টিৰ আদিৰেপৰা
অনন্ত কাললে'
আঁকা মোৰ
আয়ুসৰ ৰেখা,
লগে লগে ফুৰে
চিত্রলেখা।
যত যত সৃষ্টিপট
মোৰ স্বৰ্ণতুলিকাৰে লেখা।
কোটি সবিতা জিনি
অনিৰ্ব্বাপী মই
অম্লান জ্যোতিশিখা।

[গোটেই সভা বহুপৰ তন্ময় হৈ থাকে।]

আচাৰ্য্য : [গা-মূৰ জোঁকাৰি।]
নহয়, নহয়—
কল্পনাৰ গৌৰৱ আছে
অৱশ্যে নিশ্চয়।
কিন্তু দুখৰ বিষয়
বিকাৰগ্রস্ত এই
মস্তিষ্ক লৈ
কৰিছেহি আহি এই
সুযোগ্য সভাত
বলিয়াৰ অভিনয়
শ্ৰীৰূপকোঁৱৰ বুলি।

যদিওবা দিছা পৰিচয়—
হেৰা গুণাকৰ!
কাৰ্যত দেখিছো দেখোঁ
তুমি এক ভণ্ডুৱা কোঁৱৰ।
[সকলোৱে গিৰ্জনি মাৰি হাঁহি দিয়ে।]

সবিতাপ্ৰিয় ঃ ক্ষান্ত হওক
পণ্ডিতপ্ৰবৰ!
মিছা তৰ্ক জুৰি
বৰাগীক উপলুঙা কৰি
কিবা লাভ?
যদি আছে বৰাগীৰ
এনে কিবা গুণ
কৰিব পাৰিব পাৰে
অসাধ্য সাধন
আপত্তিৰ কিবা কথা তাত?
নৱ আগন্তুক!
পাৰা যদি কিবা
কৌশলেৰে
পাৰা যদি কিবা
বিদ্যাবলে
উলিওৱা মাত
মোৰ নিমাতী কন্যাৰ।
[সভাৰ সকলোৱে ভিতৰত নানা কথা-বতৰা হ'বলৈ ধৰে।]

আচাৰ্য্য ঃ মহাৰাজ!
ভোজবাজী জনা এই
ভণ্ড ভিকহুৱে
কিবা ইন্দ্ৰজাল মাৰি
ভুৱা দিব পাৰে
সকলোকে
শুনাই কৃত্ৰিম মাত
নিমাতী কন্যাৰ।
ইন্দ্ৰজাল মুগ্ধ হৈ
সকলো মানুহ
মোহ গৈ থাকোঁতেই

কৰিব প্ৰমাণ
ইয়ে উলিয়ালে বুলি
নিমাতীৰ গান।
এই দুষ্ট যাদুকৰে
নিজে মাতি কিবা এক
অভিনৱ মাত
কৃত্ৰিম কণ্ঠেৰে
কন্যাৰ মুখেদি যেন
আহিছে ওলাই বুলি
দিব দেখুৱাই।
দুৰ্বৃত্তৰ প্ৰবঞ্চনাময়
দুষ্ট কথাত
কদাপিও নেযাব সঞ্জাত।
মহাৰাজ! মহাৰাজ!
আদেশ কৰোক
যাবলৈ
সমুখৰপৰা এই
মহামূৰ্খতাক।
ছলি বহু চহাৰ সমাজ
ভুৱা দি দি গাঁৱলীয়া
সৰল প্ৰজাক
ভাবিছে ছলিব আহি
জ্ঞানী, গুণী পণ্ডিতৰ
ই মহাসভাক।

সকলোৱে : দূৰ কৰি দিয়ক মহাৰাজ!

সবিতাপ্ৰিয় : ক্ষান্ত হওক
পণ্ডিতসমাজ!
উত্তেজিত নহ'ব সমূলি।
যাওক তেন্তে বৰাগী
ওলাই,
নেলাগে মাতিব মোৰ
নিমাতী কন্যাই।

বীণ-বৰাগী : আৱশ্যক নাই—
নিমাতীয়ে মাত মতা

আৱশ্যক নাই!
তেন্তে বিদায় ৰাজন!
বিদায়, বিদায় তেন্তে
পণ্ডিত সজ্জন!

সবিতাপ্ৰিয় : নহয়, ৰ'বা ; ৰ'বা, ৰ'বা
শ্ৰীৰূপকোঁৱৰ!
পণ্ডিতসকল!
নিমাতীৰ মাত মই
নুশুনিম এই জনমত।
যদি পাৰে— যদি পাৰে
এই যোগীজনে
কিয়— কিয়?
কি আপত্তি তাত?

আচাৰ্য্য : বাৰু মহাৰাজ!
উলিয়ক তেন্তে
মাত এই পগলাই।
কিন্তু মহাৰাজ!
মাথোঁ এক চৰ্ত্তত
হ'ব পাৰোঁ আমি সন্মত।

সবিতাপ্ৰিয় : কি সেই চৰ্ত্ত?

আচাৰ্য্য : মতুৰায়ো যদি
মাত এই পগলাই
অৰ্দ্ধ ৰাজ্য আৰু কন্যা
কদাপি নেপায় যেন
এই পগলাই
অৱশ্যেই দিব তাক
ভালকৈ
পিঠা-পনা সন্দেশ
যতমানে খায়।

সবিতাপ্ৰিয় : প্ৰতিজ্ঞা ৰক্ষাৰ মোৰ
তেন্তে
নিদিয়ে উপায়?

ৰাজকুমাৰ এজন : ভিক্ষাৰীক
ৰাজকন্যা দিব লগা হ'লে

প্ৰতিজ্ঞা ৰক্ষাৰ বাবে
জ্ঞানী, গুণীসকলক
দিবনে খেদাই ?

সবিতাপ্ৰিয় ঃ বাৰু তেন্তে
কোনো কথা নাই
নিমাতীয়ে মাতিবৰ
আবশ্যক নাই।
যোবাগে বৰাগী
ওলাই।
ৰজা মই
প্ৰজা পাৰিষদসকলক
বিতুষ্ট কৰিবলৈ
অধিকাৰ নাই।

বীণ-বৰাগী ঃ নিমাতীৰ মাতৰ কাৰণে
শুনি মানৱৰ এক
আৰ্ত্ত আহ্বান
আহিছিলোঁ উলিযাম
বুলি
নিমাতীৰ মাত।
কিন্তু যিটোজনে
ধৰে শক্তি
নিমাতীক মাত মতাবৰ
তাৰ হতুৱাই
মাত মতুৱাই
ভুলিব খুজিছে এই
প্ৰতিমা সুন্দৰ
পৰাক্ৰমী শক্তিশালী সবে
ভিকহু গুণীক থৈ
দূৰৰো দূৰত।
এয়ে যদি সমাজৰ
হয় অভিলাষ
নাই মোৰ আৱশ্যক
কৰিব প্ৰয়াস।
বিদায়, ৰাজন!
বিদায়, বিদায় তেন্তে
পণ্ডিত সজ্জন!

[বীণ-বৰাগীয়ে লাহে লাহে উভতি যাবলৈ ধৰে আৰু বীণ বজাই গীত আৰম্ভ কৰে। গীতধ্বনিত সকলোৱে মন্ত্র-মুগ্ধৰ দৰে তন্ময় হৈ যায়।]

### গীত

জানো জানো জানো
বিফলে নাযায় মোৰো গানো।
মোৰ যত অশ্রুজল
তীর্থজলেৰে মিলি
উজলিব পৃথিৱীৰ
কোষায় কোষায়
জানো জানো জানো।
মোৰ যত অভিনৱ গান
বিকশিত কমলৰ গন্ধ সমান
জানো জানো
জগাব সি বিশ্বৰ প্রাণো।
অকলশৰীয়া সেই পুৱতিৰ তৰা
আপোনাৰ গানতেই আপুনি বিভোৰা
উষাৰ কোলাতে মাৰ যায়
পোহৰত হাঁহিটি মিলাই
জানো জানো জানো
বিফলে নাযায় তাৰো গানো।
জাগা অভিনৱ ছন্দে
মৌন মুগ্ধ যত শব্দ কমল দল
কণ্ঠে কণ্ঠে অর্ব্বুদ বৃন্দে
জাগা অমৃত সুৰবাণী পৰমানন্দে।

[গীতৰ শেষডোখৰ "জাগা অভিনৱ ছন্দে" ইত্যাদি এবাৰ গাই ঘূৰাই গোৱাৰ লগে লগে সভাখন চঞ্চল হৈ পৰিল আৰু সখীবিলাকৰ সৈতে নিমাতী মুগ্ধ আৰু আকুল হৈ সভাত ওলালহি। বীণ-বৰাগীৰফালে ৰ' লাগি চাই থাকিল। বীণ-বৰাগীয়ে নিমাতীক দেখি লাহেকৈ আঁঠু কাঢ়ি বীণখন হাতৰপৰা থৈ কয়।]

বীণ-বৰাগী : মোৰ সাধনাৰ
মন্দিৰৰ
জাগৃতা গোসাঁনী

মোৰ জীৱনাজীৱন জুৰি
ৰূপ ৰস শবদৰ
গন্ধাৱলী
ধূপ-দীপ মানসৰ
কল্পানাৱলীৰে পূজা
অন্তৰত থাপনাত
থাপি লোৱা
ভাবৰ লখিমী!
হাঁহা মানস ভৰি
জাগা তন্দ্ৰা এৰি
ৰূপৰে কুঁৱৰী
কবিৰ প্ৰতিভা উন্মেষি।
অঙ্গালোকেৰে পিন্ধি বাস
বনসৰসীৰপৰা
সদ্যস্নাতা পঙ্কজনেত্ৰী!
উদিছিলে যেনেকৈ
আৰু
নীলিমাৰপৰা উঠা
উৰ্ব্বশীৰ দৰে
জাগা সেই দৰে তুমি
হে কণ্ঠৱতী!
মোৰ এই সাধনাৰ
সৰোবৰ মথি
স্বৰ ভাষা, সুৰৰ লখিমী
সাধনাৰ সিদ্ধি ৰূপিনী
আঁহা মোৰ জীৱনৰ
সকলো সপোনৰ
কল্পনাৰ ৰাজভৱনৰ
গোসাঁনী ৰাণী!

**[এইবুলি বীণ-বৰাগীয়ে নিজৰ মূৰৰ জটাজুট আৰু বৰাগীৰ ভেশ গুচাই দিয়ে আৰু 'ৰূপকোঁৱৰ' নিজ ৰূপত উদ্ভাসিত হৈ ওলাই পৰে। গোটেই সভাত 'ৰূপকোঁৱৰ', 'ৰূপকোঁৱৰ' বুলি শব্দ উঠিবলৈ ধৰিলে। সকলো আচৰিত। পণ্ডিত, আচাৰ্য্য, বৈজ্ঞানিক, ৰাজকুমাৰসকলে হাতযোৰ কৰি মনে মনে স্তুতি কৰিবলৈ ধৰে। নিজ ৰূপ ধৰি ৰূপকোঁৱৰ— নিমাতীৰ গালে নিজৰ ডিঙিৰ বিচিত্ৰ মালাধাৰৰ ওলমি থকা সোণ-বৰণীয়া সাধনা-কলমটো লৈ তাৰপৰা পাখিবোৰ ছিঙি ছিঙি নিমাতীৰ গালে ছটিয়াই ছটিয়াই দি গায়—।]**

গীত

ৰূপকোঁৱৰ ঃ জাগা অভিনৱ ছন্দে
কণ্ঠে কণ্ঠে
মৌন মুগ্ধ যত শব্দ কমল দল
অৰ্ব্বুদ বৃন্দে
জাগা অমৃত সুৰবাণী পৰমানন্দে।

[ফুলৰ পাহিবোৰ ছটিয়াই দি যোৱাৰ লগে লগে নিমাতীৰ ওঁঠত হাঁহি বিৰিঙি বিৰিঙি আহিবলৈ ধৰিলে। তাৰ পিছত শেষৰ আঁজলি দিয়াৰ লগে লগেই নিমাতীয়ে হাঁহি উৎফুল্ল হৈ গাবলৈ ধৰিলে আৰু সখীবিলাকেও লগতে ধৰিলে।]

গীত

নিমাতী ঃ জয় ৰূপমুগ্ধ
জয় সুৰমুগ্ধ
জয় জয় অৰূপজ ৰূপকুমাৰ
ৰূপে ৰসে
গন্ধে বৰ্ণে গানে
সুৰ লয় তানে মানে
লোৱা লোৱা
প্ৰাণৰে পূজাৰ
ষোড়শোপচাৰ
জয় জয় অৰূপজ ৰূপকুমাৰ*

আঁৰ-কাপোৰ

---

* এই নাটৰ দুটা পাঠ আছে। আমি চাবলৈ পোৱা পাঠটিৰ শিৰোনামাত এনেদৰে লিখা আছে ঃ
ৰূপকোঁৱৰ (গীতনাট) [সক ল'ৰা-ছোৱালীৰ কাৰণে সংক্ষিপ্ত সংস্কৰণ]
শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা প্ৰণীত। ইং ১৯৩৬
এই পাঠটিৰ আৰম্ভণিৰ কিছু অংশ নাই। পাঠটি আৰম্ভ হৈছে, 'ৰতনপুৰৰ ৰাজপ্ৰাসাদত এটা আহল-বহল কোঠা....'ৰ পৰা। এই পাঠৰ পৰা পূৰ্বৰ সংস্কৰণত থকা কিছু ভুলৰ শুধৰণি কৰা হ'ল।

# চৰিত্ৰবিলাক

কবিতাকুমাৰ

চিন্তাকুমাৰ

মনীষাকুমাৰ

বাওনা ৰজা

বাওনাবোৰ

সোণপখিলী

কল্পিতা

ছন্দিতা

# সোণপখিলী

### প্ৰথম

[ৰাতি। কবিতাকুমাৰৰ শোৱনি খোঁটালি। ওখ আৰু বহল। খিৰিকিয়েদি পূৰ্ণিমাৰ জোনটো দেখা গৈছে। আকাশত তৰা। ছাঁৰ দৰে পৰ্ব্বতমালা জিলিকি আছে। খিৰিকিৰ ওচৰতে পালেঙত কবিতাকুমাৰ শুই আছে। খোঁটালিটোত ক'-বন্তি নুমুৱা। জোনৰ পোহৰ আহি কবিতাকুমাৰৰ মুখ, গাত পৰি আছে। খোঁটালিটো আন্ধাৰ। জোনৰ পোহৰ বিয়পি মাথোন কিছু পোহৰ কৰি থৈছে। কবিতাকুমাৰৰ পালেঙৰ ওচৰতে মাটিত দুফালে দুজনী সখী—ছন্দিতা আৰু কল্পিতা শুই আছে। কবিতাকুমাৰৰো টোপনি। বাহিৰত কোনোবা বাটৰুৱাই গীত গাই গৈছে। মাজে মাজে কেতেকীয়ে মাতিছে—'মই কেতেকী'।]

**বাহিৰৰ বাটৰুৱাৰ**

**গীত**

জোনোবালী নিশাৰ<br>
        ৰূপোবালী পোহৰে<br>
চকুৰ পাহিত<br>
        কাৰ ছবি আঁকি যায়!<br>
জিক্‌মিক্ জিক্‌মিক্<br>
        কাৰ সোণপখিলাই<br>
                নাচি নাচি<br>
                আহি<br>
        ৰুণুকজুণকৈ<br>
                নূপুৰ বজায়।<br>
পাখি কৰে ৰুণ্ ৰুণ<br>
গান গায় গুণ্ গুণ্

হাঁহি হাঁহি
দেখুৱাই
অকাবঁকা চকামকা
ৰঙা সপোন।

[গীতটো শেষ হওঁতে নহওঁতেই ছাঁৰ দৰে সোণপখিলী খিৰিকি দুৱাৰেদি আহি কবিতাকুমাৰৰ শিতানত থিয় হয়। তাই হাত দুখন মেলি আছে আৰ হাতৰ ভৰিলৈকে জুলি আছে জিল্‌মিল্ জিল্‌মিল্‌কৈ থকা দুফালে দুখন পখিলা পাখি। আলাসতে উৰি ফুৰাদি তাই খোঁটালিটোত নাচি ফুৰিবলৈ ধৰে। জিল্‌মিল্ কইনা ওৰণিৰে তাইৰ মুখখন একেবাৰে ঢকা। তাইৰ ওৰণি তলৰপৰা একেবাৰেই চিন ধৰিব নোৱাৰি। সোণপখিলীয়ে এইদৰে নাচি থাকোঁতেই কবিতাকুমাৰ টোপনিতে লাহে লাহে পালেঙৰপৰা উঠে আৰু তালে তালে খোজ মিলাই নাচৰ ভঙ্গীৰে চকু মেলোঁ-নেমেলোঁকৈ সোণপখিলীক এই ধৰোঁ এই ধৰোঁকৈ পাছে পাছে ঘূৰি ফুৰে। সোণপখিলীয়েও ধৰা দিওঁ দিওঁ কৰি নাচি নাচি আঁতৰ হৈ যায়। তাৰ পিছত কবিতাকুমাৰে হঠাৎ এবাৰ সাৰ পোৱাৰ দৰে হৈ চক্ খাই কয়—]

**কবিতাকুমাৰ** ঃ কোন তই
কোন তই
জিলিমিলি নাচিলি?
কোন তই
কোন তই
সোণ হাঁহি হাঁহিলি?

**সোণপখিলী** ঃ [নাচি নাচি খিৰিকিত উঠি]
হিঃ হিঃ
হিঃ হিঃ
টোপনিৰেপৰা
তই কিয় বাৰু
মাতিলি
কিয় বাৰু মাতিলি
হিঃ হিঃ
হিঃ হিঃ
মই সোণপখিলী।
মই সোণপখিলী।।

[সোণপখিলী ছাঁট কৰে খিৰিকিয়েদি নাইকিয়া হৈ যায়গৈ।]

কবিতাকুমাৰ ঃ [গৈ গৈ খিৰিকিৰ মুখত বৈ মাতেগৈ]

আহ অ'

আহ অ'

অ' সোণপখিলী।

আহ অ'

আহ অ'

অ' সোণপখিলী।

ফুলৰে সাজি দিম শুৱনি ঘৰ

তোকে বিচাৰি গাম সাতো [illegible] ।।

[এনেতে বাহিৰত বাট-বাটোৱে গায।]

**গীত**

পাখি কৰে ৰুণ ৰুণ্

গান গাই গুণ্ গুণ্

হাঁহি হাঁহি

দেখুৱাই

অকাবঁকা চকামকা

ৰঙা সপোন।

[কবিতাকুমাৰেও সেই গীত বন্ধ হ'লত সেই গীতৰ শাৰীকেইটাকে গাই গাই খিৰিকিৰপৰা আঁতৰি আহি নেদেখি ছন্দিতাৰ গাত উজুটি খায। ছন্দিতাই উচপ খাই সাৰ পায।]

ছন্দিতা ঃ [আচৰিত হৈ]

কি হ'ল

কি হ'ল

কি হ'ল জোন?

কবিতাকুমাৰ ঃ পাখি কৰে ৰুণ্ ৰুণ্

গান গাই গুণ্ গুণ্

হাঁহি হাঁহি

দেখুৱাই

অকাবঁকা চকামকা
ৰঙা সপোন।

ছন্দিতা : [আৰু আচৰিত হৈ]
পাখি কৰে ৰুণ্ ৰুণ্

কবিতাকুমাৰ : ওঁ

ছন্দিতা : গীত গায় গুণ্ গুণ্?

কবিতাকুমাৰ : ওঁ

[এনেতে কল্পিতাই সাৰ পায়।]

কল্পিতা : বাইদেউ! বাইদেউ!
কিয় সাৰ পালা?
কি দেখিলা?

কবিতাকুমাৰ : মই—মই
মইহে দেখিলোঁ
আজি সোণপখিলা।

কল্পিতা : ক'ত দেখিলা
সোণপখিলা?
পখিলাতো
পখিলা
তাকেনো দেখি
তুমি মাজনিশা
কিয় উঠিলা?
সৌ ফুলনিৰপৰা
আহিছিল হ'বলা
বাট-পথ হেৰুৱাই
সিটি পখিলা!

কবিতাকুমাৰ : পখিলা নহয়
তাই
সোণপখিলী।
হাঁহে তাই

নাচে তাই
জিল্‌মিল্ ওৰণিৰে
ঢকা ছোৱালী
তাই সোণপখিলী।
ছন্দিতা আৰু কল্পিতা ঃ [একে লগে]
তাই ছোৱালী?
সোণপখিলী!
কবিতাকুমাৰ ঃ অঁ অঁ
সোণপখিলী
সোণপখিলী!
ছন্দিতা ঃ তাই কেনেকুৱা?
কবিতাকুমাৰ ঃ আলসুৱা তাই
ফুল আলসুৱা
পোহৰৰ দৰে তাই
মনে মনে আছে,
পুৱা ৰ'দালিৰে দৰে
জিক্‌মিক্ নাচে
গীতৰ সুৰৰ দৰে
হালিজালি যায়
খোজে খোজে
জেউতিৰ
পদুম ফুলাই।
উৰ্বশীৰ
চকুপানী
মালা গাঁথি
পিন্ধি তাই
বেজাৰত
আনন্দৰ

ৰহণ বোলাই।
সপোনত
আহি তাই
নাচে গায,
জাগৰণত
সৌন্দৰ্য্য-পিয়াহ
মোৰ
জগায় প্ৰাণত

[কবিতাকুমাৰে গীত গায অভিনব ভঙ্গীৰে]

গীত

কবিতাকুমাৰ ঃ যাওঁ যাওঁ বিচাৰি
সোণপখিলী—
ছন্দিতা আৰু কল্পিতা ঃ [হালিজালি] নাযাবা,
নাযাবা, যাবা কালি।
কবিতাকুমাৰ ঃ [দূৰলৈ গৈ থমকি ঘূৰি ৰৈ]
যাওঁ যাওঁ বিচাৰি
সোণপখিলী—
ছন্দিতা আৰু কল্পিতা ঃ [হালিজালি] নাযাবা,
নাযাবা, যাবা কালি।
কবিতাকুমাৰ ঃ যাম,
যাম—যাম
সোণবাট পাম
সোণবাটে গৈ গৈ
সোণ নৈ পাৰ হৈ
সোণৰ বালিত গৈ
সোণভাত খাম।
সোণ নৈ পাৰ হৈ

সোণবন পাম।
সোণবন
সোমালে সোণজুৰি পাম,
সোণজুৰি পাৰতে
সোণবাঁহী বজাম, বজাম।
যাওঁ যাওঁ বিচাৰি
সোণপখিলী
যাওঁ যাওঁ বিচাৰি
সোণপখিলী।

ছন্দিতা আৰু কল্পিতা ঃ নাযাবা, নাযাবা
যাবা কালি
নাযাবা, নাযাবা,
যাবা কালি।

## আঁৰ-কাপোৰ

### দ্বিতীয়

[কবিতাকুমাৰৰ ফুলনি। মনীষাকুমাৰ আৰু চিন্তাকুমাৰ ফুলনিৰ এখন বহল সেউজীয়া পথাৰত এটা বগা মাৰ্বুল পাথৰত বহি আছে। মনীষাকুমাৰে হাতত এখন হাতীদাঁতেৰে বন্ধোৱা টোকাৰিত আঙুলি বুলাইছে আৰু চিন্তাকুমাৰে গীত গাইছে। বেলি মাৰ যাবলৈ কিছু পলম আছে।]

### গীত

চিন্তাকুমাৰ ঃ মোৰ আজি সন্ধিয়াৰ
গানৰ কথা
প্ৰাণেৰে মনেৰে সুৰেৰে গঁথা,
গোপনৰ বাণী—
মৰমেৰে সানি
গানতে মিলাই গালে

উলিয়াব জানো তোৰ
চকুৰ পানী?
আকুল ই কণ্ঠৰ গানে
ক'ব জানো তোৰ কাণে কাণে
মোৰ হিয়া নিজানৰ
নুফুটা ব্যথা?
মোৰ আজি সন্ধিয়াৰ
গানৰ কথা—
প্ৰাণেৰে মনেৰে সুৰেৰে গঁথা।

[এনেতে ছাট কৰে তালৈ সোমাই আহে কবিতাকুমাৰ উদ্বাউল হৈ—]

কবিতাকুমাৰ ঃ সোণপখিলী!
সোণপখিলী!

[মনীষাকুমাৰ আৰু চিন্তাকুমাৰ হঠাৎ গান বন্ধ কৰি উঠি আহে।]

মনীষাকুমাৰ ঃ কি হ'ল?
কি হ'ল?
কি হ'ল সোণ?

কবিতাকুমাৰ ঃ পাখি কৰে ৰুণ্ ৰুণ্
গান গাই গুণ্ গুণ্।
হাঁহি হাঁহি
দেখুৱাই
অকাবঁকা চকামকা
ৰঙা সপোন।

চিন্তাকুমাৰ ঃ ৰঙা সপোন?
ৰঙা সপোন?

কবিতাকুমাৰ ঃ অঁ অঁ
ৰঙা নীলা সেউজীয়া
সকলো সপোন
পখিলা নহয় তাই

পখিলী ছোৱালী
ঝিল্‌মিল্ ওৰণিৰে
নাচে হালিজালি
আনি দিয়া
আনি দিয়া
কোনফালে থাকে তাই
ক'ত পাম কোৱা!

চিন্তাকুমাৰ ঃ অঁ অঁ
সোণপখিলী
সোণপখিলী
হীৰা-মণি-মুকুতাৰ
বাটে তাই যায়।
মুখৰ ওৰণি তাই
নেৰে সদায়।
এৰা, এৰা,
হাঁহে তাই, নাচে তাই
মিঠা গান গায়।

ছন্দিতা আৰু কল্পিতা ঃ চিনি পোৱা?
চিনি পোৱা?
সোণপখিলী!

চিন্তাকুমাৰ ঃ পাওঁ।
ময়ে মাথোঁ,
কেৱে নাপায়।

কবিতাকুমাৰ ঃ সপোনত
মই হ'লে
দেখিছোঁ সদায়।
আনি দিয়া
আনি দিয়া—

ক'ত পাম
কোৱা?

চিন্তাকুমাৰ ঃ কালহীৰা
পোহৰত
উজ্জ্বল আন্ধাৰ
আছে দেশ মৰণৰ
তাতে
মানুহৰ অস্থিৰে
তৈযাৰী এক
শুক্ৰ কাৰেঙত—
বাওনাৰ দেশ পাৰ হৈ
ৰাক্ষসৰ দেশ এৰি থৈ
গ'লেহে পাবাগৈ
সোণপখিলী
ওৰণিৰে মুখ ঢকা
জিলিমিলি।

কবিতাকুমাৰ ঃ ব'লা বন্ধু!
চিন্তা আৰু মনীষাকুমাৰ
পাৰ হৈ যত পাৰাবাৰ
আনোঁগৈ সোণপখিলী।

## আঁৰ-কাপোৰ

## তৃতীয়

[এখন উপবনৰ নিচিনা হাবিতলীয়া ঠাই। তাত উঁই-হাফলুৰ দৰে সৰু ডাঙৰ টিলা। তাৰ মাজে মাজে বাওনাবোৰৰ সৰু সৰু ঘৰ। বাওনাবোৰ চুটি-চাপৰ। সিহঁতে আঁঠুমূৰীয়া চুৰিযা পিন্ধিছে। গাত ৰংবেৰঙৰ চোলা, মূৰত বৰ বৰ পাগুৰি—সিহঁতৰ বুকু ঢকা দীঘল ডাড়ি। হাতত, ডিঙিত, কাণত সিহঁতে সোণ-ৰূপ-হীৰা-মুকুতাৰ গহণা পিন্ধিছে। সিহঁতে জুম বান্ধি নাচিছে আৰু মাজতে বাজনা বজাই ভৰিৰে গমহ গমহকৈ তাল দি আছে।]

## বাওনাৰ গীত

কেং কুৰু কেং কুৰু
ঘেং কুৰু কুৰু কুৰু
বনে বনে মনে মনে
ফুৰোঁ ফুৰোঁ ফুৰোঁ ফুৰোঁ।
ডেং কটা ডিং কটা
শিং কটা টিং
কিটিটিং ঘিটিটিং
ডিডিং ডিডিং।

বাওনা ৰজা : কোঁটো লোক্
কোঁটো লোক্
বাওনাবোৰ : ঘোটোলোক্
ঘোটোলোক্
বাওনা ৰজা : ঠেং ঠেং ঠেং
বাওনাবোৰ : চেচেং চেচেং
বাওনা ৰজা : দহ ডিঙা
ডিঙা ডিঙা
ডিং ডিডিং ডিং
বাওনাবোৰ : খিনতা খিতা
পিঠা পিঠা
খিভিং টিঙা টিং

## চতুৰ্থ

[কালহীৰাই পোহবোবা মৰণৰ দেশ। তাত মানুহৰ অস্থিৰে সজা বগা ধকধকীয়া কাৰেঙটো দেখিলে ভয় লগা সৌন্দৰ্য্যৰে জিলিকি আছে। তাৰ আগৰ ফুলনিত এজোপা ক'লা জবাফুলৰ তলত এখন কালহীৰা খটোৱা পীৰৰ বেদীৰ ওপৰত সোণপখিলী টোপনি গৈ আছে

আৰু এটা বিকট আকাৰৰ ক'লা দৈত্যৰ নিচিনা লেংটি মৰা মানুহে এখন ফুলৰ বিচনীৰে সোণপখিলীক বিচি আছে। অদ্ভুত-শ্ৰৱণ একৰকম সঙ্গীতৰ ধ্বনি আহিব লাগিছে কাৰেঙৰ ভিতৰৰপৰা।

এনেতে বাওঁফালৰপৰা কবিতাকুমাৰ, চিন্তাকুমাৰ, মনীষাকুমাৰ তাঁলৈ ছাঁৰ দৰে এখোজ-দুখোজকৈ বৈ সোমাই আহি থমকি ৰয়। বিকট আঁকাৰে তেওঁলোকক দেখি চকুবোৰ বৰ বৰ একোটাকৈ চাবলৈ ধৰে আৰু এখোজ-দুখোজকৈ বিচনীখন একাষে থৈ ওচৰলৈ আহি কবিতাকুমাৰলৈ কিছুপৰ থৰ লাগি চাই থাকি হঠাৎ সাষ্টাঙ্গে দীঘল দি পৰি সেৱা কৰে। তাৰ পাছত সি একো নামাতি-নুবুলি এখোজ-দুখোজকৈ বগা কাৰেঙটোৰ ভিতৰলৈ সোমাই যায়গৈ। কবিতাকুমাৰহঁতে ইটোৱে সিটোৱে কিবা ফুচফুচাই কথা পাতি থাকোতেই বিকটাকাৰে তিনিটা সোণৰ বাখৰ পতোৱা মুঢ়া তালৈ আনি, সোণপখিলীৰ বেদীৰ আশে-পাশে দি কবিতাকোঁৱৰহঁতক বহিবলৈ ইঙ্গিত দিয়ে। এনেতে কাৰেঙৰ দুৱাৰ-মুখত ওৰণিৰে একেবাৰে মুখ ঢকা এটা ছোৱালীৰ ঢ়ুম ওলাই তাৰেপৰা চাই থাকে। বিকটাকাৰে এনেতে বেদীৰ ওপৰতে থকা এখন বগা হাতীদাঁতীয়া বীণ কবিতাকুমাৰৰ হাতত দি অঙ্গী-ভঙ্গীৰে বুজাই দিয়ে যে বীণ বজাই গীত গালেহে সোণপখিলীয়ে সাৰ পাব, এনেয়ে নাপায়। কবিতাকুমাৰে হাতত বীণ লৈ বীণ বজাই আৰু গান গাই লগে লগে চিন্তাকুমাৰ আৰু মনীষাকুমাৰে ধৰে।]*

---

* আক্ষেপৰ কথা, দীৰ্ঘজীৱন লাভ কৰাহেঁতেন বঙ্গীয় সাহিত্য-সংস্কৃতিত ৰবীন্দ্ৰনাথৰ দৰে 'অসমীয়া সাহিত্য-সংস্কৃতিৰ আকাশতো জ্যোতিপ্ৰসাদ এক অত্যুজ্জ্বল জ্যোতিষ্কৰদৰে চিহ্নিত হ'লহেঁতেন। এই অমিত-সৃজনী প্ৰতিভাশালী স্বপ্নদ্ৰষ্টা জীৱন শিল্পীগৰাকীয়ে তেওঁৰ স্বল্পায়ু কালতে বহু মূল্যবান কামত হাত দিছিল। তেওঁ যিখিনি দি গ'ল, সেয়া যেন দূৰ নক্ষত্ৰৰ পোহৰহে— যিখিনি দিব পাৰিলেহেঁতেন তাৰ ভিতৰত এই নাটকখনিও এখন। জ্যোতিপ্ৰসাদে নাটখনিৰ মাত্ৰ দুটা পটহে সম্পূৰ্ণ কৰিছিল আৰু তৃতীয় পটৰ বাওনাবিলাকৰ গীতটোলেকে লেখিছিল মাত্ৰ ; চতুৰ্থ পটত কেৱল 'অসুৰৰ দেশ' বুলি উল্লেখ আছে আৰু পঞ্চম পটত নাটকীয় নিৰ্দেশনাখিনি লেখি থোৱা আছে। তেজপুৰ জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থাই প্ৰকাশ কৰা 'নিমাতী কইনা' নাটখনিৰ শেষত 'সোণপখিলী'ও গ্ৰন্থিত হৈছে আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই এই অসম্পূৰ্ণ নাটখনিৰ বাকী থকা অংশখিনি লেখি সম্পূৰ্ণ কৰি দিছে প্ৰক্ষিপ্ত হোৱাৰ আশঙ্কা কৰি ৰচনাৱলীত কেৱল জ্যোতিপ্ৰসাদে নিজে লেখা অংশখিনিহে সন্নিবিষ্ট কৰা হ'ল।

# পাতনি

লভিতা যদিও নাটকাকাৰে ৰঙ্গমঞ্চৰ কাৰণেই লিখা হৈছে, তথাপিও ই গতানুগতিক নাটকৰ শাৰীত নপৰে। ইয়াত সচৰাচৰ যেনেকৈ নাটকত আখ্যান, প্লট, চৰিত্ৰাঙ্কন থাকে, ঠিক সেইদৰে সেইবোৰ ইয়াত দিয়া হোৱা নাই। আখ্যান আছে যদিও তাক মাত্ৰ নাটকীয় ঘটনাৱলী গাঁঠিবলৈ সূত্ৰৰ দৰেহে লোৱা হৈছে। প্লট ইয়াত দেখুৱাব খোজা নাই। নায়ক-নায়িকা হিচাপে ইয়াত চৰিত্ৰ নাই। ইয়াৰ নায়ক গোটেই অসমীয়া ৰাইজেই। অসমীয়া সমাজে কেনেকৈ বেলেগ বেলেগ জীৱন-ক্ষেত্ৰত সেই ক্ষেত্ৰৰ মাজেদি ব্যক্তি [illegible]জ্যবাদী সমৰৰ অসমীয়া জীৱনৰ ওপৰত সংঘাতক এহাতেৰে বাধা দি [illegible]হাতে ভাৰতত সাম্ৰাজ্যবাদীৰ প্ৰভুত্ব ৰোধ কৰিবলৈ বিয়াল্লিছৰ বিপ্লৱৰ মাজেদি জাতিৰ সক্ষমতা বা অক্ষমতা দেখুৱাইছে, তাকেইহে এই নাটকত পাব।

ই এখন নাটকীয় বাস্তৱমূলক কাহিনী। এই বাস্তৱমূলক কাহিনী ৰঙ্গমঞ্চত অভিনয়ৰ যোগেদি দৰ্শকৰ আগত দেখুৱাবৰ কাৰণে, যিমানখিনি নাটকীয় কাৰিকৰী তাত প্ৰয়োগ কৰিব লাগে, অৱশ্যে তাকেইহে কৰা হৈছে। গতানুগতিক নাটকৰ লক্ষণৰ ফালৰপৰা যিসকল সমালোচকে এই পৰীক্ষা কৰিব, তেওঁলোকলৈ এই সঙ্কেত দিবৰ কাৰণেই এইখিনি কথা লেখা হ'ল।

এই নাটকত অসমৰ জনসাধাৰণৰ ওপৰত বিয়াল্লিছ চনৰ বিপ্লৱ আৰু অসমৰ ওপৰেদি যোৱা দ্বিতীয় মহাসমৰৰ টৌৱে কেনেদৰে প্ৰতিক্ৰিয়া কৰিছিল তাকেই বাস্তৱিক চিত্ৰ আঁকি দেখুৱাব খোজা হৈছে। এই নাটক কোনো ৰাজনৈতিক মতবাদ সমৰ্থন কৰি লেখা হোৱা নাই। যি যি ৰাজনৈতিক দলৰ কাৰ্য্যত যোগ দি অসমীয়াই নিজৰ চৰিত্ৰ প্ৰকাশ কৰিছে সেই সেই ৰাজনৈতিক দলৰ কাৰ্য্যৰ ঘটনাৱলীৰ ইয়াত সমাৱেশ হৈছে।

'লভিতা' আদৰ্শমূলক অসমীয়া ছোৱালীৰ চৰিত্ৰ নহয়। অসমীয়া সাধাৰণ গাঁৱলীয়া ছোৱালীৰনো চৰিত্ৰবল কেনে, আগেয়ে লোহোৱা-নোপজা ঘটনাৱলীৰ বানপানীত তাই কিমানদূৰ নিঃসহায়ৰ দৰে উটি গৈছে আৰু কিমানখিনিত সেই অভাৱনীয় অৱস্থাৰ সৈতে কি হিচাপে [illegible] নাছে যুঁজ দিছে ; কিমানখিনি নিজৰ আত্মবলৰ চিনাকি দি অৱস্থাক জিনি আহিব [illegible] [illegible] [illegible] জাতিৰ চৰিত্ৰবলৰ পৰিচয় দিব পাৰিছে, তাকেহে সেই সময়ৰ অন্তৰ্গত [illegible] [illegible] ঘটনাৱলীৰ মাজেদি ওলোৱা অসমীয়া সাধাৰণ ডেকা-ডেকেৰীৰ চৰিত্ৰবলৰ নিৰ্দৰ্শন পৰ্য্যবেক্ষণ কৰি নাট্যকাৰে 'লভিতা'ৰ যোগেদি ৰাইজৰ আগত দাঙি ধৰিছে। তাৰ লগে লগে সেই সময়ৰ অসমৰ জীৱনৰ সকলোকালতেই এটা [illegible] চিত্ৰ

দিবলৈ চেষ্টা কৰা হৈছে। বিয়াল্লিছৰ বিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ মাজেদি অসমীয়া জাতীয় চৰিত্ৰৰ বাস্তৱিক ব্যৱহাৰৰ এই নাটক পৰ্য্যালোচনাৰ দৰেই বুলি ক'লেও ভুল নহ'ব।

এই নাটকত যিবোৰ ঘটনা আৰু চৰিত্ৰ দিয়া হৈছে, সেইবোৰ সকলো বিয়াল্লিছ আৰু দ্বিতীয় মহাসমৰৰ অসমত হোৱা সঁচা ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত। 'লভিতা'ৰ চৰিত্ৰৰ প্ৰথম ছোৱাৰ বাবে সমল গোটোৱা হৈছে, ১৯৪১ চনৰ শেহত তেজপুৰৰ 'শালনি এয়াৰ-ফিল্ড'ত হোৱা ঘটনা এটাৰপৰা। তাত 'শালনি এয়াৰ-ড্ৰম'ৰ লগালগি অসমীয়া গাঁও এখন তুলি দিয়াৰ সময়ত, মিলিটেৰীৰ সহায়েৰে মানুহবোৰক তুলি দিয়া হৈছিল। তাৰে গাঁৱৰ এঘৰত, ভেটিৰপৰা আঁতৰি নাযাওঁ বুলি কেবাগৰাকীও তিৰোতাই গুৰ্খা চিপাহীৰ চঙীনৰ আগতো বুকু পাতি থিয় হৈছিল। বন্দুক বৰতোপেৰে ভয় খুৱাই তেওঁলোকক আঁতৰ কৰিব নোৱাৰি শেহত জিলাৰ ডেপুটি কমিছনাৰে তাৰ কংগ্ৰেছৰ কৰ্তৃপক্ষৰদ্বাৰাই তেওঁলোকক বুজনি দিয়াইহে আঁতৰাবলৈ সমৰ্থ হৈছিল। গাঁৱলীয়া অসমীয়া ছোৱালীয়ে কেবাঠাইতো নিগ্ৰো আৰু আন মিলিটেৰীৰ হাতত ধৰ্ষিতা হৈ পিছত সমাজত ঠাই নাপাই অলে-তলে গৈ, যুদ্ধৰ কামত ভৰ্ত্তি হোৱাও ঘটনা ঘটিছিল। ঢেঁকীয়াজুলি, গহপুৰত, বৰহমপুৰত অমসীয়া ছোৱালীয়ে দেশৰ বাবে জীৱন উছৰ্গি যোৱা কাহিনীও সকলোৰে জনাজাত। অসমীয়া ছোৱালী নাৰ্ছ হৈ আৰু যুদ্ধৰ আন কামতো দেশ এৰি বিদেশলৈ যোৱা কথাও সকলোৰে জানে। অসমীয়া ল'ৰা যুদ্ধত যোগ দি অসমীয়াৰ ক্ষাত্ৰশক্তিৰ পৰিচয় দি আৰু ভাৰত উদ্ধাৰ কল্পে নেতাজী বসুৱে গঢ়া আই. এন. এ. ত গৈ উচ্চ সামৰিক পদবী পাই, আই. এন. এ. ৰ সৈতে অসমৰ সীমা আক্ৰমণ কৰাও অসমীয়া জীৱনৰ বিষয়ে সঁচা কথাই। ইয়াৰ উপৰি বিপ্লৱৰ বিষয়ে আৰু সেই সময়ৰ অসমত হোৱা যি ঘটনাৰ নাটকত সমাৱেশ কৰা হৈছে, সেই সকলোবোৰেই হোৱা ঘটনাৰ আলম লৈয়েই নাটকত দেখুৱা হৈছে। কেৱল সাহিত্যৰ খাতিৰত ঠায়ে ঠায়ে কলা প্ৰয়োগ আৰু সাহিত্য-সুলভ নাটকীয় পৰিণতিৰ বাবেই বিশেষকৈ নাটকৰ সমাপ্তিত কল্পনাৰ আশ্ৰয় লোৱা হৈছে, সেই সেই চৰিত্ৰৰ পূৰ্ব্বৰ কাৰ্য্যৰ সৈতে সামঞ্জস্য ৰাখিয়েই।

ইয়াত অসমীয়া সাধাৰণ ডেকা-ডেকেৰীৰ চৰিত্ৰত যিখিনি সবলতা দেখুৱাই, যিখিনিত দুৰ্ব্বলতা আছে তাকো দেখুৱাবলৈ যত্ন কৰা হৈছে। অসমীয়া সাধাৰণ ডেকা-ডেকেৰীয়ে পৃথিৱীলৈ অহা ন পোহৰৰ বাণী কিমানখিনি ল'ব পাৰিছে আৰু সেই পোহৰত নতুন দিনৰ বাবে নিজকেই গঢ়ি তুলিবলৈ কিমানদূৰ নতুন ভাবেৰে অনুপ্ৰাণিত হ'ব পাৰিছে তাৰো আভাস দিবলৈ ইয়াত যত্ন কৰা হৈছে—যাতে আজি এই অসমীয়া জীৱনৰ সন্ধিক্ষণত অসমীয়াই নিজৰ স্বৰূপ চাবলৈ সুবিধা পাই, নিজৰ নিজৰ চৰিত্ৰৰ সবলতা দুৰ্ব্বলতা জানি ভৱিষ্যতৰ সৈতে যুঁজিবলৈ সক্ষম হ'ব পাৰে।

ওপৰত উল্লিখিয়াই অহা নাটকৰ নায়ক-নায়িকা প্ৰসঙ্গত আৰু অলপ বহলাই

ক'ব খোজোঁ। সমালোচকে, পাঠকে ইয়াত যদি গতানুগতিক নাটকৰ দৰেই নায়ক-নায়িকা বিচাৰে তেন্তে হতাশ হ'ব। Hero-heroine নথকা নাটক বহুতেই নাটক বুলিবলৈ টান পাব। এইখিনিতে পাঠকে জানিব লাগিব যে নাট্যকাৰে আগৰ দৰে সমাজৰ এজনক Hero কৰি আঁকা নাটকৰ গঢ়ত ইয়াক লেখা নাই। সমূহ সমাজৰ বেলেগ বেলেগ ব্যক্তিৰ প্ৰত্যেকৰেই 'বীৰত্ব' দেখুৱাবহে খুজিছে। যদি ইয়াত নায়ক-নায়িকা বা Hero-heroine বিচাৰে, তেন্তে নিজৰ নিজৰ ক্ষেত্ৰত এই নাটকৰ প্ৰত্যেকেই Hero-heroine। নাট্যকাৰে আশা কৰে, ভৱিষ্যততো যাতে নিজৰ নিজৰ ক্ষেত্ৰত প্ৰত্যেকেই Hero হ'ব পৰা সমাজেই পৃথিৱীত প্ৰতিষ্ঠিত হয়গৈ।

সেই কাৰণে এই 'লভিতা' নাটকীয় কাৰিকৰীৰ ফালৰপৰা কিছু বেলেগ হৈছে। এই কথাটো নাটকৰ সমালোচকসকলে মনত ৰাখে যেন। হয়তো 'লভিতা'ৰ মাজেদি নাটকীয় কাৰিকৰীৰ গতানুগতিকতা —অসমীয়া নাটকত ভাগি যাব খুজিছে।

এই নাটকখন মই লেখিছো বোলাতকৈও মোৰ হতুৱাই লেখাইছে বুলিলেহে সঁচা কথা কোৱা হ'ব। ডিব্ৰুগড়ৰ ড্ৰেমাটিক আৰ্ট প্লেয়াৰ্ছৰ আৰ্টিষ্টসকলৰ উৎসাহ ; বিশেষকৈ শ্ৰীমান অভয় দুৱৰা আৰু শ্ৰীমান তৰুণ দুৱৰাৰ বাবেইহে এই নাটক সৃষ্টি হ'বলৈ পালে। এই নাটকখন ওলোৱাৰ বাবে যদি কোনোবাই বিশেষ ধন্যবাদ পাব লাগে তেন্তে নিশ্চয় তেওঁলোকেইহে।

১৯৪৭ চনৰ পূজাত ডিব্ৰুগড়ৰ ৰঙ্গমঞ্চত তেওঁলোকে এই নাটখনিৰ অতি সুন্দৰ অভিনয় কৰে। তেখেতসকলৰ শলাগ ল'লো।

সৰ্ব্বশেহত ইয়াকেই ক'ব খোজো যে আজি অসমীয়া ৰাইজ নতুন নানা অৱস্থাৰ ঘাত-প্ৰতিঘাতৰ মাজত পৰি, নানা সমস্যাৰ চাকনৈয়াত কক্‌বকাই এটা হতাশাৰ মাজেদি গৈ নিজকেই এটা ক্ষয়িষ্ণু সংস্কৃতিৰ সমাজ বুলি ভবা যেন কৰিছে— কিন্তু মই এই নাটক অসমীয়া সমাজৰ বিষয়ে সঁচা ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত কৰি দেখুৱাব খুজিছোঁ যে—অসমীয়া জনসাধাৰণৰ প্ৰতিবোধ শক্তি, অৱস্থাক জিনি জীয়াই থাকি পৃথিৱীত নিজৰ অস্তিত্ব ৰাখিব পৰা যুঁজা ক্ষমতা নিশ্চয়েই হেৰুৱা নাই।

ইতি

তামোলবাৰী চাহ-বাগিচা
পোঃ লাহোৱাল
১৯৪৭

আশীৰ্ব্বাদ ভিখাৰী
শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা

# চৰিত্ৰাৱলী

## তিৰোতা

১। লভিতা : ফুলগুৰি গাঁৱৰ খেতিয়ক বাণেশ্বৰ বৰুৱাৰ জীয়েক। শিক্ষিতা, ধুনীয়া।

২। সোণ

৩। ৰূপ : ফুলগুৰি গাঁৱৰ গাভৰু ছোৱালী।

৪। হীৰা

৫। মৌজাদাৰণী : লহৰজান মৌজাৰ মৌজাদাৰৰ ভাৰ্য্যা। কেইজনীমান অসমীয়া নাৰ্ছ, নগা ছোৱালী, ব্ৰহ্মদেশীয় ছোৱালী।

## মুনিহ

১। বাণেশ্বৰ বৰুৱা : লভিতাৰ বাপেক।

২। গোলাপ : ফুলগুৰি গাঁৱৰ এজন শিক্ষিত ডেকা এ. আৰ.পি. কেপ্‌টেইন।

৩। পুলিচ চাহাব

৪। পুলিচ ইন্‌স্‌পেক্টৰ

৫। পুলিচ এ. এচ. আই

৬। এ.আৰ.পি. অফিচাৰ : গোলাঘাট অঞ্চলৰ

৭। গাঁওবুঢ়া : লহৰজান মৌজাৰ

৮। মৌজাদাৰ : লহৰজানৰ

৯। ইলাহী বকছ্‌ : এজন লহৰজানৰ মুছলমান বুঢ়া।

১০। লেফ্‌টেনেণ্ট বৰুৱা : আজাদ হিন্দ্‌ ফৌজৰ অসমীয়া লেফ্‌টেনেণ্ট।

১১। ডক্তৰ হাজৰিকা : জাপানীয়ে ধৰি নিয়া এজন ডাক্তৰ।

১২। কেপ্‌টেইন শৰ্মা : এজন মিলিটেৰী অফিচাৰ

১৩। কেপ্‌টেইন সেনাপতি : এজন আসাম ৰেজিমেণ্টৰ অফিচাৰ।

১৪। শিখ কমাণ্ডাৰ : আজাদ হিন্দ্‌ ফৌজৰ কমাণ্ডাৰ, নিগ্ৰো সৈন্য, ভাৰতীয় সৈন্য, কংগ্ৰেছ ভলণ্টিয়াৰ, এ.আৰ.পি. ; গাঁৱলীয়া মুনিহ-তিৰোতাবোৰ, পাইলট, নগা-মানুহ, বৰ্ম্মা-মানুহ, জাপানী সৈন্য, আমোলা, ঠিকাদাৰ, মাৰোৱাৰী ব্যৱসায়ী, পুলিচ, দাৰোগা, এম. পি., ইত্যাদি।

# লভিতা

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

ঠাই—লহৰজান মৌজাৰ ফুলগুৰি গাঁও।

সময়—সন্ধিয়াৰ আগভাগ।

[গোলাঘাটৰ 'লহৰজান এয়াৰড্ৰম'ৰ ওচৰৰ বহল পথাৰৰ কাষত ফুলগুৰি গাঁৱৰ বাণেশ্বৰ বৰুৱাৰ ঘৰৰ আগচোতাল। এফালে ভঁড়ালঘৰটো দেখা গৈছে আৰু এফালে বহু দূৰলৈকে পথাৰ দেখা গৈছে। দূৰৈত নগা-পৰ্বতৰ শাৰী জিলিকি আছে। সময় সন্ধিয়াৰ আগভাগ। লহিওৱা বেলিৰ ৰ'দ এচেৰেঙা আহি চোতালত জিক্‌মিকাই আছে। ঘৰৰ ওপৰেদি থোকাৰ তামোল গছ আৰু আম-লেটেকুৰ গছ দেখা গৈছিল। ভড়ালৰ কাষত এজোপা নাহৰ গছ আৰু আগত এজোপা তগৰ ফুলি আছিল। বহাগ সোমাইছে মাথোন। দূৰণিৰপৰা টকা, গগণাৰ মাত ৰিণিকি ৰিণিকিকৈ বনগীত মাজে মাজে শুনো নুশুনোকৈ ভাহি আহিছিল। বাণেশ্বৰ বৰুৱাৰ গাভৰু জীয়েকে চোতালতে মূঢ়া এটাত বহি এৰী সূতা কাটি আছিল। ওচৰতে এটা কুকুৰ পোৱালিয়ে হাঁহকেইটামানক খেদাখেদি কৰি কুঁ-কুৱাই ফুৰিছিল। বাণেশ্বৰ বৰুৱাৰ জীয়েকৰ নাম লভিতা। দেখিবলৈ বগা আৰু শুৱনী। তাই মাজে মাজে বনগীত এফাকি-দুফাকি গাই কুকুৰটোলৈ চাই হাঁহে, আকৌ বনগীত গাই তাই ৰ'লে কেতিয়াবা দূৰৈৰ বনগীত এফাকি উটি আহে। তাই ৰ লাগি বৈ শুনে। তাৰ পিছত নিজেই গায়।]

**দূৰণিৰ উটি অহা বনগীত**

লুইতেদি যাব ক'ৰে নাৱৰীয়া  
তই ক'ৰে নাৱৰীয়া ঐ  
মানুহে মানুহৰ মৰম নুবুজে  
তেজীমলাহে মই।  
লুইতেদি বয় ক'ৰে ৰূপৰ পানী  
কি কথা বুকুতে লই  
মনৰে কথা মোৰ মনত মৰহিলে  
তেজীমলাহে মই।

**লভিতাৰ বনগীত**

মোৰ বাৰীত ফুলিলে ইন্দ্ৰজিত মালতী  
তোৰ বাৰীত পৰিলে ছাঁ

তোৰে মনৰ কথা উটুৱাই আনিলে
সন্ধিয়াৰ বাউলী বা।

বাউলী বাৰে আউলী চুলি
কাৰ কথা কৈয়ে
মাত কু-উ বুলি?
ৰূপহ কলীয়া কুলি!

[এনেতে দূৰৈত খিল্‌খিলকৈ ছোৱালীৰ হাঁহি শুনা যায়। লভিতা তভক মাৰি ৰয়। আকৌ খিল্‌খিলকৈ হাঁহি সোণ, ৰূপ, হীৰা, তিনিজনী ধুনীয়া গাভৰু কাষত পিতলৰ কলহ লৈ সোমাই আহি লভিতাৰ আগত খিক্‌খিকাই হাঁহিবলৈ ধৰে।]

লভিতা : ঔ আই! আজি দেখোন ৰচকী বাইহঁতৰ হাঁহিৰ ভমক চৰিল।
[ছোৱালীহঁতে আকৌ খিল্‌খিলকৈ হাঁহে।]

সোণ : চৰিবতো লভিতা বাইটি। তোমাৰ বনগীতৰ সুৰে আমাক জোকাই ভাকুট-কুটাই দিছেগৈ—সেইহে।
[আকৌ গাভৰুকেইজনীয়ে খিল্‌খিলকৈ হাঁহে।]

লভিতা : তহঁতৰ ক'ত কুট-কুটালেগৈ অ'? কাষলতিত নেকি?

সোণ : কাষলতিত নহয় বাইটি। কাণৰ লতিতহে।
[খিক্‌খিককৈ হাঁহে।]

লভিতা : কি অ' এই কিজনী কথাই কথাই খিক্‌খিকাই থাকে।

ৰূপ : তুমি আকৌ গোলাপ ককাইটিৰ চিতনি ভাৱনিত গহীন হৈছা। আমিনো কাৰ চিতনি ভাৱনিখন কৰিছো যে নাহাঁহি মুখখন এহাত দীঘলকৈ ওলোমাই থম?
[আটাইকেইজনীয়ে আকৌ হাঁহে।]

লভিতা : তহঁতৰ সৈতেনো কোনোবাই কথা কাটিব পাৰেনে? তহঁতৰ জিভা নহয়, ডাঢ়ি খুৰুৱা খুৰহে।

সোণ : [দুষ্টালিৰে] কাৰ ডাঢ়ি খুৰুৱা খুৰ বাইটি?—এ এ—গোলাপ ককাইদেউৰ?
[লভিতাই চকু ঘোপা কৰি সিহঁতৰফালে খেদা মাৰি যায়। আটাইকেইজনীয়ে খিক্‌খিককৈ হাঁহি অলপ আঁতৰলৈ যায়।]

হীৰা : [অলপ আঁতৰৰপৰা এটা ধেমেলীয়া গীত গায়।]

## গীত

বাইদেউ বাইদেউ
ৰজাৰ জী আইদেউ।
দোলাখন আনি দে যাওঁ,
বাইদেউৰ দৰাটো ফেৰেকাঠেঙীয়া
ধিনিকি ধিন্দাও দাও।
[হাঁহে।]

[লভিতাই হাঁহি বহেহি।]

সোণ ঃ [দুষ্টালিৰ হাঁহিৰে আন কেইজনীক চকু পিকিকায়] পি—পি—পিছে বাইদেউ। আজি আমি আহোঁতে বাটত .... লেডী পোছাক পিন্ধি গোলাপ ককাইদেউক অহা দেখিছিলোঁ নহয়।

লভিতা ঃ দেখিছিলি। [গহীন হৈ] দেখিছিলি যদি দেখিছিলি। পিছে মই কি কৰিব লাগে?

সোণ ঃ পিছে হাতত কিবা বোলেনে—কিবা ৰঙা তেল এবটল দেখিছিলোঁ। আমাৰ বাইদেউলৈকে আনিছে হ'বলা?

লভিতা ঃ [ভেকাহি মাৰি] যা যা, চুপতি নকৰিবি। তোলৈহে আনিছে।

[কেউজনী গাভৰুৱে খিল্‌খিল্‌কৈ হাঁহে।]

সোণ ঃ আমালৈ কেলৈ আনিব বাইটি। যালৈ মনত পৰি পৰি তেওঁৰ আমঠু ক'লা পৰিছে তেওঁলৈহে আনিব। বোলে—

বাইটি বাইটি চেনেহৰ আইটি
বগৰি পাৰি দে খাওঁ,
আমাৰ আইটিৰে চুলি ফপৰীয়া
গোন্ধ তেল ঘঁহি মেলাওঁ।

[আটাই কেউজনীযে খিক্‌খিকায়। লভিতাই চকুৰে খং দেখুৱাই ওঁঠেৰে দাঁত কামুৰি মিচিকিয়া হাঁহিৰে সিহঁতক খেদা মাৰে। কুকুৰ পোৱালিটোৱে আকৌ ভুক্‌ভুক্ কৰে। এনেতে হো-হোৱাই ওপৰেদি এখন উৰাজাহাজ উৰি যায় আৰু সকলোৱে ওপৰলৈ চাই থৰ হৈ ৰয়। লাহে লাহে উৰা জাহাজৰ শব্দ নাইকিয়া হয়।]

হীৰা ঃ [মুখত আতঙ্কৰ ভাব লৈ] আজি দুদিনমানৰপৰা দেখোন উৰাজাহাজবোৰ বৰকৈ উৰিছে। কিবা এটা হ'ব।

ৰূপ ঃ ইহ, আজি পিতাইৰ আগত গেৰেলা গাঁওবুঢ়াই কৈছিল বোলে জাপানীহঁতে হেনো মণিপুৰখন যেৰাও কৰি আছে আৰু বোলে কহিমাখনতো সোমালহি।

সোণ : ভাল কথা কৈছ। সিদিনা বোলে দুটা জাপানী বোকাখাটত ওলাইছিলহিয়েই।

লভিতা : এৰা অ'! কিনো হয়গৈ ক'ব নোৱাৰি— আমাৰনো কি হ'ব চাগৈ।

হীৰা : যি হ'ব লাগে হ'ব। সেই মান দেশৰপৰা অহা ভগনীয়াবোৰৰ দৰে আমিও কোনোবা ধুবুৰীত লেলাই-ধেন্দাই মৰিবগৈ লাগিব।

ৰূপ : মৰিলেতো ভালেই। সেই ক'লা ক'লা নিগ্ৰোবোৰ দেখিলেহে ভয় লাগে। এ— এ বাইটি। সিদিনা পাঁচোটা নিগ্ৰোৱে আমাৰ গাঁওবুঢ়াৰ জীয়েকক পছ খেদা দিলে নহয়। ভাইগে পুলিচৰ দাৰোগা এজন চাইকেল মাৰি আহিছিল— নহ'লে—ইস্—ইস্—বাইটি। সেইবোৰ ভাবিলে কলিজা-ডোখৰে কাঁও-বাঁও কৰি আহে বাইটি—

লভিতা : [মুখ গহীন আৰু খং প্ৰকাশ কৰি] বুজিছনে, এইবোৰ উৎপাত দেখি কেঁচাইখাতী গোসাঁনী হৈ সিহঁতৰ হাড়-মূৰ চোবাই পেলাবৰ মন যায়। কি সোণাময় দেশখনত কি ভূত-দানহবোৰ ওলালহি অ'।

[এনেতে দূৰৈৰপৰা বহু মানুহৰ কণ্ঠেৰে গীত আহে। আটাই কেউজনীয়ে সেইফালে চাবলৈ ধৰে। দূৰৈৰপৰা কংগ্ৰেছ ভলণ্টিয়াৰৰ দল এটাই গীত গাই গাই সেইফালে আহি থাকে।]

### গীত

সাজু হ, সাজু হ, নব জোৱান!
সাজু হ, সাজু হ, নব জোৱান!
তই কৰিব লাগিব অগ্নিস্নান।
    জীৱন যৌৱন
    কৰি প্ৰাণপণ
    বাঙলী কৰি দে ৰণাঙ্গন
জয়-শঙ্খ বজা
    পৃথিৱী কঁপাই
    অত্যাচাৰকো কৰি বৰণ
স্বাধীনতা ধন
নতু মৰণ
    লোহাৰে শিকলে
        বান্ধি জ মন।

বজ্ৰকণ্ঠে বিশ্বক শুনা
সত্যৰ জয়গান
বুকুৰ তেজেৰে ধুই দে আজি
ভাৰতৰ অপমান।
সাজু হ, সাজু হ, নৱ জোৱান।

[লাহে লাহে গীত গোৱা সমদলৰ মাত তেনেই ওচৰ চাপি আহে। পুনৰ দূৰলৈ যায়গৈ।]

সোণ : বাইটি। কিনো দেশখনত হ'ব খুজিছে ক'বই পৰা নাই। ইফালে জাপানী, সিফালে এমেৰিকানৰ গচকত প্ৰজা জোল উঠিছে। তাতে আকৌ আমাৰ কংগ্ৰেছৰ বাইজখন উগ্ৰাৱল হৈ পৰিছে।

ৰূপ : ভলণ্টিয়াৰৰ গীতবোৰ শুনিলে বুঢ়াও গাটো ৰণজিৎ ৰণজিৎ কৰে। পিছে সিহঁতৰ লগত যাবলৈ গাঁওবুঢ়াই হাক দিয়ে। লভিতা বাইটি। সিহঁতখনকনো লাগে কি?

লভিতা : তাকেই ইমান দিনে তহঁতে বুজা নাইনে? আমাৰ দেশখন ইংৰাজ ৰজাই খাইছে জাননে?

ৰূপ : অ' কেলেই নাজানিম?

লভিতা : আমাৰ দেশখন আমাৰ হাতত দিব লাগে। আমাৰ মাটি-বাৰীৰ আমিহে গৰাকী।

ৰূপ : পিছে সিহঁতনো যাব কিয়।

লভিতা : নাযায় দেখিহে গান্ধীয়ে সিহঁতৰ সৈতে যুঁজখন তৰি লৈছে।

ৰূপ : পিছে বাইটি। আমাৰ মানুহৰ হিলৈ নাই, বন্দুক নাই, উৰা-জাহাজ নাই। সিহঁতৰ সৈতেনো কেনেকৈ যুঁজ দিব?

[লভিতা বহুত পৰ তলকা মাৰি বৈ একো নকয়।]

ৰূপ : সেইবোৰ দেখোন আমাৰ স্বৰাজ্য বিচৰা মানুহবোৰক চৰকাৰে ফাটেক দিছে, লাঠিৰে টঙনিয়াই আৰু বন্দুকেৰে গুলীয়াই মাৰিছে। ক'তা— আমাৰ মানুহেনো কিটো কৰিব পাৰিছে? বল নাই, তৰোৱাল নাই— ইফালে উগ্ৰাৱল হৈ ফুৰিছে জানো সিহঁতে দেশ এৰিব?

লভিতা : গান্ধী মহাত্মাই কৈছে বোলে এইদৰে আমি স্বৰাজ লাগে বুলি সিহঁতৰ অত্যাচাৰ মূৰ পাতি লৈও স্বৰাজৰ কাৰণে সিহঁতৰ সৈতে যেন পাতি সিহঁতৰ আইন নামানি সিহঁতৰ সৈতে জুই-পানী নুখুই থাকোতে থাকোতে সিহঁত গৈ, সিহঁতে তেতিয়াও যদিহে স্বৰাজ নোৱাৰিলে আমাৰ কথা শুনিবহে।

ৰূপ : জানো বাইটি। সিহঁতৰ অত্যাচাৰ দেখিলে কেতিয়াবা যে সিহঁতৰ মন কুমলিবগৈ, তেনে মনে নধৰে। জানো বাইটি—

[এনেতে বাহিৰত এজন ভলণ্টিয়াৰে 'বন্দে মাতৰম্' ধ্বনি কৰে আৰু অলপ পিছতে এজন ডেকা, মূৰত গান্ধী-টুপী আৰু গাত খদ্দৰৰ চোলা চুৰীয়া পিন্ধা, সোমাই আহে।]

ভলণ্টিয়াৰ : ঘৰত কোনোবা মুনিহ মানুহ আছেনে?

লভিতা : [নম্ৰভাৱে] নাই—ঘৰত কোনো নাই। মইহে আছোঁ।

ভলণ্টিয়াৰ : অ' বাৰু—বাৰু তোমালোককে দুষাৰমান কৈ যাওঁ। পিছে দেশৰ কথা-বতৰাৰ কিবা বুজ-বতৰা ৰাখিছানে?

লভিতা : দেখিছোতো এইবোৰ হুৰাদুৰা। পিছে কিবা হ'বগৈ জানো?

ভলণ্টিয়াৰ : কি হ'ব তাক এতিয়াও ক'ব নোৱাৰি। জাৰ্ম্মানীয়ে এফালৰপৰা গিলি নিছে। ফ্ৰান্সী দেশ ল'লে। য়ুৰোপৰো বহুত দেশ ল'লে। আমাৰ ইংৰাজবোৰকো তৰা-নৰা দেখুৱাইছে। এতিয়া এফালে ইংৰাজ, আমেৰিকা আৰু তাৰ লগতে ৰুছদেশ হৈছে—আনপক্ষে জাৰ্ম্মানী, ইটালী আৰু জাপানীহঁত। এইবোৰ কথা তোমালোকে জানা নহয়?

লভিতা : অঁ আমি অলপ অচৰপ জানো।

ভলণ্টিয়াৰ : অঁ এতিয়া এই দুই ম'হৰ যুঁজত আমি আমাৰ দেশ ৰাখিব লাগিব। ভয় খালে নচলিব। সাহকৈ নিজৰ স্বাধীনতাৰ বাবে ওলাব লাগিব। তোমালোকে ভয় খাইছা নেকি?

[লভিতা মনে মনে থাকে।]

ৰূপ : [অলপ আগবাঢ়ি আহি] আপুনি ভয় খাইছে নেকি?

ভলণ্টিয়াৰ : [অলপ অপ্ৰতিভ হৈ] মই! মই নাই খোৱা। কিয় খাম?

ৰূপ : আমিনো কিয় খাম?

ভলণ্টিয়াৰ : কিয়? এইবোৰ মিলিটেৰী নিগ্ৰো চিপাহী সৈন্য-সামন্ত চলিব লাগিছে।

ৰূপ : চলিছে চলিছে। আমাৰ ভয় খোৱাৰ কিটোনো হৈছে?

ভলণ্টিয়াৰ : তোমালোকৰ দেখোন বৰ সাহ।

ৰূপ : তাৰ মানে আপুনি ভয় খাইছে—? সেইহে আমাকো ভয় খোৱা বুলি ভাবিছে।

ভলণ্টিয়াৰ : বহুত গাঁৱৰ মানুহে ভয় খোৱা দেখিছোঁ দেখিহে।

ৰূপ : গাঁৱৰ মানুহে কিটো ভয় কৰিব? সেইবোৰ আপোনাৰ নগৰৰ মানুহহে ভয়ত পেঁপুৱা খাই গাঁৱে গাঁৱে সোমাইছেহি।

ভলণ্টিয়াৰ : হাঃ হাঃ হাঃ—হওঁতে হয়, হয় হওঁতে। পিছে বাৰু সেইবোৰ কথা যাওক। এতিয়া মই দেশৰ কথা দুষাৰমান ক'ব খোজোঁ।

ৰূপ : বাৰু কওক। পিছে কোবাৰ পিছত গীত এটা গাব লাগিব হ'লে।

লভিতা : ৰূপ। কি চুপতি কৰ অ'?

ভলণ্টিয়াৰ : বাৰু বাৰু, গোৱা যাব। একো কথা নাই। পিছে এতিয়া দেশৰ অৱস্থা দেখিছাঁ নহয়। আজি আমাৰ ভাৰতৰ শিৰৰ মণি মহাত্মা গান্ধীক ইংৰাজ গৱৰ্ণমেণ্টে বন্দী কৰি থৈছে। আমাৰ নেতাসকল আজি জেলত পচিছে। আজি মহাত্মাৰ 'ভাৰত ত্যাগ' মন্ত্ৰই ভাৰতক এক নতুন জাগৰণেৰে জগাই দিছে। আজি দেশৰ জনসাধাৰণে সাৰ পাই উঠি নিজৰ দেশক ইংৰাজৰ হাতৰপৰা মুক্ত কৰিবলৈ নিজৰ জীৱন দিবলৈ ওলাইছে। কনকলতা, কুশল কোঁৱৰ, তিলক ডেকা— এই কতই আজি বুকুৰ তেজ দি স্বাধীনতাৰ হকে বলি হৈছে। এইবোৰ কথা নিশ্চয় [illegible]। দেশত যে স্বাধীনতাৰ আন্দোলন, বিপ্লৱ এইবোৰ হ'ব লাগিছে, এইবোৰৰ বিষয়ে তোমালোকে কি কৰিছাঁ?

ৰূপ : আমি আৰু কিটোনো কৰিম?

লভিতা : [বাধা দি] ৰ'চোন অ' ৰূপ। আমি আৰু একোটো কৰিব পৰা নাই। সিদিনা কমিটিত সূতা কাটিবলৈ কৈছে, এবী কাটিবলৈ কৈছে— তাকে কৰিছোঁ।

ভলণ্টিয়াৰ : তাতে তোমালোকৰ কৰ্ত্তব্য শেষ হ'লনে? আমি বিপ্লৱ কৰিব লাগিব। যুঁজ কৰিব লাগিব।

ৰূপ : কিহেৰে যুঁজখন কৰিম? [পিতলৰ কলহটো দেখুৱাই] এই কলহটোৰ কাণেৰে মাৰিলে জানো [মিচিককৈ হাঁহি দিয়ে। আন কেইজনীয়েও হাঁহে।]

লভিতা : [খংকৈ] তহঁতে মাথোন যেই সেই কথাতে হাঁহিবহে জান। নুশুন কিয়?

ভলণ্টিয়াৰ : নহয়, নহয় তেওঁ সঁচা কথাই কৈছে। এৰাতো, কিহেৰে যুঁজিম? নাই বন্দুক, নাই বৰতোপ, নাই উৰা-জাহাজ, সেই কাৰণেই আমাৰ একো নাই দেখিয়েই, আমি নিৰস্ত্ৰ দেখিয়েই, জানো আমাৰ দেশৰ স্বাধীনতাৰ বাবে একো নকৰি হাত সাবটি বহি থাকিব লাগিব? আজি ইংৰাজে আমাক শাসন কৰিছে, কাৰণ সিহঁতৰ শাসন আমি মানি লৈছো দেখিহে। সিহঁতক আমি আমোলা-মহৰি দি, বিষয়া হৈ সিহঁতৰ আইন-কানুনমতে চলি, সিহঁতক কৰ-কাটলেৰে যোগান দি সিহঁতক মানি লৈছোঁ দেখিয়েই সিহঁতে আমাক শাসন কৰিছে। যেতিয়াৰপৰা আমি সিহঁতক সেই সকলোৰেপৰা বঞ্চিত কৰিম, সেইদিনাৰেপৰা সিহঁতে আমাৰ ওপৰত এই শাসন চলাব নোৱাৰে।

অৱশ্যে তাৰ বাবে সিহঁতে আমাক বলেৰে, ছলেৰে, কৌশলেৰে ভয় দেখুৱাই নানা অত্যাচাৰ কৰি বইচ মনাবলৈ সকলো চেষ্টা কৰিব—কিন্তু আমি যদি সকলো সহ্য কৰি, ত্যাগ কৰি—কষ্ট অত্যাচাৰ বুকু পাতি লৈ সেই অগ্নি-পৰীক্ষা পাৰ হ'ব পাৰোঁ—তেন্তে এই শাসকসকলে আমাৰ স্বাধীনতাৰ অধিকাৰ নামানি ক'লৈ যাব? সেই কাৰণেই কৈছোঁ, নিৰস্ত্ৰ হ'লেও আমাৰ হাতত অমোঘ অস্ত্ৰ আছে। সেই অস্ত্ৰ প্ৰয়োগ কৰি তাৰ বাবে যি ত্যাগ আৱশ্যক অকাতৰে তাক কৰিব পাৰিলে আমাৰ বিজয় অনিবাৰ্য্য।

[আটাইবোৰে তভক মাৰি শুনি থাকে।]

ইয়াকে কৰিবলৈ হ'লে— দেশ জাগিব লাগিব। দেশৰ মুনিহ, তিৰোতা, ডেকা, গাভৰু, আদহীয়া, বুঢ়া, ধনী, দুখীয়া সকলোৰেই আগবাঢ়িব লাগিব। সকলো ওলাব লাগিব। আজি এই পৃথিৱীজোৰা মহাসমৰত পূবৰ-পশ্চিমৰ সকলো দেশে, মহাদেশে জুই জ্বলিব লাগিছে। যি স্বাধীনতা হেৰুৱাইছে সি স্বাধীনতাৰ কাৰণে মূৰ দাঙি উঠিছে। সেই কাৰণে আজি আমিও ওলাইছোঁ—দেশক জগাবলৈ, দেশক উদ্বুদ্ধ কৰিবলৈ। সকলো ওলাব লাগে। দেশক ৰণসাজে সজ্জিত কৰিবলৈ আমি কঁকালত টঙালি বান্ধিব লাগিব। যুঁজিব লাগিব, মৰিব লাগিব, জিনিব লাগিব। দেশৰ ডেকা-ডেকেৰীৰ দল, দেশৰ নব-জোৱানৰ দল সাজু হ'ব লাগিব।

[গীত গায়— তই কৰিব লাগিব অগ্নিস্নান।]

[ভলন্টিয়াৰজনে গোটেই গীতটো গাই শেষ কৰাৰ পিছত দূৰৈত বৰ গণ্ডগোল শুনা যায়। 'বন্দে মাতৰম', 'জয় ভাৰত কি জয়', জনতাৰ মাজৰপৰা ধ্বনি আহিবলৈ ধৰে। গোলমালৰ মাজতে দুবাৰমান বন্দুকৰ শব্দ শুনা গ'ল। ভলন্টিয়াৰে গীত বন্ধ কৰি চক্ খাই উঠে— আৰু আটাইবোৰে থৰ লাগি, আচৰিত হয়। ভলন্টিয়াৰজনে 'সমদলৰ ওপৰত গুলি' বুলি তৎক্ষণাৎ লাইকিয়া হয়। আকৌ বন্দুকৰ আৱাজ হয়। কোলাহল, মানুহৰ গণ্ডগোল তেনেই ওচৰ চাপি আহে। লভিতাইঁতে উত্তেজিত হৈ বাহিৰৰফালে চাবলৈ ধৰে। লভিতাইঁতে চোৰাৰ ফালে কিছুমান ভলন্টিয়াৰ আৰু ল'ৰা-ছোৱালী বেগেৰে, ষ্টেজৰ ইফালে সিফালে যায়। সিহঁতৰ কোনো কোনোৰ গাত তেজৰ দাগ দেখা গৈছিল। বাহিৰত গণ্ডগোল চলি আছে। কাণ্ড-কাৰখানা দেখি লভিতা আৰু লগৰ ছোৱালীকেইজনী নিজৰ ঘৰৰ দুৱাৰ-মুখত থুপ খালেগৈ।

এনেতে এজুম ছোৱালীৰ মাজত এজনীৰ হাতত তিনি ৰঙীয়া নিচান লৈ থকা সৰু ছোৱালীৰে সৈতে এজন দাৰোগা আৰু পুলিচে নিচান লৈ কঢ়া-আজোঁৰা কৰি সোমাই আহে।-পুলিচৰ দাৰোগাই উগ্ৰমূৰ্ত্তি ধৰি কয়।]

দাৰোগা : স্বৰাজ লাগে, স্বৰাজ লাগে! ফ্লেগ্ জোঁকাৰি স্বৰাজ খাবলৈ আহি গাঁৱত ধান বানোতে বানোতে জীৱন গ'ল। এতিয়া গবৰ্ণমেণ্ট চলিছে নে আহিছ? তইঁতৰ জীৱ উলিয়াম।

হাতত নিচান লোৱা ছোৱালী : [বৰ উত্তেজিত হৈ] চলাম, চলাম। এশবাৰ চলাম। হাজাৰবাৰ চলাম গবৰ্ণমেণ্ট। আমাৰ দেশ—আমাৰ মাটি—আমাৰ নৈ—আমাৰ পৰ্বত— আমাৰ আকাশ—সকলো আমাৰ। অ'— গাঁৱত ধান বানি আছিলোঁ, বোকা খচকি ভুঁই কই আছিলোঁ, গৰু ৰখি আছিলোঁ- এতিয়া গবৰ্ণমেণ্ট চলাম-চলামেই চলাম। কিয়, কিয় নচলাম? তইঁত পুলিচ— দাৰোগা, হাকিম, বৰচাহাব, লাটচাহাব, সকলোৱেই গাঁৱলীয়া ৰাইজৰ হুকুমমতে চলিব লাগিব। ইমান দিন বগা চাহাবৰ সৈতে লগ লাগি, আমাক গাঁৱলী গচকি খালি। এতিয়া নেৰিছো। বুজিছ—নেচোন চাওঁ—হাতৰ পৰা নিচান।

[এনেতে হঠাৎ দূৰৈৰ পৰা কোনোবা ভলণ্টিয়াৰে গাই উঠে।]

গীত

অ' আমাৰ গাঁও
অ' আমাৰ গাঁও
আমাৰ গাঁৱৰ মান ৰাখি
মৰিবলৈ যাওঁ
অ' আমাৰ গাঁও

[হঠাৎ গীত নিমাত হয়।]

দাৰোগা : পেন্দুকণা ছোৱালী! তোৰ কলিজা দেখোন বৰ ডাঠ—বেটী—

[এই বুলি নিচানৰপৰা হাত এৰি অলপ আঁতৰি চিপাহীকেইটাক কয় "মাৰ, কুকুৰণীহঁতক মাৰ।" দাৰোগাই নিজৰ কঁকালৰ বেত মাৰি উলিয়াই মাৰিবলৈ ধৰে। লগত থকা চিপাহীকেইটা ৰৈ থাকে। হাতত নিচান লৈ থকা ছোৱালীজনী মাৰ খাই পৰি যায়। লভিতাই সকলো দেখি খঙত বাঘিনীজনী হৈ লৰ মাৰি আহি থাপ মাৰি নিচানখন লৈ বিজুলী সঞ্চাৰে দাৰোগাক ডিঙিত ধৰি গতা মাৰি পেলাই দিয়ে। মাৰ খাই পৰা ছোৱালীজনীক সোণ, হীৰাহঁতে ভিতৰলৈ নিয়ে। তাকে দেখি পুলিচকেইটাই পাছ হুঁহকি যায়। খং আৰু বেজাৰত লভিতাই ক'বলৈ ধৰে।]

লভিতা : ছিঃ ছিঃ ছিঃ! ইমান তললৈ গ'লি— ইমান নীচ হ'লি! তইঁত পুলিচ হৈছ— তিৰোতাক ৰক্ষা কৰিবলৈ, দুৰ্ব্বলীক বল দিবলৈ— মানুহক অত্যাচাৰীৰপৰা এৰুৱাই আশ্ৰয় দিবলৈ। কিন্তু কৰিছ কি?

কৰিছ কি.....? অকণমান ছোৱালীজনীক তিনিটা চাৰিটাই বৰমতা হৈ মাৰিবলৈ লাজ লগা নাই? তহঁতৰ পুৰুষালি এনেকুৱাই নেকি? ইমান নীচ—ইমান হীন—হাতত ক্ষমতা পাই বলিয়া হ'লি, পগলা হ'লি?

[দাৰোগাই অলপ পৰ কি কৰোঁ কি নকৰোঁ কৰি থাকি দাঁত-মুৰ কৰচি কঁকালৰপৰা পিষ্টল উলিয়াই লভিতাৰ বুকুৰ আগত ধৰি চিঞৰি কয়।]

চুপ থাক, চুপ থাক, নহ'লে পিষ্টলৰ গুলীৰে কলিজা উৰুৱাই দিম?

লভিতা : [দাঁত কামুৰি] চুপ নাথাকোঁ, নাথাকোঁ, নাথাকোঁ। জানিছ গোলামৰ গোলাম! আজিকালিৰ ছোৱালীয়ে পিষ্টল, বন্দুক, বৰতোপ, বোমা, একোলৈকে ভয় নকৰে। পিষ্টল দেখুৱাই আজিৰ ছোৱালীক ভয় দেখুবাবলৈ আহিছ?

[এইবুলি দাৰোগাৰ হাতৰ পৰা পিষ্টলটো থাপ মাৰি লৈ অলপ পাছ হুঁহকি দাৰোগাৰ বুকুৰ ওপৰত ধৰে।]

মই গান্ধীৰ বহীত নাম লিখোৱা নাই জানিবি বাপেৰে—

[এনেতে বাহিৰত মটৰৰ শব্দ হয়, ইলেক্‌ট্ৰিক হৰ্ণ বাজে আৰু লগে লগে আৰ্ম পুলিচ কেইটামান লগত লৈ পুলিচ চাহাব সোমাই আহে আৰু কাণ্ড দেখি আচৰিত হয়।]

পুলিচ চাহাব : কি হৈছে?

লভিতা : [পিষ্টলটো পুলিচ চাহাবৰ হাতত দিয়ে। পুলিচ চাহাবে একো নকৈ আচৰিত হয়। হাত পাতি পিষ্টলটো লয় আৰু লভিতাৰ ফালে চাই থাকে।]

আপোনালোকে এই মানুহবোৰৰ হাতত পিষ্টলবোৰ দিয়ে কিয়? ইহঁতে নিৰস্ত্ৰ ছোৱালীবোৰকহে গুলীয়াব খোজে—।

পুঃ চাহাব : ঘটনা কি?

লভিতা : ঘটনা আৰু কি হ'ব? ই পিষ্টলটো উলিয়াই মোক গুলীয়াব খুজিছিল। সেই কাৰণে মই পিষ্টলটো তাৰ হাতৰপৰা কাঢ়ি ওভোতাই তাকেই গুলীয়াব খুজিছিলোঁ।

পুঃ চাহাব : তোমালোক কংগ্ৰেছ আৰু গান্ধীৰ মানুহবোৰ অহিংস, তেন্তে কেলেই তুমি মানুহ মাৰিব খুজিছিলা?

লভিতা : চাহাব! মই কংগ্ৰেছৰ মানুহো নহওঁ, গান্ধীৰ মানুহো নহওঁ—একো নহওঁ। মই গাঁৱলীয়া ছোৱালী।

পুঃ চাহাব : তেন্তে তোমাৰ হাতত কংগ্ৰেছৰ ফ্লেগ্ কিয়? তেন্তে কিয় তুমি পুলিচৰ লগত কাজিয়া কৰিছা?

লভিতা : চাহাব। মই ঘৰৰ ছোৱালী ঘৰত আছিলোঁ। এই দাৰোগা আৰু পুলিচকেইটাই এই ছোৱালীবোৰক মোৰ চোতাললৈ খেদি আনি সৌ অকণমান ছোৱালীজনীক মাৰি মাৰি আধাখুনা কৰিলে। তেতিয়া মই সহিব নোৱাৰি বাধা দিছোঁ আৰু পৰি যোৱা ছোৱালীজনীৰ হাতৰপৰা নিচানখন লৈছোঁ। তেতিয়া মোক দাৰোগাই পিষ্টল উলিয়াই গুলি কৰিব খুজিছিল, তেতিয়া মই থাপ মাৰি পিষ্টলটো লৈ তাৰ বুকুৰ আগত ধৰিছিলোঁ। পিছে চাহাব। সি নমৰিলহেঁতেন, কাৰণ পিষ্টলটো ক'ত টিপা মাৰি ফুটাব লাগে, চাহাব—সেইটো মই নাজানো।

[পুলিচ চাহাবে ঢেক্-ঢেক্কৈ হাঁহিবলৈ ধৰে। এনেতে দূৰৈত চাইৰেণ বাজে, আটাইবোৰৰ মাজত হুৰাদুমা লাগে।]

পুঃ চাহাব : ঘৰ্মে ধুকও, ঘৰ্মে ধুকও, চৈল্‌টাৰ্ মে ধুকও।

[চাইৰেণ বাজিযেই থাকে। এনেতে পুলিচ চাহাবে লভিতা আৰু আন ছোৱালীবোৰক হেঁচুকি ঘৰটোৰফালে পঠিয়াই দিয়ে। আটাইবোৰ ছোৱালীয়ে লভিতাৰ সৈতে ঘৰৰ ভিতৰত সোমায়। পুলিচ চাহাবে 'চেল্‌টাৰ্ মে চলও' বুলি ষ্টেজৰপৰা ওলাই যায়। লগতে চিপাহী আৰু দাৰোগাও যায়। বাহিৰত মটৰ চলোৱা শব্দ হয়, আৰু তাৰ লগে লগে বহুত উৰা-জাহাজ উৰি অহাৰ শব্দ হয়। তেতিয়া ষ্টেজ শুদা হয়। লাহে লাহে উৰা জাহাজৰ শব্দ কাণ তালমৰা হৈ পৰে। বোমা পৰাৰ বিস্ফোৰণ শুনা যায়। এনেতে লভিতাৰ বাপেক বাণেশ্বৰ বৰুৱাই কান্ধত ভাৰ এখন লৈ, বেগাবেগিকৈ সোমায়হি আৰু 'আই ঔ লভিতা' বুলি মাতে। ওপৰত মেচিনগান চলিয়েই থাকে। এনেতে এটা বোমা জাপানী উৰা জাহাজৰপৰা আহি চোতালত পৰে আৰু ভীষণ বিস্ফোৰণ হয়। বাণেশ্বৰ বৰুৱা ধাঁচ কৰে মাটিত বাগৰি পৰে। লভিতাহঁতৰ ঘৰ-চাল উৰি যায় আৰু গোটেইখিনি ধোঁৱাময় হয়। ঘৰবোৰত জুই জ্বলে। ঘৰৰ ভিতৰৰপৰা কান্দোন শুনা যায়। এনেতে তেজেৰে বাউলী হৈ লভিতা আধা-পাগলীৰ দৰে ওলাই আহে। আগত বাপেক পৰি থকা দেখি 'পিতাই ঐ' বুলি বাপেকক সাবটি ধৰে। আটাইকেইজনীয়ে কান্দিবলৈ ধৰে। এনেতে বাহিৰত দীঘলীয়া হুইচেলৰ শব্দ শুনা যায়। লগে লগে এ. আৰ. পি. কেইজনমান লগত লৈ গোলাপ এ. আৰ. পি. কেপ্তেইনৰ পোছাকত উধাতু খাই সোমাই আহে আৰু 'লভিতা, লভিতা' কৈ চিঞৰি লভিতাৰ বাপেকৰ ওচৰত আঁঠু কাঢ়ে। লভিতাই গোলাপক দেখি 'মোৰ পিতাইৰ কি হ'ল' বুলি চিঞৰ মাৰে। লভিতা বাউলী হ'ল। এনেতে বাহিৰত ভীষণ 'এণ্টি-এয়াৰক্ৰেফ্‌ট্' শব্দ হয়। জুই জ্বলি উঠে। লভিতাক নিবলৈ গোলাপে বৰ চেষ্টা কৰে। লভিতাই বাউলী হৈ কান্দি কয়—]

লভিতা : গোলাপ ককাইদেউ। গোলাপ ককাইদেউ। এৰি দিয়া—এৰি দিয়া। মৰো পিতাইৰ লগতে মৰোঁ। গোলাপ ককাইদেউ—এৰি দিয়া।

## দ্বিতীয় দৰ্শন

[লহৰজান এয়াৰড্ৰমৰ তেনেই ওচৰৰ ফুলগুৰি গাঁৱৰ এটা ঘাটৰ পানী অনা বাট। আমেৰিকান নিগ্ৰো সৈন্যই বাটত বহি মদ খাইছে। দুই-এটাই 'টেপ্ ডেঞ্চ' কৰিবলৈ ধৰে। এনেতে সেইফালেদি এজন গাঁৱলীয়া মানুহে এথোকা পকা কল লৈ যায়। নাচি থকা নিগ্ৰো এটাই নাচৰ ছেৱত হাত নলগাই মুখেৰে কামুৰিয়েই এটা কল ছিঙি আনে। বাকীবোৰেও থপিয়াথপি কৰি কলবোৰ খাই পেলায়। কল অনা মানুহটোৱে 'নিলে ঔ! খালে ঔ' বুলি চিঞৰিবলৈ ধৰে। এটাই তাৰ মুখ ফালি মদ অলপ বাকি দিয়ে। মানুহটোৱে পেঁপুৱা লাগি কঁপে। এনেতে এটা নিগ্ৰোৱে দুখন দহ-টকীয়া নোট উলিয়াই মানুহটোৰ হাতত দি কয় 'গুড্ মেন, যাও যাও' কল অনা মানুহটোৱে বিচুৰ্ত্তি খায়। আৰু হেৰাংটোৰ দৰে এবাৰ নোট দুখনলৈ, এবাৰ নিগ্ৰোটোৰ ফালে চাই থাকে। তাতে নিগ্ৰোটোৱে ক'লে, "দিচ্ প্ৰাইচ টুৱেনটি ৰূপিজ। মালুম? মানুহটোৱে কি কৰোঁ কি নকৰোঁ কৰি গৈ থাকে, মাজে মাজে নোটকেইখনৰ ফালে চায়। মানুহটোৱে 'এআবি কলত বিশ টকা' বুলি চুচুক-চামাককৈ যায়। তাকে দেখি নিগ্ৰোকেইটাই কিৰীলি পাৰে। মানুহটোৱে উচাপ খায় ষ্টেজৰপৰা ওলাই যায়। এনেতে কোৱেৰে দুজন আমেৰিকান এম. পি. সোমাই আহে।]

এম. পি. ঃ হেই হেই—

[তৎক্ষণাৎ নিগ্ৰোকেইটা এটেন্‌শ্যন অৱস্থাত থিয় হয়।]

এম. পি. ঃ ৰাইট এবাউট টাৰ্ণ।

[নিগ্ৰোকেইটাই তেনে কৰে।]

এম. পি. ঃ কুইক্ মাৰ্চ।

[নিগ্ৰোকেইটাই কুইক্ মাৰ্চ কৰি ষ্টেজৰপৰা ওলাই যায় আৰু এম. পি দুটা সিহঁতৰ পাছে পাৰে গুচি যায়। এনেতে টালি-টোপোলা বান্ধি, মুনিহ-তিৰোতা এজাক সেইফালেদি যায়। মানুহকেইটাৰ মুখত বেজাৰৰ ভাব। তিৰোতা মানুহ কেইজনীয়ে ফেঁকুৰি ফেঁকুৰি কান্দি যায়। দুবৈত এটা মানুহে ঢোল কোবাই অহা শুনা যায়। পিছত ঢোল পিটা মানুহটোৱে ষ্টেজৰ ভিতৰ সোমাই চিঞৰি চিঞৰি ক'বলৈ ধৰে।]

ঢোলপিটা মানুহ ঃ চৰকাৰৰ হুকুম। চৰকাৰৰ হুকুম।! আজিৰ পৰাৰপৰা ৩০ ঘণ্টাৰ ভিতৰত 'লহৰজান উৰা-জাহাজৰ ঘাটিৰ' ৫ মাইলৰ ভিতৰত গাঁও ফুলগুৰি, ভেলেঙিচুক, দাধৰা, চেঁচনি, হোলোংগুৰি, বৰহাবি, ডাংধৰা, হদুমৰা, কেহেকখন্দা আৰু চক্‌চকি গাঁৱৰ মানুহে গাঁও খালিজ কৰি যাব লাগিব। যি নাযাব তাক মিলিটেৰী চিপাহী লগোৱাই খেদোৱা হ'ব। আৰু মিলিটেৰী আইনমতে শাস্তি দিয়া হ'ব। চৰকাৰৰ হুকুম, চৰকাৰৰ হুকুম। [ঢোল পিটে।] আজিৰপৰা ৩০ ঘণ্টাৰ ভিতৰত [ঢোল পিটে।] 'লহৰজান উৰা-জাহাজৰ ঘাটিৰ'—

[এইবুলি কোবাবলে কৈ ওলাই যায়।]

এটা গাঁৱলীয়া : হে' এনে কথা হ'ব পাৰেনে? সাত-পুৰুষীয়া ভেটি, গাই-গৰু ভঁড়ালৰ ধান এৰি ৰাতিটোত গাঁওখন এৰি উঠি যাব লাগে। চৰকাৰ পগলা হ'ল ঔ। চৰকাৰ পগলা হ'ল। হে প্ৰভু' হে ঈশ্বৰ!

[এনেতে কেইটামান মিলিটেৰীয়ে এজাক ল'ৰা-ছোৱালী আৰু মতা-তিৰোতাক ঠেলি-হেঁচুকি লৈ আহে। মানুহবোৰৰ পিঠিত বোজা। কাৰো মূৰত টোপোলা, টঙা, চেৰেকী, হাঁহ, পাৰ, ছাগলী। আটাইবোৰ মানুহে খণ্ডখণ্ডিকৈ কথা-বতৰাপাতি যাওঁ-নেযাওঁকৈ আহে। তিৰোতা-বোৰে উচুপি উচুপি আহে।]

এটা মিলিটেৰী : [মুহবোৰক হেঁচুকি] যা যা জল্‌দি।

এজনী তিৰোতা : [কান্দি] ক'লৈ যাওঁ অ' অ'? কি কৰোঁ? আজি বোপা-ককাৰ দিনৰপৰা ইয়াতেই থাকি অন্তকাল গ'ল। হে বিধাতা, আজি কিহে পালে ঔ! অ' মোৰ ভঁড়ালৰ ধানখিনিনো কি হ'ব ঔ। অ' মোৰ গৰু কিজনীনো কোনে চাব ঔ! অ' মোৰ পিতাই কি আছিল। এতিয়া কি হ'ল ঔ!

[আৰু কিছুমান মানুহ মিলিটেৰীয়ে ঠেলি-হেঁচুকি লৈ আহে আৰু তাৰপৰা সিহঁতক খেদি নিবলৈ চিঞৰি-বাখৰি হুলস্থূল লগায়। এনেতে বাহিৰত বহুত উৰা-জাহাজ উৰি অহাৰ শব্দ হয়। মানুহবোৰে ভয়ত বেছিকৈ চিঞৰ-বাখৰ কৰে। এণ্টিএয়াৰ-ক্ৰেফ্‌টৰ শব্দ হয়।]

মিলিটেৰী : পলা পলা। ভাগ, ভাগ।

[মানুহবোৰে যেনিয়ে তেনিয়ে দিহাদিহি যায়।]

## তৃতীয় দৰ্শন

[লভিতাহঁতৰ ঘৰ। ঘৰৰ পোৰা ভেটিটোৰ মাজতে লভিতা বহি মূৰ গুঁজি কেঁকুৰি কেঁকুৰি কান্দি আছে। চোতালত ২/৪ জন গাঁৱৰপৰা খেদা-খোৱা মানুহে টালি-টোপোলা লৈ আমন-জিমনকৈ বহি হুমুনিয়াহ পেলাইছে। এনেতে এজন গাঁৱলীয়া এ. আৰ. পি. ভলণ্টিয়াৰ সোমাই আহে।]

এ. আৰ. পি. : ৰাইজসকল। আপোনালোক ইয়াৰপৰা সোনকালে য'ক। গাঁৱৰ প্ৰায় সকলো মানুহ গ'ল। আপোনালোকে কিয় নোযোৱাকৈ আছে?

চোতালৰ মানুহ এজন : হে ঈশ্বৰ, যাওঁ ক'লৈ ক'তনো মূৰটো থমগে!

এ. আৰ. পি. : সেইবোৰ আং-বাং বকি থাকিলেনো কি হ'ব? গৱৰ্ণমেণ্টৰ হুকুম, যাবই লাগিব। যদি নাযাব, এতিয়াই মিলিটেৰী পুলিচ আহি ভিতিত ধৰি গতিয়াই কোবাই কিলাই খেদাই নিবহি।

[লভিতাই থিয় হৈ চকু-পানীৰে কথা কয়।]

লভিতা : বুজিছা, তোমালোক পগলা হৈছা। কি মিলিটেৰী, মিলিটেৰী কৰি

ভয় দেখুৱাইছা? তোমালোক আমাৰ গাঁৱৰ ল'ৰা হৈ গএগ্ৰাৰ অত আলৈ-আহুকাল বিপদ—তাঁলৈ নাচাই চিপাহীবোৰৰ লগতে হোৱা দিছা কিয়?

এ. আৰ. পি. ঃ [খঙেৰে] কি হোৱা দিয়া দেখিলা?

লভিতা ঃ অৱশ্যে হোৱা দিছা। গৱৰ্ণমেণ্টৰ মানুহে কৈছে গাঁৱলীয়া গাঁও এৰি বাৰ ঘণ্টাতে যা। তোমালোকেও তাকেই চিএৱৰি ফুৰিছা। কিন্তু এই গাঁৱৰ মানুহবোৰ যাব ক'লৈ? অতবোৰ বয়-বস্তু, সম্পত্তি কি হ'ব? গৈ থাকিবগৈ ক'ত? ঘৰ পাব ক'ত? খাব কি? সেইবোৰৰ একোৰে একোটাৰে ব্যৱস্থা নোহোৱাকৈ অতবোৰ প্ৰজাক আলৈ-আথানি কৰিছে গৱৰ্ণমেণ্টে। তাৰ লগতে তোমালোকেও পোছাকটো পিন্ধি তাকেই চিএৱৰি ফুৰিছা।

এ. আৰ. পি. ঃ আমি কি কৰিম? আমি আমাৰ কৰ্ত্তব্য কৰিছোঁ।

লভিতা ঃ [কাঠ হাঁহি মাৰি] কৰ্ত্তব্য—কৰ্ত্তব্য কৰিছা। এটা বিচাৰ নোহোৱা শত্ৰুৰ আক্ৰমণত তৎ নাপাই পগলা হোৱা এটা গৱৰ্ণমেণ্টৰপৰা পোছাক এটা আৰু পইছা কিছু পায়েই ৰাইজৰ মানুহ হৈ ৰাইজকে গৰকিব খুজিছা। তোমালোকে এনে বিলাই-বিপত্তিবোৰৰ বাবে গৱৰ্ণমেণ্টক ধৰিব নোৱৰা? যদি মানুহ গাঁও এৰি যাবই লাগে—তেন্তে আন ঠাই ক'লৈ যাব—ক'ত থাকিব—তাত ঘৰ কৰিবলৈ সকলো ঠিক-ঠাক কৰি ল'বলৈ কিয় গৱৰ্ণমেণ্টে সকলো সুবিধা কৰি নিদিব?

এ. আৰ. পি. ঃ সেইবোৰ আমি কি জানো? সেইটো আমাৰ ডিউটি নহয়। আমাৰ কেৱল বোমা পৰা মানুহবোৰক শুশ্ৰূষা কৰাহে ডিউটি।

লভিতা ঃ [খঙত দাঁত কামুৰি] যা, যা পপীয়া, যা। য'ত বোমা পৰি আমেৰিকানহঁত মৰিব ধৰিছে তালৈ যা। আমাৰ ওচৰলৈ কিয় আহিছ?

এ. আৰ. পি. ঃ খং নেদেখুৱাবি ছোৱালী। তোৰ নিচিনা বহুত দেখিছোঁ। এতিয়াই মিলিটেৰী বাপেৰহঁত আহি ধুন দেখুৱাবহি ৰ—

[এই বুলি গৰপ গৰপকৈ এ. আৰ. পি. গুচি যায়। লভিতাই ভেটিত বহি হুক্-হুক্কৈ কান্দিবলৈ ধৰে। অলপ পিছত এজন পুলিচ ইন্সপেক্টৰ আৰ্ম পুলিচ লৈ সোমাই আহে।]

পুলিচ ইন্সপেক্টৰ ঃ [মানুহবোৰলৈ চাই] অ' তোমালোক দেখোন ইয়াত আহি ভেম মাৰি বহি আছাহি? মানুহে ভালেৰে ক'লে কথা নুশুনে। কেনৈ শুনিব, কপালত দুখ আছে নহয়।

এজন মানুহ ঃ ইন্সপেক্টৰ বাবু! যাবলৈতো কৈছে। পিছে যাওঁ ক'লৈ কওকচোন? ধান, চাউল, পাই-পইছা হাতত এটিও নাই। কালিৰপৰা মিলিটেৰী চিপাহীখনে যি হুহমুহিখন লগাই দিছে—ক'ৰ বস্তু ক'লৈ গ'ল, ক'ৰ বাহানি ক'লৈ গ'ল, তাৰ ঠিকনা নাই। যাওঁৱেই বা 'ক'লৈ?

পুলিচ ইন্সপেক্টৰ ঃ এতিয়া যদি গৱৰ্ণমেণ্টে, পুলিচ মিলিটেৰীয়ে, ক'লৈ যাব, ক'ত থাকিব তাকো সৰু ল'ৰা-ছোৱালীৰ দৰে পদে পদে দেখুৱাই ফুৰিব লাগে—তেন্তে কেনেকৈ হ'ব? জাপানীৰ দৰে দুৰ্দ্দান্ত শত্ৰুক কোনোমতে গৱৰ্ণমেণ্টে যুঁজ কৰি ৰাখিছে। গএগ্ৰাৰ ভালৰ কাৰণেই গৱৰ্ণমেণ্টে আঁতৰি যাবলৈ কৈছে। নহ'লে জাপানী বোমাৰ কোবত ৰাইজ ধূলি হৈ উৰিব। গএগ্ৰাই নিজে শান্ত-ভৰি লৰাই ক'ত থাকিব, কি কৰিব তাৰ উপায় উলিয়াই লব লাগে নহয়— গৱৰ্ণমেণ্টেনো কিমান কৰিব? ৰাইজে বুজিব লাগে নহয়। উঠক, উঠক ৰাইজ! মিছাকৈয়ে সময় নেখেদাব।

[লভিতালৈ চায়— ওচৰলৈ গৈ] পিছে আইদেউ! কান্দি-কাতি থাকিলেনো কি হ'ব? যাব লাগে আইদেউ! যাব লাগে।

[লভিতাই চকুৰ পানীৰে বহুত পৰ ইন্সপেক্টৰৰ মুখলৈ চাই থাকে।]

ক'—লৈ যাম? থাকিম ক'—ত?

ইন্সপেক্টৰ ঃ আইদেউ! তাৰ ব্যৱস্থা তুমি নিজেই কৰি লোৱাগৈ। ক'ত ওচৰৰ গাঁও আছে, মানুহ আছে, সেইবোৰতে কিবা এটা কৰি থাকিব লাগিব।

লভিতা ঃ এতিয়া লোকৰ ঘৰে ঘৰে খুজি-মাগি খাবলৈ যাম? নাযাওঁ—নাযাওঁ। পিতাইৰ ইয়াতেই পৰি নাখাই-নবৈ মৰিম।

[মাটিত ধাঁচ্ কৰে পৰে।]

ইন্সপেক্টৰ ঃ বুজালেও যদি মানুহে নুবুজে তেন্তে আৰু কি উপায়।

[বাহিৰত মটৰৰ হৰ্ণ— মটৰ ৰখোৱাৰ শব্দ। লগে লগে চাহাবী ডিঙিৰ শব্দ আহে ; 'জল্‌দি জল্‌দি আদমি ভাগ যাও।' আৰু লগে লগে য়ুৰোপীয় এজন চুপাৰিন্‌টেন্‌ডেণ্টৰ লগত এদল সশস্ত্ৰ বেয়নটধাৰী সৈন্য আহে। ইন্সপেক্টৰ আৰু চিপাহীবোৰে চেলিউট কৰে।]

পুঃ চুপা. ঃ ক্যা দেখত্যা হ্যায়—যাও—যাও— যাও। ইন্সপেক্টৰ, হোৱাট আৰ ইউ ডুইং— ড্ৰাইভ ডিজ আউট—আউট—আউট। ক্যা দেখতা হ্যায়—ভাগো ভাগো—

[মানুহবোৰক খেদে। মানুহবোৰ ভয়ত পেঁপুৱা খায়। লভিতাক দেখি।]

হেই ছোৱালী। কি হৈছে? কেলেই কান্দিছে? যাব লাগে। যাব

লাগে— বোমা পৰিব। মৰি যাব। উঠও, উঠও, গেট আপ্ হেই—
[লভিতা ঘপককৈ থিয় হয়।]

লভিতা : অ' অ' অ' মোৰ বোপাই মৰিছে ইয়াতে। ময়ো মৰিম।

পুঃ চাহাব : টুমি কি কাৰণে মৰিব? জোৱান ছোৱালী আছে—বাচি থাকিব লাগে। কান্দিলে কিছু ফয়দা নাই আছে।

লভিতা : চাহাব! তোমালোকে যে মানুহবোৰক এইদৰে গৰু খেদোৱাদি খেদাই পঠিয়াইছা সিহঁতে ক'ত থাকিব কি খাবগৈ তাৰ কি দিহা কৰিছা?

পুঃ চাহাব : আমি জাপানীৰ লগত ঢাৱা কৰিছে। ইমানবোৰ গাঁৱলীয়া মানুহক কেনেকৈ খবৰ কৰিব?

লভিতা : অতবোৰ লাখ লাখ চিপাহীৰ তোমালোকে থকা-মেলাৰ সুবিধা ৰাতিটোৰ ভিতৰতে কৰিব পাৰা, গাঁও কেইখনমানৰ কৰিব নোৱৰা? আন নহ'লেও অকণ অকণ ল'ৰা-ছোৱালীবোৰৰ—

চাহাব : হামি টোমাৰ লগত তৰ্ক কৰিবলৈ অহা নাই, হামি টোমাক কৈছে ইয়াৰপৰা যাব লাগে। হামি দুচুৰা বাত নাই জানে।

লভিতা : নাই জানে— নাই জানে, তেনে কোনে জানিব? গৱৰ্ণমেণ্ট হৈ প্ৰজাৰ বাত নাই জানিলে কোনে জানিব?

পুঃ চাহাব : [খং কৰি] বেছি বক্ বক্ মত কৰ্ৰ। টুম বহুত বাত্ বলতা্ হ্যায়।

লভিতা : [কান্দি কান্দি] কি বক্ বক্ কৰাৰ কথা কৈছা। অন্যায়—অন্যায়। তোমালোকে অন্যায় কৰিছা।

পুঃ চাহাব : চুপ, চুপ, চুপ ৰহৌ।

লভিতা : [খঙত একো নাই হৈ] নাই ৰহেগা, চুপ্ নাই—নাই—নাই ৰহেগা।

পুঃ চাহাব : [গৰ্জ্জন কৰি] যাও যাও যাও— বদমাছ্—ডেম চোৱাইন্। গুলি কৰেগা।

লভিতা : কৰ্ৰ কৰ্ৰ, গুলি কৰ্ৰ।

পুঃ চাহাব : নাই মানেগা বাত্, নাই মানেগা, অল্ ৰাইট।
[সশস্ত্ৰ সৈন্যক হুকুম দিয়ে।]

পুঃ চাহাব : চা—ৰ্জ।
[তৎক্ষণাৎ পাঁচ-ছয়টামান বেয়নেটধাৰী চিপাহীয়ে ঘেৰাও কৰি বেয়নেটবোৰ টোঁৱাই ধৰে। এনেতে পুলিচ চাহাবে হাত দণ্ডাত সিহঁত সেইদৰেই টোঁৱাই ৰৈ থাকে। চাৰিওফালৰ মানুহবোৰে চিঞৰি উঠে।]

লভিতা : [বলিয়া হৈ কান্দি কান্দি] ছিঃ ছিঃ ছিঃ— ভয় দেখুৱাইছা চাহাব— ভয়—ভয়? ছিঃ ছিঃ ছিঃ—গুলি কৰিবা। চঙীনেৰে খুচি মাৰিবা? মৰণৰ

ভয় দেখুৱাবলৈ আহিছা? আজিৰ ছোৱালীয়ে ভয় নাখায় চাহাব। গোটেই বৃটিছ গৱৰ্ণমেণ্টৰ বন্দুক, বৰতোপ আনিলেও চাহাব এই ভেটিৰপৰা এক খোজো আঁতৰ কৰিব নোৱৰা জীয়াই থাকোমানে। মোৰ ভেটি, মোৰ ঘৰ, মোৰ মাটি, মোৰ দেশ—ইয়াত মোৰ মাত্তিবৰ অধিকাৰ আছে। নাযাওঁ। নাযাওঁ এই ভেটিৰপৰা নাযাওঁ।

[লভিতাৰ মূৰ্ত্তি দেখি আটাইবোৰ চৰণ্ পৰা মানুহৰ দৰে থৰ হৈ ৰৈ থাকে]

**আঁৰ-কাপোৰ**

## দ্বিতীয় অঙ্ক

### প্ৰথম দৰ্শন

[ফুলগুৰি গাঁৱৰ এটা হাবিতলীয়া বাট। সন্ধিয়া লাগি আন্ধাৰ হৈছে। বহুত দূৰৈত ইংৰাজী সুৰৰ সুঁহুৰি। মাজে মাজে উৰা-জাহাজৰ শব্দ। হাতত টৰ্চলাইট লৈ বাট চাই চাই এ. আৰ. পি. পোছাকত গোলাপে লভিতাক ধৰি লৈ আহে। লভিতাক কান্দি উচুপি থকা দেখা যায়।]

লভিতা : [কিছু দূৰ আহোঁ নাহোঁকৈ আহি হঠাৎ থমকি ৰৈ হুক-হুককৈ কান্দিবলৈ ধৰে। পিছত উচুপি উচুপি] মই—মই মৌজাদাৰৰ ঘৰলৈ নাযাওঁ। গোলাপ ককাইদেউ। মই নাযাওঁ।

গোলাপ : [বুজনি দিবলৈ চেষ্টা কৰি] উস্ বাৰে বাৰে একে কথা। লভিতা! তুমি নুবুজা কিয়? আজি হঠাৎ তুমি যি অৱস্থাত পৰিছা তালৈ চাই আৰু তুমি আগৰ দৰে চলিব নোৱৰা নহয়। এতিয়া চকু-কাণ মুদি প্ৰাণটো আৰু ইজ্জতটো ৰাখিব পাৰিলেই হৈছে। যুদ্ধৰো যি বিষম অৱস্থা আৰু বা কি হয়—একো ক'ব নোৱাৰি। সেই কাৰণে বৰ্ত্তমান তুমি মৌজাদাৰৰ ঘৰতে কোনোমতে গোঁজা মাৰি থাকা। তাৰ পিছত অৱস্থা চাই কিবা এটা কৰিব লাগিব।

লভিতা : আই অ'—মইনো এতিয়া লোকৰ ঘৰত কেনেকৈ থাকিমগৈ? হে. ঈশ্বৰ! পিতাইৰ লগত মোকো মাৰি নিনিলা কিয়?

গোলাপ : বুজিছা লভিতা! মই দেখাত হ'লে এতিয়া তোমাৰ কাৰণে মৌজাদাৰৰ ঘৰে আটাইতকৈ নিৰাপদ ঠাই। এনে যুদ্ধৰ হুৰমুৰিৰ মাজত কত ছোৱালীৰ কত বিপদ হৈ গৈছে। কিন্তু মৌজাদাৰৰ ঘৰত থাকিলে সেইবোৰৰপৰা ৰক্ষাত নিৰ্ভয়ত থাকিব পাৰিবা। মযো ভাত থাকিলে খা-খবৰ কৰি থাকিব পাৰিম।

[এনেতে শত্ৰুৰ বিমান আক্ৰমণৰ জাননী দি 'লহৰজান এযাৰড্ৰম'ৰ চাইৰেণ বাজি উঠে। অলপ পিছতে উৰা-জাহাজৰ শব্দ হ'বলৈ ধৰে। লগে লগে এণ্টি-এযাৰক্ৰাফটগণৰ শব্দ। মানুহ কিছুমানে হুৰমুৰকৈ সেইফালে লৰি আহে। গোলাপ আৰু লভিতাই বেগাবেগিকৈ তাৰপৰা আঁতৰি যায।]

## দ্বিতীয় দৰ্শন

[এমাহ পিছত। গঙ্গাৰাম বৰুৱা মৌজাদাৰৰ ঘৰ। তেওঁ লহবজান মৌজাৰ মৌজাদাৰ। মৌজাদাৰৰ ঘৰৰ পাছত চোতাল। মৌজাদাৰৰ বঙলাৰঘৰ আৰু ৰান্ধনি-ঘৰৰ মাজতে এই চোতাল। ষ্টেজৰ সোঁফালে বঙলাঘৰৰ পাছফালৰ বাৰাণ্ডাখন দেখা গৈছে। ৰান্ধনি-ঘৰটো খেৰৰ আৰু বাঁহৰ খুঁটাৰ। ৰান্ধনি-ঘৰৰ বাৰাণ্ডাত বহি মৌজাদাৰণীয়ে আগত শাক পাচলিৰ খৰাহি এটা লৈ শাক-পাচলি কুটিছে। ওচৰতে এখন মৈদা আৰু থাল, খৰাহি, পাচি ইত্যাদি। দুৱাৰেদি ৰান্ধনি-ঘৰৰপৰা অলপ অলপ ধোঁৱা আহিছে। চোতালেদি মৌজাদাৰৰ চাকৰ, হালোৱা ইত্যাদি মানুহ মাজে মাজে অহা-যোৱা কৰিছে। বঙলাঘৰৰ ভিতৰৰপৰা মৌজাদাৰৰ গলগলীয়া মাত শুনা যায।]

হেৰ কোন আছ!

ধপাত এচিলিম্ আন অ!

মৌজাদাৰণী : [মূৰ দাঙি।] হেৰ' কটীয়া—অ' কটীয়া।

(উ—উ বুলি কটীয়াই দূৰৰপৰা মাতে।)

(মৌজাদাৰণীয়ে শিয়ৰি) উ—উ কটা চুৱা-খোৱা বান্দৰ—ক'ত মৰিছগৈ— ধপাত খুজিছে ক'ব নোৱাৰনে? মাতিলে-চাতিলে ঘপৰাই পাবলৈ নাই। ইয়াত থাকিব নোৱাৰ বাঘে-খোৱা?

[এনেতে সৰু গাঠলু ল'ৰা এটা কেওঁ-মেওঁকৈ ভয়ে ভয়ে লৰি আহি চিলিম এটা লৈ ৰান্ধনি-ঘৰত সোমায়। মৌজাদাৰণীয়ে তালৈ চাই খচ্‌খচ্‌কৈ পাচলি কুটিবলৈ ধৰে। এনেতে বঙলাঘৰৰ ভিতৰৰপৰা আকৌ চিঞৰে।]

মৌজাদাৰ : হেৰ ধপাত এচিলিম দিব পৰা নাইনে অথনিৰেপৰা— ?

মৌজাদাৰণী : হেৰ কটা বান্দৰ—কটীয়া—কটা বাঘে খোৱা—হেৰামজেদা কৰিছ কি অতবেলি?—হেৰ নানিছনে?

[ভিতৰত কটীয়াই মাতে, "মইনো কি কৰিম আই। অঙঠা থাকিলেও নিদিযে ৰান্ধনীয়ে।"]

নিদিব কেলৈ—কে—লৈ নি—দিব তাই? এই কটাৰি জী লভিতা নে ফভিতা! দিয়া নাই কিয়?

লভিতা : [ভিতৰৰপৰা] মইনো দিওঁ ক'ৰপৰা আই—কেঁচা গেৰেহা খৰি ফুৱাই ফুৱায়ো জুই ধৰিব পৰা নাই অথনিৰেপৰা।

[কটীয়া সোমাই আহে—চিলিমটো ফুৱাই ফুৱাই।]

এনেতে চাৰিজন ৰেডক্ৰছৰ সৈন্যই আহত হোৱা লেফ্‌টেনেণ্ট বৰুৱাক ষ্ট্ৰেচাৰত তুলি হৈ আহে। লভিতা আৰু আন কেজনী নাৰ্ছে ততাতৈয়াকৈ লৰি গৈ ষ্ট্ৰেচাৰৰ ওচৰত উধাতু খাই থিয় হয়গৈ।]

লেঃ বৰুৱা ঃ [ষ্ট্ৰেচাৰত উঠি বহি চিঞৰি চিঞৰি।] অসমীয়া সৈন্যসকল! আগবাঢ়ি যোৱা, আগবাঢ়ি যোৱা।—লভিতা! লভিতা! উস্— উস্—আজি ৰণ জয় কৰিব লাগিব—অসমৰ বুকুলৈ আগবাঢ়ি যাব লাগিব—অসমীয়া—সৈন্য—আগবাঢ়ি যোৱা—আগ—

[এইবুলি লেফ্‌টেনেণ্ট বৰুৱা ষ্ট্ৰেচাৰত ঢলি পৰি যায় আৰু লভিতা আৰু নাৰ্ছবোৰে ঘেৰি ষ্ট্ৰেচাৰখন টিলাটোৰ পাছেদি হাবিৰ ভিতৰলৈ লৈ যায়। ভীষণ মেচিনগানৰ ৰু-ৰুধ্বনি আহিবলৈ ধৰে। এনেতে হতাহতি চঙীনৰ যুঁজ কৰি আজাদ হিন্দৰ সৈন্য এদল পাছ হুঁহকি আহি মঞ্চত সোমায়— আৰু বৃটিছ গোৰা সৈন্য আহি সিহঁতৰ ওপৰত পৰে—আৰু ভীষণ যুদ্ধ হয়—এনেতে বিজুলী সঞ্চাৰে হাতত চঙীন লগোৱা বন্দুক লৈ ৰণৰঙ্গিনী মূৰ্ত্তিৰে লভিতা আহি টিলাটোৰ ওপৰত থিয় হয়।]

লভিতা ঃ এখোজো নাহিবা। এখোজো নাহিবা। পাছলৈ নাহিবা। আজিৰ যুদ্ধ জিকিব লাগিব। অসমলৈ আগবাঢ়ি যাবই লাগিব। যুদ্ধ কৰা, যুদ্ধ কৰা—প্ৰাণপণে—শত্ৰুক ধ্বংস কৰা। আগবাঢ়া। জয় হিন্দ্—জয় হিন্দ্—জয় হিন্দ্।

[আজাদ হিন্দৰ অসমীয়া সৈন্যবোৰে ভীষণভাৱে যুদ্ধ কৰি—আকৌ বৃটিছ সৈন্যক খেদি মঞ্চৰ বাহিৰত উলিয়াই লৈ যায়গৈ। লভিতাই আগবাঢ়ি সমুখলৈ আহি চিঞৰি চিঞৰি কয়।]

লভিতা ঃ গাত এটোপা তেজ থাকে মানে—উশাহ থাকে মানে—যুঁজ কৰা—আজি গোটেই অসমীয়াৰ, গোটেই হিন্দুস্থানৰ সম্মান তোমালোকৰ হাতত—আগবঢ়া—

[এনেতে দূৰৈত জয় হিন্দ্ জয় হিন্দ্ শব্দ হয় আৰু মেচিনগানৰ ৰু-ৰুধ্বনি বাঢ়ি যায়। লভিতাই আঁৰৰপৰা উৎকণ্ঠিত আৰু উত্তেজিত হৈ দূৰলৈ চাই থাকে। টিলাৰ আঁৰৰপৰা মুখ উলিয়াই আন দুজনী নাৰ্ছে কয়।]

এজনী নাৰ্ছ ঃ লভিতা বাইদেউ! লভিতা বাইদেউ! মুকলিত নাথাকিবা। গুলি আহিয়েই আছে, আঁৰত থাকা।

[দূৰৈত জয় হিন্দ্ জয় হিন্দ্ বুলি বিৰাট ধ্বনি হয়। লভিতাই তাতে থিয় হৈ দূৰলৈ চাই আছে আৰু এনেতে দূৰৈত ভীষণ মেচিনগানৰ শব্দ হয়। মেচিন- গানৰ এটা গুলি আহি লভিতাৰ বুকুত লাগে। লভিতা পাক-ঘূৰণি খাই এবাৰ সিফালে এবাৰ ইফালে, এবাৰ

আহি নিচানৰ তলত ধাঁচ কৰে পৰি যায়। দূৰত আকৌ ভীষণ শব্দৰে জয় হিন্দ্ জ়
বুলি ধ্বনি হয়।

টিলাৰ সিফালে থকা নাৰ্চ দুজনী উধাতু খাই লভিতাক গৰা মাৰি ধৰে।]

লভিতা ঃ মোক—মো—ক নিচানৰ তললৈ নি—য়া।

মোক— নিচানৰ তলত—।

[নাৰ্চ দুজনীয়ে লভিতাক ধৰি নিচানৰ তললৈ লৈ যায়। লভিতাই তলত বহি নিচানৰ খুঁটাটোক সাবট মাৰি ধৰি মূৰটো তাতে থয়। নাৰ্চ এজনীয়ে শৰালৰিকৈ কিবা দৰব আৰু বেণ্ডেজ আনি, লভিতাৰ বুকুত হাত দিয়ে।]

লভিতা ঃ মোক—মোক—একো নকৰিবা— দৰব নিদিবা— মোৰ বুকুত গুলি লাগিছে। মই আৰু বেছি পৰ নাথাকোঁ। ভনীহঁত! যাবৰ সময়ত মোৰ অসম আইৰ মাটিৰে কপালত এটা ফোঁট দিয়া— মোৰ দেশৰ মাটিৰে— ফোট—

[নাৰ্চ দুজনীয়ে হুক্‌হুক্‌কৈ কান্দিবলৈ ধৰে। এজনীয়ে নিচানৰ তলৰ মাটি লৈ লভিতাৰ কপালত এটা ডাঙৰকৈ ফোট দিয়ে। লভিতাৰ বেদনাক্লিষ্ট মুখত এটা আনন্দৰ হাঁহি বিৰিঙি উঠে।]

লভিতা ঃ ভনীটিহঁত! নাকান্দিবা। ভনীটিহঁত! নাকান্দিবা। মোৰ মাত নাইকিয়া হৈ আহিছে। মোৰ চকুৰ পোহৰ কমি আহিছে! ভনীটিহঁত! মই যাবৰ সময়ত অসমৰ সুৱদি সুৰীয়া নাম এটা গাই শুনোৱা— অসমৰ সুৱদি মাত— অসমৰ সুৰীয়া মাত—ভনীটিহঁত— নাম—নাম—এটি অসমৰ সুৱদি নাম—অসমী আইৰ সেউজীয়া পথাৰৰ শোভা দেখি মৰিবলৈ নাপালোঁ— আইৰ সুৱদি নামকে শুনি যাওঁ ভনীটিহঁত—

[নাৰ্চ দুজনীয়ে চকুপানী মচি মচি মাজে মাজে উচুপি উচুপি গায়।]

## গীত

লুইতৰ আকাশত তৰাৰ তৰাৱলী

পাৰত দীপাৱলী তেজৰে মোৰ—

আই নাকান্দিবি,

থাপনাত তেজৰে বন্তি দিলেহি

ল'ৰা-ছোৱালীয়ে তোৰ।

লাচিতৰ দিনৰে জ্বলা জুয়েকুৰা

আই অ' নমুৱা নাই,

নতুন তেজেৰে শলিতা জ্বলিছে

উজলিছে ভমকাই।

চকুলো বোৱাই জুই নুনুমাবি—

গুচকে আন্ধাৰে ঘোৰ—

লুইতৰ আকাশত তৰাৰ তৰাৱলী

পাৰত দীপাৱলী তেজৰে মোৰ।

[নাৰ্ছইঁতে নাম গাই থকাৰ মাজতেই লাহে লাহে লভিতাৰ চকু জাপ খাই আহে, আৰু নিচানৰফালে এবাৰ ওপৰলৈ চকু বলেৰে মেলি চায। তাৰ পিছতে লভিতাৰ চকু মুদ খায় আৰু মেল নাখায়। লভিতা নিচানকে সাবট মাৰি থৰ লাগি থাকে, মূৰটো ঢলি যায়।

নাৰ্ছ দুজনীয়ে হুক্‌হুকাই কান্দি লভিতাৰ গাত সাবট মাৰি ধৰি উচুপি উচুপি কান্দিবলৈ ধৰে। দূৰৈত জয় হিন্দ্ জয় হিন্দ্ ধ্বনি হ'বলৈ ধৰে।]

## আঁৰ-কাপোৰ

# নাটকীয় চৰিত্ৰাৱলী

| | | |
|---|---|---|
| জীৱনৰাম ফুকন | — | এজন চাহ্-খেতিয়ক মৌজাদাৰ |
| নবীনচন্দ্ৰ ফুকন | — | জীৱনৰামৰ বৰপুতেক |
| মিঃ ভইন (মিঃ টঙ্কেশ্বৰ ভূএগ, বাৰ এট্ ল) | — | এজন বিলাত-ফেৰত বেৰিষ্টাৰ, জীৱনৰামৰ ভাবী জোঁৱাই |
| শুক্ৰেশ্বৰ বৰা | — | প্ৰাইভেট টিউটৰ |
| মহম্মদ আলি | — | নবীনৰ সহপাঠী অন্তৰঙ্গ বন্ধু |
| কন্দ্ৰাকুমাৰ বৰুৱা | — | নবীনৰ সহপাঠী কবি |
| গান্ধৰ্বপ্ৰসাদ বৰুৱা | — | নবীনৰ সহপাঠী সঙ্গীতজ্ঞ |
| উপেন শইকীয়া | — | নবীনৰ সহপাঠী পেট্ৰিয়ট |
| মিঃ পৰিমল বাগছী | — | এজন পেৰিছত থকা বঙালী ছাত্ৰ |
| প্ৰফেছাৰ ইবেনষ্টাইন (Prof. Ebenstein) | — | আমেৰিকাৰ হাৰ্ভাৰ্ড ইউনিভাৰচিটিৰ আৰ্ট কলেজৰ অধ্যক্ষ |
| মিঃ অলিভাৰ (Mr. Oliver) | — | এজন আমেৰিকাৰ ক্ৰোৰপতি |
| ওঙ্কাৰমল আচোৱাল | — | এজন ধনী মাৰোৱাৰী, জীৱনৰামৰ বেঙ্কাৰ |
| সাবিত্ৰী ফুকননী | — | নবীনৰ মাক |
| নবনলিনী ফুকন | — | নবীনৰ বাইদেৱেক, জীৱনৰামৰ জীয়েক আৰু মিঃ ভইনৰ ভাবী পত্নী |
| মেডামুজেল জএঞ্জ | — | এজনী ফ্ৰেঞ্চ আৰ্টিষ্ট ছোৱালী |
| মেডাম ডালকুৰ (Delcourt) | — | পেৰিছত নবীনৰ লেণ্ড লেডী |
| সৰুবাপু, মাজুবাপু | — | নবীনৰ সৰু ভায়েক |
| পেনুকণা | — | জীৱনৰামৰ ঘৰৰ চাকৰ ল'ৰা |

এটা গোৱানিছ ছেইলৰ, ওৱেটাৰ আৰু ওৱেট্ৰিছ, কলিকতাৰ বঙালী বাটৰুৱা, ফেৰিৱালা, জাহাজৰ নাবিকবোৰ, পেৰিছত অৰিয়েণ্টেল একজিভিশ্যনৰ ফৰাচী মুনিহ-তিৰোতা। পেৰিছৰ হোটেলত বলডেন্স কৰা ডেকা-ডেকেৰীবোৰ ইত্যাদি।

# খনিকৰ

## প্ৰথম অঙ্ক

[শ্ৰীযুত জীৱনৰাম ফুকনৰ ঘৰৰ এটা দ'ৰা-ছোৱালী পঢ়া কোঠা। এখন ডাঙৰ চাৰিচুকীয়া কাঠৰ মেজ, কোঠাৰ বাওঁফালে। বাওঁফালৰ দেৱালত এটা কাঠৰ আলমাৰি। মেজৰ দাঁতিত এখন দীঘল কাঠৰ বেঞ্চ আৰু এফালে এখন চকী। মেজৰ ওপৰত ছিলট, পেঞ্চিল, কিতাপ, কলমাৰি আৰু এটা গ্লোব। দেৱালৰ মাজভাগত এখন অসমৰ মেপ ওলোমাই থোৱা আছিল। মেজৰ তলত এটা ফটা কাকতৰ বিন উবুৰি খাই পৰি আছিল আৰু তাৰ কাকতবোৰ সিঁচৰতি হৈ পৰি আছিল। কোঠাটোৰ এমূৰত এখন চাইকেল আঁউজাই থোৱা আছিল। কোঠাটোৰ একালে এখন হেলেক-পেলেক টেবুলত এখন কেৰমবৰ্ড থোৱা আছিল। চাইকেলৰ লেম্প এটা আলমাৰিটোৰ ওপৰত অকলশৰীয়া হৈ আছিল। কোঠাটোৰ সোঁফালে এখন দুৱাৰ। দুৱাৰেদি বাহিৰৰ বাৰাণ্ডাখন আৰু পটিকৰ এভাগ দেখা যায়। বাৰাণ্ডাত চকী-মেজ আৰু খুঁটাৰ ওচৰে ওচৰে মৰসুমী ফুলৰ টাব আৰু পামৰ টাব সজাই থোৱা আছিল।

আঁৰ-কাপোৰ তোলাৰ সময়ত কোঠাটো একেবাৰেই আন্ধাৰ-মুন্ধাৰ। কেৱল বাৰাণ্ডাৰফালে নিষ্প্ৰভ সন্ধিয়াৰ পোহৰ দেখা গৈছিল। আঁৰ-কাপোৰ তোলাৰ অলপ পাছতে পেনুকণাই থৰক-বৰককৈ বাৰাণ্ডাৰপৰা টেবুল লেম্প লৈ দুৱাৰেদি সোমাই আহে। পোহৰ হয়। ফিটা বাঢ়খাই অহাত লেম্পটো ধোঁৱাই আহে। পেনুকণাৰ গাত এটা চাফা বনিয়ন; কিন্তু পিন্ধা আঁঠুমূৰীয়া ধুতিখন কিছু লেতেৰা আৰু লেম্পৰ চিমনি ধুতিৰ আগেৰে মচাত ধুতিৰ ওলমি থকা আগ এটা আলাজুক'লীয়া। বয়স তাৰ ১০ কি ১১ হ'ব। গাঁৱৰপৰা নতুনকৈ অহা। মুখৰ আওভাওত গাঁৱলীয়া ভাব বৰ্তমান। টেবুলত লেম্পটো থৈ সি ইফালে-সিফালে পুলুঙ-পালাঙকৈ চাই মেজৰে এখন কিতাপ লৈ তাৰে ছবি চাবলৈ আৰম্ভ কৰে আৰু পাতবোৰ লুটিয়াই-পুটিয়াই থাকে। এনেতে জীৱন ফুকনৰ মাজু পুতেক মাজুবাপু তালে সোমাই আহি দুৱাৰ- মুখত থমক খাই ৰয়। মাজুবাপু বয়সত ১৪ বছৰীয়া। দেখিবলৈ বগা আৰু গাঁঠলু। পিন্ধনত, এটা বগা হাফ চাৰ্ট আৰু ক'লা গৰম কাপোৰৰ হাফ পেণ্ট। ভৰিত এহাল চকছ্ আৰু চেণ্ডেল চু। দ'ৰাটো বৰ তজবজীয়া। দুৱাৰ-মুখৰপৰা মাজুবাপুৱে—]

মাজুবাপু: [চকু পোন্দোৰাই] হেই।

[পেনুকণা উচাপ খাই উঠে। কিতাপখন থপৰ কৰে জপাই টেবুলৰপৰা এহাতমান আঁতৰি গৈ—দোষীৰ দৰে ভয়-ভীত হৈ চাই থাকে।]

মাজুবাপু : [এখোজ আগবাঢ়ি আহি] কি কৰিছ হে?
কিতাপ ফালিছ?

পেনুকণা : নাই বাপুটি—ছবি—

মাজুবাপু : [গেঙেৰি মাৰি] ছবি—ছবি চাইছ। মা—মা—মাৰিম এতিয়া এক থাপ্পৰ। গুচ্! [ধোঁৱোৱা লেম্পটোলৈ চাই] এই— [খুব খঙেৰে] চালা কুকুৰ কা বাচ্ছা—লেমৰ ফিটা কিয় কটা নাই? গাধা ছুৱৰ—ইমানদিন লেম চাফা কৰিছ, কাম কৰিব নাজান? [পেনুকণা ভয়ত কুঁচি-মুচি খায়] এইফালে আহ্ বদমাইছ্।

[পেনুকণাই দুই কিলাকুটিৰে কাণ দুখন ঢাকি—আহোঁ নাহোঁ কৰি থাকোতেই, মাজুবাপু তাৰ ওচৰলৈ গৈ]

মাজুবাপু : কি—কিয় লেম চাফা কৰা নাই?

পেনুকণা : [কুঁ-কুঁৱাই] কৰিছিলো বাপুটি।

মাজুবাপু : [মুখ বিকটাই] কৰিছিলো বাপুটি। বদমাইছ, ধোঁৱাইছে কিয়? মিছা কথা কৈছ্—

[এইবুলি পেনুকণাক কাণতলীয়া চৰ সোধাই দিয়ে। পেনুকণাই চৰ খাই হাওঁ-হাওঁকৈ কান্দিবলৈ ধৰে। এনেতে সৰুবাপু দুৱাৰেদি আহি তাত সোমাই কিৰীলি পাৰি জঁপিয়ায়। সৰুবাপুৰ বয়স ৬ বছৰ। হাফ পেণ্ট চাৰ্ট পিন্ধিছে, ভৰিত একো নাই।]

সৰুবাপু : ও— ও— মাৰ খুব মাৰ।

[কিৰীলিয়াই জঁপিয়ায়]

মাজুবাপু : [সৰুবাপুক] এই, তই মনে মনে থাক।

[সৰুবাপু মনে মনে থাকি ফুকফুকাই হাঁহি থাকে [illegible] লাহে লাহে গৈ [illegible] বহি কিতাপ-পত্ৰ উলিয়াই লয়।]

মাজুবাপু : [খঙেৰে পেনুকণাক] যা কটা। মা—মাখো নেকি এটা গোৰ?

[ভবি [illegible] আৰু পেনুকণাই হাওঁ-হাওঁকৈ চিঞৰিবলৈ ধৰে। মাজুবাপুৱে পেনুকণাক ডিঙিত ধৰি গতা মাৰি পঠিয়ায়।]

যা বদমাইছ—অইন এটা লেম আনগৈ।

[গতা খাই পেনুকণাই হামখুৰি খাই পৰি কান্দিবলৈ ধৰে— কন্দা শুনি ভিতৰৰপৰা ফুকননীয়ে মাত দি ওলাই আহে]

ফুকননী : [ভিতৰৰপৰা] কোনে কান্দিছ অ'?

[খৰকৈ সোমাই আহি কাপ দেখি খঙমুৱা হৈ বয়। ফুকননী বয়সত ৪৫ৰ ওপৰ। ফকত-আৱত; খোজে-কাটলে গহীন দীঘলীয়া মুখেৰে তেজাল বৰ্ণা। পিন্ধনত মুগাৰ মেখেলা পাতৰ ৰিহা আৰু গাত আশী সূতাৰ খনীয়া। হাতত গোটাখাৰু, কাণত লণ্ডকেৰু। [ ]ত চেইন।]

ফুকননী ঃ [এবাৰ পেনুকণাৰফালে চাই, এবাৰ মাজুবাপুৰফালে চাই] কিয় মাৰিলি আক?

মাজুবাপু ঃ বৰ বদ্‌মাছ সি—লেমৰ ফিটা—

ফুকননী ঃ [ভেকাহি মাৰি] কি, লেমৰ ফিটা অলপ কটাত গণ্ডগোল হ'ল বুলিয়েই সেইদৰে মাৰিবি কেলৈ? অ'কণমান ল'ৰা, গাঁৱৰপৰা মাক-বাপেকৰ কোলাৰপৰা আহিছে—বেচেৰাই পেটৰ ভাতমুঠিৰ বাবেহে আমাৰ ঘৰত—সেইদৰে মাৰিবলৈ বেয়া নালাগেনে?

মাজুবাপু ঃ তাক মই সদায় সদায়—

ফুকননী ঃ অ' ক'ব লাগিবতো সদায় সদায়। গাঁৱৰপৰা আহি দুদিনতে সি নতুন কথাৰ কেনেকৈ ঘপহকৰে আওভাব পাব? আজিলৈকে তই নাজানিলি নিশিকিলি কেনেকৈ নিজৰ কাপোৰ-কানিখিনি সামৰি-সুতৰি থ'ব লাগে—অকণমান ল'ৰাটোক মাৰ ধৰিছ! তাঁহৰ ওপৰত শিয়াল বজা হৈছ। বাপেৰক বাগিচাৰ কুলি কোবোৱা দেখি দেখি চাকৰ মাৰিবলৈ শিকিছ? ভাল আদৰ্শ ল'বলৈ নাই, বেয়াবোৰ সাউৎ সাউৎকৈ লবিহঁক। চাবি আজিৰপৰা চাকৰৰ গাত হাত লগালে!

[এইবুলি ফুকননীয়ে পেনুকণাক হাতত ধৰি তুলি খোজ কঢ়াই লৈ যায়]

পেনুকণা ঃ এঁ, হেঁ, এঁ, হেঁ [বেছিকৈ চিঞৰি লেন চেলাই] ই- ই-ইয়াত—হেঁ হেঁ উ-উ-উ—

['নাকান্দিবি', 'নাকান্দিবি' বুলি ফুকননীয়ে তাক ভিতৰলৈ লৈ যায়গৈ। ফুকননী যোৱাৰ পাছত মাজুবাপু অলপ অভিমানেৰে গৈ টেবুলত বহেগৈ— আৰু ইখন-সিখন কিতাপ আনি এখন কিতাপ আগত উলিয়াই লয়। লেমৰ ফিটা অলপ কমাই দিয়াত ধোঁৱাবলৈ এৰে।]

সৰুবাপু ঃ [কিতাপ আগত লৈ ডাঙৰ ডাঙৰকৈ চিঞৰি]

অ' অমিতা গছৰ ঠেলকা ঠাল।

আ, আম পকিলে খাবলৈ ভাল।

মাজুবাপু ঃ এই, লাহে লাহে পঢ়। সককৈ পঢ়িব নোৱাৰনে?

[সৰুবাপু প্ৰথমতে একেবাৰে লিফুট মাৰি তাৰ পাছত গুণগুণাই পঢ়িবলৈ ধৰে।]

মাজুবাপু : [গল হেকাৰি মাৰি পঢ়িবলৈ আৰম্ভ কৰে ঠলঠলাই]

তি তস্ অস্তি

সি থস্ থ

মি বস মস্

তাম আতাম অত্তাম্

থাম আথাম থবম্

[থবম বোলা শুনি সৰুবাপুৱে খেক্‌কেকাই হাঁহি দিয়ে।]

মাজবাপু : [খণ্ডকৈ] এই, ধেমালি কৰিছ কেলৈ— মাৰি পঠিয়াম—

[এইবুলি মাৰিবলৈ যায় আৰু সৰুবাপু বিজুলী সঞ্চাৰে জাঁপ মাৰি দুৱাৰ-মুখ পায়গৈ আৰু হাত নাচি নাচি জঁপিয়াই—মাজুবাপুক চিঞৰে। সুৰ লগাই]

সৰুবাপু : তি ত্বি ত্তি

তাম্ থাম্ থাম্

থাথাম্ থাথাম্ থাম্ থাম্।

মাজুবাপু : ৰ [এইবুলি খেদা মাৰি যাব খোজে আৰু সৰুবাপুৱে চিঞৰ ধৰে "দেউতা, মোক মাজুবাপুৱে মাৰিব খুজিছে।" বাহিৰৰপৰা ফুকনে ঢেৰেকনি মাৰি]

ফুকন : গোলমাল কৰিছ কেলৈ—ৰ।

[খণ্ডমুৰা হৈ সোমাই আহে। ফুকনৰ বয়স ৫৫ৰ ওপৰত্ত। চুলি মাজে মাজে বগা পৰিছে। ডাড়ি-গোঁফ খুৰুৱা। মানুহজন বেছ্ শকত-আৱত আৰু বৰ-ওখ নহয়। পেটটো অলপ ওলাইছে। কেপ কলাৰৰ মুগাৰ কোট আৰু বগা জীনৰ পেণ্ট পিন্ধিছে। যদিও গোছাকটো চাহাবী, মানুহজনৰ খোজ-কাটল, আও-ভাও, ঠাৱ-ঠিয়াঁৰ ঘূৰা-মেলা সকলো পুৰণি ধৰণৰ অসমীয়া মানুহৰ দৰে। মুখখন দেখিলেই বুজি যে মানুহজন সংসাৰত ঠেকা খোৱা— সাতঘাটৰ সৈয়া আৰু ঘোৰ বিষয়ী।]

ফুকন : [দুয়োটা ল'ৰালৈকে কপালৰ গাঁথি খোপাকৈ চাই]

কেলৈ গণ্ডগোল কৰিছ?

সৰুবাপু : [কুঁচি-মুচি] মোক মাজুবাপুৱে মাৰিব ধৰিছে।

মাজুবাপু : নাই, সি মই পঢ়োঁতে গণ্ডগোল কৰিছে।

ফুকন : হুঁ—[অলপ বৈ দুয়োটা ল'ৰালৈ 'কাড়া নজৰেৰে' চাই থাকি] তহঁতৰ মাষ্টৰ এতিয়াও

অহা নাইনেকি? [ঘড়ী উলিয়াই চাই] ৭ বাজি ২০ মিনিট গ'ল। এতিয়াও নাই। এঘণ্টা পঢ়ুৱাই বিশ বিশ টকা ল'ব—আহি ২০ মিনিট দেখিকে আৰু যাওঁতে ৮ নৌ বাজোতেই লব! এইবোৰ হৈছে মাষ্টৰ! এই, তহঁতৰ মাষ্টৰক কৈ দিবি বোলে দেউতাই কৈছে, যদি ঠিক সময়মতে আহিব নোৱাৰে, তেন্তে আজিৰপৰা অহাৰ একো দৰ্কাৰ নাই।

[ঠিক এনে সময়তে শ্ৰীযুত গুক্ৰেশ্বৰ বৰা বি. এ. মাজুবাপুহঁতৰ প্ৰাইভেট টিউটৰ সোমাই আহে আৰু ল'ৰাহঁতে চাই]

গুক্ৰেশ্বৰ বৰা : অ' আজি হ'বলা ঠিক সময়তে বহি আছহি? (ফুকনলৈ চাই) ডাঙৰীয়া, ইহঁতে আজি ঠিক সময়তে আহেহি। মই য়লায় আহি ইহঁতলৈ আধাঘণ্টা বাট চাই থাকিবহি লাগে। খেল খেলি থাকি পঢ়িবলৈ মনকে নকৰে। আপুনিও ইহঁতক ধমকি নিদিয়ে হ'বলা! বৰ উদণ্ড হৈ পৰিছে ইহঁত।

ফুকন : [খঙেৰে ল'ৰা দুটাক] তহঁত মাষ্টৰ অহা সময়ত ইয়াত ঠিক সময়মতে নাথাক কিয়? আজি ক'লৈ গৈছিলি?

মাজুবাপু : ফুটবল খেলিবলৈ।

ফুকন : [সপ্তমত চৰি] নালাগে ফুটবল খেলিব। মোক ফুটবল খেলি তবাব নালাগে। ফুটবল খেলিবলৈ গৈছিলোঁ। পঢ়িবৰ মন নাই। নালাগে আজিৰ পৰা ফুটবল খেলিবলৈ যাব। খবৰদাৰ—আজিৰপৰা কম্পাউণ্ডৰপৰা ওলালেই তহঁতৰ মই পিঠিৰ ছাল ছিঙিম। (গুক্ৰেশ্বৰক) বুজিছেনে বৰা আজিকালি স্কুল-কলেজত ইহঁতক কি পঢ়ুৱায় মই ক'ব নোৱাৰোঁ। স্কুল-কলেজলৈ গৈ মাত্ৰ অবাধ্যহে হ'বলৈ শিকিছে। দগাবাচ ল'ৰাৰপৰা যত উদ্ভণ্ডালি বদমাছি শিকিছে! [মাজুবাপুক] ফুটবল খেলিবলৈ গৈছিলি? কেলৈ গৈছিলি? মই মানা কৰিছিলোঁ নহয়। কুকুৰ, বান্দৰ, চোৰ, চুলুং। আজিৰপৰা গ'লে চাবি।

বৰা : [মাজুবাপুহঁতক] এৰা—বাপেক-মাকৰ অবাধ্য হ'ব নাপায়। যিটো কৰিবলৈ মানা কৰে নকৰিবা। ও—এতিয়া বহা, কিতাপ মুকলি কৰি বহা—পঢ়া।

[মাজুবাপু আৰু সৰুবাপুৱে গৈ টেবুলত বহে আৰু কিতাপ মেলি লৈ গুণগুণাই পঢ়িবলৈ ধৰে।]

ফুকন : ইহঁত আগলৈ যে কি হ'ব মই ভাবি পোৱা নাই। পঢ়া-শুনাততো একো মন নাই। সেই নবীন, সিও সেইখন কৰিছে। এতিয়া বি. এ. পাছ নৌকৰোতেই তাক যাবলৈ লগা হ'ল বিলাতলৈ।

ৰবা ঃ এৰা তেওঁ হেনো কলেজ এৰি বিলাতলৈ যাবলৈ বিচাৰিছে। পিছে আপুনি পঠাব খুজিছেনেকি?

ফুকন ঃ কি কৰিবগৈ বিলাতলৈ গৈ? একোতো নাই। মন উঠিছে বায়ু চৰিছে— ওলাইছে আৰু বিলাতলৈ। বাপেকৰ টকা আছে, চাহ-বাগিচা আছে, কি চিন্তা—বিলাতলৈ গৈ এসোপা খৰচ কৰি আহিবগৈ লাগে নহয়? নহ'লে আকৌ কেনেকৈ হ'ব? ৰাৰু বৰায়েই কওকচোন, এই উতনুৱাবোৰ বিলাতলৈ গৈ কি কৰিবগৈ?

ৰবা ঃ শুনিছো বোলে তেওঁ হেনো কিবা ভাস্কৰ্য বিদ্যা শিকিবলৈ যাব খুজিছে।

ফুকন ঃ সেইবোৰ সোমাইছে মগজুত। ভাস্কৰ বিদ্যা নে তস্কৰ বিদ্যা! ভাস্কৰ বিদ্যাডাল শিকিবগৈ? এইবোৰ পাগলামি। আজিকালি কিছুমান আপইতা মগজুৰ ডেকা ল'ৰাৰ বিলাতলৈ যোৱা—তাত গৈ ভাস্কৰ হোৱা—অমুক হোৱা, ভচুক হোৱা, তচুক হোৱা বায়ু উঠিছে। নাই—নাই ৰক্ষা। ক'লৈ যাওঁ গোপাল ক'লৈ যাওঁ কৃপাল।

ৰবা ঃ এৰা, জানো কি ভাস্কৰি বিদ্যা শিকিবলৈ যাব খুজিছে? অৱশ্যে বিদ্যাটো ভালেই, পিছে— শিকাৰ পৰা লাভ নাই।

ফুকন ঃ নাই নাই, একো নাই। কি ক'ম ৰবা বুজিছেনে—সি থকা কোঠালিটো ক'ৰ শিলগুটি, ক'ৰ কুমাৰ মাটি, ক'ৰ প্লাষ্টাৰ অব পেৰিছ, ক'ৰ হাতুৰি-বটালি এইবোৰ ভৰাই কণ-কঠীয়া মাৰিলে। কলেজীয়া পঢ়ালৈ, পৰীক্ষালৈ মন নাই—ক'ৰ ভাস্কৰ বিদ্যা কৰোঁ, তস্কৰ বিদ্যা শিকোঁ—ক'ৰ বিলাত যাওঁ, ফ্ৰান্সত যাওঁ, মাডাগাস্কাৰ যাওঁ—এইবোৰ। মই কৈ আছোঁ বোলোঁ বি. এ. টো পাছ কৰি এম. এ. আৰু ল. পাছ কৰ। গৱৰ্ণমেণ্ট চাৰ্কেলত মোৰ যথেষ্ট ইনফ্লুয়েন্স আছে। ই. এ. চি. কৰি সোমাই দিব পাৰিম— সময়ত চেচন জজ নাইবা ডেপুটি কমিছনাৰ হ'বগৈও পাৰিব—তাৰ উপৰি নিজৰ বা-বাগিচাওতো আছেই। কেনে বঢ়িয়া ফিউচাৰ! নাই নাই— সেইবোৰ ভাল কথালৈ মন নাই, কাণ নাই, ক'ৰ ভাস্কৰ বিদ্যা শিকি দেশ উদ্ধাৰিবলৈ যায়?—এইদৰে বাৰু খিতিঙালি কৰি ফুৰা ভালনে?

ৰবা ঃ হয়, হয়, ডাঙৰীয়া ঠিক কৈছে [মাজুবাপুইতক কিতাপলৈ নেচাই কথা শুনি থকা দেখি] অ' তোমালোকে কি কথা শুনিছা? পঢ়া পঢ়া পঢ়া। [এনেতে পেনুকণা সোমাই আহি]

পেনুকণা ঃ দেউতা, আয়ে কৈ পঠাইছে বোলে, মাজুবোপাইতৰ ভাত খাবৰ বেলি হ'ল। খাবলৈ মাতিছে।

ফুকন ঃ সেইয়া এতিয়া ভাত খাবৰ সময় হ'লেই। পঢ়িবলৈ নৌ বহোঁতেই ভাত খাবৰ সময় পালেহিয়েই। এইদৰে কি পঢ়া হ'ব। আগলৈ গজমূৰ্খ হ'ব [মাজুবাপুহঁতক] এই তহঁত যা, কাইলৈ ঠিক সাত বজাত বহি থাকিবিহি।

[মাজুবাপু আৰু সৰুবাপু তাৰপৰা উঠি দুৱাৰ-মুখ পাওঁতেই]

এই ক'লৈ লৰ মাৰিছ? কিতাপবোৰ সামৰি-সুতৰি থৈ যাব নোৱাৰ? য'ৰ বস্তু ত'ত থ'বলৈ নাই, লৰ মাৰিছে।

[সৰুবাপু আৰু মাজুবাপুৱে আহি চুচুক-চামাককৈ কিতাপবোৰ সামৰি-সুতৰি থৈ তাৰপৰা ওলাই যায়গৈ]

বুজিছে ববা আপুনি ইহঁতক পঢ়োৱাৰ বাহিৰেও কিছু এইবোৰৰ বিষয়ে ট্ৰেইনিং দিব।

ববা ঃ ডাঙৰীয়া, মই দিবই লাগিছোঁ। এই দিয়াৰ ফলতহে আপুনি ঘৰত এখন্তেক শান্তিৰে থাকিব পাৰিছে, নহ'লে অঘাইটং হৈ আপোনাৰ বঙলাঘৰ উকৰাই থাকিলহেঁতেন। পিছে ডাঙৰীয়া, ল'ৰাৰ এইবোৰ শিক্ষা দিব লাগে মাকে— গৃহিণীয়ে।

ফুকন ঃ কি শিক্ষা দিব? মিছা। আমাৰ তিৰোতাবোৰৰ ওপৰত ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ দিয়াতকৈ পুৰাই গৰখীয়াক ল'ৰা-ছোৱালীবোৰ চমজাই দিলেই সিহঁতক বেছি ভাল শিক্ষা দি আনিব। বুজিছে, গুৰুেশ্বৰ ববা, আপুনি বিয়া কৰোৱা নাই—আমাৰ তিৰোতাই ঘৰ ধৰিব নাজানে। সেইটো মই নকওঁ। আমাৰ মতাবোৰো কম নহয়—তিৰোতাজনীয়ে মতাসকলৰ আল ধৰিব্ৰে আজৰি নাপায়—[illegible] ধৰিব— কেতিয়া ল'ৰা-ছোৱালীক ট্ৰেইনিং দিব।

[এনেতে বাহিৰৰপৰা মিঃ [illegible] (মিঃ [illegible] [illegible] এট. [illegible] [illegible] মাতে। মিঃ ভাইন [illegible], [illegible]। [illegible] [illegible] [illegible] চাল-চলন, [illegible], পোচাক-পৰিচ্ছদ সকলো পূৰ্ণমাত্ৰাই [illegible] আৰু [illegible] মাজে ক'ৰবাত দুই-এটা অসমীয়া ভাবা কয়। চাহাবী [illegible] [illegible] বাহিৰৰপৰা মিঃ ভাইনে মাতে]

মিঃ ভাইন ঃ মিঃ ফু-কু ইন্ —মিঃ ফ-ক' —অন্‌ইন্। ফুকন ঘৰত আছেনে?

[ফুকন আৰু ববা হঠাৎ নিজৰ কথা-বতৰাৰপৰা বিৰত হৈ বাহিৰলৈ চায় আৰু মিঃ ভাইন সগৌৰৱে আৰু গম্ভীৰভাৱে সোমাই আহে।]

মিঃ ভইন : অহ্ অ' অ' এইয়া ফুকন ডাঙৰীয়া। গুড্ ইভিনিং! আপুনি ভালে আছেনে?

[হাত আগবঢ়াই দি ফুকনৰে কৰমৰ্দন কৰে]

ফুকন : অ' ভালেই। আপোনাৰ ভালনে?

মিঃ ভইন : [বৰাক দেখি] অ', হঃ হঃ হঃ—গুড্ ইভিনিং মাষ্টৰ মহাশয়, ভালনে?

[শুক্ৰেশ্বৰ বৰাই সেৱা জনায়]

অ', হঃ হঃ হঃ—নমস্কাৰ নমস্কাৰ। অ' পিছে ফুকন আপুনি মোৰ গা ভালে থকাৰ কথা সুধিছে? গা দেখোন ভালেই নাথাকে। মই হোমৰপৰা ফেৰৎ হোৱাৰ পাছৰেপৰা মোৰ হেল্থটো ই'ন গুড্ কণ্ডিচনত নাথাকে দেখোন।

ফুকন : এই হঠাৎ জলবায়ু পৰিৱৰ্তন হ'লে কিছুদিন আকৌ খাপ খাবলৈ সময় লাগিব।

মিঃ ভইন : অঁ, অ', লাগিব, ক'ৰ বিলাত আৰু ক'ৰ এইখন চাদা ধপাত। অ' বাই দি ৱে, আজি মৰ্ণিঙত আপোনাৰ বৰ ল'ৰা নবীন, মোৰ তালৈ গৈছিল—এ তেওঁক বোলে বিলাতলৈ পঠাব খুজিছে? মোক কিছুমান ইন্‌ফৰমেচন সুধিছিলে। বৰ ভাল কথা। বৰ ভাল কথা। এনে ভাল কথা। ইয়াতকৈ আৰু কি ভাল কথা হ'ব পাৰে! বৰ হেল্থি উইচ্। নিশ্চয় যাব লাগে। আপুনি বৰ ভাল কাম কৰিব খুজিছে। [বক্তৃতা দিয়াৰ মেজাজলৈ আহি] হোমলৈ নগ'লে আমাৰ দেশৰ একো উন্নতি নহয়। ইউৰোপীয়সকলৰ সকলো দস্তুৰ ৰীতি-নীতি চাই আমাৰ দেশৰ এই লেতেৰা দস্তুৰবোৰ উঠাই, চব বদলাই ৰিফৰ্ম নকৰিলে আচামৰ উন্নতি কেতিয়াও নহয়। তালৈ গৈ ডাঙৰ ডাঙৰ আইডিয়াজবোৰ আনি আচামত খটুৱালেহে আচামৰ উন্নতি হ'ব। খোৱা-বোৱাৰ একো দিহা নাজানে? দিনৰ দিনটো কেৱল ভাতকেই খাই থাকিব। পুৱাই কেনেকৈ এগচ্, বেকন, টোষ্ট খাব লাগে, পোৰেজ, জাম, জেলী, চীজ, বিস্কুট, দুপৰীয়া লাঞ্চ ৰোষ্ট বিফ আৰু ইয়ৰ্কশ্বায়াৰ পুডিং কেনেকৈ খাব লাগে, এইবোৰ নজনাৰ বাবেই আমাৰ দেশৰ মানুহৰ হেলথ বৰ বেয়া।

[ফুকনে ওলাওঁ-নোলাওঁকৈ থকা মিচিকি হাঁহিৰে, মূৰ জোঁকাৰি শুনি থাকে। শুক্ৰেশ্বৰ বৰাই হাঁহি দিয়ে। তাতে মিঃ ভইন অলপ বিৰক্ত যেন হৈ উত্তেজিত হৈ কয়।]

সেইয়া আপুনি হাঁহিছে। হাঁহিবৰ কি কথা হৈছে? এজনে দেশৰ দুৰৱস্থাটো অনুভৱ কৰি দুখাৰ আশাৰ বাণী ক'ব খুজিছে—আপুনি আকৌ হাঁহিছে। বাই হলিগড্—আপুনি মোক এই-মো-মোক ইতিকিং অৰ্থাৎ বিদ্ৰূপ ক'—

ৰবা : ইস্ ইস্ ইস্— তেনে কথা কয় কিয়? আপুনিনো বিলাত-ফেৰত মানুহ হৈ কোনে কি ভাবত হাঁহিছে তাক ধৰিব নোৱাৰেনে? মই হাঁহিছো [illegible] দেশৰ মানুহৰ মূৰ্খামিত যে এতিয়াও ১০০ বছৰ ইউৰোপীয় সভ্যতা[illegible] তলত থাকি এতিয়াও সিহঁতৰ ভালখিনি ল'ব পৰা নাই। খাবলৈ শিকিব পৰা নাই। মই হাঁহিছো আমাৰ অচমীয়াকহে।

মিঃ ভইন : অ' আই চি— ঠিক কৰিছে। ইহঁতক হাঁহিবলে লাগে। অলপ-চলপ হাঁহিলেই নহয়— ঢেক্‌ঢেক্‌কৈ হাঁহিলেহে সিহঁতৰ গাজত লাগিবগৈ।

[শুক্ৰেশ্বৰ ৰবা আৰু ফুকনে মিঃ ভইনৰ কথাত হাঁহি ৰাখিব নোৱাৰি সঁচাকৈয়ে ঢেক্‌ঢেক্‌াই হাঁহিবলৈ ধৰে। মিঃ ভইনে উৎসাহিত হৈ আৰম্ভ কৰে।]

ঠিক আপোনাসকলেহে বুজিব পাৰিছে। খাব লাগে ৰোষ্ট কাটলেট, চপ, চেণ্ডাৰি বাটাৰ, বিস্কুট, ডিনাৰ, চাপাৰ—সেইবোৰ খাবৰ নাই, শিকিবৰ নাই, ক'ৰ খাবগৈ ঢেঁকীয়া শাক, কচুশাক, খৰলি মচলি, জালুকীয়া ভালুকীয়া, ঔটেঙা মৌটেঙা, খাব-বন জংঘলবোৰ। এইবোৰ খাইনো কোনোবা জাতিক চিভিলিজেচনৰ চিৰিত উঠিব পৰা দেখিছেনে? সেই কাৰণেই মানুহৰ গাৰ লাগ-বান্ধ নাই, সোৱোপা এলেহুৱা ধোদ, আলাইবাদু, ইনভ্‌লেণ্ট লেজি, গুড্ ফৰ নথিং, ওৱৰ্থলেচ আৰু চিৰি বৃদ্ধি নোহোৱা। কি বোলে ফুকন ডাঙৰীয়া?

ফুকন : অ' অৱশ্যে আমাৰ মানুহ কিছু আৰামপ্ৰিয়।

মিঃ ভইন : আৰাম— আৰাম! ৰাম ৰাম! আপুনি কি কথা কয় ফুকন ডাঙৰীয়া? আৰাম আৰাম কি আমাৰ মানুহে জানে বুলি কয়নে? আমাৰ মানুহে আৰাম কৰিব নাজানে, জানে সোৱোপালি কৰিব। সেয়েই অসমীয়াৰ আৰাম। অসমীয়াৰ স্বৰ্গতো অধিক জন্মভূমি নহয়। অসমীয়াৰ কাৰণে হৈছে স্বৰ্গতো অধিক সোৱোপালি।

ফুকন : অ' অৱশ্যে আমাৰ মানুহে ভালকৈ বৰা-বঢ়াৰ আৰ্টটোৰ উন্নতিলৈ মন দিয়া নাই।

মিঃ ভইন : খোৱাৰ কালতো সেই, পিন্ধাৰ কালে অ'ৰ কামিজটো, ত'ৰ জোতাবোৰ, এইদৰে একো সাম' নোহোৱাকৈ নানা দেশৰ ন টুকুৰা গাত ওলোমাই ফুৰিছে। হেৰ' তইতৰ যদি নিজৰ পোছাকটো শিকিবলৈ লাজকে লগা হ'ল তেন্তে একেবাৰে সভ্য দেশৰ কোট-পেণ্টবোৰ পিন্ধি মইমটাই ফুৰুৰ কিয়?

দস্তুৰমতে ওৱেলড্ৰেচ হৈ ফুৰ, মাছে-মঙহে খা, দপ্‌দপাই ফুৰ, হুৰ্‌মুৰাই কাম কৰ।' থকাৰ ফালেও সেই, নাই দুৱাৰত কাৰ্‌টেইনচ্, বিছনাত বেড-কভাৰ, নাই ড্ৰইং ৰুম, নাই ডাইনিং ৰুম, নাই বাথৰুম. কোনো নিয়ম নাই, দস্তুৰ নাই— নিজৰো এৰিলো, লোকৰো নধৰি মাজতে লোধোম ধোম।

বৰা ঃ এইযাৰ হ'লে আ—

মাজতে লোধোম ধোম। যি কোনো এটা ষ্টেণ্ডাৰ্ডত থাকিব লাগে। নহয় ভালকৈ অসমীয়া কাঁহী-বাটি, বৰপীৰা পাৰি বহি খোৱা—নহ'লে মেজ, কাঁটা-চামুচ যি নিয়মে খাব লাগে তাক কৰা।

মিঃ ভইন ঃ নকৰে নহয়, নকৰে। সদায় এটা ষ্টেণ্ডাৰ্ড ৰাখি পৰিপাটি হৈ থাকিবলৈ হ'লে সোৰোপালি কৰিব ক'ৰপৰা—গোঁজামাৰি সোপামাৰি চলিব কেনেকৈ? কি ক'ম ফুকন ডাঙৰীয়া, গুডনেচ্ গ্ৰেচিযাচ্। এইবোৰ কথা ভাবি মোৰ চকু এভ্‌ৰি নাইট টিয়েৰফুল হৈ থাকে। পিল'বোৰ ওৱেট কৰি থয়। দেশৰ দুৰ্দ্দশা, আচাম জননীৰ এনে অৱস্থা দেখি মোৰ চকুলো কৰ্টত ব্ৰিফ লৈ থাকোতে গিৰগিৰকৈ পৰি থাকে। কেতিয়াবা বুজিছে, ইমান বেজাৰ ধৰে কি ক'ম— শোকে খুন্দা মাৰি ধৰে। বেজাৰত মাত্ৰ থোকাথুকি হয়—ডিঙিত সোপা মাৰি ধৰে—কোনোমতে বিয়েৰ এগিলাচ খাই দিলেগৈহে যেনিবা বেজাৰ পাতলে। বাৰু ভাবকচোন ফুকন ডাঙৰীয়া, যি দেশৰ মানুহে কাঁটা-চামুচ এযোৰ ধৰি খাব নাজানে তাৰ আৰু কি উন্নতি হ'ব? বাৰু কওকচোন, টেকুলতে লোকে ভাজি দিয়া কুকুৰা চবাইৰ ঠেংডটো কটাৰিৰে কাটি খাব নোৱৰা জাতিটোৰে বাৰু মোগলকোনক হেনো এসময়ত কচু-কটা দিছিল। গডনেচ্ মি, গডনেচ্ গ্ৰেচিযাচ্! দেশৰ কি দুৰ্ব্বলতা। দেশৰ কি অধঃপতন। ন'.ন' ন'—নহয় নহয় বিলাতলৈ ল'ৰা পঠাবই লাগে। দলে দলে নাৱে নাৱে, জাহাজে জাহাজে, কুলাই-পাচিয়ে নধৰাকৈ—তেহে—বুজিছেনে ফুকন ডাঙৰীয়া।

ফুকন ঃ সেইবোৰ আপুনি কি কৈছে ভূএগ চাহাব? বিলাতলৈ নগৈ ইয়াতে সকলো শিকিব পাৰি। মন থাকিলেই হয়। মিছাকৈ বিলাতলৈ গৈ অনৰ্থক পইছা খৰচ কেৱল। বিলাতলৈ গৈ, যিখিনি পইছা খৰচ কৰিব, সেইখিনি পইছা নিজৰ দেশতে খটুৱাই কাৰবাৰ কৰিলে তাতকৈ বহুত ভাল ফল হ'ব। অ' বিলাতলৈ গৈ যদি কিবা চাবুচটেনশিয়েল কাম শিকি আহে, তেন্তে ভাল। পিছে সেইবোৰতো নাই। ভাস্কৰ বিদ্যা নে তস্কৰ বিদ্যা। সেইখনৰ আমাৰ

কি দৰকাৰ বাৰু! সেইবোৰ কৰি উপাৰ্জনৰ একোতে বাস্তা নাই। সেইবোৰ মাত্ৰ পাগলামি।

[এনেতে নবীন সোমাই আহি চাইকেলখন দিব খোজে।]

মিঃ ভইন ঃ অ' এইয়া নবীন। ৰ'বা, ৰ'বা। তোমাৰ লগত মোৰ অলপ কথা আছে।

[পেনুকণা সোমাই আহে]

পেনুকণা ঃ [ফুকনক] দেউতা, দাৰাইভাৰে কৈছে' বোলে মটৰ গাড়ী হাজিৰ কৰিছেহি বোলে।

ফুকন ঃ ও বাৰু [পেনুকণা ওলাই যায়] বাৰু মিঃ ভইন, মই এতিয়া বাগিচালৈ যাব লাগিব। কাইলৈ পুৱাতে ডি. চি. ইনচ্‌পেকচনৰ কাৰণে অহাৰ কথা। সেই কাৰণে ৰাতিয়েই যাবলগীয়া হ'ল। আকৌ দুই-এদিনতে আপোনাৰ স'তে দেখা হ'ব।

মিঃ ভইন ঃ ভাল ভাল ডাঙৰীয়া। মই নবীনক সকলো কথা বুজাম। তেওঁ যেতিয়া বিলাতলৈ ওলাইছে, ভাল হৈছে, কিন্তু এটা প্ৰেক্‌টিকেল বস্তু যাতে শিকে।

[নবীন তলমূৰকৈ থাকে]

ফুকন ঃ [বাহিৰলৈ খোজ দি] সেইবোৰলৈতো মন নাই। বিলাতলৈ যাব লাগে আৰু ওলাইছে। ভাল বাৰু, মই আহিলোঁ।

মিঃ ভইন ঃ [আগবাঢি গৈ] ভাল তেন্তে ডাঙৰীয়া গুড্ নাইট, আকৌ দেখা হ'ব।

[হেণ্ডচেক কৰে আৰু ফুকন ওলাই যায়]

[তাৰ পিছত ঘূৰি] পিছে নবীন, ওৱেল ইয়ংমেন, কি খবৰ?

[জেপৰপৰা চিগাৰেট কেছ উলিয়াই চিগাৰেট গুক্ৰেশ্বৰ বৰাক offer কৰে আৰু নিজেও এটা মুখত লয় আৰু বৰাবটো জুইশলা মাৰি লগাই দি নিজেও লগাই—আৰামেৰে ধোঁৱা উৰুৱাই]

মিঃ ভইন ঃ এ মাষ্টৰ বাবু! আপুনি দেখোন থিয় হৈয়ে থাকিল। বহক বহক, চকীখনতে।

[এইবুলি গুক্ৰেশ্বৰ বৰাক টানি আনি চকীত বহুৱাই দিয়ে আৰু জোৰ্‌-কৰাইকৈ বেঞ্চত বহে]

গুক্ৰেশ্বৰ বৰা ঃ [বহাৰ অবেকাতে উঠি] ইস্ ইস্ আপুনি বেঞ্চত কেনৈ বহিবগৈ? নহয়, নহয়, মই বহিছোঁ বেঞ্চত, আপুনি বহক চকীত। আহকআহক।

মিঃ ভইন : নহয় নহয়— মই ইয়াতে বহিছোঁ, আ-পুনি বহকচোন চকীতে—

[এইবুলি মিঃ ভইনে শুক্ৰেশ্বৰক চকীত হেঁচা মাৰি বহুৱাই দিয়ে। শুক্ৰেশ্বৰে 'নহয় নহয়, আপুনি বহক' বুলি উঠিবলৈ ধৰে। মিঃ ভইনে হেঁচা মাৰি ধৰি বহুৱাই ৰাখিব খোজে। তেওঁ তথাপি উঠিবলৈ চেষ্টা কৰে। মিঃ ভইনে হেঁচা মাৰি ধৰি থাকে "বহিবই লাগিব বুলি।"]

নবীন : [ইমানপৰ হাঁহি হাঁহি] হ'ব মিঃ ভইন—মই আৰু এখন চকী আনো।

মিঃ ভইন : [শুক্ৰেশ্বৰক হেঁচা মাৰি বহুৱাই] নালাগে নালাগে, দাজ নট মেটাৰ—মই বাৰু এই টেবুলতে বহিছোঁ।

[এইবুলি তেওঁ হঠাতে গৈ কেৰম ব'ৰ্ডখনতে বহে। কেৰম ব'ৰ্ডখন এফালে উলাৰ হৈ দাং খায় আৰু মিঃ ভইন চুঁচৰি মাটিত পৰেগৈ। নবীন আৰু শুক্ৰেশ্বৰ বৰাই তুলিবলৈ ওচৰ পোৱাৰ আগতে মিঃ ভইন এৰগ্ৰি ভাব দেখুৱাই খঙত জ্বলি উঠে।]

মিঃ ভইন : [অলপ চিঞৰি] এইয়া, এইয়া চাওক—নকৈছিলোঁ আমাৰ জাতিটো অপদাৰ্থ বুলি। এই চাওক মিস্ত্ৰিৰ কাম। এখন টেবুল বেলেঞ্চ ঠিক ৰাখি সাজিব নাজানে। দেখিছে এই আমাৰ বিলাতৰ টেবুলত বহক—বহি দপদপাই থাওক—জঁপিয়াই থাওক—কেট্‌কুটকে নকৰে আৰু এই অসমীয়া টেবুল এটা বেৰিষ্টাৰৰ ভাৰ সহিব নোৱাৰে। দেখিছে অসমীয়া মিস্ত্ৰিৰ লাংপাং কাম। হে প্ৰভু, তুমি আমাৰ মিস্ত্ৰিবোৰক কেতিয়াকৈ উন্নতি কৰিবা! সিহঁতক ভালকৈ গজাল ঠুকিবলৈ আৰু স্ক্ৰুপ কছিবলৈ কাহানিকৈ সুবুদ্ধি দিবা? আচ্ছা—নেভাৰ মাইণ্ড— কোনো কথা নাই। থিয়ৈ থিয়ৈ কথা পাতিলেও হ'ব। বেছি আৰাম বিচৰা ঠিক নহয়। পিছে নবীন, আমি কামৰ কথা পাতো, তুমিতো তেন্তে বিলাতলৈ যাবলৈ ঠিক কৰিছাই নহয়নে?

নবীন : [গহীন হৈ] এৰা, ওলাওঁতে ওলাইছোঁ। ওলালে কি হ'বনো? যাবলৈ দিলেহে।

মিঃ ভইন : এঃ তু-তুমিও সেই। তুমি দেউতাৰাক বুজাই দিদিয়া কিয়? কনভিঞ্চ নকৰোৱা কিয়? তুমি যে সঁচাকৈয়ে প্ৰেক্‌টিকেল কিবা এটা শিকি আহিবলৈ যাবা, তাক দেউতাৰাই বুজিলে যাবলৈ নিদিয়াৰ কি কথা আছে? ইঞ্জিনীয়াৰিং পঢ়িবলৈ নোযোৱা কিয়? [শুক্ৰেশ্বৰক দেখাই] কি কোৱো মুচন মহাশয়?

ববা : এবা আপুনি ঠিক কৈছে। কিবা কামত লগা কথা এটা শিকি আহিলে হয়। শুনিছোঁ বোলে ভাস্কৰ বিদ্যা শিকিবলৈহে তেওঁ যায়। তাৰ পিছে এ আমাৰ ইয়াত একো কাম নহ'ব।

নবীন : কিয়, ভাস্কৰ বিদ্যা শিকিলেনো কিয় একো কাম নহ'ব?

ববা : তাৰ পৰাতো একো লাভ নাই। প্ৰথম কথা অসমত তাৰ ফিল্ড নাই। ইয়াত যেনিবা শিলৰ মূৰ্ত্তি তৈয়াৰী কৰিলাই, লওঁতা কোন ওলাব? আমাৰ দেশত সেইবোৰৰ আদৰ হ'বলৈ এতিয়াও বহুত দিন বাকী।

মিঃ ভইন : ঠিক, বহুদিন বাকী—ঠিক।

নবীন : বুজিছে ববা! আপোনাসকলৰ সেইটো বিশ্বাস হ'ব পাৰে, কিন্তু মোৰ নহয়। হ'ব পাৰে গোটেই দেশৰ বিশ্বাস আপোনালোকৰ দৰেই। কিন্তু মোৰ নহয়, আৰু সেয়ে মোৰ কাৰণে যথেষ্ট! বাৰু, আপোনাক এটা প্ৰশ্ন সোধোচোন কওক—আজিলৈকে এই বৰ্ত্তমান যুগত, কোনোবা অসমীয়া শিল্পীয়ে এটামানো শিলৰ মূৰ্ত্তি গঢ়ি অসমীয়া ৰাইজৰ আগলৈ আনিছেনে? আৰু আনিছিলে যদি তাক ৰাইজে প্ৰত্যাখ্যান কৰি ওভোতাই দিছেনে?

ববা : কোনেও নকৰিব পাৰে। কাৰণ সকলোৱে জানে যে তাক কৰা একো লাভ নাই। বিক্ৰী নোহোৱা বস্তু বজাৰলৈ নিয়াৰ লাভ কি? মাৰ্কেট নোহোৱা বস্তু প্ৰডিউচ্ কৰিবলৈ যোৱাটো মূৰ্খামি।

নবীন : যদি আপুনি ব্যবসায় হিছাপে কয় তেন্তে মই এটা কথা ক'ব খোজোঁ। এই যে হাজাৰে-বিজাৰে অসমীয়াই কেতিয়াও সপোনত নেদেখা বস্তু ইংৰাজ, জাৰ্মান, জাপান, আমেৰিকাৰপৰা কিনিব লাগিছে, সেইবোৰ কেনেকৈ বিক্ৰী হৈছে? সেইবোৰ বস্তুৰ অভাৱ মানুহেতো কেতিয়াও বোধ কৰা নাছিলে। যদি বিদেশী বেপাৰীয়ে আচহুৱা বস্তু লৈ তাৰ বজাৰ উলিয়াই ল'ব পাৰে, তেন্তে মোৰ শিলাকুটি শিলৰ মূৰ্ত্তিয়ে কিয় নোৱাৰিব?

ববা : কিন্তু এতিয়া সেইবোৰৰ কাৰণে অসমত ফিল্ড নাই।

নবীন : ফিল্ড নাই, কেপিটেল নাই, এই দুটা কথা যদিও বহুত সময়ত অসমীয়াৰ নিচেষ্টতাৰ বাবে, কাৰণৰ ভিতৰত ঠাই দিব পাৰি সদায়েই নোৱাৰি। যেতিয়ালৈকে হকে অনাহকে মানুহৰ মনত আৰু শৰীৰত এনাহ, দুখ কৰিবলৈ ভয়, ভাবিবলৈ শঙ্কা, দুকুৰাবলৈ এটা আপোনাৰ দেশুৱাহে থাকোন।

মিঃ ভইন ঃ [কথাকে মূৰ দুপিয়াই] কোৱাইট ৰাইট, কোৱাইট ৰাইট। ঠিক কৈছা, ঠিক কৈছা। এইটো হ'লে তুমি ওৱেল চেইড কৰিছা।

নবীন ঃ [বিশেষৰূপে উৎসাহিত হৈ থিয়েটৰি গতেৰে] ভাৰতীয় সভ্যতাৰ আদি যুগৰেপৰা এই কামৰূপত—এই অসমত শিলাকুটিৰ বটালিৰ প্ৰশংসা আৰু খনিকৰৰ কাৰিকৰীৰ গুণ-গান মানুহৰ মুখে মুখে হৈ আহিছে। শই শই শিলাকুটিয়ে, হাজাৰ হাজাৰ খনিকৰে মূৰ্ত্তি গঢ়ি পেট প্ৰৱৰ্ত্তাই গৈছে। যদি বৰ্ত্তমান অসমীয়া ৰাইজৰ মাজত শিলাকুটিয়ে খনিকৰে পেট প্ৰৱৰ্ত্তাব নোৱাৰে তেন্তে বুজিব লাগিব—এইটো অসমীয়া ৰাইজৰ বেমেৰুৱা অৱস্থা। সুস্থ আৰু উন্নতিশীল জাতিৰ মাজতহে কবি-শিল্পীৰ আদৰ হ'ব পাৰে, সিহঁতৰ মোল বুজিব পাৰে। যি জাতি আদৰ্শভ্ৰষ্ট, যি জাতি নিজৰ অতীত গৌৰৱৰ ভগ্নাৱশেষৰ শিলৰ খোৰোঙত সোমাই ফটা কথা পিন্ধি মিছা ভেম আৰু অহঙ্কাৰত শৰীৰ মন, দৃষ্টিৰ খৰ্ব্বতাকে সাৰ কৰি আন্ধাৰে আন্ধাৰে বাট বুলিছে—সেই জাতিয়ে আৰু সেই জাতিৰ মানুহেহে কবি-শিল্পীক অনাৱশ্যক বুলি ভাবে। উপলুঙা কৰি উৰুৱাই দি—যি চাকিৰপৰা পোহৰ পায় সেই চাকিকে ঢাকি ধৰি নিজেই আন্ধাৰত পৰিব খোজে। বৰ্ত্তমান কলা-শিল্পী, সাহিত্যিক, কবিৰ যদি আদৰ নাই, তেওঁলোকৰ সৃষ্টিৰ যদি ৰাইজে মোল নুবুজে, তেন্তে ৰাইজৰ নিশ্চয় নিৰোগী অৱস্থা নহয়। এই অৱস্থাৰপৰা অসমীয়া ৰাইজক আকৌ সুস্থ অৱস্থালৈ, শিলাকুটিয়েই, শিল্পীয়েই কবিয়েই আনিব লাগিব। কবি খনিকৰেই প্ৰেৰণা দিব পৰা মূৰ্ত্তি গঢ়ি ৰাইজৰ আগত থৈ, ৰাইজৰ কলা-তৃষ্ণা-সভ্যতাৰ আচল স্পৃহা ঘূৰাই আনিব লাগিব। মানৱ-সভ্যতাৰ বন্তি তেল যোগাইছে, কবিয়ে-শিল্পীয়ে—আগবঢ়াই নিছে এওঁলোকেহে।

মিঃ ভইন ঃ [দীঘলকৈ চিগাৰেট হোপা মাৰি, ধোঁৱা উলিয়াই]

ওৱেল চেইদ, ওৱেল চেইদ! এনকোৰ, এনকোৰ! তুমি এই বক্তৃতাটো আকৌ দিয়া, মই আকৌ শুনিবলৈ ৰাজী। বৰ ভাল কথা কৈছা। কিন্তু নবীন, মোৰ মনত এটা খুকুৰী আছে। অৱশ্যে আমাৰ ৰাইজে শিলাকুটিৰ মূৰ্ত্তিৰ আদৰ কৰিছিল, কিন্তু সেইবোৰ ভাৰতীয় আদিম সভ্যতাৰ বস্তু। বৰ্ব্বৰৰ আৰ্ট, সেইবোৰ তলখাপৰ আৰ্ট এপ্ৰিচিয়েট কৰিবলৈ মানুহ বেছি সভ্য নহ'লেও হয়। সেই কাৰণেই অসমীয়াই সেইবোৰ এপ্ৰিচিয়েট কৰিব পাৰিছিল। কিন্তু য়ুৰোপীয় ওখ ধৰণৰ হায়াৰ চিভিলাইজেচনৰপৰা অহা

আৰ্টৰ অসমীয়াই কি মোল বুজিব। সেই কাৰণেহে কৈছো—তুমি তাৰ পৰা ভাস্কৰ্য শিকি আহি ইয়াত ষ্টাৰ্ট কৰিবাহি।

নবীন ঃ [বৰ আচৰিত হৈ] মিঃ ভইন, মই আপোনাৰ কথা একো বুজিব পৰা নাই। ভাৰতীয় আৰ্ট বৰ্বৰ? আৰু অসমীয়া মানুহৰ সভ্যতা তলখাপৰ? [খং কৰি] এইবোৰ আপুনি কি কথা কৈছে?

মিঃ ভইন ঃ অ' তুমি এংগ্ৰি হৈছা কিয়? মই ঠিক কৈছোঁ। সঁচা কথাটো শুনিলে খং উঠিব নালাগে নহয়! যদি নহয়, তুমি যুক্তি প্ৰদৰ্শন কৰা। যিবোৰ মানুহে যুক্তিৰে কথা বুজাব নোৱাৰি খঙৰ আশ্ৰয় লয়—সেইবোৰ মানুহ যিমানেই যি বিদ্যাত পাৰদৰ্শী হওক নহওক, সিহঁত মূৰ্খ।

নবীন ঃ আপুনি যি বোলে বোলক। মুঠতে ভাৰতীয় আৰ্টক মই বৰ্বৰ বুলি কেতিয়াও ৰাজী হ'ব নোৱাৰোঁ।

মিঃ ভইন ঃ বৰ্বৰ নহয় কি? হাতটো কৰিব এনেকুৱা—আঙুলিবোৰ এনেকুৱা, ভৰিটো এনেকুৱা, গাটো তিনিভেঙুৰীয়া না আছে চেলচ্ অব্ প্ৰপৰচন, না আছে এনাটমীৰ জ্ঞান, না আছে সৌন্দৰ্য্যবোধ—এইখন এইখন (ভেঙুচালিকৈ কিছুমান ভাৰতীয় নৃত্যৰ ভঙ্গি দেখুৱাই) এইবোৰ নৃত্য নে বৰ্বৰতা? এইখন কি আৰ্ট? খং নকৰিবা, সঁচা কথাই কৈছোঁ। যদিও শুনিবলৈ ই অপ্ৰিয় তথাপি ই সঁচা।

নবীন ঃ খং উঠাৰ কথাই। কাৰণ, আপুনিতো একো ভাল যুক্তি দিব পৰা নাই। কেৱল গাৰ বলেৰে উপলুঙা কৰি গৈছে। উপলুঙা কৰো বুলিলে পণ্ডিতকো মূৰ্খ বুলি উৰাই দিব পাৰি—কৰ্মীলোককো অকৰ্মণ্য কৰি থ'ব পাৰি—দেৱতাক ভূত, আৰু ঈশ্বৰক চয়তান বনাব পাৰি। মানিলে ধান নামানিলে পতান—কিন্তু হীৰা যি হীৰায়েই। তাক কাঁচ বুলি উপলুঙা কৰিলে, হীৰাৰ মূল্য নকমে—সি কাঁচো নহয়গৈ—মাত্ৰ কাঁচ বোলোতাৰ অজ্ঞতা, মূৰ্খতাহে প্ৰকাশ পায়। আচল জহৰীসকলৰ আগত সেই উপলুঙাকাৰী হাঁহিয়াতৰ পাত্ৰহে হয়।

মিঃ ভইন ঃ বেছ, মোক তৰ্ক কৰি বুজাই দিয়া। সেই বিতৰ্কেন বুজুং-বাজাং নে কিবা তেনে অৰ্থাৎ সংস্কৃত শ্লোক এটা আছে নহয়। বুজাই দিয়া। কি বোলে মাষ্টৰ মহাশয়?

ৰবা ঃ ঠিক কৈছে, ঠিক কৈছে। সংস্কৃত শ্লোকটো মোৰ মনত নাই। কিন্তু অসমীয়া

পটন্তৰটোহে আছে। পটন্তৰে কয় বোলে—বুজাক বুজাবা ঠাৰে-চিয়াঁৰে নুবুজাক বুজাবা ঢকা চাপৰে।

মিঃ ভইন : কি—তাৰ মানে, তাৰ মানে—মোক তেন্তে আপুনি এছল্ট কৰিবলৈ কৈছে। এঁ—

ৰবা : এঁ আপুনি কথাবোৰ বৰ ইংৰাজী ধৰণেৰে নিয়েগৈ। ঢকা চাপৰবোৰ—হাতৰ নহয়— সেইবোৰ তৰ্ক-বিতৰ্কৰ যুক্তিৰ ঢকা চাপৰ।

মিঃ ভইন : অ' আই চি, আই চি, ফিগাৰেটিভ, ফিগাৰেটিভ—বেছ, তেন্তে যুক্তিৰ ঢকা চাপৰ মোক মৰা হওক আৰু মই তাৰ বিৰুদ্ধে যুক্তিৰ থিয় কিল, বাঘঢকা আৰু কাছ গোৰ মাৰিম।

ৰবা : [খুব হাঁহি] আপুনি বিলাতলৈ গৈছে যদিও খাঁটি অসমীয়া জানে দেখিছোঁ। আমাৰ ল'ৰাবোৰে আকৌ বিলাতলৈ গৈ অসমীয়া পাহৰে।

মিঃ ভইন : অ' সেইটো আনন্দৰাম বৰুৱা বিলাতলৈ যোৱাৰ দিনত ফেচনেবল আছিল— আজিকালি নহয়। তাৰ পাছত—কাম অন্ নবীন—তৰ্ক তৰ্ক যুক্তি যুক্তি— [চাহাৰী টানেৰে] কাম অন ট'ৰক' আৰু বিট'ৰক। [হাঁহে]

নবীন : [অলপ উত্তেজিত হৈ] মিঃ ভইন, মই আপোনাৰ স'তে তৰ্ক কৰা বৃথা বুলি ভাবিছোঁ। ভাৰতীয় আৰ্টক আপুনি যেতিয়া বৰ্ব্বৰতাৰ শাৰীত থ'ব খুজিছেগৈ, তেন্তে মোৰ বোধেৰে—আপুনি ক্ষমা কৰিব—আপুনি আৰ্টনো কাক বোলে তাক নাজানে। আপুনি ইউৰোপৰ পৰা আৰ্ট বিষয়ক কিছুমান আধা কেঁচেলুৱা আইডিয়া লৈ বহি আছে। আপোনাৰ নিজৰ অক্ষমতাৰ বাবেহে আপুনি ভাৰতীয় শিল্পকলাৰ সৌন্দৰ্য্য উপলব্ধি কৰিব পৰা নাই।

মিঃ ভইন : হাঃ হাঃ হাঃ—তুমি সিদিনাৰ ল'ৰা। কলেজৰ থাৰ্ড ইয়েৰলৈ পঢ়ি তুমি কি বুজিবা আৰ্ট কি বস্তু? তোমালোকে কলেজত পঢ়ি ফিলচফি, বিজ্ঞানৰ কিছু এলিমেণ্টেৰী ন'লেজেৰে ভাবা যে তোমালোক পণ্ডিত হ'লা, তোমালোকৰ আৰু একো জানিবলৈ নাই। অল্প বিদ্যা তোমালোকৰ পক্ষে ভয়ঙ্কৰী হৈ পৰে। আৰু তোমালোকে অল্প বিদ্যাৰ প্ৰভাৱত বিজ্ঞসকলক, পণ্ডিতসকলক, জ্ঞানীসকলক মূৰ্খ বুলি উৰাই দিব খোজা। অৱশ্যে তোমালোকক দোষ দিব নোৱাৰি— ই মানুহৰ স্বভাৱেই। অল্প বিদ্যা ভয়ঙ্কৰী যে বোলে তাৰ তুমিয়েই এটা ভয়ঙ্কৰ প্ৰমাণ।

[ভদ্ৰলোকৰ কলাই হো-হোৱাই হাঁহিবলৈ ধৰে আৰু মিঃ ভাইনে বিজয় গৰ্ব্বে থিয় দিয়ে।]

ৰবা : অৱশ্যে অৱশ্যে—মিঃ ভইনে ঠিক কৈছে—এবা, আজিকালিৰ ল'ৰাই ফাষ্ট-চেকেণ্ড ইয়েৰত পঢ়ি আমি পাছ কৰা সকলতকৈ বেছি জানে [illegible] ভাবে।

মিঃ ভইন : বুজিছা নবীন, নোট মুখস্থ কৰি কৰি—থাৰ্ড ইয়েৰ পাৰেগৈয়ে বিদ্বান হ'ব নোৱাৰি। তাৰ কাৰণে লাগিব কঠোৰ সাধনা, তেহে বিদ্বান, তেহে—

নবীন : [শ্লেষপূৰ্ণ হাঁহিৰে] অ' আপুনি ঠিক কৈছে। নোট মুখস্থ কৰি কৰি আপুনি বি. এ. পাছ কৰি বিলাতত ডিনাৰ খাই খাই বেৰিষ্টাৰী পাছ কৰি আহিছে দেখিয়েইতো—আপোনাৰো মগজৰ একো উৎকৰ্ষ সাধন নহ'ল। সেই কাৰণেই আপুনি ভাৰতীয় আৰ্টক বুজিব নোৱাৰি—মনিকল আৰু বান্দৰৰ কথাটো মনত পেলাই দিছে।

মিঃ ভইন : [খঙত উচাট মাৰি] কি হ'পলেচ, কি হ'পলেচ। মোকে আকৌ ঘূৰাই মূৰ্খ পাতিছে। অসম্ভৱ—অসম্ভৱ। তুমি এটা ইডিয়ট—পাষণ্ড। তুমি এটা আসামৰ কলেজৰ মূৰ্ত্তিমন্ত দুৰ্নাম।

নবীন : [উত্তেজিত হৈ] হ'ব পাৰোঁ। আৰু আপুনি হৈছে বিশ্ববিদ্যালয়ৰ জীৱন্ত গৌৰৱ। মিঃ ভইন, আপুনি বিলাতলৈ গৈ আপোনাৰ ভুএণ্ড উপাধিৰ যেনেকৈ বিকৃতি ঘটালে আপোনাৰ মনবো তেনে বিকৃতি ঘটিল। আপুনি ইউৰোপীয় সভ্যতাৰ ছাৰফেচত উটি ফুৰা কিছুমান আইডিয়া লৈ আহি প্ৰলাপ বকিছেহি। আপোনাৰ দৰে বিলাতফেৰৎ অসমৰ উন্নতিকামীসকল মাথোন অসমৰ সঁচা উন্নতি পথৰ কণ্টক।

মিঃ ভইন : কণ্টক? কণ্টক? কণ্টক যদি কাক খুঁচিছো? অ' খুঁচিম—খুঁচিম, তোমাৰ নিচিনা মূৰ্খক মই কাঁইট হৈ ফুটাই তোমাৰ গাত জ্ঞানৰ ইনজেক্চন দিম। ইনট্ৰাভেনাচ্ ইনজেক্চন তেজৰ সৈতে মিহলাই।

নবীন : ব'ব। এতিয়া মেডিকেল শাস্ত্ৰৰ থাপনা জান [illegible] লাগে।

মিঃ ভইন : অঃ' মই ভাবিছিলোঁ তুমি বিলাতলৈ যাবলৈ [illegible] বেছিয়া তোমাৰ বুদ্ধি নিশ্চয় ভাল। এতিয়া দেখিছোঁ তোমাৰ দৰে ল'ৰা বিলাতলৈ গৈ দেশৰ বদনামহে কৰিবাগে। দেউতাৰাৰ পইচাবোৰো অনৰ্থক খৰচ কৰিবা। তুমি যদি ভাৰতীয় মূৰ্ত্তি বনাবলৈকে যাবলৈ ওলাইছা—তেন্তে মই তোমাক বিকুমেণ্ড কৰিছোঁ, তুমি বিলাতলৈ নগৈ—হাজাৰ হাজাৰ টকা খৰচ কৰি সাগৰৰ জাহাজ বগাই বিলাতলৈ নগৈ গৰুগাড়ী এখন লৈ গেজেৰা খনিকৰৰ ঘৰলৈ গৈ তাক শিকি আহিলেও হ'ব।

নবীন ঃ অৱশ্যে গেন্ধেলা খনিকৰৰ ঘৰলৈ যামেই। তাৰ উপৰিও যাম বিলাতলৈ। ইউৰোপীয় জীৱন্ত ভাস্কৰ্য চাই মোৰ দেশৰ অনাদৃত কলাক গেন্ধেলা খনিকৰৰ ঢেঁকী ঘৰৰ পৰা আনি কেনেকৈ তাক বঙলা ঘৰৰ ড্ৰইং ৰুমত শুৱনি কৰি থ'ব পাৰি মই তাক শিকিবলৈহে ইউৰোপলৈ যাবলৈ ওলাইছোঁ।

মিঃ ভইন ঃ তেন্তে তুমি অসম দেশৰ ঘোৰ শত্ৰু। নিজ দেশ-মাতৃকাৰ মুখত আলাজ্ঞু সানিব খুজিছা। তুমি পুৰণিকলীয়া প্ৰেজুদিচ, চুপাৰষ্টিশ্যচ্ কুসংস্কাৰবোৰ নিগাজী কৰি ৰাখিব খোজা। সেইবোৰ গুচাই আমাৰ কলা জগতলৈ নতুনৰ পোহৰ আনিবা ক'ত— ফাটি-ছিটি যোৱা ক'লা কাপোৰখন আকৌ সী-পুটকি দিবহে খুজিছা। তুমি অসমৰ আৰ্ট ৰাজ্যত এক বিয়েক্‌শনেৰি নাইবা অকাল কুষ্মাণ্ড। আমি আজি কিছুমানে তেজক পানী কৰি, দিহিঙে দিপাঙে, বিলাতে, জাৰ্ম্মানে ঘূৰি-ফুৰি বিদেশত খৰলি খাই আহি দেশৰ কলা ৰাজ্যত আৰু সাহিত্য ক্ষেত্ৰত যি ৰিফ'ৰ্ম আৰম্ভ কৰিছোঁ তাক তুমি বিদ্ৰোহ কৰিছা। তোমালোকৰ দৰে ডেকাই আজিৰ অসমক ২০০ বছৰ পাছলৈ নিবগৈ বুজিছা।

নবীন ঃ দুশ? দুশ নহয়, চাৰিশ বছৰ পাছলৈ নিব খোজোঁ।

মিঃ ভইন ঃ [উচাঁপ খোৱাৰ ভাও জুৰি] আচৰিত কৰিলা।

নবীন ঃ একো আচৰিত হ'বলগীয়া নহয়। চাৰিশ বছৰ পাছলৈ গ'লেহে, অসমে আকৌ সোঁ-বাটেদি আগবাঢ়িব পাৰে।

মিঃ ভইন ঃ শুনিছে মাষ্টৰ মহাশয়—নতুন ডেকাৰ কথা। হাঃ হাঃ হাঃ—

বৰা ঃ [লগতে] হাঃ হাঃ হাঃ—

নবীন ঃ একো হাঁহিবৰ কথা হোৱা নাই। চাৰিশ বছৰৰ আগৰ সাহিত্য, কলাতৃষ্ণা, অসমীয়াৰ দুৰ্জ্জয় সাহ, মনৰ দৃঢ়বল আৰু কৰ্ম্ম প্ৰৱণতালৈ অসমক আকৌ ঘূৰাই নিব লাগিব তেতিয়া তাৰ পোহৰতহে অসমীয়াই উন্নতিৰ আচল সোঁ-বাট চিনি পাব। এতিয়া মাথোন অসমে আপোনালোকৰ দৰে অতি সভ্য মানুহৰ উৎপীড়নত অৱনতিৰ বাটেদিহে নামি গৈছে। এটা বিজাতীয়া প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ মাথোঁ অধঃপতনক উন্নতি বুলি ভ্ৰম কৰিছে। বুজিছে মিঃ ভইন চাহাব।

মিঃ ভইন ঃ বাৰু, শেষ কৰাচোন তোমাৰ বক্তৃতাখন আগ্ৰহেৰে তাৰ পাছতো মোৰ মতামত দিম। মাষ্টৰ মহাশয় শুনক—ছাত্ৰৰ বক্তৃতা শুনক—

বৰা ঃ অ' অ' শুনিছোঁ।

নবীন ঃ ৰচনা বোলে, যিহিহ বোলে, যি বুলি উপলুঙা কৰিব খোজে তাক কৰিব

পাৰে। কিন্তু অসম আকৌ চাৰিশ বছৰ পাছুৱলে উন্নতি যাবই লাগি অসমীয়া হিছাপে ৰক্ষা পৰিবলৈ, অসমীয়া জাতি হিছাপে নিজৰ কৈ ৰাখি টিকি থাকিবলৈ। অসমীয়াৰ উন্নতি মানে অসমীয়াৰ মনুষ্যৰ উন্নতি। অসমীযাৰ চাৰিশ বছৰৰ আগৰ প্ৰকাণ্ড প্ৰচণ্ড মনুষ্যৰ আজি কি দুৰৱস্থা। সি সঙ্কুচিত হৈ মুজুবা মাৰিলে। পৃথিৱীৰ ক্ৰমোন্নতি মানে কি মনৰ পৰিধি বিস্তৃত হোবা। কিন্তু অসমীয়াৰ মনৰ আজি কি অৱস্থা ভাবি চাওক। বাহিৰে কেটামান ৰাইচ্ মিল, ধ' মিল, কটন মিল খুলিলেই, অসমীযা কেটামান মুষ্টিমেয় মানুহ চাহ-বাগিচাৰ মালিক হ'লেই, হাইস্কুল কেইখনমান আৰু কলেজ দুই-চাবিখন হ'লেই আৰু ২/৪ জন অসমীয়া মানুহে বিদেশী ৰজাৰ তলত কেইটামান ইম্‌পেৰিয়েল প্ৰ্যেষ্ট পোবা দেখিলেই যদি অসমীযাৰ আগতকৈ উন্নতি হৈছে বুলি ভাবে সি ভুল। শঙ্কৰদেৱৰ দিনৰ অসমীযা মনটো আজি তাতকৈ কিমান উন্নত, তাৰ পৰিধি কিমান বিস্তৃত, সি কিমান বহল হৈছে, সেই মনৰ উদ্ভাবনী শক্তি, দৃঢ়তা, বল, প্ৰচণ্ডতা আৰু তাৰ প্ৰসাৰ কিমান বাঢ়িল তাক চালেহে ক'ব পাৰিব অসমীয়াৰ উন্নতি হৈছে নে নাই। যদি এই মনৰ স্বাস্থ্য সুস্থ-সবল ৰাখি তাৰ বিকাশ জগতৰ আন আন জাতিৰ ক্ৰমবৰ্ধমান আৰু ক্ৰমবিকাশমান মনৰ সতে আগবাঢ়িব নোৱাৰে তেতিযাই হ'ব অসমীযাৰ পতন। এই অসমীয়া মনটো সঙ্কুচিত হৈ নাইকিয়া হৈ যোৱাৰ লগে লগেই নাইকিয়া হৈ যাব অসমীয়া জাতি। অসমীয়াৰ মনটোৱেই অসমীয়াক চন নাইবা উচন কৰিব।

মিঃ ভইন ঃ তুমি থাৰ্ড ইযেৰত পঢ়া যদিও তোমাৰ মাইণ্ডটো বেছ ডেভেলপদ্ হৈছে। মনৰ বিষয়ে তুমি এতিয়া মুখে মুখে যিখন ৰচনা লিখিলা— সেইখনত মই অৱশ্যে দহৰ ভিতৰত ন নম্বৰ তোমাক দিব পাৰোঁ। কিন্তু তুমি যি চাৰিশ বছৰ পিছৰ সভ্যতালৈ উন্নতি যোৱাৰ থিচিচ্‌খন প্ৰকট কৰিলা তাত তোমাক কিমান নম্বৰ দিম জানা? তাত দিম দহৰ ভিতৰত ০০.০০ পইণ্টৰ সোঁহাতে বেকাৰিং জিৰ'ৰ বাওঁহাতে বেকাৰিং জিৰ'— মহাজিৰ'। তোমাৰ এই চাৰিশ বছৰ সম্পৰ্কীয় থিয়ৰিটো এটা মাৰাত্মক মানসিক কান্সৰ কোম্যেৰা, এটা মেলিগ্‌নেন্ট চাইক'লজিকেল টিউমৰ— ইটো তোমাৰ মনৰ সৰ্বনাশ কৰিবই, তাৰ লগে লগে ইনফেক্‌চন্ স্প্ৰেড কৰি জাতিটোকো ভোগাই মাৰিব। বুজিছা? কি কয় মাষ্টৰ মহাশয়?

বৰা ঃ মিঃ ভইন—নবীনে যি কৈছে একৰকম ঠিকেই। এবা, আমাৰ মানুহে আজিকালি নিজৰ সকলো এৰি দি চাৰ্‌বাকী ধৰণ ধৰিছে।

মিঃ ভইন ঃ ঠিক কৰিছে। তাৰপৰাই বেছ বুজিব পাৰি যে আজম আগতকৈ সভ্য

হৈছে, উন্নত হৈছে। আধা নঙঠা ধুতি-চুৰিয়া এৰি কোটপেণ্ট পিন্ধিছে। ইমান দিনে ঢেঁকীয়া খাই, কচুশাক, পুঠিমাছ খাই অসমীয়াৰ গাত বল-শক্তি নাই—এতিয়া ব্ৰেড, বাটাৰ, কাট্‌লেট, চপ্ খাওক, সকলো তেজী যুঁজাৰু হৈ পৰিব। ৰিফৰ্ম, ৰিফৰ্ম। সকলো ফালেই ৰিফৰ্মৰ দৰ্কাৰ, নহ'লে একো নহয়। এই ঘোৰ নিদ্ৰাত পৰি থকা অসমীয়াক বিকুল বজাই জগাব লাগিব। ৰিফৰ্ম কৰিব লাগিব।

নবীন : [হাঁহি] বিকুলেৰে নজগাই আন একোৰে জগাব নোৱাৰিনে?

মিঃ ভইন : বিকুলেৰে নজগাই তোমাৰ ভগাঢোল গেধেম গেধেমকৈ কোবাই জগাবানে? তেতিয়া-হ'লে চেলিব। ঢোলত—

ধেই তাক খিতি তাক
লেপ লৈ শুই থাক
ধেই তাক খিতি তাক
লেপ লৈ শুই থাকহু

বাজনা বজাই আগবাঢ়ি যাবা দলদোপ হেন্দোলদোপ, খটল্‌টোপ খটল্‌টোপকৈ, আৰু আমি বজাম বিকুল—কি সুন্দৰ আবাজ তাৰ—সকলো অসমীয়াকে মেচ্‌মেৰাইজ কৰি উন্নতিৰ নিচানৰ তললৈ লৈ আহিব। তোমাৰ স'তে আৰু তৰ্ক নকৰোঁ। তুমি ভোবেলা ছাগলীৰ ছালেৰে বনোৱা ঢোল কোবাই থাকা আৰু তাল ভাল চাউণ্ডৰ তালে তালে, অসমীয়াই টোপনিয়াই কলমটিয়াই থাওক আৰু চাৰিশ বছৰৰ আগৰ সপোন দেখি থাওক। আৰু এই মোৰ দৰে হাৰ্ড-হেডেড্ বাস্তৱ জগতৰ মানুহে, বৰ্ত্তমান জগতৰ গতি কোনফালে গৈছে তাৰ খবৰ ৰাখোতা আৰু সেইমতে চলোতাসকলে বিকুল বজাই বজাই, বেণ্ডৰ তালে তালে ৰাইট লেফ্‌ট, ৰাইট্ লেফ্‌টকৈ মাৰ্চ কৰি যাম আৰু তোমালোকৰ দৰে দে-ড্ৰিমাৰ আৰু ৰোমাণ্টিক ফুলচ্‌বোৰে চাই থাকিবা। আমি যাম ৰাইট্ লেফ্‌ট ৰাইট্, লেফ্‌ট, কুইক মাৰ্চ কৰি— বু-জি-ছা?

নবীন : ৰাইট্ লেফ্‌ট, ৰাইট্ লেফ্‌ট কৈতো যাবই, পিছে ৰাইটলৈকে যাব নে লেফ্‌টলৈকে যাব সেই বিষয়ে আমাৰ ঘোৰ সন্দেহ।

মিঃ ভইন : [বৰ বিৰক্ত হৈ] গুডনেচ, গুডনেচ মী।—তুমি এটা হ'পলেচ ডেকা। তোমাৰ স'তে তৰ্ক কৰা মানে এটা পাহাৰীয়া অবুজ ডফলাৰ স'তে তৰ্ক কৰি তাক আইনষ্টাইনৰ থিয়ৰি বুজাবলৈ যোৱাৰ দৰে। মই আৰু তোমাৰ স'তে তৰ্ক নকৰোঁ। তুমি এক বিপথগামী আদৰ্শভ্ৰষ্ট, দেশৰ ঘোৰ অনিষ্টকাৰী ডেকা। তুমি এটা গজমূৰ্খ। কি বোলে মাষ্টৰ মহাশয়?

ৰবা : কিনো বুলিম? আপুনি আছে তর্ক লুইতৰ উত্তৰ পাৰত, এওঁ আ[illegible] পাৰত। দুয়োজন গৈছে দুয়ো পাৰে পাৰে। এতিয়ালৈ কেনে[illegible] দুয়ো দুয়োকে লগ পাব।

মিঃ ভইন : [চাহাবী টানেৰে] অ' নেফালেও নেফাব পাৰে। এনেকুৱা দেশৰ অনিষ্টকাৰী ডেকাক লগ নাফালেই ভাল।

নবীন : [ব্যঙ্গেৰে] আপুনি দেশৰ উপকাৰী। এৰা, বৰ উপকাৰী। নিজৰ আত্মা, মন লোকক বেচি নিজৰ কেঁচাসোণৰ সলনি লোকৰ চলকীয়া চকমকীয়া পিন্টি কৰা সোণবোৰ আনি, নিজৰ বাহানিৰ মোল নুবুজি, আনৰ ফলুহতা কথাৰ জাবৰ মূৰত সোমাই—আপুনি অসমক দাঙি ধৰিব?

মিঃ ভইন : [মুখ বিকটাই] অসহ্য, অসহ্য!

নবীন : আপুনি ইউৰোপীয় বাহানিৰো একো মোল নুবুজে। যি নিজৰ বাহানিৰ মোল নুবুজে, সি লোকৰ বাহানিবো মোল নুবুজে। মাথোন ভাও জুৰিছে, আপুনি ইউৰোপীয় কলাৰ সৌন্দর্য বুজে বুলি। কিন্তু মাথামুণ্ড একো নুবুজে।

মিঃ ভইন : কি উদ্ধত, কি উদ্ধত—

নবীন : আপুনি আপোনাতকৈ যাক সভ্য বুলি মানি লৈছে সিহঁতে কৈছে দেখি আপুনি মাথোন হয় হয় বুলি মূৰ জোঁকাৰিছে। আপুনি আপোনাৰ সাতাম-পুৰুষীয়া ভূএগ নামটোৰ যে কণ-কঠিয়া মাৰিলেই, তাৰ লগতে নিজৰ স্বাধীন চিতৰো মুদা মাৰি কণা হ'ল। ইউৰোপীয়ই চকুত খোঁচ মাৰি নিদিলে আপুনি একো নেদেখে। আপোনাৰ দৰে কণাই যে দেশক নি বৰখাৰৈত পেলাবগৈ তাক বুজোতাই ভালকৈ বুজিব।

মিঃ ভইন : [খঙত টিকিচি বিকিটি হৈ কোঠাটোত টহলি ফুৰি] নবীন, নবীন তুমি মোক ইমানবোৰ কথা ক'বলৈ সাহ কৰিলা! তুমি উদ্ধত, অবাধ্য, উদণ্ড আৰু ভণ্ড! ঠিক—ফুকন ডাঙৰীয়াই সঁচাকৈয়ে কৈছে তোমাক বিলাতলৈ পঠোৱাত একো লাভ নাই। মই ফুকন ডাঙৰীয়াক এতিয়া চাপর্ট কৰিম।

নবীন : [অতি উত্তেজিত হৈ] কৰক, কৰক, এশবাৰ কৰক, হাজাৰবাৰ কৰক। বুজিছে মিঃ ভইন, আপুনি মিছাতে ইউৰোপীয় সভ্যতাৰ মাজত ইমানদিন থাকিলে। আপুনি সেই সভ্যতাৰ সাগৰৰ পাৰৰ কিছুমান শিলগুটি বুটলি আনি, নিজেতো মুকুতা বুলি ভ্ৰম কৰিছেই, লোককো সেইবুলি বুজাবলৈ বিচাৰিছে। কৰিব পাৰে আপুনি দেউতাক চাপর্ট, কিন্তু মই যাম বুলিয়েই যামেই।

মিঃ ভইন : তুমি যাব নোৱৰা।

নবীন : যামেই।

মিঃ ভইন ঃ নোৱৰা।
নবীন ঃ অৱশ্যেই যাম।
মিঃ ভইন ঃ নেভাৰ, নেভাৰ, নেভাৰ, যাব নোৱৰা।
নবীন ঃ আই মাষ্ট, আই মাষ্ট, আই উইল, আই উইল।
মিঃ ভইন ঃ ইউ ছেল! হেঃ— ইউ ছেল?
নবীন ঃ ইয়েচ আই উইল, এণ্ড আই ছেল।
মিঃ ভইন ঃ [মুখ-চকু বিকটাই খঙত একো নাই হৈ] ছেল, ছেল, ছেল— ন' ন' নেছেল—
নেছেল— নেছেল।
শুক্ৰেশ্বৰ বৰাই ঢেক্‌ঢেকাই হাঁহিবলৈ ধৰে।

## আঁৰ-কাপোৰ

## দ্বিতীয় অঙ্ক

[নবীনৰ কোঠা।। এফালে কিতাপৰ সৈতে আলমাৰি। এফালে পঢ়া টেবুল খিৰিকিৰ ওচৰত। কোঠাৰ মাঁ-মাজতে এখন ঘূৰণীয়া মেজ। মেজৰ চাৰিওফালে কেইখনমান চকী। নবীন এখন চকীত বহি, মেজৰ ওপৰত এটা সৰু আধাগঢ়া শিলৰ মূৰ্ত্তি থৈ— হাতত সৰু বটালি এটা লৈ তালৈ একান্ত মনে চাই আছে—ভোল গৈ। আন এটা কোঠালিত মাজুবাপুহঁতে গ্ৰামোফোন বজাইছে—তাৰপৰা অসমীয়া গান এটা আহিব লাগিছে। নবীন তন্ময় হৈ আছিল। গ্ৰামোফোন বন্ধ হোৱাৰ লগে লগে বাহিৰৰপৰা কোনোবাই মাতে—'নবীন ঘৰত আছানে?']
নবীন ঃ [উচাপ খাই] অ' কোন— অ' কল্পনা—
আহাঁ আহাঁ।
[শ্ৰীকল্পনা কুমাৰ বৰুৱা, ছাত্ৰ-কবি এজন সোমাই আহে হাঁহি হাঁহি। তেওঁৰ চকুত চশমা আৰু মূৰত বাবৰি চুল, হাত-তোলা বগা পাঞ্জাবী-কুৰ্ত্তা। দেখিবলৈ বগা আৰু লনি গঢ়ৰ।]
কল্পনা ঃ কিহে নবীন?
নিজে গঢ়া মূৰ্ত্তি চাই চাই
কি কৰিছা ভাই?"
নবীন ঃ অ' আই! আজি দেখোন মুখত একেবাৰে কবিতাহে কবিতা?
কল্পনা ঃ এৰা ভাই,
বহু ভাবি গুণি মই
কৰি আছোঁ ঠিক
সঁচাকৈয়ে কবি হ'বলৈ

কবিতাৰে দেখিব লাগিব
কবিতাৰে লেখিব লাগিব
কবিতাৰে কৰিব লাগিব
কথোপকথন,
তেহে লভা যাব ভাই
কবিত্ব ৰতন।
সেই গুণে
দিঠকে সপোনে
আৰু উঠোঁতে ফুৰোঁতে
কবিতাৰে কথন মথন
হ'ব মোৰ [চকী এখনত বহি]
পিছে বন্ধু দিয়াচোন
চিগাৰেট এটা

নবীন ঃ অ' ৰ'বা, অ' পেনুকণা—পেনুকণা—

[ভিতৰৰপৰা পেনুকণাই 'ববৰাপু' বুলি মাতি সোমাই আহে]

[পেনুকণা] যাচোন ভোলাৰ দোকানৰপৰা চিগাৰেট এপেকেট লৈ আহগৈ।

[পেনুকণাই বাৰু 'বুলি, যাব খোজোতেই কল্পনাৰ মাত শুনি ৰয়]

কল্পনা ঃ ক্ষান্ত হ পেনুকণা
অৰ্থাৎ ৰ।
চিগাৰেট অনাৰ লগতে
আনিবি দুখিলিমান
ভাল ছাঁচি পাণ
আৰু তাৰ পিছে
ভিতৰলৈ গৈ
বাপুটিক কবি গৈ
বাহিৰলৈ লাগে বুলি
চাহ জলপান।

[এইবুলি কল্পনাই দাঁত নিকটাই হঁহা যেন কৰি নবীনৰফালে চাই থাকে।]

নবীন ঃ এ পেনুকণা, চিগাৰেটৰ লগত ছাঁচিপাণ আনিবি আৰু বাপুটিক দুপিয়লা চাহ দি যাবলৈ কবি।

কল্পনা ঃ সুদা চাহ
না

পেনুকণা—
লগতে দুটামান
জলপানৰ বড়ি।

নবীন : যা বেগতে—
[পেনুকণা উধাতু খাই লৰ মাৰে]

কল্পনা : বেছ ভাই গঢ়িছা সুন্দৰ
এই মূৰ্ত্তি মনোহৰ
তোমাৰ পৰাই হ'ব
কিবা নহয় কিবা এটা
অসম দেশৰ।

নবীন : নাইহে, কি ভাল হ'ব! আমাৰ ভিতৰত তোমাৰ কবিতায়েইহে যদি অসমীয়া সাহিত্যত কিবা নতুন পোহৰ দিব পাৰে। সঁচাকৈয়ে তোমাৰ কবিতাবোৰ বৰ সুন্দৰ

কল্পনা : [প্ৰশংসা শুনি অলপ উৎফুল্লিত হৈ]
এবা ভাই
গুণীয়েহে বুজে মোল
গুণীসকলৰ।
তুমি শিল্পী, তুমি খনিকৰ
সেইহে বুজিব পাৰা
মোৰ কবিতাৰ
ভাবৰ লহৰ।
সেই কাৰণে আধাৰচা
কবিতা কেশাৰী
তোমাক শুনাও বুলি
আহিছোঁ লৰবি
[জেপৰপৰা কবিতা উলিয়াই]

নবীন : [অলপ ইতস্ততঃ কৰি] বৰ দীঘলনেকি?

কল্পনা : নাতি দীৰ্ঘ নাতি চুটি
ইয়াৰ মাজে মাজে গতি—
শুনা বাক
কবিতাৰ নাম দিছোঁ—
আন্দোল সুন্দৰী।

নবীন : [হাঁহি] মানে—
কল্পনা : মানে আন্দোলনকাৰিণী— চমুতে আন্দোল।
নবীন : অ' বাৰু পঢ়াচোন—
কল্পনা : [পঢ়ে]
আন্দোল সুন্দৰী
মুগাৰ মেখেলা পিন্ধি
হাতত লৈ বৰঙণিৰ বহী
বাটৰুৱা ঘাটৰুৱাৰ
ভেঙুচালি সহি
[ধন্য ধন্য তুমি]
খদ্দৰৰ ব্লাউজ পিন্ধি
আশীসূতাৰ গাত
চাদৰ মেৰিয়াই
কালৈকো নাচাই
ক'লৈ তুমি গৈছা বেগাই?
নবীন : আও বিধি— তাৰ পাছত?
কল্পনা : লুব্ধ চিত্তে তোমাৰ পিছে
কবিয়ে যে খোজ দিছে— হেঁ হেঁ
তাৰ তুমি নকৰা খবৰ
মাথোঁ মূৰত ৰাখিছা
আন্দোলনৰ জাবৰ।
পুৰুষৰ বিৰুদ্ধে মিটিং কৰা
স্বত্ব বিচাৰি
আমাৰ মূৰত
ৰাম টাঙোন মাৰা
পুৰুষক খেদাবা
সংসাৰৰপৰা।
পুৰুষক খেদাই
নিজেই মৰিবা
ভয়ত ৰাতি
শুব নোৱাৰিবা।
দুৱাৰত খিৰিং কৰিলে কিহবাই

ভূত বুলি ভয়ত
বহি থাকিবা সাৰ পাই।
এইদৰে শুকাই-ক্ষীণাই মৰিবা।
ইয়াকে জানি পুৰুষক ভজিবা।
নাৰী আন্দোলন চান্দোল খন
একো নকৰিবা।

নবীন ঃ কবিতা হিছাপে ভালেই হৈছে— কিন্তু তোমাৰ বহীৰ পাততে ৰাখিবা, প্ৰকাশ নকৰিবা।

কল্পনা ঃ কিয় ভাই
কিয় তুমি হাক দিয়া প্ৰকাশিবলৈ?

নবীন ঃ কাৰণ আজিকালি নাৰী-প্ৰগতিৰ দিনত তোমাৰ দৰে আধুনিক কবিয়ে এনে মত পোষণ কৰা শোভা নাপায়।

কল্পনা ঃ কবি হয় সদায়েই
সত্যবাদী আৰু
স্পষ্টবাদী।
ঈশ্বৰে স্ৰজিছে নাৰী
সুকোমল কৰি—
কুমলীয়া ফুলৰ নিচিনা হৈ
আলসুৱা হৈ কবি মন
কৰি মতলীয়া
থওক নাৰী হৈ বিনন্দীয়া।
তাকে নকৰি
পুৰুষৰ সঁতে ফেৰ মাৰি
কাছুৰং ডল কৰি,
কিয় বাৰু
মুৰে কাঢ়ে ভঁৰি?

নবীন ঃ [হাঁহি চিঞৰি] অ' বাইদেউ— বাইদেউ—
[ভিতৰৰপৰা নৱনলিনীয়ে সুধীয়া মাতে 'কি অ" নবীন?]

নবীন ঃ আঁহাচোন আঁহা— এইফালে—
[নৱনলিনী মিচিকিয়াই হাঁহি আহি তাত বেগেৰে সোমায় আৰু কল্পনাই খচমচকৈ কবিতাৰ বহীটো জেপত সুমুৱাই থিয় হয়।]

নৱনলিনী ঃ অ' কল্পনা ৰৰুৱা দেখোন! পিছে কিয় নবীন, কি হ'ল?

নবীন ঃ বাইদেউ [হাঁহি] আজি আমাৰ কবিয়ে এটা সুন্দৰ কবিতা—

নবনলিনী ঃ ক'তা— চাওঁ, চাওঁ

কল্পনা ঃ [লাজ কৰি] এ, নাই নাই—

নবীন ঃ চাওঁ, চাওঁ দিয়াচোন।

কল্পনা ঃ নাই— নাই— এই— এই—

নবীন ঃ [উঠি গৈ] দিয়া দিয়া— চাওঁ

[নবীনে কল্পনাক ধৰি কল্পনাৰ জেপৰপৰা কবিতাটো আনিবলৈ চেষ্টা কৰে আৰু কল্পনাই বাধা দিয়ে। তাৰ পাছত নবীনে জোৰকৈ জেপৰপৰা কবিতাটো আনি 'হোঁৱা' বুলি কবিতাটো নবনলিনীৰ হাতত দিয়ে আৰু কল্পনাই সৈমৈনা-সেমেনি কৰি]

কল্পনা ঃ নাই নাই, ভাল হোৱা নাই। এতিয়া— এ—

[নবনলিনীয়ে হাঁহি হাঁহি কবিতাটো পঢ়ি যায়। আৰু পঢ়াৰ লগে লগে মুখত খং আৰু বিৰক্তিৰ ভাব ফুটি উঠে। নবনলিনীৰ ভাব সলনি লক্ষ্য কৰি কল্পনা কিছু বিব্রত হোৱা যেন হয়। নবীনে আমোদ পায়।]

নবনলিনী ঃ [বৰ বিৰক্ত হৈ] বৰুৱা আপুনিয়েই লেখিছেনে এই কবিতাটো?

[কি ক'ব কি নক'ব ঠিক কৰিব নোৱাৰি]

কল্পনা ঃ এক্ৰকম।

নবনলিনী ঃ ছাত্রসমাজৰ এজন মুখিয়াল হৈ, এজন উঠি অহা অসমীয়া কবি হৈ, এজন উচ্চ শিক্ষিত হৈ আপুনি এনে কবিতা লেখিব পাৰেনে?

কল্পনা ঃ কবি হ'লে, উচ্চ শিক্ষিত হ'লেই যে স্বেচ্ছাচাৰক প্রশ্রয় দিব লাগিব তাৰ কিবা অৰ্থ আছেনে?

নবনলিনী ঃ স্বেচ্ছাচাৰ? কাৰ? আমাৰ তিৰোতাৰ নে মুনিহৰ? তেন্তে নাৰী-প্রগতিক আপুনি—

কল্পনা ঃ ভুল বুজিছে। নাৰী-প্রগতিক আমি কেতিয়াও বেয়া বোলা নাই। আমি বেয়া বুলিছোঁ নাৰী-দুৰ্গতিক।

[নবীনে হাঁহে]

নবনলিনী ঃ নাৰী-দুৰ্গতি? মানে?

কল্পনা ঃ মানে অতি সৰল। আপোনাসকলে নাৰী-প্রগতিৰ দোহাই দি অসম দেশৰ নাৰীৰ দুৰ্গতি কৰা নাইনে?

নবনলিনী ঃ কেনেকৈ?

কল্পনা ঃ আপোনালোক অসমীয়া, লজ্জাশীলা, কৰ্ম্ম নিৰতা, গৃহলক্ষ্মী, আলসুৱা, সুকোমল, সহৃদয়া, সহানুভূতিসম্পন্না, গৃহ আৰু পৰিয়ালটো সমদৰ্শিনী, সন্তানপালিকা, স্নেহবৎসলা, কোমলাঙ্গী। কবিৰ কবিতা তিৰোতাক যবৰ

বাহিৰলৈ টানি আনি তেওঁলোকৰদ্বাৰাই দীঘল জাঁপ, পথালি জাঁপ, ডেংমৰা জাঁপ, পেং উঠা জাঁপ, ৰচি জাঁপ মৰাই তেওঁলোকৰ দুৰ্গতি কৰা নাইনে? ফুলনিবাৰীত পদুম-ফুলীয়া খোজেৰে খোজ কাঢ়ি ফুৰা তিৰোতাক বাহিৰলৈ আনি কোমল সেউজীয়া বননিৰ ঠাইত পকা ৰাস্তাৰ জোঙাল শিলত খোজ কঢ়ুৱাই, মিটিং কৰিবলৈ আনি, বাৰে বাং কৰা কথাৰ মাজিহা মাৰি, ৰাতি ১২ বজালৈকে মুকলি পথাৰত সিহঁতক হিমত তিতাই দুৰ্গতি কৰা নাইনে বাৰু?

[নবীনে হাঁহে]

সিহঁতক আপোনালোকে, নিজৰ স্বামীক অৱজ্ঞা কৰিবলৈ, নিজৰ সন্তানক পিয়াহ নিদি নভেল পঢ়ি থাকিবলৈ আৰু ডন-কছৰৎ কৰি ৰমণীৰ কমনীয়তা, লাৱণ্য আৰু সিহঁতৰ স্ত্ৰীসুলভ সৌন্দৰ্য্য নষ্ট কৰিবলৈ কোৱা নাইনে? আপোনালোকৰ কথাশুনি, তিৰোতাবোৰে এইবোৰ কৰিবলৈ গৈ নিজৰ ধৰ্ম্ম এৰি পুৰুষৰ ধৰ্ম্মত ধৰিব নোৱাৰি— ঘৰ-চিৰিকাৰ দৰে জঁপিয়াই জঁপিয়াই ফুৰাৰ দুৰ্গতি ভোগ কৰিবলগীয়া হোৱা নাইনে?

[নবীনে ঢেক্‌ঢেকাই হাঁহে আৰু কল্পনা বৰুৱাই বীৰত্বব্যঞ্জক গল্‌হেঁকাৰি মাৰে]

নৱনলিনী : [কিছু উত্তেজিত হৈ] কবি ডাঙৰীয়া, আপুনি তেন্তে নাৰী-প্ৰগতিৰ অৰ্থ একো বুজা নাই। পুৰুষ যে কি স্বাৰ্থপৰ আপুনি তাৰ এটা নমুনা। সংসাৰৰ সকলো ভালবো ভালখিনি, সৌন্দৰ্য্যখিনি, হাঁহি-ৰং-তামাছা আপোনালোকে উপভোগ কৰি ফুৰিব আৰু তিৰোতাক বন্ধ কৰি থ'ব খোজে চাৰি বেৰৰ ভিতৰত— সংসাৰৰ দৈনন্দিন কামখিনি যন্ত্ৰৰ দৰে কৰি থাকিবলৈ। দিনটো লেদেনা উকটি, বাটি-কাঁহী মাজি, ভাতৰ চৰু ধোঁৱাত উকমুকাই, দুবেলা আখলৰ জুইত সিজি, আপোনালোকৰ লেতেৰা কাপোৰ-কানি ধুই, কেঁচুৱা-মেচুৱাৰ জাঁজ, অশান্তি-অমুৰি সহি—দিনৰ দিনটো গেবাৰি খাটি, ৰাতি হ'লে পুৰুষৰ পাশৱ প্ৰবৃত্তি আৰু কাম-তৃষ্ণা চৰিতাৰ্থ কৰি থাকিলেই আপোনালোকে ভাবে নাৰী-ধৰ্ম্ম পালন কৰা হ'ল। আপোনালোকে ভাবে পুৰুষক সেৱা কৰি, ঘৰুৱা সকলো জঞ্জালখিনি পুৰুষক ভোগ কৰিবলৈ নিদিলেই তিৰোতাই নাৰী-ধৰ্ম পালন কৰা হ'ল। সেই বুদ্ধিৰেই আপোনালোক পুৰুষে পৰ্দ্দা প্ৰথা উলিয়াই আৰু এটা সামাজিক ৰীতিত পৰিণত কৰি সাধাৰণ বন্দী অৱস্থাক এটা উচ্চ সমাজৰীতি হিছাপে প্ৰবৰ্ত্তন কৰিছে।

কল্পনা : কেতিয়াও নহয়। পৰ্দ্দা-প্ৰথাৰ আপোনালোকৰ দৰে কিছুমান কৌতূহলী তিৰোতাই পৰ্দ্দাৰ বাহিৰৰ সংসাৰখন চাবলৈ কৌতূহলী হৈ নাৰী-প্ৰগতি

উলিয়াই বুদ্ধি পাতিছে। [নবীনক] বুজিছা নবীন, তুমি অৱশ্যে বুজিবা। মই এটা কথা কওঁ। মোৰ মনেৰে পৰ্দ্দা-প্ৰথা কিয় হ'ল এই বিষয়ে গোটেই পৃথিবীতে যিটো কাৰণ বুলি দিয়া হৈছে সি সম্পূৰ্ণ ভুল।

নৱনলিনী : হয়নেকি?

কল্পনা : অৱশ্যে হয়।

নবীন : তোমাৰ মতেনো পৰ্দা প্ৰথাৰ সৃষ্টিৰ কাৰণটোনো কি?

কল্পনা : কাৰণটো অতি সুন্দৰ। বৰ আৰ্টিষ্টিক। পুৰুষসকল কিমান মহৎ আৰু তিৰোতা-সকলৰ প্ৰতি সহানুভূতিসম্পন্ন তাকেই পৰ্দ্দা-প্ৰথাই প্ৰমাণ কৰে। শুনা—

নবীন : আচৰিত কৰিলা!

কল্পনা : আচৰিত হ'ব নালাগে। পৰ্দ্দা-প্ৰথাৰ সৃষ্টি হৈছিল কিয় জানেনে কুমাৰী ফুকন?

নৱনলিনী : কওকচোন বাৰু।

কল্পনা : পুৰুষে কৰিছিল তাক তিৰোতাক ৰক্ষা কৰিবলৈ, বন্দী কৰিবলৈ নহয়। তিৰোতাৰ স্বাস্থ্য, তিৰোতাৰ দেহৰ লাৱণ্য, তিৰোতাৰ কমনীয়তা, তিৰোতাৰ সৌন্দৰ্য্য আৰু তিৰোতাৰ গোলাপৰ পাহি যেন সুন্দৰ ছাল ৰক্ষা কৰিবলৈ পুৰুষে পুৰুষৰ ভিতৰৰ সৌন্দৰ্য্যসেৱী, ৰূপশিল্পী কবিটোৱে তিৰোতাৰ মুখত দিছিল ওৰণি, তিৰোতাৰ দুৱাৰত দিছিল পৰ্দ্দা। বাহিৰৰ ৰ'দ-বৰষুণ বতাহত্ৰ ঘূৰি ফুৰি যাতে তিৰোতাৰ গোলাপী সৌন্দৰ্য্যত মলিয়ন নপৰে, নিমজ গা খহটা নহয়, ৰ'দ আৰু বতাহৰ ক্ষয়ক্ষৰ ক্ৰিয়া যাতে তিৰোতাৰ সৌন্দৰ্য্যত হ'ব নোৱাৰে তাৰে কাৰণেই মুখত ওৰণি, তাৰ কাৰণেই তিৰোতাক চাৰি বেৰৰ ভিতৰত থাকি সৌন্দৰ্য্য ৰক্ষা কৰিবলৈ পৰ্দ্দা-প্ৰথা।

নবীন : অভিনৱ।

নৱনলিনী : অৱশ্যে সেয়ে হ'লেও সি পুৰুষৰ স্বাৰ্থৰ কাৰণেই নিশ্চয়। এই সজাত সোমাই আমাৰ সৌন্দৰ্য্য ৰক্ষা কৰি বহি থাকিব লাগিব— আৰু পুৰুষে আহি সেই সৌন্দৰ্য্য উপভোগ কৰিব। পুৰুষৰ সৌন্দৰ্য্য বা তিৰোতাৰ ৰূপৰ খকত আমাক এই বাহিৰা সংসাৰৰ বিনন্দীয়া জীৱনবগৰা বঞ্চিত কৰিব, মানৱী গুচাই ৰূপ ফটিকাৰ এটা পিয়লা কৰি থ'ব, পুৰুষৰ দৰেই তিৰোতাৰ মনত অনন্ত সৌন্দৰ্য্য-স্পৃহা, মুক্ত হৈ ফুৰিবলৈ হাবিয়াস আৰু যিবোৰ অনুভূতি আৰু মানসিক ভোক-পিয়াহ আছে সেই সকলোকে বন্ধ কৰি কেৱল পুৰুষৰ ৰূপ উপভোগৰ যোগান ধৰি সজাই মইনা হৈ থাকিব লাগিব। কবিবৰ আজিকালিও আপুনি আৰু তিৰোতাক কবি-প্ৰাণত কেৱল অনুপ্ৰেৰণা দি থাকিবলৈকে ফুলদানিৰ গোলাপ কৰি থ'ব খোজেনে?

কল্পনা ঃ অৱশ্যে নোখোজোঁ—কিন্তু তিৰোতাৰ এনে দুৰ্গতি মই সহ্য কৰিব নোৱাৰোঁ।

নৱনলিনী ঃ হাঁহি উঠা কথা নকব। আপুনি যি তিৰোতাৰ কথা কৈছে সেইবোৰ কেজনমান ধনীৰ ঘৰৰ দুলালী নাইবা ৰাজ-ভৱনৰ কুঁৱৰী। সেইকেজনীক উলিয়াই আনিলে হয়তো আপোনাৰ মতে দুৰ্গতি হ'ব পাৰে। কিন্তু তিৰোতা জাতিৰ নিৰান্নবইজনী কোন? দেশৰ গাঁৱে-ভূঁএে থকা তিৰোতাবোৰ নহয়নে? সেইবোৰৰ যুগ-যুগান্তৰৰপৰা কি দুৰ্গতি? সিহঁতে কৰিছে কি—পুৰুষৰ কিনা গৰু-ম'হৰ দৰে উপজি পুৱাৰেপৰা খাটিছেঁ গেবাৰি, গিৰিঁয়েকৰ গালি, শাহুয়েকৰ গচক, ঘৰুৱা জীৱনৰ কামৰ লেথাৰি নিছিগা হেঁপা, ল'ৰা-ছোৱালীৰ আমনি কত মনৰ আশা, কত আকাংক্ষা, কত হাবিয়াস, সকলো হয়তো সিহঁতৰ বুকুতে গুমৰি গুমৰি মাৰ গৈছে। পুৰুষে বান্ধি দিয়া ৰীতি-নীতিৰ গচকত আজি যুগ যুগ তিৰোতা জাতি দলিত, ধৰ্ষিত অত্যাচাৰিত।

কল্পনা ঃ আপোনাৰ সেইবোৰ অতিপাত অতিৰঞ্জিত। আমাৰ গাঁৱৰ তিৰোতা মুকলিমুৰীয়া— নিজৰ গৃহস্থালিৰ ৰাণী—সকলো কথাত গিৰিয়েকে সংসাৰৰ বিষয়ে ঘৈণীয়েকক নোসোধাকৈ নকৰে। আপোনালোকে কিছুমান নকৈ ইংৰাজীত শিক্ষা লোৱা ছোৱালী ওলাই কেৱল আমাৰ তিৰোতাৰ আগত বেয়া আদৰ্শ দাঙি ধৰিছে— আপোনালোকক লাগে মটৰ গাড়ী মতা মানুহৰ দৰে দৌৰাবলৈ— মতা মানুহৰ দৰে ডিঙি ফিন্দাই মেজত ভুকুৱাই ভুকুৱাই বক্তৃতা দিবলৈ—উকিল হ'বলৈ, বেৰিষ্টাৰ হ'বলৈ—তিৰোতাৰ সনাতন কৰ্ত্তব্যবিমুখ আপোনা-লোক! আপোনালোকে ঈশ্বৰ-সৃষ্টিৰ বিৰুদ্ধে—

[নৱনলিনীয়ে খণ্ডত একো নাই হৈ যুক্তি এৰি গালি পাৰিবলৈ লাগি যায়।]

নৱনলিনী ঃ আপোনালোক পুৰুষ হৈছে নীচ— স্বাৰ্থপৰ। আপোনালোকক লাগে তিৰোতাক গচকি খাবলৈ। আপোনালোক [এইবুলি খণ্ডত নৱনলিনীয়ে কান্দিবলৈ ধৰে আৰু কান্দি কান্দি কৈ যায়] বুজিছে—আপুনি—আপুনি এজন শিক্ষিত কবি হৈ এনে নীচ—অধম কবিতা লেখিব বুলি মই জনা নাছিলোঁ।

[নবীনে অলপ সেমেনা-সেমেনি কৰে— কল্পনাই গালি খাই দাঁত উলিয়াই হাঁহাৰ নিচিনা কৰি থাকে— এনেতে হঠাৎ মিঃ ভাইন ঘপহকৈ সোমাই আহি সকলোলৈকে আচৰিত হৈ চাই]

মিঃ ভাইন ঃ [নৱনলিনীক কন্দা দেখি আচৰিত হৈ] কি আচৰিত! মিচ্ ফুকন আপুনি ক্ৰাই কৰিছে কিয়?

[এইবুলি কোৱাত নৱনলিনীয়ে ফেচেককৈ হাঁহি দিয়ে— লগে লগে আটাইবোৰে হাঁহে।

এনেতে নৱনলিনীয়ে কবিতাটো কল্পনাৰ ফালে মেজাৰে দলি মাৰি উচপ্ৰি মাৰি ভিতৰলৈ গুচি যায়।]

মিঃ ভইন ঃ কি কথা? আপোনালোকে কিবা নাটকৰ ৰিহাৰ্ছেল কৰিছেনেকি?

[নবীন আৰু কল্পনাই হাঁহে]

নবীন ঃ ৰিহাৰ্ছেল নহয়— এই জীৱন-নাটকৰ এটা চিনৰ অভিনয়েই হৈ গ'ল বোলক্‌চোন।

মিঃ ভইন ঃ এৰা, হঠাৎ হাঁহি— হঠাৎ কান্দি—হঠাৎ প্ৰস্থান। এইসকলো হঠাৎ অৰ্থাৎ হট হেচ্‌টৃত হ'ল দেখি ইয়াৰ ড্ৰেমেটিক ইফেক্ট হৈছে— সেইকাৰণেহে সুধিলোঁ। এনি ওৱে, কথাটোনো কি?

কল্পনা ঃ [অল গোঙোৰা] কাৰণ আৰু কি হ'ব? কবিতা ৰচনা, তাৰ আলোচনা বা সমালোচনা আৰু তাৰ পাছত আমাৰ যি সচৰাচৰ হয়—

মিঃ ভইন ঃ কি সচৰাচৰ হয়?

কল্পনা ঃ তাৰ পাছত গৈ গৈ ব্যক্তিগত আক্ৰমণ— গালি পাৰণ, তাৰ পাছত তাতো নোৱাৰিলে মতা মানুহ হ'লে ঘোচাঘুচি কৰণ আৰু তিৰোতা মানুহ হ'লে কান্দি কান্দি নিষ্ক্ৰামণ।

[মিঃ ভূএগ্ৰা আৰু নবীনে হাঁহে]

নবীন ঃ [নবীনে টেবুলত পৰি থকা কবিতাটো মিঃ ভইনৰ হাতত দি] বাৰু মিঃ ভইন— এই কবিতাটো আপুনি পঢ়ি চাওকচোন।

মিঃ ভইন ঃ [কবিতাটো লৈ পঢ়ি তাৰ শাৰীয়ে শাৰীয়ে একোটা মুখৰ ভাবৰ অভিব্যক্তি কৰি— শেষত কবিতাৰ পৰা মূৰ তুলি— বহুপৰ কল্পনা বৰুৱাৰ মুখলৈ থৰ লাগি ব্যঙ্গপূৰ্ণ দৃষ্টিৰে তীব্ৰভাৱে—]

আপোনাৰেই নাম কল্পনা কুমাৰ বৰুৱানে?

কল্পনা ঃ হয়।

মিঃ ভইন ঃ আপুনিয়েই কলেজৰ ক'ৰ্থ ইয়েৰত পঢ়েনে?

কল্পনা ঃ হয়।

মিঃ ভইন ঃ আপুনিয়েই কবিতা লেখি অসমীয়া কাগজে-পত্ৰে প্ৰকাশ কৰেনে?

কল্পনা ঃ কৰোঁ মাজে মাজে।

মিঃ ভইন ঃ আপুনিয়েই ছাত্ৰসকলৰ নেতা হৈ বক্তৃতা কৰেনে?

কল্পনা ঃ কৰিলে কৰিব পাৰোঁ।

মিঃ ভইন ঃ আৰু সেইজন আপুনিয়েই— এই কবিতা লেখিছেনে?

কল্পনা ঃ অ' ময়েই লেখিছোঁ।

মিঃ ভইন ঃ এই গেলা অৰ্থাৎ বট্‌টি কবিতাটো?

[কল্পনা ৰঙা পৰে; নবীনে ৰবাকৈ হাঁহে।]

কল্পনা : আপুনি বুলিব পাৰে। সেইবুলি সমালোচনামূলক কবিতা লেখাৰ পৰা আমি বিৰত হ'ব নোৱাৰোঁ নহয়।

মিঃ ভইন : বেছ, সমালোচনা অৰ্থাৎ সম-আলোচনা আপুনি কৰক— সেইবুলি সমালোচনাৰ নামত এনে খহটা আলোচনা আমি গ্ৰহণ কৰিব নোৱাৰোঁ। হাঃ হাঃ হাঃ—[ডাঙৰকৈ হাঁহে] কবি ডাঙৰীয়া, সমালোচনাৰ নামত আপোনালোকে পাৰিব জানে গালি, কৰিব জানে নিন্দা, ৰটিব জানে বদনাম—আৰু উদ্ভাৱন কৰিব পাৰে কুৎসা। এইবোৰেই হৈছে আপোনালোকৰ সমালোচনা। বাৰু কওকচোন এইটো কি—

[এনেতে নৱনলিনী তালে খঙত একো নাই হৈ গুলিটো অহা দি আহি আঙুলি জোঁকাৰি জোঁকাৰি।]

নৱনলিনী : বুজিছে কল্পনা বৰুৱা, আপোনাৰ সকলো মই জানো। আপুনি মহিলা সভাৰ সম্পাদিকা, এজন নাৰী আন্দোলনৰ নেতা—আমাৰ কনকমতী হাজৰিকাৰ স'তে প্ৰেম কৰিবলৈ ঘূৰা নাইনে?

কল্পনা : [কল্পনা আচৰিত হৈ চাই থাকে]

নৱনলিনী : তেওঁ য'লৈকে যায় ত'লৈকে আপুনি ঘুৰি-ফুৰি তেওঁৰ বিষয়ে কাগজে-পত্ৰে কবিতা লেখি তেওঁক জ্বলা-কলা কৰা নাইনে? আৰু এদিন ধৰি তেওঁৰ ককায়েকে আপোনাক উত্তম-মধ্যম দিয়া নাইনে?

মিঃ ভইন : ইস্ ইস্, এনে— এনে নক'ব, নক'ব।

কল্পনা : এইবোৰ আপুনি কি কথা কৈছে?

নৱনলিনী : ঠিক কথা কৈছোঁ। তাৰ পাছৰপৰা আপুনি তেওঁৰ ওপৰত খঙত— এতিয়া ব্যঙ্গাত্মক কবিতা লেখি, নাৰী-প্ৰগতিক আক্ৰমণ কৰি আছে।

মিঃ ভইন : এঃ, নহয় নহয়— এঃ নহয়— নহয়।

কল্পনা : ছিঃ ছিঃ! আপুনি এনেকৈ মানুহক ব্যক্তিগত আক্ৰমণ কৰা উচিত নহয়। বাৰু চাওকচোন মিঃ ভইন—এখেতে এনেবোৰ কথা ক'ব লাগেনে?

মিঃ ভইন : [নৱনলিনীক] ব'লক, ব'লক আপুনি ভিতৰলৈ—নেপাই—নেপাই এনে ব্যক্তিগত আক্ৰমণ। ব'লক।

নৱনলিনী : অ' তেখেত—তেখেত কম বুলি ভাবিছে! ভকত কম নহয়। দেখিছেহে— হোঃ।

মিঃ ভইন : হ'ল, হ'ল আৰু ব'লক—

[এইবুলি মিঃ ভইনে নৱনলিনীক ভিতৰলৈ লৈ যায় আৰু উভতি আহি কল্পনাৰ ওচৰত থিয় হৈ]

মিঃ ভইন : কেনে মজা? কবিতা লেখা মজাটো ওলাইছে? বুজিছে, আপোনাক

ছাত্রসকলে কবিতা-টবিতা লেখি— এই কোমল ভাবত ইন্দ্ৰজাল নকৰিব। গদ্য, গদ্য লেখিব। ভালকৈ গদ্য লেখিবলৈ অভ্যাস কৰিব। তেতিয়াহে সাহিত্যৰ উন্নতি কৰাও হ'ব— আৰু পৰীক্ষাত অসমীয়াত নম্বৰো বেছিকৈ পাব। এয়ে মোৰ উপদেশ। বাৰু মিচ্ ফুকন বৰ উত্ৰাৱল হৈছে, তেওঁক মই কিছু সান্ত্বনা দিওঁগৈ। বাৰু।

[এইবুলি মিঃ ভইন তাৰ পৰা ওলাই গৈ দুৱাৰ-মুখ পাওঁতেই আকৌ নৱনলিনী দোহোখাই সোমাই আহি কিবা ক'ব খোজোতেই মিঃ ভইনে হাতত ধৰি টানি ভিতৰলৈ লৈ যায়।]

মিঃ ভইন : হৈছে হৈছে, আৰু—আৰু দৰ্কাৰ নাই। এতিয়া ব'লক,—মই আপোনাক অলপ সান্ত্বনা দিওঁগৈ—ব'লক, ব'লক।

নৱনলিনী : [চিঞৰি] তেখেতে নাৰীজাতিক, প্ৰগতিশীলা তিৰোতাক— শিক্ষিতা তিৰোতাক—অপ-মা-

[ভিতৰলৈ যাযগৈ। নুশুনা হয়।]

কল্পনা : [কিছুপৰ মনে মনে থাকে। এনেতে পেনুকণাই চিগাৰেট আৰু পাণ আনি টেবুলত দি যায়। নবীনে চিগাৰেটৰ পেকেট খুলি চিগাৰেট এটা কল্পনাক দিয়ে, নিজেও লগায়। কল্পনাই চিগাৰেটত হোপা মাৰি—]

বুজিছা নবীন
আমাৰ দেশত
কবিতা লেখিবৰ হোৱা নাই দিন।
একোকে নুবুজে,
কোনোবাই লেখে যদি—
কবিতা ৰসাল
সকলোৱে তাৰ মূৰত
ভাঙিব কঁঠাল।
তোমাৰো হৈছে ভাই—
সেই একে কথা
আৰ্ট আৰ্ট কৰি তুমি
ফুৰিছা বিনাই—
ভাস্কৰি বিদ্যাৰ বাবে
হাবাথুৰি খাই
অৰণ্যত তুমি কিন্তু
কৰিছা ৰোদন।
নোৱাৰিবা কৰিব এই—

অসমৰ পোতা পুখুৰীত
আৰ্টৰ বোধন।
এতেকে যোৱা ইউৰোপ,
তাতেইহে যদি
পোৱাগৈ আৰ্টৰ মধুপ।
[নবীনে হমুনিয়াহ চাৰে]
কল্পনা ঃ এৰা ভাই, কৈ আছোঁ
তোমাক সদায়—
আছে বাপেৰাৰ টকাকড়ি
আঁহাগৈ ইউৰোপ ঘুৰি
তেতিয়াহে আৰ্টৰ তোমাৰ
হ'ব মূল্য নিৰূপণ—
তেতিয়াহে অসমৰ উন্নতিৰ
উদিব তপন।
কবিতাৰে উন্নতিৰ হেতু
যোৱা মোৰ ইচ্ছা বহুদূৰ—
ইউৰোপ আমেৰিকা
মনমোহা জাপান
জাভা, বালি, চাউথ ছিজ,
প্ৰশান্ত সাগৰ—
কিন্তু দেউতাই—
মাথোঁ ৰূপ পাই ষাঠি টকা
কোনোমতে
ঘৰখন দিছে পোহপাল,
সেই দেখি মোৰ আশা
সমূলি নুমাল।
সেইগুণে অসমতে
বহি, কঁহুৱাৰ ফুল চাই
লুইতৰ পানী খাই,
চৰাইদেউৰ দৃশ্য ভাবি ভাবি
লেখি লেখি কবিতা ঘৰুৱা
হোমলি জীনিয়াচ্ মই

কৰিছোঁ প্ৰকট—
যদিওবা
সমালোচনাও পাওঁ
উৎকট— বিকট।

[এনেতে গান্ধৰ্ব্বকুমাৰ বৰুৱা হাতত বেহেলাৰ বাকচ লৈ সোমাই আহে।]

গান্ধৰ্ব ঃ অ' কবিবৰ, খনিকৰ, দুয়ো দেখোন!

নবীন ঃ বেছ কথা, বাদ্যকৰো আহি যোগ দিয়কহি।

গান্ধৰ্ব্ব ঃ হেৰা নবীন, আজি ষ্টেচনত আলিক পাই আহিছোঁ হে।

নবীন ঃ আলি?

গান্ধৰ্ব্ব ঃ এৰা— সি বোলে আজি গধূলি মেইলত কলিকতালৈ যাব— বিলাতলৈ যাবলৈ। অহা ১৬ তাৰিখে বোলে বম্বেৰপৰা সেইল কৰিব। বেছ ওলাল।

কল্পনা ঃ সেইয়া দেখিছা। আলিতো কামৰ ল'ৰা। যাম বুলিয়েই ওলাল। নবীন— ক'তা, তুমি আজি দুবছৰে যাওঁ যাওঁ কৰি— কি কৰিলা?

[নবীন অলপ গহীন হয়, মনে মনে থাকে।]

গান্ধৰ্ব্ব ঃ ওঃ নেভাৰ মাইণ্ড— নবীনে-মইয়ে একেলগে যাম। কি বোলা ভাই নবীন? ৰ'বা, এইবাৰ গ্ৰেজুৱেশ্যনটো লৈ লওঁ। যাবই লাগিব বুজিছা নবীন— নহ'লে আমাৰ গুণ এই অসম দেশে নুবুজে।

কল্পনা ঃ এৰা ভাই বৰ দুখৰ কথা—
দেশে নুবুজে আমাৰ ব্যথা।
মই লিখোঁ কবিতা
মমবাতি জ্বলাই
খনিকৰে মূৰ্ত্তিত কাটে
হাতুৰিৰে কোবাই
সঙ্গীতজ্ঞই সুৰ ৰচে
বেহেলা বজাই
অসমীয়া বদুৰাৰ খা-খবৰ নাই।
সেইবোৰ খাইনে কাণতে পিন্ধে
নকৰে খবৰ
কানিৰ খোলাত বহি জপৰ জপৰ।

[এনেতে বাহিৰত ওস্কাৰমলে মাতে]

ওস্কাৰমল ঃ [বাহিৰত] চাপৰাছি, চাপৰাছি!

নবীন ঃ কোন?

(ওস্কাৰমলৰ দুৱাৰ-মুখত মুখ উলিয়াই)

ওঙ্কাৰমল : অ' নবীন বাবু, ৰাম ৰাম।

নবীন : ৰাম ৰাম।

ওঙ্কাৰমল : ফুকন চাহাব ঘৰত আছেনে?

নবীন : নাই, দেউতা বাগিচালৈ গ'ল, অহা নাই।

ওঙ্কাৰমল : কেতিয়া আহিব? একটা ডাঙৰ বাত আছিল।

নবীন : কি?

ওঙ্কাৰমল : ফুকন চাহাবে মোক পাঁচ হাজাৰ টাকা আনিবলৈ কৈছিলে। ত ফুকন চাহাব ভি নাই আছে— হামাৰ হাতত ভি টাকা আনিছে ত এতিয়া কি উপায়।

নবীন : [অলপ ভাবি] কি উপায় আৰু, টকাখিনি মোৰ হাতত দি থৈ যাওক। দেউতা আহিলে দি দিম।

[ওঙ্কাৰমল সোমাই আহি চকীত বহেহি]

ওঙ্কাৰমল : বাৰু মই টিঙ্কাটো গিন্তি কৰি দিওঁ।

[এইবুলি নোটৰ টোপোলা এটা উলিয়াই নোট গন্তি কৰে আৰু নবীনক দিয়ে। নবীনে লওঁ-নলওঁকৈ ল'ব ধৰোতেই]

কি টিঙ্কাটো ৰাখিবলৈ ভয় কৰিছেনেকি? কি ভয় আছে? হামাৰ গাদীতে ৬ বছৰীয়া লেড়কাই হাজাৰ হাজাৰ ৰূপীয়া ৰাখিছে— দিছে।

নবীন : নাই নাই কি ভয় কৰিব— নহয়। ও বাৰু, দেউতা আহিলে মই দি দিম।

[নবীনে টকাখিনি পাঞ্জাবীৰ জেপত ভৰাই থয়।]

ওঙ্কাৰমল : গিন্তি কৰি নিয়ক।

নবীন : হ'ব দিয়কচোন, আপুনিয়েই কৰিছে নহয়।

ওঙ্কাৰমল : নহয়— নহয়। পিছতে কমতি ওলালে, কিবা গণ্ডগোল হ'লে— হামাৰ মুস্কিল হ'ব নহয়। আপুনি গিন্তি কৰি নিয়ক।

নবীন : [নোটখিনি উলিয়াই গন্তি কৰে] বাৰু বাবুজী, ঠিক আছে।

ওঙ্কাৰমল : টিঙ্কাটো কিয় মঙ্গাইছে বাবুজী? কিবা সাদি-উদি হ'বনেকি?

গান্ধৰ্ব্ব : নহয় নহয়, এতিয়াই সাদি-উদি— আমাৰ নবীন বাবুৰে এতিয়া বিদ্যাদেৱীৰ স'তে প্ৰেমহে কৰিবৰ ইচ্ছা কৰিছে।

ওঙ্কাৰমল : জৰুৰ জৰুৰ। জলদি জলদি প্ৰেম কৰিব লাগে। এতিয়া উমৰ বহুত হৈ গৈছে। বিদ্যাদেৱীজী ডাঙৰ মানুহৰ ছোৱালী আছেনেকি? কোন ঠাইত? ডিব্ৰুগড়তনেকি?

[আঁঠুবোৰে হাঁহে]

কল্পনা : বাবুজী, এবা, এবা— ডাঙৰ মানুহৰেই ছোৱালী। ইউনিভাৰচিটিৰ।

ওঙ্কাৰমল ঃ অঃ হেই আমাৰ ইন্‌ভাৰচিটি চাহাবৰ?

[সকলোৱে হাঁহে]

তবেত হে ইন্‌ভাৰ চাহাবটোত ত খ্রীষ্টান আছে। খ্রীষ্টান লোকবীকে .হব্দু মানুহ প্রেম কৰিব জানো পাৰিব?

[আটাইবোৰে হাঁহে]

গান্ধর্ব্ব ঃ কেলৈ নোৱাৰিব?

কল্পনা ঃ বাৰু শেঠজী, আপুনি টকাৰহে বাত জানে, প্রেম কি তাক জানো জানে? আপুনি জানো প্রেম বুজি পায়?

ওঙ্কাৰমল ঃ কেলে বুঝি নাপাম? হামি নাপামতো দোছোৰা কোন পাব? প্রেম কৰি কৰি বুঢ়া হৈ গৈছোঁ, এতিয়া হামি বুঝি নাপাবতো কোন পাব? হামি তিন দফে প্রেম কৰিছে। পহিলা দফে কৰিছে ত মৰিছে, দুছৰা দফেত দেশত ছাড়ি আহিছে, তিছৰা দফেত ইয়াতে কৰিছে। প্রেম হামি কৰিছে, হামাৰ ৬টা ল'ৰাক কৰোৱাইছে, ৩টা ভাগিনীক প্রেম কৰোৱাইছে আৰু ৪টা ভাতিজা জলদি প্রেম কৰাব লাগে। একটা ঠাকুৰ আৰু দুটা নকৰকভি হামি ঘৰৰ ৰূপয়া খৰচা কৰি প্রেম কৰোৱাইছে। হামি নুবুঝিম ত কোন বুজিব?

কল্পনা ঃ নহয় নহয়, প্রেমৰ অর্থ আপুনি বুজাই নাই। প্রেম মানে বিয়া নহয়।

ওঙ্কাৰমল ঃ অ' হেইটো ইফাল আৰু সিফাল আছে। ছোৱালী দেখি তাকে বিবাহ কৰিবৰ মতলব কৰিলে তাক প্রেম বোলে— হাঃ হাঃ হামাৰ হিন্দী নভেলত আজিকালি বহুত প্রেম কথা লিখিছে।

[এনেতে কমৰেড উপেন্দ্রনাথ শইকীয়া সোমাই আহি।]

উপেন ঃ আ—আজি দেখোন আচল কেপিটেলটোকেই পালোঁহি।

নবীন ঃ বহাঁ, বহাঁ।

ওঙ্কাৰমল ঃ বাৰু নবীন বাবু, মই এতিয়া যাঁউ।

উপেন ঃ ক'লৈ যায় শেঠজী? বহক, বহক। আমাৰ অসম দেশখনতো আপুনি চুঁচিলে। আপুনি লুট কৰিলে। [হাঁহে]

ওঙ্কাৰমল ঃ লুট কৰিলে? হামি লুট কৰিলে! কি ৰকম?

উপেন ঃ আপোনালোকে খেতিয়কৰ ধন চুহি সিহঁতক লেহেলা মৰোৱাই দিলে। তিৰোতাৰ কাণৰ কৰিয়া, হাতৰ খাৰু, ডিঙিৰ মণি, গোহালিৰ গৰু, বৰা বাটি-কাঁহী লোপাই আপোনালোকে নাইকিয়া কৰিলে। আমাৰ খেতিয়কৰ তেজ চুহি চুহি খাইছে।

ওঙ্কাৰমল ঃ [মিহি হৈ] কি বকম বকম কৰিছে বাবুজী। আপুনি ত বাচ্চা আদমি আছে। আপুনি কি বুজিব? হামাৰপৰা গাঁৱলীয়া মানুহৰ কাৰবাৰ চলিছে? কাল

হামাক বিক্ৰী কৰি পইছা পাইছে। যি চব গাঁৱলীয়া মানুহৰ হাল বাবলৈ গৰু নাই আছে তাক হামি টাকা দিছে গৰু কিনিবলৈ. . বাস কৰি খাবলৈ আৰ আপনি কৈছে হামি গাঁৱলীয়া মানুহক চুচি খাইছে। এই ৰকম নিমক্‌হাৰাম বাত আপনি নাই ক'ব। আপোনাৰ যে অচমীয়া মানুহ কয় যে—

যড় জহতে শাগ সিন্দূৰ

তাকেহে পাতিছে ভখৰা ইন্দূৰ—

হেই হামাক আপনি ভখৰা ইন্দূৰ পাতিছে—

[হঠাৎ জাঁপ মাৰি চকীৰপৰা উঠি]

উঃ বাবুজী—আপনাৰ কুৰ্চীতে উকৃণি আছে—

উহ্ বহুত কামুৰিছে—আচ্ছা ৰাম ৰাম। মই বাৰু ইতিয়া—

[এইবুলি ওঙ্কাৰমল ওলাই যায়। আটাইবোৰ ঢেকঢেকাই হাঁহে।]

নবীন ঃ কিহে উপেন—তোমাক দেখোন শেঠজীয়ে ওকণি পাতি থৈ গ'লহে!

উপেন ঃ [দাঁত-মুৰ কামুৰি] বাৰু চোশ্যালিজম্ হ'লে দেখিম এই কেপিট্যালিষ্টবোৰৰ মহতালি। সেই কেঞ্চাটোৰ চব টকা মই ল'ম।

[নবীন আৰু কল্পনাই হাঁহিবলৈ ধৰে]

আঁৰ-কাপোৰ

## তৃতীয় অঙ্ক

### নবীনৰ কোঠা

[দ্বিতীয় অঙ্কৰ দৰেই]

[নবীনে চকী এখনত মুৰ ঘুমাই বহি আছিল বৰ ভাবনা-চিন্তা কৰি। এনেতে নবীনৰ মাক তালৈ সোমাই আহে। নবীনক সেইদৰে থকা দেখি অলপ পৰ বৈ চাই থাকি তাৰ পাছত ওচৰলৈ আহি—]

নবীনৰ মাক ঃ নবীন, তইনো অনৰ্থক এইদৰে ভাত-পানী নাখাই বেজাৰ কৰিছ কেলেই? ইমান উত্ৰাৱল হোৱাৰনো কি আৱশ্যক। লাহে-ধীৰে দেউতাৰক বঢ়াই-বুজাই তোক পঠাম নহয়!

নবীন ঃ পঠাবা পঠাবা বুলিতো তুমি সদায়েই কৈ আছা। আজি ২/৩ বছৰে ক'তা পঠালা? ইমানদিন মই উভতি আহিবগৈ পাৰিলোহেঁতেন। সেই মোৰ লগত একেলগে পঢ়া ল'ৰা আলি গ'ল। কল্পনায়ো চাইঞ্চ এছ'ছিয়েশ্যনৰ বৃত্তি পাইছে যাবলৈ। তুমি সদায় এনেয়েই কৈ আছা, আচলতে তোমালোকৰ মোক যাবলৈ দিবলৈ ইচ্ছা নাই।

নবীনৰ মাক ঃ ইচ্ছা কেলৈ নাথাকিব? কিন্তু সকলো চাই-চিন্তিহে কৰিব লাগিব! ইমান দূৰ দেশলৈ— নজনা-নুশুনা ঠাইলৈ—।

নবীন ঃ সেইখিনিতেই তোমালোকে গণ্ডগোল কৰিছা। আজিকালিও যদি ইউৰোপখন দূৰ ক'ৰবাৰ নজনা-নিচিনা বুলি ভাবি থাকা, তেন্তে আৰু আমাৰ ... একো নহ'ব। সৌৱা ইউৰোপ—কত হাজাৰে হাজাৰে মানুহ দৈনিক ... লাগিছে যাব লাগিছে— একো ভু-ভটঙেই নাই। আমাৰ দুই এবছৰৰ কাৰণে সৌখিনিলৈ ওলাই যাবলৈ হ'লেই যেনিবা— সংসাৰৰ সিপাৰৰ কোনোবা দেশলৈহে পঠাব খুজিছা এনেহে কৰা। আজিকালিৰ দিনতো যদি ইউৰোপ-আমেৰিকা আজি তিনি বছৰ আগৰ দৰে দূৰৰ নজনা দেশ বুলি ভাবি থাকা তেন্তে কেনেকৈ হ'ব?

নবীনৰ মাক ঃ আমি আকৌ পুৰণিকলীয়া মানুহ নহয়, আমি কেনেকৈ আজিকালিৰ দৰে হ'ম?

নবীন ঃ অ', যদি হ'ব নোৱৰা—তেন্তে পুৰণিকলীয়া হৈয়ে মনে মনে থাকিবা। আজিকালিৰ মানুহ যেনেকৈ চলিব খোজে, আৰু সিহঁত যেনেকৈ চলিলে আজিকালিৰ সংসাৰখনৰ লগত ফেৰ মাৰি চলিব পাৰে—তাত মিছাতে হকা-বধা কিয়? তোমালোক তিৰোতা মানুহবোৰ আৰু অদ্ভুত! তোমালোকেহে জাতীয় উন্নতিত বেছিকৈ বিধি-পথালি দিয়া। পুৰুষ মানুহে বহু সময়ত আগবাঢ়িব ধৰিলে, ন কথাৰ আঁতি-গুৰি ল'ব খুজিলে তোমালোকেই সেইবোৰলৈ নাক সিঙতাই দেখুওৱা। ঘৰৰ চাৰিবেৰৰ বাহিৰে তোমালোকে বাহিৰৰ খবৰ ৰাখিব নোখোজা। সেইবোৰ অদৰ্কাৰী অনাৱশ্যকীয বুলি ভাবা—ইয়াকে কৰি তোমালোকে দেশত, আমাৰ জাতিৰ মাজত পোহৰ সোমাবলৈ নিদিয়া।

নবীনৰ মাক ঃ [অলপ হাঁহি] নবীন, তোৰ বয়স এতিয়াও কোমল। নতুন উৎসাহ-উদ্দীপনা পাই অৱশ্যে তই এইখিনি কৈছ। অৱশ্যে আমাৰ দেশৰ তিৰোতা মানুহবোৰ যে কিছু ৰক্ষণশীল তাক মই স্বীকাৰ নকৰি নোৱাৰো। সেইখিনি ৰক্ষণশীল হ'বও লাগিব। নহ'লে বাহিৰা বতাহত ঘৰৰ তিৰোতায়ো কথাই-অকথাই হালিব-জালিবলৈ হ'লেনো আৰু দেশ ৰ'বনে বোপাই। তহঁতৰ ডেকা তেজ—তহঁতৰ মন চলে ঘোঁৰাৰ দ্ৰুতিত—পিছে আমি আকৌ তিমান খৰগোছ কৰিব নোৱাৰো নহয়। নতুন কথা, নতুন বস্তু, আচহুৱা ভাব—ইয়াক সময়সাপেক্ষ কৰি লাহে লাহে লোৱাইহে ভাল, তেহে ভাল-বেয়া বাছিব পাৰি। অনৰ্থক খৰধৰ কৰিলে ধানৰ লগত পতানো আহে বহুত।

নবীন ঃ হ'ব পাৰে আই তোমাৰ কথা সঁচা; কিন্তু তোমালোকে অতি লাহে লাহে চলা। যিয়েই হওক আই, এতিয়া আৰু মই কি কৰিম একৰকম খিৰাং কৰিছো। মই আজিয়েই ইউৰোপলৈ যাওঁ বুলি ফৰকাবা ওলাই যাম। যেনেকৈয়ে পাৰো মই ইউৰোপলৈ যামেই।

নবীনৰ মাক ঃ নবীন তই বলিয়া হৈছনেকি? কি আজিয়েই যাম? ক'লৈ যাবি আজি?

নবীন ঃ আজি সন্ধ্যাৰ গাড়ীত উঠি কলিকতালৈ—তাৰ পাছত দেখা যাব কি কৰিব পাৰোঁ।

[নবীনৰ মাক বহুপৰ মনে মনে থাকে, তাৰ পাছত কয়।]

নবীনৰ মাক ঃ চা, তোক আমিতো বিলাতলৈ যাবলৈ হাক দিয়া নাই। মোৰতো সম্পূৰ্ণ মত আছে। তই শিকিব খুজিছ, তাকে শিকিবলৈ যাবলৈ দিবলৈকো মই ক'বই লাগিছোঁ। দেউতাৰ যদিও এতিয়া অমত, তোক হয়তো পাছে-পৰেও যাবলৈ দিব পাৰে।

নবীন ঃ নহয় আই। দেউতাই মোক নপঠায়। দেউতাৰ মতে মই হ'ব লাগে মুনচিপ-হাকিম, তেহে দেউতা সন্তোষ হ'ব।

নবীনৰ মাক ঃ অৱশ্যে দেউতাৰে সমাজৰ নিচেই ভাল খাপৰপৰা উধাই আজি ইমানখিনি কৰিছে। মণ্ডলৰ পৰা মৌজাদাৰ হৈ এতিয়া চাহ-বাগিচাৰ মালিক। তেওঁ পুৰণিকলীয়া মানুহ—মুনচিপ সদৰামীন হৈ গৱৰ্ণমেণ্টৰ ঘৰৰ ডাঙৰ চাকৰিয়াল হোৱাটো তেওঁ ডাঙৰ কথা বুলি ভাবে। সেইটো তেওঁৰ পক্ষে স্বাভাৱিক। পিছে তই তাকে লাহে-ধীৰে বঢ়াই-বুজাই দেউতাৰক কোমলাইহে যাব লাগে। এনেকৈনো কেনেকৈ যাবি?

নবীন ঃ সেইটো মিছা আই। দেউতাই এইবোৰ নুবুজে। সেইকাৰণে আই তুমি মোক হকা-বধা নকৰিবা। মোক আশীৰ্ব্বাদ কৰা যাতে মই মোৰ উদ্দেশ্য সিদ্ধি কৰিব পাৰোঁ।

[এইবুলি নবীন উঠি ইফাল-সিফাল কৰি, এবাৰ আলমাৰিৰ ওচৰলৈ, এবাৰ টেবুলৰ ওচৰলৈ, এইদৰে ঘুৰি ফুৰে আৰু এটা সৰু চুটকেচ আনি আলমাৰিৰপৰা কিবাকিবি কাপোৰ আৰু দুই-এখন কিতাপ আনি তাত ভৰায়।]

[এনেকুৱা কৰা দেখি নবীনৰ মাকে চকুপানী মচে আৰু চকী এখনত বহি উচুপি থাকে।]

নবীন ঃ [মাকৰ ফালে চাই] আই,—তুমি—তুমি—

[এইবুলি নবীনে উচুপি উচুপি কান্দি—চকী এখনত বহি মেজত মূৰটো থৈ হাতেৰে মুখ ঢাকি উচুপি থাকে।]

[বাটেদি এটা মগনীয়াৰে গান গাই যায়।].

নীল আকাশৰ এটা তৰা

এটা তৰা অ'

তাৰ পোহৰে—তাৰ পোহৰে

বাটটি চিনি ল'

অ' পথিক তই

ভাবি শুনি তই
কি লেখ লেখ।
আকাশৰ সৌ দূৰ নীলিমাৰ
পোহৰে তোক
মাতিছে অ'
মাতিছে অ'।।

[নবীনে গানটো শুনি স্তব্ধ হৈ থাকে। নবীনৰ মাকে নবীনৰ মুখলৈ চাই থাকে পলক নেপেলোৱাকৈ। নবীনৰ মুখত এটা দৃঢ়তাৰ ভাব ফুটি উঠে। ফকনীয়ৰৰ গীতটো লাহে লাহে দূৰৰপৰা দূৰলৈ যায়গৈ—তাৰ পাছত নুশুনা হয়। এনেতে বাহিৰত মটৰৰ হৰ্ণ শুনা গ'ল। অলপ পৰ পাছত বাহিৰৰ পৰ্টিক'ত এখন মটৰ আহি ৰোৱাৰ শব্দ পোৱা গ'ল। তাৰ পাছত গাড়ীৰপৰা নামি— গাড়ীৰ দুৱাৰ জপোৱাৰ শব্দ আহিল আৰু চিনিত খট্‌খট্‌কৈ অহা জোতাৰ শব্দ শুনা গ'ল।

এনেতে মিঃ ভইনে বাহিৰৰপৰা মাতিলে, "নবীন—নবীন—নবীন।"

কোনেও নেমাতে—তাৰ পাছত ভইনে আকৌ মাতিলে, "বেৰা—বেৰা—বেৰা।"]

নবীনৰ মাক : [অলপ দুৱাৰৰফালে আগবাঢ়ি গৈ]
অ' টঙ্ক বোপা। আহাঁ আহাঁ।
[মিঃ ভইনে সোমাই আহি— বৰ নম্ৰ হৈ, লেতু-সেতু হৈ ফুকননীক দুইহাত যোৰকৈ নমস্কাৰ কৰে। ফুকননীয়েও প্ৰতি অভিবাদন কৰে।]

মিঃ ভইন : অ' আপোনাৰ গা ভালনে? মই পুৰাই এবাৰ আহিছিলোঁ। আপুনি ৰান্ধনিঘৰত বৰ ব্যস্ত থকা দেখি আৰু আমনি নকৰিলোঁ। চাওকচোন বাৰু আই, অথনি মই নবীনৰ কোঠাত আধাঘণ্টা বহি থাকিলোঁ—পিছে তেওঁ যি আলিহঁতৰ লগত ওলাই গ'ল আৰু উভতিকে নাহিল। বাৰু নবীন, ই কেনে শিষ্টাচাৰহে? (নবীনৰ চকুত পানী দেখি আচৰিত হৈ) কি আচৰিত নবীন! [ফুকননীৰ মুখলৈ চাই] আই!

নবীনৰ মাক : চোৱাচোন আৰু টঙ্কবোপা নবীনলৈ। সি আজি কলিকতালৈ যাবলৈ ওলাইছে। আলিক আজি বিলাতলৈ যোৱা দেখি সি উত্ৰাৱল হৈছে। চোৱাচোন বাৰু, এনে বলিয়ালি কৰিলে কেনেকৈ মই কি কৰোঁ।

মিঃ ভইন : কলিকতালৈ কিয়?

নবীনৰ মাক : কলিকতাৰপৰা বোলে সি বিলাতলৈ যায়। এইবোৰনো বাৰু কথানে?

মিঃ ভইন : হেঃ হেঃ হেঃ—এঃ সেইবোৰ ল'ৰা মানুহৰ কথা।

নবীনৰ মাক : চোৱাচোন বাৰু। মই কৈছোঁ বোলে যদিও দেউতাৰাই এতিয়া মত দিয়া নাই, লাহে-ধীৰে বুজাই-বঢ়াই মত কৰি যাব লাগে। তাকে নকৰি

এতিয়া আলিক দেখি উতনুৱাৰ দৰে, কথা নাই বতৰা নাই, উচাট মাৰিনো বিলাতলৈ যাবলৈ ওলাব লাগেনে?

মিঃ ভইন ঃ নো—নো—নো—। নহয় নবীন, তুমি তেনেকুৱা কাম কৰিব নোৱৰা। তোমাক আমি সেইদৰে যাবলৈ দিব নোৱাৰো।

নবীন ঃ [হঠাৎ মূৰ দাঙি] আপোনাক মই যাবলৈ সহায় খোজা নাই। আপুনি মাজতে মিছাকৈয়ে নোসোমাবহি।

মিঃ ভইন ঃ অঃ তুমি এংগ্ৰি হৈছা। তুমি গ'লে যে মই বেয়া পাম সেইটোতো নহয়। কিন্তু তুমি এইদৰে একো ঠিক-ঠিকনা নকৰাকৈ যাবলৈ ওলোৱাৰ অৰ্থ কি?

নবীন ঃ অৰ্থ ভাঙিবলৈ এতিয়া মোৰ সময় নাই। অৰ্থ আপুনি পিছে-পৰেও ভাঙি থাকিব।

মিঃ ভইন ঃ সঁচাকৈয়ে আই, আজিকালিৰ ডেকাবোৰ বৰ অবুজ, উদণ্ড আৰু উদ্ধত। কোনো কথা দকৈ গমি-পিটিকি নাচাই ভাবি-চিন্তি লাহে-ধীৰে—

নবীন ঃ অ', লাহে-ধীৰে। লাহে ধীৰে, লাহে-ধীৰে কৰি অনন্ত কাললৈ ৰৈ থাকিম?

মিঃ ভইন ঃ এক্সাইটেড নহ'বাচোন। যিবোৰ কাম স্থিৰ মগজুৰে কৰিব লাগে, সেইবোৰ কাম তুমি উতলা মগজুৰে কৰিবলৈ ওলাইছা। তুমি এনে কৰিলে দেশৰ ল'ৰাৰ আগত বেয়া আদৰ্শ দাঙি ধৰা হ'ব। অৱশ্যে তোমাক আমি এনে কামত প্ৰশ্ৰয় দিব নোৱাৰোঁ।

নবীন ঃ [উঠি হাতত বেগটো লৈ] প্ৰশ্ৰয়, প্ৰশ্ৰয়। কি প্ৰশ্ৰয় দিয়া-নিদিয়াৰ কথা আপুনি কৈছে? মই যাবলৈ ওলাইছোঁ যামেই। যোৱাটো মই ভাবি-চিন্তি দেখিছোঁ যে ভাল কাম। মোৰ উদ্দেশ্যেও সজ যেতিয়া তাত আপোনালোকে বাধা দিলেও সেই বাধা মই নামানো। এই মই এতিয়াই যাম।

নবীনৰ মাক ঃ কেলৈ নবীন তই ইমান উত্ৰাৱল হৈছ? পাগলামি নকৰিবি।

নবীন ঃ আই মই একো পাগলামি কৰা নাই। মই যাম বুলিছো যামেই। নালাগে মোক তোমালোকে টকা দিব। নালাগে মোক পঠিয়াব। মই যাম বুলিছো যেতিয়া যামেই।

নবীনৰ মাক ঃ নহয় বোপাই। [কান্দে]

মিঃ ভইন ঃ [উত্তেজিত হৈ] আই আই, আপুনি কান্দিছে কেলৈ, ভয় খাইছে কেলৈ? কি ভয় খাবৰ কথা আছে। যাওঁ বুলিলেই বিলাতলৈ যাব পাৰিবনে? যাওঁকচোন বাৰু কেনেকৈ যায়। আই, আপোনালোকে ভয় কৰি কৰি— ল'ৰাক এইদৰে মৰম কৰি কৰি উঠালে। বিলাতলৈ যাওঁ বুলিলেই মানুহ যাব নোৱাৰে। ডেকা ল'ৰা, গৰম তেজ। উচতনিত পৰি মগজ গৰম হৈ বিলাতলৈ যাওঁ, কলিকতালৈ যাওঁ—যাবা ক'ৰপৰা মোৰ বোপাই—যোৱা যোৱা যোৱাচোন বাৰু কেনেকৈ বিলাতলৈ—

নবীন ঃ কেনেকৈ যাম? বাৰু মিঃ ভইন, চাওক মই যাব পাৰো নে নোৱাৰো। আই তুমি বেজাৰ নকৰিবা। মোক আশীৰ্ব্বাদ কৰা। যাবৰ সময়ত—আই মনেৰে যাবলৈ নিদিয়াকৈ নাথাকিবা। [মাকক সেৱা কৰে] আই মই যাওঁ— মিঃ ভইন গুডবাই— গুডবাই।

[এইবুলি নবীনে বেগটো লৈ তাৰপৰা ছাট্কৰে ওলাই যায়গৈ। নবীন ওলাই যাওঁতে মিঃ ভইন আৰু নবীনৰ মাক কিছুপৰ থৰ হৈ বৈ থাকে। তাৰ পাছত নবীনৰ মাকে— হুকহুক্কৈ কান্দি দুৱাৰ-মুখলৈ গৈ "নবীন নবীন নবীন" বুলি মাতি ঘূৰি আহি চকী এখনত বহি ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰে। মিঃ ভইনে কি বুলি সান্ত্বনা দিব একো ঠিক কৰিব নোৱাৰি এবাৰ ইফাল এবাৰ সিফাল কৰি ঘূৰি ফুৰে]

মিঃ ভইন ঃ আই আপুনি ভয় নাখাবচোন। সিনো ক'লৈ যাব বুলি ভাবিছে? মগজ গৰম হৈছে— এই অলপ উচাট-বিচাট কৰিছে। আপোনালোক তিৰোতা মানুহে অলপতে ভয় খায়।

নবীনৰ মাক ঃ [কান্দি কান্দি] চোৱাচোন বাৰু বোপা— মইনো কেনেকৈ কি কৰোঁ? আজি এই দুবছৰে বাপেকক কত বুজাইছো-বঢ়াইছো, বোলো ল'ৰাটোৰ স্বাভাৱিক মনৰ গতিটো যিফালে গৈছে সেইফালে যাবলৈ দিয়ক। তাক বলেৰে ঘূৰাই আন বাটলৈ আনিলে একো ভাল নহয়। যাব খুজিছে ভাস্কৰী বিদ্যাকে শিককগৈ। নাই, বাপেকৰ এটা মত—পুতেকৰ এটা মত। এতিয়ানো মই কৰোঁ কি— সিনো বাৰু এইদৰে যাবলৈ লাগেনে?

মিঃ ভইন ঃ এই— আৰ্ট, আৰ্টে পাইছে, পিছে আই আপুনি ভয় নকৰিব। সি এতিয়া সেই ষ্টেশন্যলৈ গৈ চৌডা পানী এবটল খাই— ৰাতি আহি মনে মনে বিছনাত শুই থাকিবহি। আপুনিনো জোপোহাটোত বাঘটো যেন দেখিছে কেলৈ?

নবীনৰ মাক ঃ নহয় বোপা— সি বৰ একা-চেকা ল'ৰা। যিটো কৰো বোলে তাক কৰিহে এৰে। বামুণেই মৰক বা লগুণেই ছিগক সি কিবা এটা কৰিব।

[এইবুলি আকৌ মুখ ঢাকি কান্দে।]

মি ঃ ভইন ঃ ই ক'লৈ যাব— সেইখন ভয় দেখুৱাইছে।

[এনেতে মাজুবাপু লৰি লৰি আহি কোপাই কোপাই]

মাজু বাপু ঃ আই আই বৰ বাপুটি— এতিয়া ষ্টেশ্যনত ৰেলত উঠি যোৱা দেখিলো।

নবীনৰ মাক ঃ [উঠি বৰ উত্তৰল আৰু অধৈৰ্য্য হৈ] টঙ্কবোপা টঙ্কবোপা, সঁচাকৈয়ে সি যাবগৈ, যাবগৈ। মই এতিয়া কৰো কি, ক'লৈ যাওঁ। মাজু বাপু ৰা— টঙ্কবোপা যোৱা যোৱা— পাগুৰপৰা—ঘূৰাই আনাগৈ— ব'লা ব'লা— ময়ো যাওঁ—

মিঃ ভইন ঃ [গহীন হৈ] আপুনি অধৈৰ্য্য নহ'ব—আপুনি অধৈৰ্য নহ'ব।

নবীনৰ মাক ঃ [আৰু বেছি উত্ৰাৱল হৈ] নহয় নহয়—মাজবাপু—মাজু বাপু—
মাজুবাপু—মাত ড্ৰাইভাৰক, টঙ্কবোপা ব'লা ব'লা তোমাৰ মটৰতে—

মিঃ ভইন ঃ অধৈৰ্য্য নহ'ব নহ'ব— অধৈৰ্য্য নহ'ব—

[নবীনৰ মাকে ভইনক ধৰি টানি নিয়ে— ভইনে এ, একো নহয পাণ্ডুৰপৰা ঘূৰি আহিব ইত্যাদি কৈ কৈ বাহিৰ ওলাই যায়গৈ।]

## চতুৰ্থ অঙ্ক

### প্ৰথম দৃশ্য

[কলিকতাৰ বাট এটা। মানুহ অহা-যোৱা কৰিছে। মটৰ ট্ৰামৰ ঘৰ্‌ঘৰণি, মটৰৰ হৰ্ণ শুনা গৈছে। দূৰৈৰপৰা ফেৰিৱালাৰ চিঞৰ—"চিলাই জুতি", "কুল্পি বৰফ", "আইচ ক্ৰীম" শুনা গৈছে। খবৰ কাগজ বেচা ল'ৰা এটাই চিঞৰি চিঞৰি যায নতুন খবৰ, নয়া খবৰ— "বম্বাই চহৰে দাঙ্গা-হাঙ্গামা", "অনেক লোক নিহত", "ইভনিং পোষ্ট, ইভনিং পোষ্ট"। এনেতে হাতত এটা বেগ লৈ নবীনক বৰ ভাগৰি-জুগৰি অহা দেখা যায়। নবীনে বাটৰ মানুহ এজনক পাই সুধিলে— "অ' মশায, হাওডা ষ্টেশন কোন দিকে?"]

বঙালী ভদ্ৰলোক ঃ হাওড়া, অ' হাওড়া পুলেৰ উপৰ দিয়ে যেতে হবে।

নবীন ঃ হাওড়া পুল্ল কোন দিকে?

বঙালী ভদ্ৰলোক ঃ হাওড়া পুল কোন দিকে? হাওড়া পুল চেনেন না? কলকাতাৰ লোক হাওড়া পুল দেখেননি?

নবীন ঃ না, মশায়, আমি আসাম থেকে এসেছি।
তাই—

বঙালী ভদ্ৰলোক ঃ অ' আসাম, কামৰূপ আসাম না গৌহাটি আসাম?

নবীন ঃ ঐ গৌহাটি কামৰূপ একই।

বঙালী ভদ্ৰলোক ঃ তাহলে কামাখ্যা কোথায়?

নবীন ঃ কামাখ্যাও আসামে—

বঙালী ভদ্ৰলোক ঃ আসামে তাতো জানি—তবে গৌহাটি কামাখ্যাৰ ভেতৰে, না কামাখ্যা গৌহাটিৰ ভেতৰে—

নবীন ঃ মশায় নিকটেই, নিকটে— আমাৰ দেৰি হচ্ছে—কোন দিকে হাওড়া পুল?

বঙালী ভদ্ৰলোক ঃ এই যে—এই যে সোজা ৰাস্তা ধৰে চলে যান।

নবীন ঃ আচ্ছা, ধন্যবাদ।

[নবীন খুব বেগাই ওলাই যায়গৈ। বঙালী ভদ্ৰলোকজনে নবীনৰ ফালে অলপ চাই থাকি তাৰ পিছত ওভোতাফালে যায়গৈ। এনেতে আনফালৰ পৰা কল্পনা কুমাৰ বৰুৱা আৰু

মিঃ ভইন বেগাবেগিকৈ আছে।]

মিঃ ভইন ঃ পিছে, হোৱাট টু ডু নাও মিঃ বৰুৱা?

কল্পনা ঃ কৰিব কি আৰু? এই কলিকতা চহৰতনো ঠিকনা নাজানিলে মানুহ ৰ ..। বিচাৰি উলিয়াব পাৰিনে বাৰু?

মিঃ ভইন ঃ যথাৰ্থ, কোৱাইট, কোৱাইট— মই তাকে ভাবিছো। আজি পুৱাৰপৰা— তাকতো অসমীয়া থকা মেছবোৰত, হোষ্টেলবোৰত আৰু য'ত যি বঙালী হোটেল আছে সোপাকে বিচাৰিলো— তাকতো পোৱাই নগ'ল।

কল্পনা ঃ মিছাকৈয়ে বিচাৰি অহাই ভুল হৈছিল। এইদৰেনো মানুহ বিচাৰি উলিয়াব পাৰিনে?

মিঃ ভইন ঃ নাই আৰু কৰিবা কি? মাকে দেখা নাই, পিছৰখন ট্ৰেইনত আহিবলৈ তৎ নিদিলে— হেঃ বৰ দিগদাৰি। বুজিছা মিঃ বৰুৱা এতিয়া ক'ৰ উতনুৱা ল'ৰা বিচাৰি ফুৰিবা? মাকে বৰকৈ ধৰিলে দেখিছে আহিলো— এতিয়া আৰু ক'ত মৰুভূমিত পানী বিচাৰি ফুৰিবা। যাব কব বিলাতলৈ? কিজানি আজিৰ ট্ৰেইনতে আকৌ অসমলৈ ঘূৰি যাব। [ঘড়ী চাই] পিছে এতিয়া প্ৰায় ডিনাৰৰ টাইম হ'ল। মই গ্ৰেণ্ড হোটেলত ডিনাৰটো খাই আহিবৰ মন কৰিছো। বৰ ভাগৰো লাগিছে—বীয়েৰ এগিলাছো খাবৰ মন গৈছে।

কল্পনা ঃ এৰা—ময়ো মেছলৈ যাওঁ তেন্তে—

মিঃ ভইন ঃ কি? কিয়? ডিনাৰ নাখায়?

## দ্বিতীয় দৃশ্য

[বম্বেৰ সাগৰৰ পাৰ। দূৰৈত সাগৰৰ জাহাজবোৰ দেখা গৈছে। নাবিক কিছুমান আৰু আন আন মানুহ অহা-যোৱা কৰি আছে।

এনেতে তালৈ নবীনক ভাগৰি-জুগৰি আমন-জিমনকৈ অহা দেখা যায়। সি আহি সাগৰৰ ফালে চাই চাই কিছু সময় বৈ থাকিল। তাৰ পাছত ওচৰতে পৰি থকা কিছুমান মালৰ বস্তাত বহিল আৰু লাহে-ধীৰে জেপৰপৰা কাগজৰ ঠোঙা এটা উলিয়াই তাৰপৰা বুট ভজা আৰু বিস্কুট উলিয়াই খাবলৈ ধৰিলে। এনেতে এটা ভাৰতীয় নাবিক ট্ৰেইলৰৰ পোছাক পিন্ধি সেইফালে আহিল আৰু মুখত পেকেটৰপৰা এটা চিগাৰেট লগাই তাৰ নিজৰ জেপত জুইশলা বিচাৰি নাপাই নবীনক দেখি—]

নাবিক ঃ বাবুজী, দিয়াচলাই হৈ?

নবীন ঃ [আছে বুলি মূৰ জোকাৰি জেপৰপৰা দিয়াচলাইটো উলিয়াই দিলে। নাবিকটোৱে দিয়াচলাইৰে চিগাৰেট লগাই ওভোতাই দিব খোজোতেই—]

নবীন ঃ আচ্ছা জী—আপ কৌন্ ষ্টীমাৰ মেঁ ৰহতে হৈঁ?

নাবিক ঃ হাম ত এক ফ্ৰেঞ্চ ষ্টীমাৰ মে বাটলাৰ কে সাথ ৰহতা হুঁ।

নবীন ঃ আচ্ছা, আপকা জাহাজ ক্যা বিলাত তক জাতা?

নাবিক ঃ হাঁ কভি কভি—তব হামাৰা ষ্টীমাৰ বম্বে ছে মাৰ্চেইল তক জাতা ঔৰ ফিন ৱাপস আতা।

নবীন ঃ আপ ক্যা বম্বেই মে ৰহনেৱালা হেঁ?

নাবিক ঃ নাহি জি, মে' গোৱনীজ হুঁ। আচ্ছা আপকা বম্বেকা তৰফকা আদমীকা মাফিক মালুম নেহি হোতা!

নৱীন ঃ হাঁ জী—মেঁতো আসামসে আয়া হুঁ।

নাবিক ঃ অ' শ্বিলং আসাম। আই চী, হাম ভী এক দফে শ্বিলং মে গয়ে থে—হাম এক মিলিটেৰী সাহেবকা বাবুৰ্চী থা। আসাম শ্বিলং বহুত আচ্ছা হ্যায়, লেকিন ঠাণ্ডা।

নবীন ঃ অ' তবতো আপ হামাৰা দেশ জান প'হ্চানতে হেঁ!

নাবিক ঃ হাঁ হামতো তিন সাল শ্বিলং মে ঠেৰা। (নবীনক চিগাৰেট দি) আপ চিগাৰেট পিতে হেঁ?

নবীন ঃ বহুত সুক্ৰিয়া—[এটা চিগাৰেট লয় আৰু লগায়]
আপ ক্যা জলদি জানা হ্যায়?

নাবিক ঃ নেহী জী—হামাৰা জাহাজ তো কল সবেৰে প'ৰ্ট সে বাহাৰ হনে ৱালা হে। আজতক হামাৰা ছুটী হেঁ। লেকিন-আভিতো এক আদমিকে লিয়ে ঘুম ৰহা হুঁ।

নবীন ঃ কিস লিয়ে?

নাবিক ঃ য' স'—এক আদমি—হামাৰা বাবুৰ্চি-খানামে কুচ কাম-উম কৰ্নে কে লিয়ে। লেকিন কোইভি আদমী নেহি মিলতা। তন্খা বহুত কমতি হেঁ।

নবীন ঃ কিতনা?

নাবিক ঃ পাঁচ ৰূপয়া—খানা-পিনা লেকৰ।

নবীন ঃ আচ্ছা আপকা মুঝে পছন্দ হেঁ?

নাবিক ঃ [আচৰিত হৈ বৈ থাকি] ক্যা জি, আপ?

নবীন ঃ হাঁ, মেঁ।

নাবিক ঃ আপতো বড়া বাবু হেঁ— আপতো শেঠ হেঁ।

নবীন ঃ নাহি জি, নাহি জি—হাম সঁচ কহ্তা হুঁ।

নাবিক ঃ আপ কেইসে?

নবীন ঃ দেখ ভাই, মুঝে লে যাওতো— মেঁ এক পয়চা তনখা নেহি লুঁগা। ৱহি পাঁচ ৰূপয়া য' হামকো সিনেমা—অভি তুমকোহি দে দুঁগা—ঔৰ হামকো —

য' য' প্ৰকাৰসে লে যাওগে ত হামৰা পাছ্ মে ৫০ ৰূপয়া হ্যায়—উসমে সে ভি তুমকো বকসিস মিল যায়েগা—হাম লেকিন— মাৰ্চেইলমেঁ উতৰ যায়েঁগে।

নাবিক ঃ [বহুত পৰ ভাবি-চিন্তি] বাত ত' লেকিন ঠিক হেঁ—আপকো লে জানেসে পুলিচমে পকৰা যায়েঁগে। ক্যা জানি আপ কৌন কচুৰ কৰ ৰহে হেঁ।

নবীন ঃ কভি নাহি— মেৰা পাছপৰ্ট হ্যায়।

নাবিক ঃ পাছপৰ্ট হেঁ—তব ক্যা—তব ত কুচ পৰোৱা নাহি হেঁ। লেকিন আপ একদম—গৰীব আদমীকে তৰহ্ কাপৰা পহ্ননা হোগা— তব ত' কেপ্টেন চাহাব আপকো কামমে লেগা। নহী ত' আপকা উপৰ কোই সন্দেহ হনে পৰ ত' কোই পলিটিকেল বলকে—ক্যা জানি—

নবীন ঃ আচ্ছা জি কুচ পৰোৱা নহি। হাম একদম গৰীবোঁসে গৰীৱ পোছাক কৰ লেঁতে হ্যায়— লেকিন আপকা সাথ মে বন্দবস্ত ঠিক হুৱা?

নাবিক ঃ আচ্ছা চলিয়ে কেপ্টেন চাহাব কে পাচ। হাম চব বতলায়েঁগে ঔৰ কহেঁগে—কি হাম জব খিলং মে ৰহতেথে তবচে আপকা সাথ জান পহ্চান হ্যায়—।

নবীন ঃ ঠিক হ্যায়—।

[দুয়ো খুব উৎসাহেৰে তাৰপৰা যায়গৈ।]

[দূৰত জাহাজৰ হুইচেল শুনা যায়।]

## পঞ্চম অঙ্ক

[পেৰিছ। এটা অকণমান কোঠালি। তাৰ আচবাব-পত্ৰ বৰ নিঃকিন। এফালে এখন লোহাৰ পালেঙ— জীৰ্ণাৱস্থাৰ। এফালে হাত-মুখ ধোৱা এখন মেজ— তাত জগ আৰু বেচিন, এখন টাৱেল। চিমনিটো দেখা গৈছে কিন্তু তাত জুই নাই। এখন সৰু টেবুলত এটা শিলৰ মূৰ্ত্তি কাটি আছে নবীনে। নবীনৰ চেহেৰা মলিন, বিৱৰ্ণ আৰু অনাহাৰক্লিষ্ট। সেইদিনা ডাড়ি খুৰুৱা নাছিল, এটা পুৰণি ফটা ড্ৰেছিং গাউন পিন্ধি মূৰ্ত্তি কাটি আছিল। মানুহটোক জাৰত কঁপা যেন দেখা গৈছিল। মূৰ্ত্তি কাটি কাটি নবীন ভাগৰুৱা যেন হয়— আৰু চকীত আঁউজি বহি বহি একান্তমনে মূৰ্ত্তিটোলৈ চায়। তাৰ পাছতে মেজত থকা এটা কাগজৰ টোপোলা উলিয়াই আৰু তাৰপৰা আধা-খোৱা ৰুটি এটা উলিয়াই কামুৰি কামুৰি খাবলৈ ধৰে। এনেতে দুৱাৰত টুকুৰিয়াই মিঃ পৰিমল বাগচী নামৰ পেৰিছত পঢ়া এজন বঙালী ল'ৰা সোমাই আহে। তাক দেখি নবীন উচাপ খাই উঠি হয়— হাতৰ ৰুটি হাতত থাকে।]

পৰিমল ঃ বন মতিন নবীন। কি, তুমি যে এখনও বসে? লাঞ্চ খেতে যাওনি?

নবীন ঃ [অলপ সেমেনা-সেমেনিকৈ] না ভাই, এই আজ সময় পাইনি। এই মূৰ্ত্তিটোতো কালকেৰ ভেতৰে ফিনিছ কৰতেই হবে। তাই আজ এই দুই টুকৰো ৰুটি দিয়েই লাঞ্চ শেষ কৰেছি।

পৰিমল ঃ হেঁ —তা আমি আগেই বুঝেছি তুমি যে বাইৰে যাবে না। তাই বলে আমি পকেটে পুৰে এই তোমাৰ জন্য— [এইবুলি পৰিমলে কিছুমান কেক, আপেল আদি উলিয়াই দিযে।]

নবীন ঃ [কৃতজ্ঞতাত উপচি পৰি মাতিব নোৱৰা হয]

পৰিমল— তু— তু—

পৰিমল ঃ বৎস বৎস বৎস— ৰেখে দাও তোমাৰ—এখন খেয়ে নিয়ে— চট্ কৰে আমাৰ সঙ্গে একটু বেড়িয়ে আসবে চল। তাৰপৰ একটু ৰিফ্ৰেচড হয়ে এই ফিনিছটা কৰে ফেলবে।

[নবীনে খাবলৈ আৰম্ভ কৰে। পৰিমলে হাতত আধা তৈযাৰী সীতাৰ মূৰ্ত্তিটোলৈ বহুপৰ চাই থাকি]

পৰিমল ঃ নবীন, ভাই, আমি প্ৰাৰ্থনা কৰছি যেন তোমাৰ চিৰজনমেৰ সাধনা এই মূৰ্ত্তিতেই সফল হয়। নিশ্চয়— তোমাৰ এই মূৰ্ত্তি অৰিয়েণ্টাল এগ্‌জিবিশনে আদৰ পাবেই। সত্যি ভাই— আজ এই দুবছৰ ধৰে — তোমাৰ ত প্ৰায় ভাৰত থেকে এখানে আসা দুবছৰ হয়ে গেছে, না?

নবীন ঃ দুবছৰ কি, এখন প্ৰায় তিন বছৰ পূৰা হবে।

পৰিমল ঃ তাই ত' ভাই— এই ক' বছৰ তোমাৰ ষ্ট্ৰাগল— কষ্ট— দেখে দেখে আমি আৰ সহ্য কৰতে পাচ্ছি না— এ ৰকম দুঃখ কষ্ট কৰে কি আৰ আৰ্ট কৰবে, ঘৰেৰ ছেলে ঘৰেই ফিৰে যাও। আচ্ছা ভাই, এত যে মিছি-মিছি কষ্ট কৰছ— তাৰ চেয়ে বাড়ীতে যদি একখানা চিঠি লিখতে, টাকায় টাকা আসত— বেশ আৰাম কৰে আৰ্ট পড়াতে— কিন্তু মিছি-মিছি মা-বাবাৰ উপৰ অভিমান কৰে— এখানে খেতে না পেয়ে মৰতে বসেছ। তুমি ভাই বড্ড গোঁৱাৰ গোবিন্দ।

নবীন ঃ [ক্লান্ত হাঁহি] বোধহয় আমি সেই ৰকমেৰই কিছু একটা। কিন্তু পৰিমল দেখ— তুমি আমাকে এই মুস্কিলে ফেলেছ।

পৰিমল ঃ কি ৰকম?

নবীন ঃ কি ৰকম! আমি ত এই ৰেষ্টুৰাঁতে ৱেটাৰগিৰি কৰে বেশ সুখেই ছিলাম— দিনভৰ মজুৰ খেটে ৰাত্ৰে কৰতাম আৰ্টেৰ চৰ্চ্চা, কিন্তু তোমাৰ সহ্য হল না— একজন ভাৰতীয়ৰ অপমান ব'লে তোমাৰ হ'ল অপমানবোধ—আৰ

আমাকে টেনে এনে এখন বেকাৰ কৰে বসিয়ে—না ভাই, আমি আৰ তোমাৰ সাহায্যে এৰকম ক'ৰে বেকাৰী কৰতে পাৰব না— আমি অ । কাজ কৰব।

পৰিমল ঃ তোমাৰ আৰ কাজ কৰতে হবে না—এইবাৰ তোমাৰ সাধনাৰ সফলতা হবেই—আমি তোমাৰ এই মূৰ্ত্তিৰ দিকে চেয়েই বলছি। আমি ত আজ এই দেশে ন বছৰ পাৰ কৰেছি। এই দেশে আৰ্টৰ কদৰ কি ৰকম তা একটু জানি।

[এনেতে বাহিৰৰপৰা তিৰোতা মানুহৰ মাত —'মুঁছিয় নবীন', 'মুঁছিয় নবীন'।]

নবীন ঃ এই যে বেটি লেণ্ডলেডীটা— আবাৰ পয়সা পয়সা ক'ৰে হয়ৰান কৰতে এসেছে।

পৰিমল ঃ আহ্ ডোণ্ট বোদাৰ।

['মুঁছিয় নবীন', 'মুঁছিয় নবীন', দুৱাৰত টুকুৰিয়াই।]

আচ্ছা, আমি আজ হিসাব চুকিয়ে দিচ্ছি।

[এইবুলি পৰিমল উঠি দুৱাৰ খুলি ওলাই যায়— আৰু বাহিৰত]

Landlady ঃ বন মটিন, বন মটিন— বন মটিন মুঁছিয়ঁয়, বন মটিন।

[দুৱাৰখন বন্ধ হৈ যায়— মাত নুশুনা হয়। নবীনে খোৱা শেষ কৰি বাকী কেক আৰু ঘি আছিল নি হাত-মুখ ধোৱা টেবুলখনৰ এফালে থৈ দিয়ে। তাৰ পাছত ড্ৰেছিং গাউনটো খুলি কামিজত কলাৰ আৰু টাই পিন্ধে। মুখটো অলপ পানীৰে তিয়াই মচি ব্ৰাছ কৰে। তাৰ পাছত কোট পিন্ধে আৰু ব্ৰাছেৰে কোটটো ব্ৰাছ কৰে। এনেতে খুব হাঁহি হাঁহি খল-খলাই পৰিমল সোমাই আহি দুৱাৰখন জপাই— খুব হাঁহিবলৈ ধৰে।]

নবীন ঃ কি লেণ্ডলেডী তোমাৰ সঙ্গে প্ৰেম কৰতে চাচ্ছিল নাকিহে?

পৰিমল ঃ [খল্‌খলাই হাঁহি] প্ৰায়, প্ৰায়। প্ৰথমেতো বেটি চটেই লাল। আজ দুমাস ধৰে বাকী পড়েছে— ওহ্ মুখখানা কৰেছিল যেন ফুটবল। আৰ যেই নোটেৰ তাড়া বাৰ কৰলুম বুড়ী ত আৰ টাকা নেবাৰ খবৰ নেই—আমাকে কফি খাওয়াতে ব্যস্ত—আৰ যখন তোমাৰ দুমাসেৰ ভাড়া চুকিয়ে দিয়ে আৰও দুমাসেৰ এড্‌ভান্স কৰে দিলাম—

[খুব হাঁহি হাঁহি] তবে বলে কি জান? [নবীনেও হাঁহে] যে অ' মনামি বলে ঐ মস্ত বৰ ঠোঁট দিয়ে আমায় চুমু খেতে— কোনো মতে পালিয়ে ৰক্ষা! কি দেশৰে তেলহাবাবা—[হাঁহি] আচ্ছা, চল নবীন—একটু বেড়িয়ে আসবে—আমি তাৰপৰ যাব লুভাৰে—আৰ তুমি এক গ্লাস ৱাইন খেয়ে বসে যাবে তোমাৰ মূৰ্ত্তি নিয়ে— আচ্ছা চল। আজ যে আবাৰ বুধবাৰ—তোমাৰ ঐ মাদমোয়াজেল জঁএজ ছুড়িটা আসবেনাতো?

নবীন ঃ আচ্ছা চল। তবে হ্যাঁ, ও আসবাৰ কথা ছিল। আচ্ছা, নেভাৰ মাইণ্ড, সে আসলেও ৱেইট কৰবে।

[এইবুলি ওভাৰকোটটো পিন্ধি ফেল্টটো ওলায় পৰিমলে আপোনমনে হাঁহি হাঁহি থাকে— দুয়ো ওলাই যায়— দুৱাৰখন ঘপহকৈ মাৰি।]

অলপপৰ পাছতে লেগুলেডী বাহিৰৰপৰা 'মুছিয়ঁ নবীন', 'মুছিয়ঁ নবীন' বুলি টুকুৰিয়াই দুৱাৰখন খুলি সোমাই আহি কাকো নেদেখি—সোমাই আহে, আকৌ ওলাই যায়— আকৌ হাতত দাষ্টাৰ লৈ আহি এইবাৰ নবীনৰ কোঠাটো সাৰি-পুছি কাপোৰ-কানিবোৰ চিজিল কৰি ঠিক কৰে— তাৰ পাছত বিছনা পাৰি ভালকৈ চায়। আৰু অলপ পাছতে অলপ কয়লা আনি চিমনিত জুই ধৰি থৈ যায়হি। এনেতে বাহিৰত এজনী ফ্ৰেঞ্চ ছোৱালীৰ মাত শুনা যায়। আৰু লেগুলেডী আৰু ফ্ৰেঞ্চ ছোৱালীজনীৰ কথা-বতৰা শুনা যায়। কিন্তু কি কৈছে একো স্পষ্টকৈ বুজিব পৰা নাযায়। অলপ পাছতে মাদমোৱাজেল জঁঞেজ্ সোমাই আহি কিবা মুখেৰে গুণগুণায়। লীলায়িত ভঙ্গীৰে আহি কোঠাটোৰ চাৰিওফালে চাই দুৱাৰখন জপায়। তাৰ পাছত চিম্‌নিটোৰ ওচৰলৈ গৈ হাত দুখন সেকি বেগৰপৰা সৰু আইনা এখন উলিয়াই, মুখত লিপষ্টিক ঠিককৈ লগাই লয় আৰু পাউডাৰ অলপ নাকত থপৰিয়াই লয়। তাৰ পাছত চিগাৰেট এটা উলিয়াই জ্বলাই লৈ চকীত বহি চিগাৰেট খাই খাই মূৰ্ত্তিটোলৈ চাই থাকে। এইদৰে কিছুপৰ হৈ ইফাল-সিফালকৈ থাকি লাহে লাহে বিৰক্ত হোৱাৰ ভাব দেখুৱাবলৈ ধৰে আৰু তাৰ পাছত টেবুলৰপৰা এখন কাগজ লৈ তাত খচ্‌মচ্ছকৈ কিবা লেখি এবাৰ পঢ়ি আকৌ কাটি, আকৌ লেখি আকৌ পঢ়ি কাগজখন টেবুলত থৈ হেট আৰু ছাতি লৈ ওলাই যায়। বাহিৰত আকৌ লেগুলেডীৰ সৈতে ফ্ৰেঞ্চ ভাষাত কথা পতা শুনা যায়। তাৰ পাছত চিৰিত নামি যোৱা খট্ খট্ শব্দ হয়। অলপ পিছতে লেগুলেডী সোমাই আহি চিমনিত অলপ কয়লা দি দুৱাৰখন বন্ধ কৰি যায়গৈ।

[এনেতে নবীন আৰু পৰিমল সোমাই আহে।]

পৰিমল ঃ তা'হলে ভাই আমি চলি। আমাৰ আবাৰ ৰাত ৮টায় একটা ক্লাছ আছে তবে নবীন, এনিহাউ তুমি কাল ৯টাৰ সময় তোমাৰ মূৰ্ত্তি নিয়ে লুভাৰে এস। আমাকে ঠিক বাইৰে গেট-এৰ সামনে মিট কৰো হে। শ্বাৰ্প এট্ নাইন। কালকে কিন্তু মূৰ্ত্তি এক্সিবিটেড হওয়া চা-ই।

নবীন ঃ হবেই, আজ সাৰাৰাত জেগে হলেও আমি এই মূৰ্ত্তি শেষ কৰব—তবে ছাড়ব।

পৰিমল ঃ আজতো নিশ্চিন্ত মনে কাজ কৰতে পাৰবে। আজটো লেণ্ডলেডী বেশি টাকা পেয়েছে—যত খেতে চাও দেবে। আজতো তোমার কাপ , বাড়ীতেই খেতে পাৰবে। আচ্ছা তা হ'লে বাই গুড লাক্ কাল দেখা হবে।

[পৰিমল ওলাই যায় —আকৌ উভতি আহি]

পৰিমল ঃ হাঁ, ঐ মিঃ আলিৰ সঙ্গে যদি দেখা হয় তাহলে কি বলচ্— সেতো নাছোড়বান্দা—তোমাৰ খোজ নেবাৰজন্য সেতো প্ৰায় অক্সফোৰ্ড ছেড়ে পেৰিছ এ বসে আছে। আমি তোমাৰ এড্ৰেছ জানি না বলেই ত এতদিন ফাঁকি দিয়ে আসছি। আজ আবাৰ তোমাৰ বাবাৰ একটা কেবল্ ওৰ কাছে এসেছে। তোমাৰ বাবা কে একজন মিঃ ভনকে তোমাৰ খোঁজে পাঠাচ্ছে। কি আশ্চৰ্য—এখন তোমাকে খুঁজতে এত টাকা খৰচ।

নবীন ঃ দেখ পৰিমল— যদি আমাৰ সঙ্গে তোমাৰ বন্ধুত্ব অক্ষুণ্ণ ৰাখতে চাও—তাহলে ঘুণাক্ষৰেও যেন আমাৰ খোঁজ কেউ নাপায়।

পৰিমল ঃ তাইতো—সেই জন্যেইতো আমি তোমাকে জিজ্ঞাসা কৰলুম। না, আমি তোমাৰ বিষয়ে একটা টু পৰ্যন্তও কৰি না। তবে—মিঃ আলী আবাৰ আমাৰ কাছে আসবে—সে বোধহয় তোমাৰ খুব ভাল বন্ধু।

নবীন ঃ অবশ্যে অন্তৰঙ্গ। তবে এখন আমি ওৰ সঙ্গেও দেখা কৰব না।

পৰিমল ঃ ভাল। আমি তাই কৰব। আচ্ছা বাই আসি।

[পৰিমল ওলাই যায়]

[নবীন কোঠাত ঘূৰি ঘূৰি চিমনিৰ ওচৰত থিয় হয়গৈ। হাত সেকে। জেপৰপৰা এটা চুৰট উলিয়াই লগাই হুপি থাকে আৰু সপোন-মগন হৈ মূৰ্ত্তিটোলৈ চাই থাকে। তাৰ পাছত চিমনিৰ ওচৰলৈ টেবুলখন টানি তাতে চকী এখনত বহি মূৰ্ত্তিটো হাতত লৈ চাবলৈ ধৰে। তাৰ পাছত মূৰ্ত্তিটো চাই চাই গুণ-গুণাই গাবলৈ ধৰে—]

মোৰ মনে মনে
হিয়াৰ বনে বনে
আন্ধাৰে আন্ধাৰে
কি ফুল ফুলালি,
কোন অগৰুৰে দিলে দীপটি জ্বলাই
অন্তৰ বাসিনী
অৰূপ গোসাঁনী মোৰ
ৰূপলৈ আহিবিনে
আগলে' ওলাই
যুগ যুগ সাধনাৰ ফল ফুল উপচাৰ

ধুই বেদনাৰ চকুলোৰে
দিছেহি সজাই
জাগা চিৰসুন্দৰ আই।

[গান গাই গাই—চিমনিৰ ওপৰৰ মেন্টল-পীচৰপৰা হাতুৰি-বটালি লৈ, বটালিৰে টুক্-টুক্কৈ মূৰ্ত্তি কাটিবলৈ ধৰে আৰু গান গাই থাকে।]

## ষষ্ঠ অঙ্ক

[নবীনৰ কোঠা। সেই আগৰ চিন। সকলো আগৰ- দৰেই। এনেতে দুৱাৰ খুলি নবীনে মুখত চুৰট এটা লৈ বৰ বেজাৰ আৰু হতাশ হৈ সোমাই আহে, লগত আলী আৰু মিঃ ভইন। নবীন আহি আলী আৰু ভইনক চকী দুখন আগবঢ়াই দি নিজে কোটটো খুলি বিছনাত পৰি যায় আৰু তাতে পৰি থাকে।]

আলী : [এটা চিগাৰেট লগায় আৰু মিঃ ভইনকো দিয়ে]

মিঃ ভইন : হেৰা আলী, তুমিয়েই অলপ বুজাবলৈ চেষ্টা কৰা। আমাৰ কথাতো শুনিলেই খণ্ডত তিনি জাঁপ! মাকজনী সিফালে শুকাই-খীণাই মৰিব।

আলী : এৰা, কি কৰা যায়। মইতো ভাবি বিচুৰ্তি খাইছো। ফুকনৰ চিঠি আৰু টেলিগ্ৰাম পাই গোটেই দেশ খবৰ কৰি হঠাৎ যেনিবা পেৰিচৰ হোটেল এটাত পৰিমল বাগছীৰ মুখে খবৰটো পালো ; কিন্তু তেওঁ এড্ৰেছ নিদিয়ে, আজি ভাগ্যে লুভয়ত আমাৰ স'তে এগজিবিশ্যনত ভেটা-ভেটি হ'ল দেখিহে, নহ'লেতো এওঁক কোন কাহানিও আমি লগ নেপাওঁ। আপোনাৰো আৰু হাৰা খোৰাহে হ'লহেঁতেন।

মিঃ ভইন : এৰা, এৰা— আজি তিনি বছৰ— নবীন তুমি বিদেশত এইদৰে দুখ-কষ্ট খাই মৰিছাহি কিয় মই বুজিব পৰা নাই। মাটিৰ মূৰ্ত্তিটো তুমি আসামত থাকিও বনাব পাৰিলাহেঁতেন! ইয়াত তুমি ভাবিছিলা মূৰ্ত্তি এটা বনাই দিলেই তুমি মস্ত আৰ্টিষ্ট বুলি জনজনাই যাবা। আৰ্টত নাম কৰা ইমান সহজ নহয়হে। তাতে ইণ্ডিয়ান আৰ্টিষ্ট হৈ ইউৰোপত নাম কৰিবলৈ হ'ব লাগিব প্ৰকাণ্ড ডাঙৰ জিনিয়াছ। ৰবীন্দ্ৰনাথৰ দৰে জিনিয়াছ হৈ যদি আৰ্ট ৰাজ্যত জন্ম লোৱা, তেহে ইউৰোপক লৰচৰ কৰিব পাৰিবা। কত ক'লো— নাই, কথা নুশুনিলে। এতিয়া নিজেই কত বছৰ কষ্ট কৰি শৰীৰ নষ্ট কৰিলা, ভবিষ্যত মাটি কৰিলা, সকলো ডুবালা মাৰা-বাপেৰা চিন্তাত মৰিছে। তুমি সকলো মাটি কৰিলা। নাই কৰানে বাৰু আলী?

আলী : এতিয়া আৰু সেইবোৰ ক'লে কি হ'ব? যি হ'ল হ'ল।

মিঃ ভইন : আৰ্ট, আৰ্ট— ইউৰোপত আহি আৰ্ট কৰেহি। পুতলা বনাবৰ মন গৈছে,

আমাৰ তাতে বনাই থাকিলেহেঁতেন— সেই এতিয়া দেখিলা নহয় - তোমাৰ আৰ্টৰ নিদৰ্শন সেই সীতাৰ মূৰ্ত্তিটো কাটি পেৰিছৰ আৰ্ট এগজিবিশ্যনত দিছা নহয়। নাই নাই বুলিও আজি এমাহৰ ওপৰতো তাক মানুহে দেখিছে-চাইছে— ক'তা তাৰ এপ্ৰিচিয়েশ্যন? —যি কোণতে থৈছা তাতে ভেকুৰা লাগি আছে। কেতিয়াবা ক'ৰবাত এটা-দুটা মানুহে কিউৰিয়াছ হৈ চাবলৈ যায়—তাতে খতম। আজিলৈকে কোনো এটা মানুহেও সোধা নাই সেইটোৰ আৰ্টিষ্ট কোন—দেখিলা, এতিয়া মই নকৈছিলো— তাৰ প্ৰত্যক্ষ প্ৰমাণ? এতিয়াতো বুজিলা? —হ'ল আৰু তোমাৰ আৰ্টিষ্টগিৰি কৰা, ভাস্কৰি বিদ্যা কৰা। এতিয়া ব'লা, ঘৰৰ ল'ৰা ঘৰ পোৰাগৈ। ইয়াত খাবলৈ নাপাই পেট শুকাই মৰিব নালাগে। কি বোলা আলী?

আলী : হৈছে বাৰু মিঃ ভইন, আপুনি আৰু একো ক'ব নালাগে। তেওঁৰ এনেয়ে মন্‌বৰ বেয়া হৈ গৈছে। মই বাৰু তেওঁৰ ওচৰলৈ আহি আকৌ বুজাম। এতিযা বলক আমি যাওঁ।

মিঃ ভইন : বাৰু নবীন, তুমি ভাবি ঠিক কৰা, পাগলামি নকৰিবা।

নবীন : [ঘপহ কৰে বিছনাৰপৰা উঠি] কি পাগলামিৰ কথা কৈছে? মই পাগল— পাগলামি মই কৰিম। অলপ পগলা হ'লে যদি তাৰে সাধনাৰ সিদ্ধি নহয়, তেন্তে তাতকৈ বেছি পগলা হ'ম—তাতো নহ'লে তাতোকৈও বেছি— হয় মোৰ সাধনাৰ সিদ্ধি হ'ব লাগিব নাইবা মই পাগল হৈ, বলিয়া হৈ নাইকিয়া হৈ যাব লাগিব। তাৰ বাহিৰে মোৰ আন অস্তিত্ব নাই— আন স্থিতি নাই। মিঃ ভইন, আপুনি আৰু মোৰ ওচৰলৈ নাহিব। এই দেশত যদি মই একো কৰিব নোৱাৰো তেন্তে মোৰ ইয়াতেই কবৰ হ'ব।

[এইবুলি নবীন আকৌ বিছনাত উবুৰি হৈ শুই পৰিল।]

মিঃ ভইন : কি হ'পলেছ, কি হ'পলেছ নাই নাই নোৱাৰি! আলী, মই তোমাৰ গাত সম্পূৰ্ণৰূপে নবীনৰ ভাৰ দিলোঁ। মোৰদ্বাৰা একো নহয়। ঢেৰবা ঠাৱি মই আৰু [চিঞৰি] নিসিজাওঁ— নিসিজাওঁ—নিসিজাওঁ—যাওঁ।

[এইবুলি ফট্‌ফটাই ওলাই যায়গৈ আৰু বাহিৰৰপৰা 'আলী', 'আলী' বুলি চিঞৰি থাকেগৈ।]

আলী : [নবীনৰ বিছনাৰ ওচৰলৈ গৈ] নবীন, মিঃ ভইনৰ কথাত নালাগিবা। তেওঁ এক পাগল। তোমাৰ এতিয়া চিত্ত বৰ চঞ্চল। মই মিঃ ভইনক হোটেলত থৈ আহোঁগৈ। তুমি ক'লৈকো নাযাবা। আমি আজি দুয়ো একেলগে লাঞ্চ খাবলৈ যাম বুইছা নবীন [মিঃ ভইনে চিঞৰে—'আলী'—'আলী'— 'আলী'। নহা

দেখি 'মুছিয় আলী, মুছিয় আলী— মিঃ আলী—গুচি আহ—মিঃ আলী—আলী চাহাব—আলী চাহাব'—বুলি খঙতে সোমাই আহি দুৱাৰ-মুখৰপৰা।]

মিঃ ভইন ঃ মিঃ আলী বুলিলে, মুছিয় আলী বুলিলে, আলী চাহাব বুলিলে গা নলৰেনেকি— তেন্তে কি বুলিব লাগে—মৌলবী আলী চাহাব— আহক জোনাব হুজুৰ —আহক।

আলী ঃ [খিক্-খিকাই হাঁহি] উস্। আপুনি ইমান ইম্‌পেশ্যেণ্ট হৈছে কিয়?

[মিঃ ভইনে— 'ইম্‌পেশ্যেণ্ট', 'ইম্‌পেশ্যেণ্ট' এইবুলি বাহিৰলৈ বোক্-বোকাই ওলাই যায়। আলীয়ে নবীনক "বাৰু, এতিয়াই আহিম" বুলি কৈ হাঁহি হাঁহি ওলাই যায় আৰু দুৱাৰখন জপাই দি যায়গৈ। নবীন সেইদৰে তাত পৰি থাকে। এনেতে বাহিৰৰ লেগুলেডীৰ কোঠালিৰপৰা ৰেডিঅ' বাজি উঠে। তাত চাৰেন্দাৰৰ এটা কৰুণ সুৰ আহে। নবীন বহুত পৰ টলকা মাৰি পৰি থাকি এবাৰ বিছনাৰপৰা উঠি আহে। এই কম সময়ৰ ভিতৰত নবীনৰ মূৰ্ত্তিৰ ঘোৰ পৰিবৰ্ত্তন। বহুত দিন যেন খাবলৈ নাপাই, কেবা ৰাতিও টোপনি নোযোৱাৰ দৰে মুখ শুকান-বিবৰ্ণ। চকুযোৰ ৰঙা আৰু ঢুল-ঢুলীয়া; আধা-পগলাৰ দৰে দেখা গৈছিল। নবীন উঠি কোঠাটোত আধা-বলিয়াৰ দৰে ঘূৰি ফুৰে। এবাৰ গৈ দেৱালত ওলোমাই থোৱা ভেনাচৰ ছবি এখনৰ ওচৰত বৈ থাকি—এবাৰ হঠাৎ ফোপাই-জোপাই সেই ছবিখন ছিঙি আনি মোহাৰি দূৰলৈ পেলাই দিয়ে। তাৰ পাছত আহি চকী এখনত বহি এটা চুৰট লগাই হোপে—তাৰ পিছত নবীনৰ চকুৰেদি গিৰ্‌গিৰকৈ চকুলো বাগৰে; চুৰটটো দলিয়াই পেলাই আকৌ বিছনাত পৰি থাকে। এবাৰ হঠাৎ উচাট্ মাৰি উঠি আহে। এইবাৰ নবীনৰ মূৰ্ত্তি দেখিলে একেবাৰে ভয় লগা—তাৰপৰা উঠি গৈ টেবুলৰ দেৰাজ খুলি কঁপি কঁপি খুৰখন উলিয়াই লৈ ডিঙিত ৰেপ দিবলৈ হাতখন তুলি আনে—এনেতে দুৱাৰত জোৰেৰে টোকৰ পৰে। নবীনৰ হাতৰপৰা খুৰখন সৰি পৰে—সি শিলৰ মূৰ্ত্তিৰ দৰে বৈ থাকে। পৰিমল দুৱাৰ খুলি সোমাই আহি নবীনলৈ চাই প্ৰসন্ন মনেৰে হেট খুলি সন্মান দেখুৱাই অলপ চাপৰি নবীনৰ ফালে চাই কয়—]

পৰিমল ঃ ভাৰতবৰ্ষেৰ সৰ্ব্বশ্ৰেষ্ঠ ভাস্কৰ, তথা পৃথিবীৰ একজন অন্যতম শিল্পী মঁছিয় নবীনৰাম ফুকনকে আমি অভিনন্দন জ্ঞাপন কৰিতেছি।

[এইবুলি পৰিমল ওচৰলৈ আহি নবীনৰ তেনে অৱস্থা দেখি আচৰিত হয়— তাৰ পাছত ভৰিৰপৰা মূৰলৈ চায়। খুৰখন দেখি—।]

পৰিমল ঃ [খঙকৈ খুৰখন হাতত লৈ] চেণ্টিমেণ্টাল ইডিয়ট। এত কৰে শেষে এই বদমায়েসি না?

[বাহুত ধৰি জোঁকাৰি] Now come along— boy— you have done it— এখন পোষাক পৰে নাও—নিজে এক আমেৰিকান আৰ্ট connoisseur millionaire মোটৰে বসে আছে। তোমাৰ সীতাৰ মূৰ্ত্তি দেখে সে পাগল। সে তোমাকে দেখা কৰতে চাচ্ছে। সে তোমাৰ এই মূৰ্ত্তি কিনতে চায়—

জানো ও অফাৰ দিচ্ছে কতো? —ফিফ্‌টি থাউজেণ্ড ফ্রাঙ্ক! আৰও কে আছে জানো? —হাৰ্ভাৰ্ড য়ুনিভাৰ্চিটিৰ আৰ্ট কলেজৰ বিশ্ববিখ্যাত প্ৰিঞ্চিপাল ইবেনষ্টেইন—সে তোমাৰ বিষয়ে কি বলেছে জানো—যে তুমি one of the greatest sculptors of the age—a great Indian genius—ওৰা সব তোমাৰ জন্য নীচে মোটৰে বসে অপেক্ষা কৰছে। আমাকে লুভিয়ে পেয়ে— একেবাৰে টেনে নিয়ে এসেছে তোমাৰ কাছে। —কাম অন নাও, দেৰী কৰোনা, ড্রেছ কৰো—

[নবীনে একো নকৈ টেবুলৰ ওচৰত মুখ খুবলৈ ধৰে আৰু টাবেলেৰে মুখ মচে।]

পৰিমল : নবীন, আমাৰ বিশ্বাস ছিল তোমাৰ উপৰ খুব —যে তুমি একদিন না একদিন নাম কৰে বসবেই। যা হোক এইবাৰ তুমি কৃতকাৰ্য্যতাৰ সিংহদ্বাৰে উপস্থিত। এখন কলালক্ষ্মী তোমায় তাৰ প্ৰাসাদে আমন্ত্ৰণ কৰে নিতে সমুপস্থিত—

[এনেতে মটৰৰ হৰ্ণ শুনা যায়।]

ওঃ—ওৰা হৰ্ণ দিচ্ছে। আচ্ছা দেখছে তোমাকে কেমন নোংৰা নোংৰা দেখা যাচ্ছে—চট্ কৰে শেভ্ কৰে নাওনা— আবাৰ হয়তো ওৰা তোমাকে লুভয়ে টেনে নিয়ে যেতে চাইবে। আচ্ছা, আমি নীচে ওদেৰ কাছে গিয়ে বসি—তুমি খুব তাড়া— তাড়ি—

[এইবুলি পৰিমল ওলাই যায়। নবীনে একো লৰালৰি নকৰি গহীন হৈ ভাবি আগৰ দৰেই লাহে লাহে ঘূৰি-ফুৰি শেভিং ব্ৰাশটো আনি চাবোন সানি গালত চাবোন লগায় আৰু ফেনায়। এনেতে দুৱাৰত টুকুৰিয়াই আৰু পৰিমল ব্যস্ত হৈ সোমাই আহে।]

পৰিমল : এ, এ, এই ওঁৰা ওপৰেই চলে আসলেন—বললেন কোনো কথা নেই—আমৰা—

(এনেতে দুজন অতি সুপুৰুষ গহীন আমেৰিকান ভদ্ৰলোক সোমাই আহে আৰু পৰিমলে নবীনক দেখুৱায়।)

পৰিমল : Here is our artist, Mr. Nabin Ram Phookan–

নবীন : [আগবাঢ়ি আহি নম্ৰতাৰে মূৰ দোঁৱাই] Please excuse me, I am not prepared—

প্ৰফেচৰ ইবেনষ্টেইন : Oh, that's alright, my dear boy—take your time—we will just take our seat here. Well, Mr. Oliver, come along—sit down.

নবীন : [সেমেনা-সেমেনিকৈ] How kind of you, Sir, I am awfully thankful that you have come here—to his poor artist.

মিঃ অলিভাৰ : Oh, never mind [হাঁহি] as a matter of fact, great artists do not care to be rich—you know— [সকলোৱে হাঁহে]

প্ৰফেচৰ ইৱেনষ্টেইন : Now my young man, just get ready quickly—you must lunch with us now—and we will have a chat about your art.

নবীন : Thank You so much. Yes, I will be ready in a minute.

[নবীনে লৰালৰিকৈ ডাড়ি খুৰাই শেষ কৰি পোছাকটো লৈ বাহিৰলৈ ওলাই যায় 'এক্সকিউজ মি' বুলি কৈ]

মিঃ অলিভাৰ : [সোণৰ চিগাৰেট কেছ উলিয়াই] Here you are, Mr. Bagchi!

[চিগাৰেট দিয়ে— ইৱেনষ্টেইনকো দিয়ে। তিনিও খোচ মেজাজেৰে চিগাৰেট খায়]

মিঃ অলিভাৰ : What about Mr. Bagchi? Take your seat.

পৰিমল : Oh, that's alright– [এইবুলি চকী এখনত বহে]

মিঃ অলিভাৰ : Well, Mr. Bagchi, we are really fortunate to discover a great sculptor— really this will be news to the world.

প্ৰফেচৰ ইৱেনষ্টেইন : Oh yes —a master mind with rare gifts. I have never seen any work more clever and with touches so deft as this. He is a born genius. We must take him to America for a few months.

পৰিমল : Yes Sir, I hope my friend will find his proper place in the world of art through you. He has suffered— suffered greatly—for years—he has faced humiliation, starvation, slander and cold indifference. At last he has come to light—yes Sir, great mind is necessary to appreciate great minds.

প্ৰফেচৰ ইৱেনষ্টেইন : Oh, Thank you for your compliments.

মিঃ অলিভাৰ : Really, Mr. Bagchi, I had no idea that Indian sculpture can be so marvellous —before I used to look askance to that sort of chiselling. But your friend's genius has thrown a new light and has unfolded an undiscovered beauty of Indian art. India would be proud of this great sculptor—

[এনেতে নবীন সোমাই আহে কাপোৰ-কানি পিন্ধি। যদিও নবীনে এটা ভাল চুট পিন্ধিছিল, সি যে পুৰণি সেইটো বেছ বুজিব পৰা গৈছিল। মিঃ অলিভাৰ আৰু ইৱেনষ্টেইন উঠিল।]

মিঃ অলিভাৰ : Well, young man, now you are ready —now we will be pleased if you would come for lunch with us to Cafe de Paris and you, too, Mr. Bagchi—today will be great day for us. We have discovered a great artist.

[নবীনে মূৰ দোৱায়। লগে লগে মিঃ অলিভাৰ আৰু ইৱেনষ্টেইনেও মূৰ দোঁৱায়।]

আঁৰ-কাপোৰ

## সপ্তম অঙ্ক

[পেৰিছৰ হোটেলৰ এটা সুসজ্জিত ডাইনিং হ'ল। এখন দীঘল টেবুল, তাত আসনে আসনে বহি আছিল নবীন, পৰিমল, মাদমোৱাজেল জঁএঞ্জ, মিঃ ভইন, মিঃ আলী, মিঃ বৰা, মিছ্ প্ৰতিমা বৰুৱা, মিঃ মুখাৰ্জী, মিঃ বিশ্বাস, ডঃ ৰয়, ডঃ চৌধুৰী, মিঃ হাজৰিকা, মিঃ গোস্বামী, মিঃ অলিভাৰ, প্ৰফেচৰ ইবেনষ্টেইন, প্ৰফেচৰ অগিলভি, প্ৰফেচৰ ব্ৰায়াণ্ড, ডঃ কাউফমান, শ্ৰীযুত আৰু শ্ৰীযুতা হৰকান্ত দত্তবৰুৱা, মিঃ নৰকান্ত তালুকদাৰ, মিঃ সত্যনাথ চহৰীয়া, ডঃ প্ৰভাৱতী বৰবৰা, মিঃ নৰেন্দ্ৰ নাথ জখৰীয়া, মিঃ অৰন্তিলাম গোঁহাই, মিঃ শতদল সন্দিকৈ, মিঃ আবেদ আলী হাজৰিকা, মিঃ ইমানদাৰ বৰুৱা, মিঃ আবদুল আলী বৰা। এওঁলোক সকলো ইউৰোপ-প্ৰবাসী অসমীয়া ছাত্ৰ-ছাত্ৰী আৰু ভাৰতীয় ছাত্ৰ-ছাত্ৰী। ৰেডিঅ'বপৰা সঙ্গীত আহি থাকে। সকলো বহি ইজনে-সিজনে গুণগুণাই কথা পাতি আছে। নবীনে আৰু আলীয়ে কথা পাতিছে। মিঃ ভইনে আলীক কাণে কাণে কিবা কয় আৰু আলী উঠে। আলী উঠি চকীখন পাছু হোঁহোকাবলৈ ধৰে আৰু সকলোৰে মৃদু হাত-চাপৰি দিয়ে। আলীয়ে হাঁহি সকলোলৈকে চাই অলপ মূৰ দোঁৱাই ক'বলৈ আৰম্ভ কৰে।]

আলী ঃ উপস্থিত ভদ্ৰলোক আৰু ভদ্ৰমহিলাসকল! আজি আমি ইয়াত বৰ আচৰিতভাৱে সমবেত হৈছোহঁক। আজি আমাৰ অসমৰ বুৰঞ্জীত তথা ভাৰতৰ বুৰঞ্জীত এটি স্মৰণীয় দিন। আজি আমাৰ দুখুনী অসম আয়ে ইমানদিন আন্ধাৰ চুকত চকুপানী টুকি থাকি আজি পোহৰলৈ ওলাই আহি বিশ্বসভাত নিজৰ আসনত বহিবলৈ পাইছেহি। এই আমাৰ অভূতপূৰ্ব সৌভাগ্যোদয়ৰ বাবে আমি আমাৰ পৰমপিতা ভগবানকেই প্ৰথমেই ধন্যবাদ দিব লাগিব।

এই অতি স্মৰণীয় দিন আমি যিগৰাকী বন্ধুৰ বাবে আজি পালিবলৈ পাইছো— যিগৰাকী বন্ধুৰ একনিষ্ঠ কলা সাধনা, একাগ্ৰতা, দুৰ্জ্জয় মনোবল আৰু বিশ্ববিশ্ৰুত প্ৰতিভাৰ বাবে আজি অসম দেশৰ লগে লগে ভাৰতবৰ্ষ গৌৰৱান্বিত আৰু নিখিল পৃথিৱীৰ কলাপিপাসুসকল, যাক গ্ৰহণ কৰিবলৈ পাই ধন্য হৈছে— সেই অসম আইৰ সুসন্তান, ভাৰতীয় ভাস্কৰ্য্যৰ গৌৰৱ প্ৰচাৰ কৰোঁতা, আমাৰ অতি মৰমৰ আৰু চেনেহৰ নবীনৰাম ফুকনক [সকলোৰে বহুপৰ হাত চাপৰি বজাই থাকে] সম্বৰ্ধনা জনাবলৈ আজি পৃথিৱীৰ এক দূৰ প্ৰান্তৰৰ মহানগৰীত অসমীয়া বাই-ভনী-ভাইসকল সমবেত আৰু লগতে আমাৰ ভাৰতীয় ভাই আৰু ইউৰোপৰ কেইগৰাকীমান পণ্ডিতসজ্জন পাই আৰু আনন্দিত।

শ্ৰীযুত নবীনৰাম ফুকনৰ বিষয়ে ইয়াত উপস্থিত থকা সকলোৰে ভালকৈয়ে শুনিছে আৰু জানিছে। তেখেতৰ ভাস্কৰ্য্যৰ গৌৰৱ আজি পেৰিছ, লণ্ডন, নিউইয়ৰ্ক, ট'কিয় আদি দেশ-বিদেশৰ বাতৰি কাকতে কাকতে, পণ্ডিত আৰু কলা-বিশাৰদসকলৰ মুখে মুখে। আমি আমাৰ অসমীয়া বাই-ভনী-ভাইৰ হৈ, আমাৰ অসমীয়াৰ মুখ উজ্জ্বলকাৰী নবীন ভাস্কৰক সম্বৰ্ধনা জনাই অভিনন্দিত কৰিছো—তেখেতৰ যেন গৌৰৱ অটুট থাকে—তেখেতৰ কলা-সাধনা বিকশ বাকী আছে সিও যেন সফল হয়।

And I must speak a word or two to our most honoured guests, especially the American and European gentlemen, who are, as a matter of fact, the cause of the observance of this happy occasion. It is for our Mr. Oliver and Prof. Ebenstein [খুব হাত-চাপৰি] that we are aware of the genius of our friend. And my country and the world will be always greatful and thankful to these two great connosisseurs of Art for bringing into light our great sculptor — whose genius would have otherwise decayed in the slums of Paris or in the wilderness of Assam. Our heartfelt thanks to these great sons of America. Once a few American missionaries saved our Assamese language and by the will of Providence we find again our American brothers connected with another of our country's historic event. Assam will be greatful to you as long as her art and literature live.

Now we would be greatly happy to hear a few words from Prof. Ebenstein and Mr. Oliver.

[সকলোৰে হাত-চাপৰি বজাই থাকে আৰু হাত চাপৰিৰ মাজতে প্ৰফেচৰ ইবেনষ্টেইন থিয় হয়— হাত-চাপৰিৰ ৰোল খুব বাঢ়ে। হাত-চাপৰি বন্ধ হয় আৰু ইবেনষ্টেইনে আৰম্ভ কৰে।]

প্ৰঃ ইবেনষ্টেইন ঃ [American accent অৰে কয়]

My Indian Brothers [খুব হাত-চাপৰি] and my friends, I must thank you for kindly inviting us —for which we feel really honoured. Yes, it is an honour in joining to honour a great artist. Mr. Phookan, in my opinion is not only a great sculptor of India but he will be a marvel of a sculptor genius for centuries to come. His executions in marble are simply delectable, wonderful and reveal a mystic beauty of such unfathomable profundity that it has staggered our imagination. The sculpture of ancient India has taken a new birth [হাত-চাপৰি] for which the new genius is responsible.

I must be concise. The world has already adjudged our sculptor as one of the great geniuses of the age. I hope and pray that he will live a long life— to contribute his fruits of genius to the world and his country.

I must thank you all for the cordially and honour you have shown us.

[প্ৰফেচৰ ইবেনষ্টেইন বহে আৰু খুব হাত-চাপৰি পৰে। "মিঃ অলিভাৰ, মিঃ অলিভাৰ" বুলি সকলোৱে চিঞৰে আৰু হাত-চাপৰি দিয়ে। আৰু মিঃ অলিভাৰ লাহে লাহে উঠে। হাত-চাপৰিৰ ৰোল বাঢ়ে— মিঃ অলিভাৰে ক'বলৈ ধৰাত বন্ধ হয়।]

মিঃ অলিভাৰ ঃ Ladies and gentlemen —I am not accustomed to make speeches— because I stammer [সকলোৱে হাঁহে] when I talk—and more so when I am out to make a speech. I like to weigh bullions and count bank-notes more than I like weighing and counting

words and phrases. [সকলোৱে হাঁহে] Fine thoughts, specially Fir Arts, find little place in my hard business head— but our genius Phookan's Fine Art of sculpturing has even moved a . .an like me. [হাত-চাপৰি] And I hope in future he will find more hard-headed men like myself to instil the mystic appeal of his wonderful marble works. On this occasion I pay my homage to this great genius into whom I had the great honour and fortune to be the first mortal to stumble and get dazed by the light of his mastermind.

I must thank you all and specially the sweet Indian girls who are living models of Indian Art, for patiently giving [সকলোৱে হাঁহে আৰু হাত-চাপৰি দিয়ে।] a hearing to my jabbering. Thank you! [খুব হাত-চাপৰি। তাৰ পাছত সকলোৱে "মিঃ ভইন, মিঃ ভইন" কৈ চিঞৰে আৰু মিঃ ভইন উঠি সকলোলৈকে মূৰ দোঁৱায় আৰু ক'বলৈ ধৰে।]

মিঃ ভইন ঃ উপস্থিত ইউৰোপ প্ৰবসুৱা ছাত্ৰসকল। অৱশ্যে আজি বৰ আনন্দৰ দিন। মই আগেয়েই কৈছিলো যে আমাৰ শ্ৰীমান নবীনৰ আৰ্টে ইউৰোপতহে আদৰ লাভ কৰিব। মোৰ ভৱিষ্যত-বাণী হাতে হাতে ফলিয়ালে— তাৰ বাবে আজি মোৰ বিশেষ আনন্দ। কিন্তু এই আনন্দ আৰু উৎসাহৰ দিনত মই আমাৰ দেশৰ আৰু ডেকা ল'ৰাৰ উপকাৰাৰ্থে দুই-এযাৰি কথা নকৈ নোৱাৰিলো। আজি দেশৰ সকলো ডেকা ল'ৰাই নবীনৰ আদৰ্শেৰে অনুপ্ৰাণিত হোৱা উচিত— সেই বুলিয়েই মাক-বাপেকৰ কথা দলিয়াই পেলাই অনিৰ্দ্দিষ্ট ভৱিষ্যত এটা আগত লৈ পলাই-উৰাই বিলাতলৈ বা ইউৰোপলৈ আহিলেই যে সকলো নবীন হ'ব পাৰিব সেইটো আশা কৰা মিছা। নবীনৰ একষ্ট্ৰা-অৰ্ডিনেৰী জিনিয়াছ আছিল দেখিয়েই হয়তো তেওঁ আজি কৃতকাৰ্য্য হ'ল। কিন্তু সকলো যে হ'ব তাক ক'ব নোৱাৰি। নবীনৰ এটা কথা অৱশ্যে সকলোলৈকে চানেকি—সেইটো হৈছে নবীনৰ আদৰ্শৰ কাৰণে মৰোঁ-জীওঁ পণ, কিন্তু তেওঁ যি বাটেদি আহিল সেই বাট আনৰ পক্ষে মাৰাত্মকো হ'ব পাৰে। এইখিনি কথা কোৱাৰপৰা যেন কোনেও মোক বেয়া নাপায়—কাৰণ সমাজৰ গুৰি ধৰোঁতা হিচাপে আমি সদায় সাৱধান-বাণী শুনাবই লাগিব। [সকলোৱে হাত-চাপৰি দিয়ে] আজি মোৰ বৰ আনন্দ যে মোৰ বাবেই আজি নবীনৰ এই প্ৰতিভা বিকাশ, কাৰণ ময়েইহে নবীনক ইউৰোপলৈ আহিবলৈ সদায় উৎসাহ দিছিলোঁ।

And I hope our honoured guests will surely excuse me for speaking in a language which is Greak to them—but as it is a great occasion of national importance, so I choose to speak in my mother tongue to begin with. We are greatful to our American friends for bringing into light our great sculptor for which we will

be ever and ever-thankful to them. And I thank you all for giving me a patient hearing and I must close now by praying to the Almighty for bestowing this great honour to one of my country's young man.

[ভইন বহে আৰু সকলোৰে হাত-চাপৰি দিয়ে।]

আলী : [উঠি] Now, I will take the last liberty to ask our friend— the newborn Super Artist [সকলোৰে হাত-চাপৰি দিয়ে।] to let us hear his words— for which I think everybody is anxious. [হাত-চাপৰি]

নবীন : [লাহে লাহে উঠে— হাত-চাপৰিৰ ৰোল আৰু গিৰ্জনি।] My friends, I am greatful to you— I don't find words to express my gratitude to our American friends. Really I don't know how to offer my thanks to you all— for the kindness you are showing me.
I thank you all —and thank you again.

[সকলোৰে খুব হাত-চাপৰি দিয়ে আৰু আলী উঠে]

আলী : Now I think our meeting has come to its natural conclusion. Before we finally break up for our next item of tonight's programme— I, on behalf of my illustrious friend, thank you all for kindly helping by your presence to make this small but important gathering successful. Before we finish— I think we will sing our National Anthem in honour of the country in whose lap our great Artist took his mortal shape.

[আলীয়ে আৰম্ভ কৰে আৰু সকলোৰে থিয় হয়। তাৰে ভিতৰৰ অসমীয়া ছাত্ৰ-ছাত্ৰীসকলে আলীৰ লগত কোৰাছ ধৰে।]

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণি দেশ
এনেখন শুৱলা এনেখন সুফলা
এনেখন মৰমৰ দেশ
অ' মোৰ ওপজা ঠাই
অ' মোৰ অসমী আই........ *

**আঁৰ-কাপোৰ**

---

* সাত অংকত বিভক্ত এই নাটকখনি জ্যোতিপ্ৰসাদে ১৯২৯ চনৰপৰা ১৯৪৬ চনৰ ভিতৰত এবাৰবাকৈ লেখে। নাটকখনৰ প্ৰথম দুটা অংকৰ একাধিক প্ৰতিলিপি পোৱা গৈছে, কিন্তু প্ৰতিটো প্ৰতিলিপিত দুটা-এটা চৰিত্ৰৰ ইকাল-সিকাল আৰু সংলাপ, নাটকীয় নিৰ্দেশনাৰ যোগ-বিয়োগ ঘটিছে। ১৯৪০ চনত তেওঁ প্ৰথমৰ অংক দুটা 'প্ৰথম কাহিনী' আৰু 'দ্বিতীয় কাহিনী' নামেৰে লেখি সম্পূৰ্ণ কৰে। তৃতীয় অংকটো তেওঁ নতুনকৈ লেখিবলৈ লৈ সম্পূৰ্ণ নকৰিলে।

# কনকলতা

## (নাটক)

### প্ৰথম অঙ্ক

[তেজপুৰৰ কলংপুৰ। বৰঙ্গাবাৰী গাঁৱৰ কাষৰীয়া এখন আলিদাঁতিৰ বৰ বহল পথাৰ। উত্তৰৰ ডফলা পৰ্বতৰ শাৰী জিলিকি আছিল। পশ্চিমফালে পথাৰৰ সিপাৰে তামোল গছৰে দুবৈৰেপৰা চিনি পোৱা অসমীয়া গাঁও কিছুমান দেখা গৈছিল।

বহাগৰ বিহু।

আলিকাষৰ পথাৰৰ মাজৰ এডোখৰ বৰি ঠাই। কেইজোপামান মদাৰ ৰঙা হৈ ৰমক-জমক হৈ ফুলি আছিল। তাৰ ঠায়ে ঠায়ে কেইটামান হাঁফলুৰ গছৰ ওখম সৰু সৰু টিলা।

তাৰ তলতে কম বয়সীয়া ল'ৰাৰ দল এটাই টকা, পেঁপা, ঢোল, তাল আৰু টোকাৰি, বাঁহী লৈ হুচৰি গাই আছিল। কেইটামানৰ হাতত কৰতাল আৰু ৰেপণি। তিনিপৰীয়া।

ল'ৰাবোৰে নিকা আঁঠুমূৰীয়া চুৰিয়া পিন্ধিছিল। কোনোটোৱে কপাহী আৰু কোনোটোৱে মুগাৰ ফতুহী পিন্ধিছিল। এটা নে দুটা শুদা গাৰেই আছিল। মূৰত সিহঁতে ফুলাম বিহু গামোচা মাৰিছে। এটা দেখনিয়াৰ ল'ৰাই মূৰত গান্ধীটুপি, গাত মুগাৰ ফতুহী আৰু আঁঠুমূৰীয়াকৈ চুৰিয়া পিন্ধি কঁকালত ভমকাফুলীয়া গামোচা এখনেৰে টঙালি মাৰি ডিঙিত বনকৰা কাপোৰৰ খলি খুওৱা ঢোল ওলমাই লৈ হুচৰি লগাই দিছে। তাৰ নাম পুতলা—আটাইকেইটাতকৈ সি অলপ ওখ—সিয়েই জাকত-জিলিকা। পুতলাই হুচৰি নাম লগাই দিয়ে আৰু আনবোৰে ঘূৰি ঘূৰি নাচি গাবলৈ ধৰে।

দেউতাৰ পদূলিত গোজাইছে মাধুৰী।
কেতেকী মলেমলাই ঐ
গোবিন্দাই ৰাম।

এইদৰে ঘূৰি ঘূৰি অলপপৰ হুচৰি গাই, ল'ৰাহঁত জুম বান্ধে। তাৰ পিছত নাম গাই এটা এটাকৈ নাচিবলৈ ধৰে। এইদৰে চাৰিটামান ল'ৰাই এবাৰ এবাৰকৈ প্ৰত্যেকে বেলেগ বেলেগ ভঙ্গীৰে নাচ-নাচে—তাৰ পিছত দুটাই-তিনিটাই একেলগে নাচিবলৈ ধৰে আৰু পুতলাইও নানা কেৰদানি দেখুৱাই ঢোল বজাই লগতে নাচে। ইহঁতে এইদৰে নাচি থাকোতে অলপ দূৰৈত গিৰগিৰাই ঢোল-তাল বজোৱা আৰু কিৰীলিওৱা শব্দ আহে। ইহঁতে হঠাৎ নাচ বন্ধ কৰি সেইফালে চাই হাঁই কিৰীলি মাৰি উঠে আৰু তাৰে কিছুমানে উত্ৰাৱল হৈ চিঞৰে—"খিৰি বিহু ঔ—খিৰি বিহু।"

পুতলা অলপ আঁতৰাই আহি আলিৰ কাষত থিয় হৈ হাত বাউল দি মাতে—

"উ উ উ ককাইহঁত—আহ
আহ—আমাৰ লগতে বিহু এখন
মাৰি যা—আহ।"

আটাইজাক ল'ৰাই কিৰীলি মাৰি 'আহ আহ' বুলি হাত বাউল দি মাতে।

মিৰি বিহুৰ জুম এটা সোমাই আহে। সিহঁতৰ মিৰি ডেকাকেইটামান ঢোল আৰু তাল লৈ আহিছে। লগতে দুজনী বগীকৈ ধুনীয়া মিৰি গাভৰু। মিৰি ডেকাকেইটাই ক'লা কাপোৰৰ ফতুহী আৰু আঁঠুমূৰীয়া চুৰিয়া পিন্ধিছে। এটাৰ মূৰত চেলেঙৰ পাগ, আৰু দুটাৰ গামোচা। গাভৰু দুজনীয়ে আঁঠুৰ তললৈ কলাফুললৈকে পৰা মিৰি মেখেলা আৰু ৰিহা পিন্ধিছে। সিহঁতৰ গাতো ক'লা কাপোৰৰ বুকু-চোলা। ডিঙিত গেজেৰা, মাদলি, বাঘৰ নখ, হাতত মিৰি খাৰু, কাণত জাংফাইৰ কেৰু। ধুনীয়াকৈ মূৰ মেলাই সিহঁতে খোপাত ৰমক-জমককৈ ফুল পিন্ধিছে। সিহঁতৰ লাহ-বিলাহ গহীন।

পুতলাই সিহঁতক দেখি হাঁহি মিৰি ডেকা এটাক কয়।]

পুতলা ঃ অথনিৰপৰা তহঁত আহিবি বুলি আৰু আমি ৰৈ আছোঁ—ক'ত আছিলি ইমানপৰ?

মিৰি ডেকা ঃ ক'ত তাকিবি আৰু, ত'অতৰ গৰতে আৰু বিহু মাৰি আছিলো। তোৰ আৰু আয়েৰে জলপান এটা কাবলৈ ক'লে আৰু— এই গুণে আৰু বেলি অ'ল।

[পুতলাৰ মূৰৰ টুপীটোলৈ চাই] অ' তই অবলা গান্ধীৰ বলণ্টিয়াৰ অইছ?

পুতলা ঃ এৰা অ' ককাইটি—হৈছো। এতিয়া আমাৰ গাঁৱৰ আটাইবোৰ শান্তি সেনা হৈছে নহয়। জাৰ্ম্মান-জাপান যুদ্ধ হৈছে নহয়—দেখা নাই উৰাজাহাজবোৰ—জাপানী আহিলে আমাৰ দেশত বৰ গোলমাল হ'ব নহয়—সেই কাৰণে।

মিৰি ডেকা ঃ এৰা অ' ভাইটি, এইবাৰ অ'লে বিহুটোত মানুহৰ ৰং-ৰহইছটো অলে নাই দেই। কাবলে নাথাকিলে কি বিহু হ্ব অ'—এইবাৰ অ'লে নিমকটো নাপাই নাপাই মানুহোপা মৰিব দেই।

[এনেতে অকণমান ল'ৰাকেইটামান আহি]

অকণমান এটা ঃ আহ অ' আহ—নাচ হি অ' [অলপ কন্দা যেন কৰি] অ'—আমাক হ'লে বিহু কৰিবলৈ মাতি আনি—এতিয়া হ'লে কথা পাতি আছ—এই পুতলা ককাই— আহ—।

[এইবুলি সি এজনী মিৰি গাভৰুৰ ওচৰলৈ গৈ হাতত ধৰি টানি টানি]

—আহ অ' আহ—আমাক হ'লে এতিয়া নাচি দেখুৱাব লাগে।

[মিৰি গাভৰু দুজনীয়ে হাঁহি সিহঁতৰ গালত হাত লগাই মৰম কৰে।]

পুতলা ঃ এৰা অ'—কিমাননো নিমখ-চেনিৰ কথা ভাৱি-চিন্তি থাকিবি? বিহুটো আৰু গ'লে বছৰটোলৈ যাব—আহ আহ ককাইটি—বেলি পৰাৰ আগতে বিহুকে অলপ গাওঁ—।

[আটাইবোৰ ল'ৰাই কিৰীলি মাৰি দিয়ে আৰু পুতলাই [illegible] দিয়ে। মিৰি ডেকা আৰু গাভৰুইতে বিহু গাবলৈ সাজু হয়। কেইটামান [illegible] ল'ৰা গৈ

হাফলুবোৰৰ ওপৰত উঠেগৈ। দুচৰি গোৰা ল'ৰাবোৰ একাষৰীয়া হৈ মিৰি ছোৱালী নাচিবলৈ ঠাই উলিয়াই দিয়ে।

মিৰি ডেকাই ঢোলত চাপৰ দি গীত লগাই দিয়ে—]

## গীত

[বাজানা বজাবলৈ লাগে]

[এইদৰে দুই-তিনিবাৰ গীত গোৰা আৰু নচাৰ পিছত মিৰি ছোৱালীকেইজনীয়ে নাচিবলৈ ধৰে। মিৰি ছোৱালীইঁতৰ নাচ দুবাৰমান হোৱাৰ পিছত— এজন মিৰি ডেকাই ধানকটা নাচ কৰে।]

[এনেতে সোঁফালৰপৰা কনকলতা আৰু লগতে এগৰাকী বুঢ়ী আৰু এজনী গাভৰু ছোৱালীৰে হাতত সৰু টোপোলা আৰু বাওঁহাতত সৰুদৈয়া ফুলাম জাপি লৈ সোমাই আহি নচা জুমটো দেখি ৰয়। কনকলতা আৰু লগৰ গাভৰুজনীয়ে পাটৰ বনকৰা ৰিহা-মেখেলা পিন্ধি আছে। ডিঙিত গলপতা, গেজেৰ ইত্যাদি—হাতত সৰুদৈয়া জাপি। বুঢ়ী গৰাকীয়ে পাটৰ পাতলি নথকা মেখেলা আৰু আঁচু দিয়া ৰিহা, গাত খনীয়া আৰু হাতত জাপি লৈ আছে।

এনেতে পুতলা লৰি আহি কনকলতাক আগচি ধৰি—]

পুতলা ঃ এ হেঁ কনকলতা বাইদেউ— আজি হ'লে যাবলৈ নিদিওঁ। আমাক হ'লে পিঠা এটা এটা দি যাব লাগিব।

[বাকীবোৰ সৰু সৰু ল'ৰায়ো "আমাকো দিয়া, আমাকো দিয়া বাইটি" বুলি কনকলতাক ঘেৰি ধৰে।]

কনকলতা ঃ [হাঁহি] অঁ', অঁ'—দিম, আটাইকেউটাকে দিম, তহঁতে হেতা-ওপৰা নকৰিবি।

[এইবুলি হাতৰ টোপোলাটো মুকলি কৰি এটা পিঠা উলিয়াই দিব খোজোতেই এটাইকেউটা ল'ৰাই জাগুৰ খাই ধৰি—"মোক—মোক— মোক" বুলি হাত মেলি হেতা-ওপৰা লগাব খোজে।]

কনকলতা ঃ [হাঁহি] উস্ ৰাম—দিম নহয়— আটাইবোৰকে দোঁ।

[এইবুলি এটাক দিয়ে—তাৰ পিছত আৰু এটাক দিয়ে—এনেতে এটা সৰু অকণমান ল'ৰাই— "এঁ—এঁ মোক আগতে নিদিলে" বুলি হাওঁ ফাওঁকৈ কান্দি ঠেহ পাতি একালে গুচি যায়।]

কনকলতা ঃ আঁই উ—মোৰ বাপুটোক দিম নহয়—আহাঁ—আহাঁ তোমাক আগেয়ে দিম দেই।

[এইবুলি তাক কোলাত লৈ এটা পিঠা দিয়ে —তথাপিও সি কান্দি থাকে।]

কনকলতা ঃ বাৰু বাপু, তোমাক দু-উটা দিম দেই।

[এইবুলি আৰু এটা হাতত দিয়ে—তেতিয়া ল'ৰাটোৱে হাঁহি কোলাৰপৰা নামিব খোজে। নমাই দিলত সি দূৰলৈ গৈ মোৰোৰা গোকোৰে পিঠা খাবলৈ লাগে। ইয়াৰ পিছত কনকলতাই আটাইকে পিঠা এটা এটা দিয়ে।

এনেতে তেজপুৰৰপৰা অহা কেইটামান শান্তি-সেনাই হাতত ত্ৰিৰঙ্গ নিচান লৈ গান গাই সেইফালে আহে। সকলোবে ৰ লাগি শুনে—]

গান

কোন ক'ত আছ
আহ অ' ডেকা ল'ৰা
তই সমুখত হ' থিয়
মাতৃপূজাৰ ভাগ ল'বলৈ দেৰি কৰ কিয়?
শুৱনি প্ৰকৃতি শুৱাই থকা
অসম দেশৰে ছোৱালী অ'
তই পাছে পৰি পৰি থাক কিয়?
অসম দেশৰে ছোৱালী অ'।
ভাৰত বিয়পি জ্বলিছে
যুঁজৰ অগনি শিখা
অসমীয়া তই টোপনি নেৰিলি
কিনো ভাইগৰ লিখা।

প্ৰধান শান্তিসেনা ঃ [কনকলতাক] পিছে আইদেউসকল—দেশৰ বিষয়ে কিবা ভু-ভটং ৰাখিছেনে?

কনকলতা ঃ মহাত্মা গান্ধী, জৱাহৰলালক গৱৰ্ণমেণ্টে ধৰি নিছে বুলি শুনিছো।

প্ৰধান শান্তিসেনা ঃ বোম্বাই, কলিকতা, নাগপুৰ, মাদ্ৰাজ—এইবোৰ ঠাইত হাজাৰ হাজাৰ মানুহৰ ওপৰত, গৱৰ্ণমেণ্টে গুলি চলাইছে, লাঠি চলাইছে; হেজাৰ হেজাৰ ডেকা-গাভৰু ছাত্ৰ-ছাত্ৰী, হাজাৰ হাজাৰ গাঁৱলীয়া চহৰীয়া মানুহ আজি ভাৰতৰ স্বাধীনতাৰ কাৰণে, ইংৰাজক "ভাৰত-ত্যাগ" কৰি যাবৰ কাৰণে বিদ্ৰোহ ঘোষণা কৰি—স্বাধীনতাৰ সংগ্ৰামত জাঁপিয়াই পৰিছে বুলি আপোনালোকে শুনা নাইনে?

কনকলতা ঃ শুনিছোঁ।

পুতলা ঃ অঁ—সেই কাৰণেহে—আমিও শান্তিসেনাৰ ভলণ্টিয়াৰ হৈছোঁ।

প্ৰধান শান্তিসেনা ঃ অকল এটা ল'ৰা হ'লেই নহ'ব। আজি অসমীয়া প্ৰত্যেক ডেকা, প্ৰত্যেক ডেকেৰী ছোৱালীয়ে—ভাৰতৰ এই স্বাধীনতাৰ যুদ্ধত, এই বিপ্লৱত নিজৰ জীৱন উছৰ্গা কৰিবলৈ ওলাই আহি ভাৰতত, পৃথিৱীত অসমীয়া ডেকা-ডেকেৰীৰ নাম জ্বলাই তুলিব লাগিব।

কনকলতা ঃ অৱশ্যেই আমাৰ কলংপুৰৰ ডেকা-ডেকেৰীসকলে—আমাৰ দেশৰ প্ৰতি কৰ্ত্তব্য নিশ্চয়েই কৰিম। আমাৰ ইয়াৰ কেইবা শ ডেকাও শান্তিসেনা যোগ দিছে। আমি ছোৱালীবোৰেও যোগ দিছোঁ। পিছে এতিয়াও আমাৰ জিলাৰ অধিনায়ক ককাইদেৱে আমালৈ একো হুকুম পঠোৱা নাই।

প্ৰধান শান্তিসেনা ঃ অ'—আমি আপোনাক চিনি নাপাওঁ, সেই দেখিহে এইবোৰ কথা সুধিলোঁ। আপোনালোকক এই বিহু জুমত থকা দেখি আমি ভাবিছিলোঁ, আপোনালোকে কিজানি দেশৰ খা-খবৰ নাৰাখি এতিয়াও বিহুতলিতে আছে।

কনকলতা ঃ অৱশ্যে বছৰেকৰ বিহুৰ দিনা আমি বিহু পালিমেই। যুঁজ-বাগৰ বিদ্ৰোহো কৰিম, সেইবুলি বছৰেকৰ বিহুটো নাপাতিম কিয়?

[এনেতে মিৰি ডেকা এজন আগবাঢ়ি আহে]

মিৰি ডেকা ঃ অয়তো, আকৌ বিউটো অ'লে কেলৈ নাপাতিব আৰু। আমি অ'লে অসমীয়া মানুহে মিৰি মানুহে অ'লে বিহুটো এৰিব নোৱাৰে। বিহুটোৱে অ'লে আমাক আৰু দৰি আছে— আমাৰ আৰু জাতিটো ৰাখি তৈছে। বিহু নাথাকিলে আমাৰনো আৰু কি তাকিব।

কনকলতা ঃ হয় ককাইটি সঁচা। বিহুৰ মাজেদিয়েই আমাৰ অসমীয়াখিনিৰ মনটো প্ৰকাশ পাইছে। বিহুটো আমাৰ জাতীয় উৎসৱ। মই শুনিছোঁ যে বহুত কংগ্ৰেছ ভলণ্টিয়াৰে বিহু পাতিবলৈ হাক দি ফুৰিছে। পিছে সেইটো হ'লে বেয়া কথা কৰিছে।

প্ৰধান শান্তিসেনা ঃ [অলপ পৰ টলকা মাৰি] আপোনাৰ নামটো জানিব পাৰোনে?

কনকলতা ঃ মোৰ নাম শ্ৰীমতী কনকলতা বৰুৱা। মই বৰঙ্গাবাৰীৰ দোলাকাষৰীয়া বৰুৱা ঘৰৰ জীয়ৰী।

পুতলা ঃ আৰু আমাৰ কনকা বাইদেউ, কলংপুৰৰ ছোৱালী শান্তিসেনাৰ নায়িকা।

প্ৰধান শান্তিসেনা ঃ এ হয়নেকি—তেন্তে মই মিছাকৈয়ে আপোনালোকক বহুত কথা ক'লোঁ। আমি এই অঞ্চললৈ অহা নাই। এইবাৰহে তেজপুৰৰপৰা পঠাইছে। আপোনাক লগ পাই ভালেই হ'ল, আপোনাকেই জিলাৰ আটাইখিনি কথা কওঁ। আপোনালোকে শুনিছেই, আমাৰ দেশৰ আটাইকেইজন নেতা আৰু প্ৰধান কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰিলেই, বাকী আছে মাত্ৰ আমাৰ অধিনায়ক। তেওঁকো কোনদিনা চৰকাৰে জেলত সুমুৱাই তাৰ ঠিকনা নাই। গতিকে আমাৰ সাজু হ'বৰ হ'ল, তেখেতসকলৰ অবিহনেও আমাৰ যেন কামত বাধা নপৰে। আমাৰ কংগ্ৰেছৰপৰা নিৰ্দেশ—।

কনকলতা ঃ কি নিৰ্দ্দেশ, কি নিৰ্দ্দেশ? [অধীৰ হৈ]

প্ৰধান শান্তিসেনা ঃ নিৰ্দ্দেশ আহিছে যে প্ৰত্যেক চৰকাৰী ভৱনত, থানা, কাছাৰী আদিত বৃটিছ য়ুনিয়ন জেকৰ সলনি আমাৰ ভাৰতৰ জাতীয় পতাকা উৰাব লাগিব। এয়া চাওক— আমাৰ জিলাৰ অধিনায়কে ক'ত ক'ত জাতীয় পতাকা উৰাব লাগিব আৰু আন আন কামৰ কাৰ্য্য-তালিকা মোৰ হাতত পঠাইছে।

কনকলতা ঃ [উদগ্ৰীৱ হৈ] চাওঁ চাওঁ কি লেখিছে। ক'ত ক'ত কি কৰিব লাগিব?

[প্ৰধান শান্তিনায়কে কাগজৰ ফাইল কনকলতাৰ হাতত দিয়ে, কনকলতাই আগ্ৰহেৰে পঢ়ে। অ' চতিয়া, গহপুৰ আদিত।]

কনকলতা ঃ গহপুৰতো আমাৰ ওচৰতে।

প্ৰধান শান্তিসেনা ঃ সেই কাৰণেইতো আপোনাক ক'লোঁ। এই কামৰ ভাৰ আপোনাৰ ওপৰতে পৰিব। অহা ২০ ছেপ্তেম্বৰৰ দিনা অসমৰ প্ৰতি ঠাইতে এইদৰে আমাৰ জাতীয় পতাকা উত্তোলন কৰিব, আপোনাৰ অধিনায়কত্বত এই কাম অতি সুকলমেই সমাধান হ'ব বুলি নিশ্চিন্ত হ'লোঁ।

কনকলতা ঃ নহ'লে কেনেকৈ হ'ব? আমি নিশ্চয় মনে-প্ৰাণে এই কাম সমাধা কৰিম। আমাৰ নিজৰ দেশৰ মঙ্গলৰ কাৰণে, আই অসমীৰ মুখ উজ্জ্বলাবলৈ প্ৰাণ দিবলৈও সাজু আছোঁ। আমি জয়মতী, মূলাগাভৰুৰ দেশৰ বোৱাৰী-জীয়াৰী, আমি আমাৰ দেশৰ মান ৰাখিমেই। আপোনালোকে অধিনায়ক ককাইদেউক ক'ব, এই বিষয়ে তেওঁ যেন নিশ্চিন্ত থাকে। মই কাইলৈকে আমাৰ বাহিনীক সাজু কৰিম। *

---

* অসম্পূৰ্ণ।

# সুন্দৰ কোঁৱৰ

## [ কাল্পনিক নাট ]

## কাৰেঙৰ লিগিৰীৰ পিছৰ কাহিনী

### চৰিত্ৰাৱলী

| | | |
|---|---|---|
| সুন্দৰ কোঁৱৰ | — | পূৰ্বতাৰতৰ (অসম) এখন হিন্দু ৰাজ্যৰ কোঁৱৰ। |
| সুৰ্দশন | — | ৰাজ্যৰ মুকুতা সাউদৰ পুতেক আৰু সুন্দৰ কোঁৱৰৰ অন্তৰঙ্গ বন্ধু। |
| অনঙ্গৰাম | — | ৰাজ্যৰ এজন মন্ত্ৰীৰ পুতেক আৰু সুন্দৰ কোঁৱৰৰ অন্তৰঙ্গ বন্ধু। |
| ৰূপৰা | — | সুন্দৰৰ বিশ্বাসী লিগিৰী। |
| ৰাজমাতৃ | — | সুন্দৰ কোঁৱৰৰ মাক। |

# সুন্দৰ কোঁৱৰ

## প্ৰথম অঙ্ক

[সুন্দৰ কোঁৱৰৰ ৰাজকাৰেঙৰ ভিতৰৰ প্ৰকাণ্ড পুথিভঁড়াল। সোণপানী চৰোৱা দেৱালৰ গাত শাৰী শাৰীকৈ থকা অসংখ্য খোপবোৰত পুথিবোৰ সজোৱা আছে। কোঠাটোৰ মাজে মাজে বহিৱলৈ ৰগা মৰ্ম্মৰ শিলৰ বেদী, তাৰ ওচৰে ওচৰে ডাঙৰ ডাঙৰ সোণৰ আৰু ৰূপৰ বহল বহল শৰাইবোৰতো থাক-থাককৈ পুথি সজোৱা আছে। প্ৰত্যেক বেদীৰ ওচৰে ওচৰে একোটাকৈ হীৰা-মণিৰে ৰাখৰ খটোৱা ওখ গছা। গছাটোৱেপতি পাঁচোটাকৈ চাকি জ্বলিব লাগিছে। কোঠাটোৰ বাওঁফালে এখন আহল-বহল সোণৰ খুৰা লগোৱা জাংফাইৰ বৰপীৰাত বগলি পাখি যেন বগা সাজ পিন্ধি সুন্দৰ কোঁৱৰ বহি একান্ত চিত্তে সুদৰ্শনৰ গীতা পাঠ শুনি আছিল। সুন্দৰৰ কোলাত এখন পুথি, তাৰ কিছুমান পাত কোলাৰ ওপৰতে সিঁচৰতি হৈ আছিল আৰু এখন নে দুখন মাটিতো পৰি আছিল।

সুন্দৰৰ সোঁফালে অলপ দূৰত এখন বেদীত বহি আগত থগীত থৈ সুদৰ্শনে প্ৰসন্ন চিত্তেৰে গীতা পাঠ কৰিছিল। সুদৰ্শনৰ ওচৰৰ গছাটো আঠাইবোৰ গছাতকৈ ওখ আৰু তাত দহোটা চাকি। সেই ওখ গছাটোৰ তলতে অলপ আন্ধাৰত মাটিত পাৰি থোৱা দলিচাৰ ওপৰতেই অনন্তৰাম বহি একান্তমনে গীতা-পাঠ শ্ৰৱণ কৰিছিল। সুন্দৰৰ মুখত একো চিন্তা বা অপ্ৰসন্নতাৰ চিন নাই। আধা চকু মেলি সুন্দৰ তন্ময়-তন্দ্ৰাত। সুদৰ্শনৰ কণ্ঠ-ধ্বনিৰ বাহিৰে কোঠাটোত সকলো নিজম।

আঁৰ-কাপোৰ তোলাৰ লগে লগে সুদৰ্শনে উচ্চ কণ্ঠেৰে সুৰ লগাই আবৃত্তি কৰে—]

সুদৰ্শন : শ্ৰেয়ান্ দ্ৰব্যময়াদ্ যজ্ঞাজ্ জ্ঞানযজ্ঞঃ পৰন্তপ।
সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।।

সুন্দৰ : ব'বা বন্ধু—[এইবুলি সুন্দৰে একালে চাই কিবা ভাবিবলৈ ধৰে, তাৰ পাছত] বন্ধু আকৌ এবাৰ সেই শ্লোকটো আবৃত্তি কৰা [এইবুলি সুন্দৰে চকু মুদি সুদৰ্শনৰ আবৃত্তিলৈ অপেক্ষা কৰে।]

সুদৰ্শন : [আকৌ পুথিলৈ চকু দি]
শ্ৰেয়ান্ দ্ৰব্যময়াদ্ যজ্ঞাজ্ জ্ঞানযজ্ঞঃ পৰন্তপ।
সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।।

[সুদৰ্শনৰ আবৃত্তি শেষ হোৱাৰ লগে লগেই সুন্দৰে নিজে নিজে উচ্চ কণ্ঠে গাবলৈ ধৰে]

সুন্দৰ : শ্ৰেয়ান্ দ্ৰব্যময়াদ্ যজ্ঞাজ্ জ্ঞানযজ্ঞঃ পৰন্তপ।
সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।।

[সুন্দৰে গাই শেষ কৰোঁ কৰোঁ হওঁতেই দূৰৈত এটা প্ৰচণ্ড বৰটোপৰ শব্দ হয় আৰু শব্দৰ লগে লগেই এটা হিলৈৰ গুলি আহি সুদৰ্শনৰ গছাটোত লাগি তাক খানবানকৈ পেলাই

ৰা' মাতৃ : যদি তই তাকেই কৰ, তেন্তে এই যে আজি তোৰ ধন-সম্পদ ডকা দি নিবলৈ এই ৰাজডকাইতৰ অভিমান আহি তোৰ সৰ্ব্বনাশ কৰিব খুজিছে— তই সেই আসুৰি মানুহবোৰৰ বিৰুদ্ধে অস্ত্ৰ লৈ সিহঁতক কিয় নিৰ্ম্মূল নকৰ? তোৰ নিজৰ কথাৰেই দেখোন তই মোৰ মতত হয়ভৰ দিছ?

সু·ৰ : [হাঁহি] আই মাতৃ, মোৰ মুখৰ কথাৰেই মোক বান্ধিলোঁ বুলি ভাবিছা?— নহয়—আই মাতৃ, তুমি মোৰ কথাৰ সঠিক অৰ্থ বুজিব পৰা নাই। আসুৰি মানুহক নিশ্চয় বাধা দিবই লাগিব। কিন্তু সিহঁতক মই আসুৰি উপায়েৰেই বাধা দিবলৈ গ'লে— সিহঁতৰ ভিতৰৰ দানৱটো জ্বলি উঠিব , মোৰ তেনে আসুৰিক বাধা মাথোন সিহঁতৰ দানৱীয় প্ৰবৃত্তিৰ হবিস্বৰূপহে হ'ব।

ৰা'মাতৃ : [অধৈৰ্য্য হৈ] প্ৰলাপ—প্ৰলাপ—তোৰ প্ৰলাপৰে ৰাজ্য ৰক্ষা নহয়— বলিয়া— বলিয়া—সুদৰ্শন, অনঙ্গ-মোৰ ল'ৰা বলিয়া হ'ল—তাৰ মগজুৰ ঠিক নাই—সি—সি ৰাজ্য ৰক্ষা কৰিবলৈ অক্ষম—অপাৰগ—যোৱা সুদৰ্শন, যোৱা অনঙ্গ—আক্ৰমণৰ আদেশ দিয়াগৈ। যোৱা যোৱা—

[এনেতে উধাতু খাই দুটা দুৱৰী আহি আঁঠু লৈ]

দুৱৰী : ৰাজমাতৃ—শত্ৰুৰ সেনাই নগৰৰ দুৱাৰ ভাঙিবৰ কাৰণে আগবাঢ়ি আহিছে। যদি সিহঁতক নিবাৰিবলৈ বিহিত ব্যৱস্থা নহয়—তেন্তে আমাৰ আৰু ৰক্ষা নাই।

ৰাজমাতৃ : [উত্তেজিত আৰু অগ্নিময় হৈ] সুন্দৰ, সুন্দৰ। প্ৰতিহাৰীও কথা শুন, কথা শুন— যা—যা— যুদ্ধ কৰগৈ, সুদৰ্শন যোৱা, অনঙ্গ যোৱা—এৰি দে তোৰ বিচিত্ৰ মত—আহ্ আহ্ [ৰণঢোলৰ ভাঙৰ শব্দ] আহ্ [এইবুলি ৰাজমাতৃয়ে সুন্দৰৰ হাতত ধৰি আঁজুৰি আনে—সুন্দৰ হাত এৰুৱাই নি, অলপ দূৰলৈ গৈ]

সুন্দৰ : [গহীন আৰু কঠোৰ হৈ] শান্ত হোৱা আই মাতৃ! স্থিৰ হোৱা! অধৈৰ্য্য নহ'বা! যুদ্ধ মই নকৰোঁ!

ৰাজমাতৃ : সুন্দৰ!

সুন্দৰ : [অবিচলিত হৈ] যুদ্ধ মই নকৰোঁ।

[বাহিৰত কেইবাটাও ৰণঢোলৰ শব্দ]

ৰাজমাতৃ : [চিঞৰি] সুন্দৰ!!

সুন্দৰ : [অবিচলিত আৰু অটল ভাব ধৰি] যুদ্ধ মই নকৰোঁ।

ৰাজমাতৃ : [বলিয়াৰ দৰে] বলিয়া—বলিয়া— সুন্দৰ—সুন্দৰ তই বলিয়া—নালাগে নালাগে— মই—মই যুদ্ধ কৰিম—মোৰ ৰাজ্য—মোৰ ৰাজ্য—মই— মই—মই ৰাখিম—।

[বাউলীৰ দৰে ওলাই যায়। বাহিৰত আকৌ ৰণঢোলৰ শব্দ। ৰাজমাতৃৰ পিছে পিছে— সেই কোঠাটোৰ লিগিৰা-লিগিৰীবোৰো ওলাই যায়।]

সু·ৰ্শন : বন্ধু, সুন্দৰ!

সুন্দৰ ঃ মই যুদ্ধ নকৰোঁ।
সুদৰ্শন ঃ তেন্তে আত্মৰক্ষা কৰাঁ।
সুন্দৰ ঃ অৱশ্যে কৰিছোঁ—আসুৰি শক্তিৰ ক্ৰিয়া-কলাপ দেখি মোৰ ভিতৰৰপৰা দানৱ ওলাই সিহঁতক আক্ৰমণ কৰিব, যুঁজিব, তাৰপৰা মই আত্মৰক্ষা কৰিব খুজিছোঁ।
সুদৰ্শন ঃ আত্মৰক্ষা কৰাকেইতো যুদ্ধ বোলে।
সুন্দৰ ঃ নোবোলে।
সুদৰ্শন ঃ কি বোলে তেন্তে?
সুন্দৰ ঃ প্ৰতিৰোধ।
সুদৰ্শন ঃ তেন্তে তাকে কৰাঁ—প্ৰতিৰোধ কৰাঁ।
সুন্দৰ ঃ অৱশ্যেই কৰিম। আৰু মই তাকেই কৰিছোঁ। যুদ্ধ নকৰোঁ বুলি কৈ তাকেই কৰিছোঁ।
সুদৰ্শন ঃ তাৰপৰা একো কাৰ্য্যকৰী ফল নহ'ব। যি তোমাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আহিছে— সিহঁতে বিনাযুদ্ধে সিহঁতৰ অভীষ্ট সিদ্ধি কৰিব পাৰিব।
সুন্দৰ ঃ সিহঁতৰ অভীষ্ট সিদ্ধি হ'ব নোৱাৰে। মোক সিহঁতে জয় কৰিব নোৱাৰে। মই সিহঁতৰ আসুৰিয় জয়ৰ অধিকাৰ স্বীকাৰ নকৰোঁ।
সুদৰ্শন ঃ নকৰিলে সিহঁতৰ একো ক্ষতি নাই। তোমাৰ প্ৰাণ নাশ কৰিব, তাৰ পিছত তোমাৰ ৰাজ্য, তোমাৰ ধন-সম্পদ, তোমাৰ প্ৰজা, সকলো সিহঁতৰ হ'ব।
সুন্দৰ ঃ অৱশ্যে তোমাৰ কথা হ'ব। কিন্তু যি মোক আক্ৰমণ কৰিছে—সিহঁতৰ সৈতে অস্ত্ৰ-শস্ত্ৰেৰে যুদ্ধ কৰিবলৈ যথেষ্ট শক্তি থকা সত্ত্বেও—তাকে নকৰি সিহঁতৰ আক্ৰমণৰ অন্যায়টো প্ৰতিপন্ন কৰাৰৰ কাৰণে অতি ওখ মানৱীয় নৈতিক মহলাৰপৰা প্ৰতিৰোধ কৰি মই প্ৰাণ এৰিলে সিহঁতে পাছত সেই বিষয়ে ভাবিবলৈ ধৰিব। নাভাবি নোৱাৰেই।
সুদৰ্শন ঃ ভাবিবলৈ ধৰিলে কি হ'ব?
সুন্দৰ ঃ ভাবিবলৈ ধৰিলেই আৰু ৰক্ষা নাই।
সুদৰ্শন ঃ তাৰ মানে?
সুন্দৰ ঃ তাৰ মানে সিহঁতৰ অন্তৰত যুদ্ধৰ জুই জ্বলিব। সেই যুদ্ধ কিহৰ জানা? দৈৱী আৰু আসুৰি প্ৰবৃত্তিৰ। মানুহৰ মনত দৈৱী আৰু আসুৰি প্ৰবৃত্তিৰ যুদ্ধ হ'লে সদায়েই দৈৱী প্ৰবৃত্তিৰ জয় হয়। দৈৱী প্ৰবৃত্তি কেতিয়াবা যুদ্ধ কৰি পৰাভূত হ'লেও—তাত স্বয়ং ভগৱানে হস্তক্ষেপ কৰেহি। আৰু সেই কাৰণে শেষত দৈৱী শক্তিৰ সদায়েই জয় হৈয়েই আছে। এই মহাসত্য হিন্দুৰ সকলো শাস্ত্ৰতে প্ৰমাণিত হোৱা দেখুৱাইছে। মহাভাৰত, ৰামায়ণ আৰু যত পুৰাণ—তাত সূক্ষ্মভাৱে বিচাৰি চালে দেখিবা, এই মহাসত্য জ্বলিব লাগিছে। সাময়িক ভাৱৰে কেতিয়াবা এই সত্য মহাসূৰ্য্যক আঁৰ কৰি

ধৰিলেও—ই জাজ্বল্যমান হৈ জ্বলি বিশ্ব-সংসাৰক তাৰ তাপ, উম আৰু পোহৰেৰে ৰাখি থৈছে। ধ্ৰুব নিশ্চয়ভাৱে মোৰ অন্তৰত এই সত্যৰ উপলব্ধি হৈছে। সেই কাৰণেই মই হাতৰ অস্ত্ৰ পেলাই দিও কৃতকাৰ্য্যতাৰে প্ৰতিৰোধ কৰিব পাৰিম বুলি নিঃসন্দেহ আৰু নিৰ্ভয়।

সুদৰ্শন ঃ তোমাৰ ই এক অভূতপূৰ্ব্ব কথা।

সুন্দৰ ঃ অভূতপূৰ্ব্ব কথাৰপৰা আন এটা অভূতপূৰ্ব কথালৈ যাব লাগিছে এই বিশ্ব-সংসাৰ। তাকেই বোলে কালৰ প্ৰবাহ। বিশেষকৈ এই মানুহৰ মনটো সৃষ্টি হৈছে সেইবাবেই—অভূতপূৰ্ব্বৰপৰা আৰু অভূতপূৰ্ব্বলৈ যাবলৈ। যদি তাকে নকৰা তেন্তে তুমি তোমাৰ আৰু স্থিতিশীল পশুৰ মনৰ কি পাৰ্থক্য কৰিবা বন্ধু? গতিশীলতাৰ আচল অৰ্থ হৈছে অভূতপূৰ্ব্বলৈ পৰিৱৰ্ত্তন।

সুদৰ্শন ঃ বেছ, কথা বুজিলোঁ। কিন্তু ভালৰপৰা বেয়ালৈ গ'লেও জানো অভূতপূৰ্ব্বলৈ যোৱা নহ'ব?

[এইবুলি সুদৰ্শনে এটা কুটিল হাঁহি মাৰে।]

সুন্দৰ ঃ মানুহৰ মনটো উভতি অধম অৱস্থালৈ গ'লে নিশ্চয় তাক অভূতপূৰ্ব্বলৈ যোৱা বুলি ক'ব নোৱাৰি। সি মাথোন ভ্ৰষ্টতা। মানৱ জাতিয়ে মহা তমসাৰপৰা নিজকে মুক্ত কৰি আলোকৰ বাটেদি জ্ঞানৰ মাজেদি যি মহা-জীৱনলৈ যাত্ৰা কৰিছে, সেই যাত্ৰাৰ স্তৰে স্তৰে যি মানৱ জাতিক এখোজ সেই বাটেদি আগবঢ়াই নিবৰ কাৰণে নতুন আধ্যাত্মিক আৰু সাংসাৰিক অৱস্থাত নবোন্মেষৰ সৃষ্টি হয়—সিয়েইহে অভূতপূৰ্ব্ব। বেয়ালৈ যোৱাটো কেৱলমাত্ৰ স্খলন। এই আলোকৰ সোপান শ্ৰেণী উঠি যোৱা মানৱ জাতিৰ স্খলন সাময়িকভাৱে প্ৰত্যেক উৰ্দ্ধগামী স্তৰৰপৰা হয়। আগৰ স্খলনৰ অৱস্থা তাৰ পিছৰ স্খলনৰ অৱস্থাৰ ৰূপ বেলেগ হ'ব পাৰে—সি মাত্ৰ প্ৰকাৰভেদ। স্খলনৰ নৱবৈচিত্ৰ্যৰে তুমি অভূতপূৰ্ব্বক খেলি-মেলি কৰি নেপেলাবা।

সুদৰ্শন ঃ কিন্তু বাৰু তোমাৰ মতেই সোধোচোন! মানুহ জাতি অভূতপূৰ্ব্বলৈ নগৈ স্খলনৰ নৱবৈচিত্ৰ্যৰপৰা নৱবৈচিত্ৰ্যলৈহে যাব বুলি যদি মই কওঁ?

সুন্দৰ ঃ বুৰঞ্জীয়ে নকয়। উত্থান-পতনৰ মাজেদি মানৱ জাতিয়ে আদৰ্শৰ চাকিটো লৈ আমি বৰ্ত্তমানত উপস্থিত। পৃথিৱীত নতুন নতুন সভ্যতা, নতুন জ্ঞানৰ বাটেদি মানৱ জাতি আহি আজি বিশ্বমুখী হোৱাই তাৰ প্ৰমাণ। তোমাৰ কথা সঁচা হোৱা হ'লে কুৰুক্ষেত্ৰ যুঁজৰ আজি কেবা হাজাৰ বছৰৰ পিছত এই পৃথিৱীত কেৱল খোৱা-কামোৰা কৰা বন-মানুহৰ বসতিহে দেখিলাহেঁতেন।

সুদৰ্শন ঃ কিন্তু পৃথিৱীত আজিৰপৰাওতো সেই স্খলনৰ প্ৰথম অঙ্ক আৰম্ভ হ'ব পাৰে। যদিও বৈজ্ঞানিক সভ্যতাই আমাৰ বস্তু-জ্ঞানৰ আকাশ চক্ৰবালৰ ৰেখা

বহলাই নিছে তথাপিও মানুহৰ আত্মাৰ আৰু মনৰ বৰ্ব্বৰতা, আসুৰিয় প্ৰবৃত্তিটো যোৱা নাই—নতুন বিজ্ঞানৰ আৱিষ্কাৰ, সিহঁতে প্ৰথম লো... আৱিষ্কাৰ কৰা মানুহটোৱে যি বৰ্ব্বৰ প্ৰবৃত্তিৰ বাবে তাক দা-যাঠি... নিয়োগ কৰিছিল আজিও তাতকৈ লক্ষগুণ শক্তিশালী বস্তু-জ্ঞানক সেই একে অভিনৱ দা-কটাৰি সাজিবৰ কাৰণেই নিয়োগ কৰিছে। সেই কাৰণেই মোৰ মত প্ৰমাণ হৈছে যে পৃথিৱীৰ মানৱ জাতি স্খলনৰ নৱবৈচিত্ৰ্যৰপৰা তাতোকৈ বিপৰ্য্যয় নৱবৈচিত্ৰ্যলৈহে আগবাঢ়ি গৈছে— আৰু মই ইয়াকে অভূতপূৰ্ব্ব বুলিব পাৰোঁ। কাৰণ আভিধানিক অৰ্থ মতে অভূতপূৰ্ব্ব মানে আগেয়ে যি হোৱা নাছিল সি হোৱা।

সুন্দৰ ঃ [হাঁহি] বন্ধু, তুমি এজন যথাৰ্থতে পণ্ডিত। কিন্তু বন্ধু, সদায় জানিবা পৃথিৱীত নতুন সৃষ্টিৰ অগ্ৰদূত পণ্ডিত নহয় প্ৰতিভাহে। প্ৰতিভা সূৰ্য্যৰ পোহৰ গ্ৰহণ কৰি জনগণলৈ প্ৰতিফলিত কৰাটোৱেই পণ্ডিতৰ কাম হৈ আহিছে। পণ্ডিতে প্ৰতিভাৰ অৰ্থও কৰিব পাৰে আৰু কদৰ্থও কৰিব পাৰে মাজে মাজে অনৰ্থও কৰে—হাঃ হাঃ হাঃ। বন্ধু, যুক্তি-তৰ্কৰে নতুন সৃষ্টি কৰিবা? মোৰ পণ্ডিত বন্ধু সুদৰ্শন—তুমি মোৰ কথাৰ কদৰ্থ নকৰিবা—যুদ্ধ মই নকৰোঁ।

সুদৰ্শন ঃ বন্ধু, তুমি আজিৰ নাটকৰ এটা উদ্ভট চৰিত্ৰ।

সুন্দৰ ঃ হাঃ হাঃ উৎকট বুলি নোকোৱা কিয় বন্ধু— উৎকট।

অনঙ্গ ঃ [ইমানপৰ মনে মনে থাকি এতিয়া বিৰক্তি আৰু খঙেৰে] বন্ধু সুন্দৰ, আক্ৰমণৰ মুখত যুঁজ নকৰি—তোমালোকৰ এতিয়া হিলৈৰ গুলিৰ তলত বহি দৰ্শনৰ আলোচনা কৰাটো মই বলিয়াৰি দায়িত্বহীনতা, কৰ্তব্যপৰাঙ্মুখতা বুলি ভাবোঁ সুন্দৰ। ........তুমি ৰজাৰ অযোগ্য। তুমি ক্ষত্ৰিয়ৰ অযোগ্য।.........*

(অসম্পূৰ্ণ)

# পৰিশিষ্ট

## 'শোণিত কুঁৱৰী'

### (১)

**ড° বাণীকান্ত কা[illegible]ত**

গ্ৰন্থকাৰে নাট এখনি উপহাৰ স্বৰূপে দি তেখেতৰ অন্তৰঙ্গ বন্ধু [illegible] হেতুবাই কোৱাইছে যে নাটখনিৰ নিৰপেক্ষভাৱে দোষ-গুণ আলোচনা কৰি '[illegible]' কাকতত প্ৰবন্ধ এটি দিব লাগে।

আমাৰ বৰ্তমান সাহিত্যত কেতবোৰ নামজ্বলা মানুহৰ ভিতৰত উৰুঙা প্ৰশ[illegible]-পত্ৰেৰে ফাকুৱা খেলা ৰীতিৰ চলিত হ'ব লাগিছে। চাৰি পাত পটি বা নৰ্পা[illegible] চাৰি শাৰী আখৰ জোঁটাই ইটিয়ে সিটিৰ গাত প্ৰশংসা ছটিয়াই দিয়া প্ৰচলন হ'[illegible] ধৰাত ভালেমান সাহিত্যসেৱী ডেকা ল'ৰাৰ ভিতৰত মানসিক আৰু নৈতিক দুৰ্ব[illegible]তা এটি সোমাব লাগিছে। আমাৰ সাহিত্যত ভালকৈ শিকি-বুজি তৈয়াৰ হোৱা গ্ৰন্থকাৰৰ আদৰ্শ নোহোৱা হ'ল আৰু সকলোবে প্ৰশংসাৰ ধুঁৱলি-কুঁৱলি ৰং গাত সানি লবলৈ ব্যস্ত।

বৰ্তমান গ্ৰন্থকাৰ কুমলীয়া ল'ৰা আৰু বয়সত আমাৰ ছাত্ৰস্থানীয়। বৰমূৰীয়াসকলৰ ফাকুৱা খেলাৰপৰা নিজ ইচ্ছাৰে আঁতৰি থাকিব খোজাত তেখেত আমাৰ আন্তৰিক শ্ৰদ্ধাৰ পাত্ৰ হৈছে। তেখেতে বুজিছে যে প্ৰশংসা কোনেও দিব পৰা বস্তু নহয় ; আহিবৰ সময় হলে ই আপোনা-আপুনি আহে। সেই কাৰণে আমাৰ আশা হৈছে যে তেখেতৰ বৰ্তমান নাটখনিৰ মূল্য যিয়েই নহওক, আগলৈ তেখেতৰপৰা আমাৰ সাহিত্যৰ সম্পদ হোৱা বস্তু পাম। কিয়নো স্বাৰ্থৰ শিকলি নিপিন্ধা মনেৰে সত্য বস্তুৰ আগত মুখামুখিকৈ থিয় হ'ব পৰা ভাবৰ ভাষাত অভিব্যক্তিয়েই সাহিত্য। তাত বাজে আন সকলোবোৰ আত্ম-প্ৰৱঞ্চনা আৰু লোক-প্ৰতাৰণা।

"শোণিত কুঁৱৰী' নাটখনি পৌৰাণিক উষা-অনিৰুদ্ধৰ গুপ্ত প্ৰেম-লীলা বিষয় লৈ লিখা হৈছে। পুৰণি অসমীয়া সাহিত্যত গীতৰ আকাৰত পীতাম্বৰ কবিৰ 'উষা-পৰিণয়' আৰু কাব্যৰ আকাৰত চন্দ্ৰভাৰতীৰ 'কুমাৰ হৰণ' পুথি পোৱা গৈছে। তাত বাজেও 'দশম ভাগৱত'ৰ শেহ খণ্ডত উষা-অনিৰুদ্ধৰ উপাখ্যানৰ অসমীয়া ভাঙনি আছে। বৰ্তমান গ্ৰন্থকাৰৰ পৰা সেই চিৰপৰিচিত আখ্যানটো আজিকালিৰ ভাব আৰু ভাষাত নাটৰ মাজেৰে সজ্জিত হোৱা চাই সকলো সাহিত্যসেৱীয়েই ভাল পোৱা উচিত।

পৌৰাণিক কবিয়ে আখ্যানটোত বাণ ৰজাৰ আসুৰিক বলদৰ্পৰ শেষ সীমা দেখুৱাই শেহত গৈ সেই দৰ্প কেনেকৈ ভক্তিত পৰিণত হ'ল সেইটো দেখুৱাইছে। বাণৰ আসুৰিক বলদৰ্প ইমান বাঢ়ি গ'ল যে প্ৰকাৰান্তৰে সি নিজৰ উপাস্য দেৱতা শঙ্কৰকেই প্ৰতিযোদ্ধা স্বৰূপে কামনা কৰিলে। শঙ্কৰেও ৰুদ্ধ খণ্ডেৰে সোনকালে বাণে প্ৰতিযোদ্ধা পাব বুলি বৰ দিলে। কিন্তু এই উপযুক্ত প্ৰতিযোদ্ধা যে অৱৰুদ্ধ যুৱতী হোৱালীৰ অন্তৰৰ সদৃশ পতি কামনাৰ সফলতা স্বৰূপে আহিব—এইটোৱেই উপাখ্যানটোক প্ৰহেলিকা আৰু কবিত্বময় কৰি তুলিছে। বাণৰ সদৃশ বীৰ কামনা আৰু উষাৰ সদৃশ বৰ কামনা—এই দুটা ভাবৰ অজ্ঞাত তথাপি অথালি-পথালি গতিৰ দ্বাৰাই আখ্যানটো নিৰ্মিত হৈছে।

নাট্যকাৰে ঘটনাৱলীৰ মূলভাব ধৰিব পাৰিছে, যদিও সমানভাৱে সেইটো নাটত চিত্ৰিত কৰি তুলিব পৰা নাই। ১৩ পৃঃ—"তোমাৰ সৰ্বশক্তি দি এজন প্ৰতিযোদ্ধাৰ সৃষ্টি কৰা"—বাণৰ এই প্ৰাৰ্থনাত নিজৰ উপাস্য দেৱতা শঙ্কৰকেই আওপাকে খুজিছিলে যেন হ'ল। শঙ্কৰ 'গম্ভীৰ' হ'ল কিন্তু বৰ দিলে। বৰ পাই বাণ বস্তুত আপ্লুত হ'ল, কিন্তু শঙ্কৰে মনত কি ভাবিলে গ্ৰন্থকাৰে নেদেখুৱালে। 'কুমাৰ হৰণ' আখ্যানটিৰ আন এটি নাম হৰি-হৰ যুদ্ধ-লীলা। ভোলানাথ শঙ্কৰে সকলো পিনে নভবা-নিচিন্তাকৈ বৰ দি নিজেই বিপদত পৰে। বৰ দিয়াৰ পিছতেই মহাযোগী শঙ্কৰে যে বৰৰ পৰিণাম স্বৰূপে নিজৰ অভিন্নমূৰ্তি শ্ৰীকৃষ্ণৰ লগত নিজে যুঁজিব লাগিব—এই ভাবৰ কিবা কথা অলপ উনুকিয়াই তেওঁৰ মনৰ ভাৱ সূচনা কৰা হ'লে ভাল হ'লহেঁতেন যেন লাগে। পুৰণি কবিসকলে শঙ্কৰৰ বৰৰ লগত এইটোও কৈছে যে বাণ ৰজাৰ মৈৰাধ্বজ যেতিয়া খহি পৰিব তেতিয়াই যুদ্ধৰ সূত্ৰপাত হ'ব বুলি ধৰিব লাগিব। গ্ৰন্থকাৰে মৈৰাধ্বজৰ কথাটো এৰি দিয়াত নাটখনিত পৌৰাণিক ভাব ৰক্ষিত হোৱা নাই আৰু এটি বৰ কল্পনাস্পৰ্শী দৃশ্য নষ্ট হৈছে। যেতিয়াই অনিৰুদ্ধ আহি অগ্নিগড়ত সোমাল, তেতিয়াই মৈৰাধ্বজ ভাগি পৰাৰ দৃশ্য এটিৰ সূচনা কৰা হ'লে উষাৰ অন্দৰমহলত যি গুপ্ত প্ৰেম-লীলা চলিব ধৰিছিল, বাণেকৰ ৰাজ্যত সিয়েই ভৱিষ্যত ৰাজ্য-বিপ্লৱৰ আগে আগে অহা দীঘলীয়া ছাঁয়াৰ দৰে প্ৰতিভাত হ'লহেঁতেন।

নাটৰ দৃশ্যবোৰ অগা-পিছাকৈ সজোৱাত দোষ হৈছে। আগতে কোৱা হৈছে যে বাণেকৰ সদৃশ প্ৰতিযোদ্ধা কামনা আৰু জীয়েকৰ সদৃশ পতি কামনা এই দুটি কথাৰ অঙ্গাঙ্গি ভাবৰ দ্বাৰাই নাটকীয় বিষয়-বস্তু ৰচিত হৈছে। ওৰে নাটখনৰ ভিতৰতেই এই দুটি ভাব সমানেই সজীৱ কৰি ৰাখিব লাগিছিল। দৃশ্যবোৰ সজোৱাৰ দোষত নাটকৰ শেহডোখৰ নিস্তেজ হৈ পৰিছে। শঙ্কৰৰ বৰ লোৱাৰ পিছৰপৰা উষা-অনিৰুদ্ধৰ প্ৰেম-লীলাৰ শেহলৈকে বাণ ৰজাক আৰু দেখা নগ'ল। নাটকত কেৱল যুঁজৰ কথা পঢ়ি বা কৈ মানুহে সন্তোষ নেপায়। তৃতীয় অঙ্কৰ পিছত মানুহ

ভাওনা ঘৰৰপৰা ওলাই যাবও পাৰে। উষা-অনিৰুদ্ধৰ লীলা সাং হ'বলৈ দি তাৰ মাজে মাজে অনিৰুদ্ধক বিচৰা, যুঁজৰ আয়োজন আদি কথা নিপুণভাৱে সুমুৱাই দি পৰা হ'লে ভাল হ'লহেঁতেন।

তলত পৃষ্ঠা অনুসাৰে একাদিক্ৰমে কিছুমান কথাৰ আলোচনা দিয়া হ'ল ঃ

১২ পৃঃ—"বাণে বেদীত বহি শঙ্কৰক স্মৰণ কৰে" বুলি আছে। স্মৰণৰ ভাব স্বৰূপে এটি শিৱৰ স্তৱ দিব লাগিছিল। কাব্যত স্মৰণ কৰা বুলি ক'লেও হয়, কিন্তু নাটকত স্মৰণৰ ভাবা লাগে।

১৫ পৃঃ—পত্ৰলেখা, চন্দ্ৰলেখা, মধুলেখা আদি নামবোৰ বৰ কবিত্বপূৰ্ণ উদ্ভাৱনা।

২০ পৃঃ—মধুমতীক অগ্নিগড়লৈ অনাৰপৰা নাটৰ কোনো অঙ্গ পূৰ্ণ হোৱা নাই। এইটো সম্পূৰ্ণ নিৰৰ্থক। যি ঘটনাৰ লগত নাটৰ মুখ্য বস্তুৰ সাক্ষাৎ বা পৰোক্ষভাৱে সম্বন্ধ নাই, তেনে কথা নাটত ঠাই দিব নেলাগে। লেলেতীয়া কথা থাকিলে ঘটনাক্ৰমৰ চলনত বাধা জন্মে। বৰঞ্চ কথা পত্ৰোক্ত বা কণ্ঠোক্ত কৰিলা কৰিবলৈ ইঙ্গিত দিব লাগে।

২৩ পৃঃ—খেমালিৰ পিছতেই হঠাৎ উষাই বেদীত বহি আৰাধনা কৰা কথাটো অস্বাভাৱিক হৈছে। তাত ভাবৰ পাৰম্পৰ্য নাই। গীতাৱৰৰ গীতত আছে "বিৰাগ বিমনা উষা হে।" উষাক এনেভাৱে এটি স্বগতঃ উক্তিত বা আন প্ৰকাৰে দেখুৱাব লাগিছিল যেন সখীয়েকসকলৰ লগত হেজাৰ খেমালি কৰিলেও তেওঁৰ মনটোক অইন কিবা ভাৱে গুদা গুদা কৰি ৰাখিছিল। ১৫ পৃঃত সেই ভাবৰ অলপ ইঙ্গিত আছে যদিও চৰিত্ৰত দেখুৱা হিচাপে সেইটো যথেষ্ট হোৱা নাই। তাত বাজেও উষাক বিচলিত কৰা বুলি তেওঁৰ যৌৱনৰ লগে লগে বসন্ত কালকো দায়ী কৰিব লাগিছিল, নহ'লে উষাৰ চৰিত্ৰৰ মৰ্যাদাত অলপ আঘাত কৰে। ইয়াতো ভগৱতীৰ স্তৱ এটি থাকিব লাগিছিল। নাটৰ ঘটনাৱলীৰ লগত ভগৱতীৰ কোনো সাক্ষাৎ সম্বন্ধ নাই। তেওঁক ভাৱৰীয়া হিচাপে 'উৰ্জস্ত বুলিলাই, তেওঁৰ মূৰ্তি এখনিৰ আগত উষাক স্তৱ কৰা দেখুৱাই ভগৱতীৰ কথাখিনি আকাশীবাণী ৰূপে দিয়া হ'লে ভাল হ'লহেঁতেন। উষাৰ মনৰ তীব্ৰ আকাংক্ষাই শূন্যত পুনৰ বাই আকাশীবাণী ৰূপে প্ৰতিধ্বনিত হোৱা যেন লাগিলহেঁতেন।

২৮-৭৫ পৃঃ—উষাই বৰ লোৱাৰ পৰা অনিৰুদ্ধৰ লগত মিলন হোৱালৈকে দৃশ্যবোৰ কাব্য হিচাপে বৰ নিৰুপম হৈছে। গ্ৰন্থকাৰৰ এটাইখিনি কল্পনা আৰু সৌন্দৰ্যবোধ এই দৃশ্যবোৰৰ ওপৰতেই গঢ় হৈছে। কিন্তু ঘটনাবোৰ একে লানিতেই ইটোৰ পিছত সিটো ঘটা যেন দেখুৱাত, সেইবোৰৰ নাটকীয় কল্পনাস্পৰ্শী গুণ কমি গৈছে। এইবোৰৰ ভিতৰত সৰু-সুৰা অইন দৃশ্য দুই-এটা দিব লাগিছিল। সৌন্দৰ্য্যৰ টোত কুমলীয়া গ্ৰন্থকাৰ উটি গৈছে।

২৪ পৃঃ—ৰতি আৰু মদনৰ মুখত মিত্ৰাক্ষৰ পদ্য দিয়াত ভাল হৈছে। মদন আৰু স্বপ্নদেৱীৰ কথাতো পদ্য দিব লাগিছিল। গদ্য বাস্তৱ ৰাজ্যৰ ভাষা। ছায়ামূৰ্তিৰ মুখত মিত্ৰাক্ষৰ পদ্য দিয়াই ভাল। পদ্যৰ ভাষাই মূৰ্তিবোৰক বাস্তৱিক জীৱনৰ পৰা আঁতৰাই নিয়ে।

২৮ পৃঃ—স্বপ্নদেৱীৰ স্বগতঃ উক্তি বৰ গধুৰ আৰু দাৰ্শনিক ভাবাপন্ন। সপোনৰ কথাত সপোনৰ ভাব আৰু ভাষাৰ তৰলতা থকা উচিত। স্বাধীন কথা হিছাপে স্বপ্নদেৱীৰ উক্তি বৰ কবিত্বময়।

২৮-২৯ পৃঃ—সপোন ভগাৰ পিছত উষাৰ কথাত পদ্য দিয়া হ'লে সপোনৰ অবাস্তৱতা আৰু মাদকতা বেছি থাকিলহেঁতেন যেন লাগে।

৩২ পৃঃ—চিত্ৰলেখাই অদ্ভুত চিত্ৰবিদ্যা ক'ত পালে—উনুকিয়াব লাগিছিল।

৩৪ পৃঃ—চিত্ৰলেখাৰ চিত্ৰিত মূৰ্তিবোৰৰ বৰ্ণনাত "আছে নে প্ৰাণৰ প্ৰিয়, ইয়াৰ মাজত—এই কথাষাৰ প্ৰত্যেক বৰ্ণনাৰ অন্তত পুনৰুক্তি হ'ব লাগিছিল। প্ৰশ্নৰ স্বাভাৱিকতাৰ লগত পুনৰুক্তিৰ সৌন্দৰ্য মিলি গ'লহেঁতেন।

৪০ পৃঃ—চিত্ৰলেখাৰ দীঘলীয়া স্বগতঃ বচনৰ লগত নাটকীয় কোনো ঘটনাৰ সম্বন্ধ নাই। ইয়াত চিত্ৰলেখাৰ অন্তৰত বুভুক্ষা দেখুৱা হৈছে, কিন্তু নাটকৰ কোনো কথাৰ লগত তাৰ সম্বন্ধ নাই। নিজৰ অন্তৰৰ হাহাকাৰ চেপি ৰাখিও সখীয়েকৰ কামনা সফল কৰিবলৈ ওলাইছে এনে কিবা ধৰণৰ কোনোবা কথাৰে স্বগতঃ বচনক নাটৰ লগত যোগ দিব লাগিছিল। স্বাধীন কথা হিছাপে ইয়ো মধুৰ আৰু কবিত্বময় হৈছে।

৪৪ পৃঃ—অনিৰুদ্ধৰ আপোন-মতলীয়া উক্তিবোৰ স্বাভাৱিক হোৱা নাই। ঘটনাৰ উল্লেখ বা পাৰম্পৰ্যৰ লক্ষ্য নকৰাত তাত হঠাৎকাৰিতাৰ দোষ পৰিছে। নাটত সাক্ষাৎ বা পৰোক্ষ ঘটনাৰ উল্লেখ বা সংশ্লেষ লাগিবই। ঘটনাৰ চেপা-খুন্দাৰেহে চৰিত্ৰ দেখুৱাব লাগে, নহ'লে নাট আৰু কবিতাৰ প্ৰভেদ নেথাকে।

৫৪ পৃঃ—অনিৰুদ্ধৰ "টিনি পাওঁ" কথাৰ নাটকীয় কৈফিয়ত নাই।

৬০ পৃঃ—"কি তুমিয়েই চিত্ৰলেখা?"—কথাষাৰৰ অৰ্থ নাই। অনিৰুদ্ধই চিত্ৰলেখাৰ কথা কেতিয়া কেনেকৈ জানিলে? এনে এবিধ কথা থাকিব লাগিছিল যে চিত্ৰলেখা মায়াবিনী বা অপেস্বৰী বা অইন কিবা আৰু অনিৰুদ্ধই তাইৰ কথা শুনি আছে ইত্যাদি। কুমাৰ আচৰিত হ'ব লাগিছিল যে সেই বিখ্যাত চিত্ৰলেখাই তেওঁৰ আগতে সোঁ-শৰীৰে থিয় হৈছেহি।

৬১ পৃঃ—পৌৰাণিক মায়া বিদ্যাৰ ঠাইত আধুনিক (Hypnotism) ভেল্কীৰ সহায়েৰে কুমাৰক হৰণ কৰা কথাটো গ্ৰন্থকাৰৰ পক্ষে বৰ নিপুণ উদ্ভাৱনা। ভাব আৰু ভাষা বৰ মনোৰম।

৬৫ পৃঃ—অনিৰুদ্ধ আৰু চিত্ৰলেখাৰ কথাবোৰ পদ্যত হোৱা হ'লে ভাল আছিল। মুগ্ধ অৱস্থাৰ কথাত পদ্যৰ ঝঙ্কাৰ থাকিলে চাৰিওপিনে মোহৰ ৎ ছাটিয়াই দিয়া যেন লাগে। বৰ্তমান যিভাৱে আছে তাতো অতুল সৌন্দৰ্য আছে।

৮৭ পৃঃ—এইখিনিৰ পৰা নাটখন নিস্তেজ হৈ পৰিছে। উষা-অনিৰুদ্ধৰ প্ৰেম অভিনয় শেষ হোৱাৰ পিছতহে অনিৰুদ্ধক বিচৰা আদি কথাৰ সূত্ৰপাত হ'ল। ইফালে অনিৰুদ্ধই আহি প্ৰেমত 'হাবুডুবু' খাব লাগিছে, আৰু আনফালে ঘৰৰ মানুহে তেওঁক বিচাৰি 'হায়ৰাণ' হ'ব লাগিছে ইত্যাদি কথা একে সময়তে ঘটাৰ দৰে দৃশ্যৰ সাল-সলনি কৰি দেখুৱা হ'লে ভাল আছিল। কৃষ্ণ-চৰিত্ৰ আৰু অলপ বেছিকৈ ফুটি ওলাব লাগিছিল। অনিৰুদ্ধ ক'লৈ গৈছে তেওঁ জানে। গ্ৰন্থকাৰে শ্ৰীকৃষ্ণই "অলপ হাঁহে" ইত্যাদি কথাৰে বুজাবৰ চেষ্টা কৰিছে, কিন্তু কৃষ্ণ-চৰিত্ৰ সম্পূৰ্ণকৈ ফুটি নোলাল। উষা-অনিৰুদ্ধৰ প্ৰেম-লীলা উপলব্ধি কৰোতেই কুমলীয়া গ্ৰন্থকাৰৰ কল্পনা ভাগৰি পৰিছে।

৯৩ পৃঃ—হঠাৎ বাণক জীয়েকৰ অন্দৰমহললৈ অনাটো ঠিক হোৱা নাই। দূত পঠিয়াই কুঁজীৰ কথাৰ সত্যাসত্য বিচাৰ কৰাব লাগিছিল বা অইন যোদ্ধাৰ দ্বাৰাই প্ৰথমে অনিৰুদ্ধক ধৰাবলৈ দিব লাগিছিল।

১১৬ পৃঃ—শঙ্কৰৰ—"হাঃ হাঃ তুমি বুজিব নোৱৰা!" এই বুজিব নোৱৰা কথাখিনি পঢ়োতাক লক্ষ্য কৰি ইঙ্গিতেৰে বুজাব লাগিছিল। শঙ্কৰে যে নিজৰ ভক্তৰ ভক্তিৰ শিকলিত মেৰপাক খাই নিজৰ বিৰুদ্ধেই নিজে যুঁজিবলৈ ওলাইছে এই ৰহস্যটো ১১৭ পৃঃ ত শঙ্কৰ অন্তৰ্দ্ধান হোৱাৰ আগতেই স্বগতঃ বচন বা আন কিবা প্ৰকাৰে বুজাবৰ ইঙ্গিত কৰিব লাগিছিল।

১১৯ পৃঃ—ব্ৰহ্মাৰ কথা আৰু কিছু পৰিস্ফুট হ'ব লাগিছিল। হৰি-হৰ যে অভেদ্য আৰু দুযো আত্মঘাতী ৰণত প্ৰবৃত্ত হৈ সৃষ্টি নষ্ট কৰিবলৈ ওলাইছে এনে কথাৰ অৱতাৰণা অলপ থাকিব লাগিছিল। হৰিবংশত ব্ৰহ্মাৰ স্তৱ আছে। আমাৰ পুৰণি কবি পীতাম্বৰেও গাইছে—

"ব্ৰহ্মাৰ বচন শিৱ দৃঢ় চিত্তে॥<br>গোৱিন্দৰ শৰীৰ নিৰখে উমাপতি।<br>এবনাদি সকলে দেখিলা পশুপতি॥<br>অৰ্দ্ধেক শৰীৰ নীল অৰ্দ্ধেক ধৱল।<br>অৰ্দ্ধেক অমৃত পীয়ে অৰ্দ্ধেক গৰল॥<br>অৰ্দ্ধেক বাঘৰ ছাল পীতবাস।<br>অৰ্দ্ধে চন্দন অৰ্দ্ধে ভস্মৰ বিলাস॥" ইত্যাদি।

গীতাত অৰ্জ্জুনে কৃষ্ণৰ মুখত বিশ্বমূৰ্ত্তি দেখিছিল। কিন্তু ইয়াত শঙ্কৰে আত্মস্থ

হৈ গঙ্গা-যমুনা সঙ্গমৰ দৰে নিজকেই কৃষ্ণৰ লগত আধা-আধিভাৱে দেখিলে। এয়ে হৰি-হৰৰ যুদ্ধৰ তাৎপৰ্য। গ্ৰন্থকাৰে বিষয়-বস্তুৰ তাৎপৰ্য ধৰিব পাৰিছে, কিন্তু সম্পূৰ্ণভাৱে অবিচলিত চিত্তেৰে উপলব্ধি কৰি ঘটনা আৰু চৰিত্ৰৰ সহায়েৰে তাক ফুটাই তুলিব পৰা নাই। উষা-অনিৰুদ্ধৰ কল্পনাই মনক বেছিকৈ হেঁচি ধৰাত ই আনফালে সহজ শক্তিৰে খেলা কৰিব পৰা নাই। অপৰিণত বয়সেই ইয়াৰ কাৰণ। কাব্য হিছাপে পুথিখনি বৰ উপাদেয় হৈছে। বৰ্তমান কালৰ ভাব আৰু ভাষাৰে পৌৰাণিক আখ্যানৰ সৌন্দৰ্য আৰু তত্ত্ব উলিয়াই অনাত লেখক কৃতকাৰ্য হৈছে। পুথিৰ অন্তৰ্গত গীতবোৰত হৃদয়ৰ স্বাভাৱিক স্পন্দনৰ খেলা আছে আৰু সেইবোৰত স্নিগ্ধ অভিনৱতাৰ ছটা এটি পৰিছে। ভাৱৰীয়াবোৰৰ ভালেমান কথা স্বাভাৱিক নহ'লেও, বা অৱস্থা বিশেষৰ লগত খাপ নেখালেও, গ্ৰন্থকাৰে যে সুদূৰ সৌন্দৰ্যৰ পোহৰ এটি দেখিছে সেইটো সহজে বুজিব পাৰি।

সেইদেখি গ্ৰন্থকাৰৰ প্ৰতি আমাৰ অনুৰোধ যেন তেখেতে আমাৰ দেশৰ ৰীতি অনুসাৰে ততালিকে সাহিত্যৰথী আদি হ'বলৈ আকাঙ্ক্ষা নকৰি নিৰলভাৱে সাহিত্যসেৱাত মন দি দেশ-বিদেশৰ "অপ্ৰমাদী পূৰ্ব্ব কবি" আৰু গ্ৰন্থকাৰসকলৰ ভাল ভাল গ্ৰন্থবোৰ পঢ়ি মনটো গঠন কৰি ল'ব। সাহিত্যৰ ক্ষেত্ৰত নতুনকৈ কৰিবলগীয়া কাম একো নাই। সাহিত্য ধ্বনি আৰু প্ৰতিধ্বনি মাথোন। পূৰ্বপুৰুষসকলৰ ভাবৰ ধ্বনি যাৰ হৃদয়ত পূৰাকৈ প্ৰতিধ্বনিত হয় সিয়েই সফলতা লাভ কৰে। *

বাঁহী, ১৩শ বছৰ, ৮ম সংখ্যা
আঘোণ, ১৮৪৭ শক

* ড° কাকতিয়ে ইয়াত উল্লেখ কৰা পৃষ্ঠা-সংখ্যাবোৰ তেখেতে অনুসৰণ কৰা নাটকৰ মতেই ৰখা হৈছে।

# 'শোণিত কুঁৱৰী'

## (২)

**উমেশচন্দ্ৰ বৰুৱা**

শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিত-কুঁৱৰী' নাটকৰ আখ্যান ভাগ পৌৰাণিক ঘটনাৱলী লৈ লেখা যদিও গ্ৰন্থকাৰে তাত এটা অসমীয়া ঠাঁচ দিবলৈ চেষ্টা কৰিছে। অসমীয়া বিয়া নামৰ সুৰত, "গছে গছে পাতি দিলে ফুলৰে শৰাই" গীতটিয়ে আমাক সেই কথাকে প্ৰথমে সোঁৱৰাই দিয়ে। নাটকখনত প্ৰথম দৃশ্যত আৰু এটা নতুনত্বৰ অৱতাৰণা আছে—সেইটো চিত্ৰলেখাৰ 'পদুম-কলি' নাচ। এই ধৰণৰ অভিব্যক্তিমূলক নৃত্য ভাৰতীয় নৃত্যশাস্ত্ৰত নতুন নহ'লেও পাশ্চাত্য জগতত আজিকালি এই ধৰণৰ নৃত্যৰ ঠাই বহুত ওপৰত। সাহিত্যৰ পিনৰপৰা নাচটোৰ সাৰ্থকতা আছে। সাহিত্যিকৰ ভাষাৰে নাচটো নাটকীয় পূৰ্বাভাস (dramatic forecast)। পদুম-কলিৰ ভিতৰত নিহিত থকা ভাব আৰু ভাষা উষাৰ বিকাশোন্মুখ যৌৱনৰ অভিব্যক্তিহে।

বাণ—চৰিত্ৰই নাটকখনৰ মেৰুদণ্ড বুলিব পাৰি। বাণৰ সদৃশ বীৰ-কামনা আৰু উষাৰ সদৃশ পতি কামনা, এই দুটাৰ অৰিয়া-অৰিয়েই হৈছে "শোণিত-কুঁৱৰী" নাটকৰ আখ্যান ভাগ। উপযুক্ত প্ৰতিদ্বন্দ্বীৰ অভাৱত দিগ্‌বিজয়ী বাণৰ দম্ভ আৰু অভিমানেই বাণ-চৰিত্ৰৰ বিশেষত্ব। বাণৰ দম্ভ আৰু অভিমান বাণৰ বিজয়ৰ লগে লগে বাঢ়ি গৈছিল যদিও দৰাচলতে এই দুটা বাণৰ হৃদয়ৰ মুল বৃত্তি নাছিল। সেই কাৰণেই বাণে প্ৰতিপদে বিচাৰিছিল উপযুক্ত প্ৰতিদ্বন্দ্বী আৰু সেই প্ৰতিদ্বন্দ্বীৰ হাতত পৰাজিত হৈ দম্ভ আৰু অহঙ্কাৰ বৰ্জিত বিনীত বাণ হ'বলৈকো সঙ্কোচ নকৰাতো বাণৰ মহত্বপূৰ্ণ বিশেষত্ব। বাণৰ নিচিনা অপৰাজেয় বীৰে প্ৰতিদ্বন্দ্বীহীন আৰু বীৰশূন্যা (তেওঁৰ মনত) বসুন্ধৰাত তেওঁৰ একমাত্ৰ কন্যা উষাৰ যোগ্য দৰা নেদেখাতো অতি স্বাভাৱিক কথা—সেইবাবেই অহঙ্কাৰী বাণে পূৰ্ণযৌৱনা উষাক এই বীৰশূন্যা সমাজ আৰু সংসাৰৰ পৰা আঁতৰাই নি লৌহিত্যৰ নতুন নগৰৰ অভেদ্য অগ্নিগড়ত সুমুৱাই থৈ দেৱ আৰু দানৱৰ অযোগ্য শক্তি আৰু বীৰ্যক বিদ্ৰূপ কৰাও স্বাভাৱিক। বাণ জাতত দানৱ আছিল সঁচা কিন্তু মনত আছিল সম্পূৰ্ণ পৃথক। আলিঙ্গনাবদ্ধ উষা-অনিৰুদ্ধৰ সম্মুখতেই বাণৰ হৃদয়ৰ অন্তৰ্নিহিত স্বাভাৱিক মনুষ্যত্বৰ প্ৰথম পৰিচয় পোৱা যায়। তেওঁৰ হৃদয়ৰ ভিতৰত সংগোপনে থকা স্বাভাৱিক মনুষ্যত্বৰ ওপৰত সত্য আৰু সুন্দৰৰ সম্পূৰ্ণ প্ৰভাৱ আছিল বুলিয়েই বাণৰ চকুৰে-মুখে একেলগে কৈ উঠিছিল "কি সুন্দৰ।" কিন্তু পিছ মুহূৰ্ততে বীৰত্বৰ অভ্ৰভেদী চূড়াত উঠি থকা বাণে অভেদ্য অগ্নিগড়ত সংগোপনে সোমাবা অচিনাকি অনিৰুদ্ধৰ হীনতা দেখি উগ্ৰমূৰ্তি হৈ উঠিল। হয়তো বাণে ক্ৰোধান্ধ হৈ অনিৰুদ্ধক হত্যা কৰিবও পাৰিলেহেঁতেন, কিন্তু অস্ত্ৰহীন শত্ৰুক অসহায় অৱস্থাত পৰাজিত

কৰাতো সমীচীন নহয় বুলি অস্ত্ৰ দান কৰি মহত্ত্বৰ পৰিচয় দিলে। তাৰ পিছত আৰু ক্ষমা নাই—অনিৰুদ্ধক নাগপাশেৰে বান্ধি ক্ৰোধ চৰিতাৰ্থ কৰিলে। ইপিনে উষাৰ ওপৰত ভয়ঙ্কৰ অভিমান কাৰণ তাই অযোগ্য, অবীৰৰ সঙ্গ লৈছে— সেই অভিমান মূৰ্ত হৈ উঠিছে দৃশ্যান্তত উষাৰ "নিনিবা নিনিবা পিতা"ৰ প্ৰত্যুত্তৰত দিয়া মাথোন "উষা! উষা! উষা!" এই কথাষাৰত।

বাণৰ ভিতৰত দেৱত্বও যে নাছিল এনে নহয়, নহ'লে চিৰসাধনাৰ চিৰকল্পনাৰ ধন ভগৱান শ্ৰীকৃষ্ণক প্ৰতিদ্বন্দ্বীৰূপে পাই পৰাজয়কে জয়মাল্য বুলি গ্ৰহণ কৰিব পৰা সাধাৰণ মানৱ হৃদয়ৰ কাম নহয়।

**অনিৰুদ্ধ**—নাট্যকাৰৰ কল্পনাৰ "অনিৰুদ্ধ" উপজিয়েই প্ৰেমিক নাছিল। অনিৰুদ্ধৰ চৰিত্ৰ হৈছে স্ফুৰিত যৌৱনৰ এখনি নিখুঁত চিত্ৰ। শৈশৱৰপৰা ঐশ্বৰ্য্যৰ কোমল কোলাত উঠা অনিৰুদ্ধৰ যৌৱন জগাৰ আগেয়ে অনিৰুদ্ধৰ মনত বতাহ মাথোন বতাহেই, প্ৰকৃতি মাথোন প্ৰকৃতিয়েই আছিল। কিন্তু যৌৱনৰ মায়া পৰশত যেতিয়া অনিৰুদ্ধৰ কিশোৰ হৃদয় প্ৰেমময় হৈ পৰিল, অনিৰুদ্ধই তেতিয়া বতাহত মলয়, প্ৰকৃতিত বসন্তৰ উপলব্ধি কৰিবলৈ ধৰিলে। আগেয়ে অনিৰুদ্ধৰ উদ্দাম শৈশৱত শান্তিময় চিন্তাহীন অৱস্থাত এইবোৰ উপদ্ৰৱ নাছিল, কিন্তু এই যে আকস্মিক আৰু অপূৰ্ব উপলব্ধিৰ ক্ষমতা অনিৰুদ্ধই পালে, ই যে তেওঁক অকল শান্তিহীনেই নহয়, দীনো কৰি পেলালে। এপিনে যেনেকৈ যৌৱনে অনিৰুদ্ধৰ শৰীৰ আৰু প্ৰাণক অতুল সৌন্দৰ্যৰ অধিকাৰী কৰিলে, আনপিনে তেনেকৈ উত্তৰাধিকাৰী কৰিলে এটি অপূৰ্ব অবৰ্ণনীয় অভাৱৰ। এই অভাৱে অনিৰুদ্ধৰ যৌৱন-উন্মুক্ত হিয়াত যি আকাঙ্ক্ষাৰ সৃষ্টি কৰিলে সি চিৰন্তন। কিন্তু এই আকাঙ্ক্ষাৰ বস্তুটিৰ বিষয়ে এটা অস্পষ্ট অনুভূতি মাত্ৰ অনিৰুদ্ধই লভিছে, কিন্তু তাৰ ৰূপ কি, মূৰ্তি কেনেকুৱা, তাৰ একো ধাৰণা কৰিব পৰা নাই। কাৰণ তাক ধাৰণা কৰিব নোৱৰাটোৱেই হৈছে যৌৱনৰ ৰহস্য। এই ৰহস্য জগতত নতুন নহয়। ই যে মানৱ হৃদয়ৰ ওপৰত সৃষ্টিৰ পাতনিৰেপৰা তাৰ লীলা অভিনয় কৰি আহিছে—আৰু অনন্ত কাললৈ কৰি থাকিব। প্ৰেম বোলক, প্ৰণয় বোলক, একোৰে ইয়াক সুপ্ৰকাশিত কৰিব নোৱাৰি। নাট্যকাৰে অনিৰুদ্ধৰ মুখতেই আমাক বুজাইছে এই কথাষাৰেৰে "সঁচাকৈয়ে মই কিবা বিচাৰিছোঁ। পাইছোঁ, কিন্তু ধৰিব পৰা নাই—মোক ধৰা দিয়া নাই। বৰ অস্পষ্ট। বৰ অস্পষ্ট।"

এই অস্পষ্ট আকাঙ্ক্ষিতৰ অনুসৰণ মত্ত হৈ সেই অবৰ্ণনীয় আকাঙ্ক্ষাৰেই নানান লহৰীত উটি গৈ শেষত সেই চিৰআকাঙ্ক্ষিতাক হাততে পাই যোৱা অনিৰুদ্ধৰ সাফল্যৰ স্তব্ধতা আৰু আশা পূৰণৰ অৱসাদ সত্য আৰু সপোনেৰে সান-মিহলি এটি অনুপম সাহিত্য সম্পদ।

**চিত্ৰলেখা**—সুন্দৰৰ সঙ্গীতৰ সত্যৰ সাধনত চিৰ-ব্যাকুল মানৱীয় হিয়া—যাক যুগমীয়া সৌন্দৰ্য, অনন্ত সঙ্গীতেও তৃপ্ত কৰিব নোৱাৰে তেনেখনি হিয়া

চিত্ৰলেখাৰ। যিটি প্ৰাণে ক'ব নোৱাৰো কাহানিৰপৰা, নেজানো কি আদৰ্শৰ অনুসৰণ— হাবাথুৰি খাই ফুৰিছে সেইটোৱেই চিত্ৰলেখাৰ প্ৰাণ। যি চিত্ৰলেখাই মায়া-বন্দী অনিৰুদ্ধক নিমিষতে বাস্তৱ ৰাজ্যৰপৰা কল্পনাৰ দিব্য উপবনত উপনীত কৰালেগৈ, যি চিত্ৰলেখাই উষা-অনিৰুদ্ধৰ যোগেদি দম্ভ আৰু অভিমানৰ অগ্নিগড় ভেদ কৰিও চিৰযৌৱনৰ লগত চিৰসুন্দৰৰ মিলন ঘটালে, সেই চিত্ৰলেখায়েতো চিৰকাল সৃষ্টিৰ সকলো চিত্ৰতে ৰহণ সানিছে। শিল্পীৰ সৌন্দৰ্য প্ৰতিমাৰ প্ৰতি অনুতে চিত্ৰলেখাৰ হাঁহি বিৰিঙিব লাগিছে। কবিৰ কল্পনাৰ প্ৰত্যেকটি ৰশ্মিৰ আগে আগে চিত্ৰলেখাৰ আঁচলখনি উৰি ফুৰিছে। সঙ্গীতৰ প্ৰতি মূৰ্চ্ছনাতে হালিজালি সেই চিত্ৰলেখা— প্ৰতি ঝঙ্কাৰতে নাচি নাচি সেই চিত্ৰলেখা।

শিল্পীৰ প্ৰতিমাই গঢ় লৈ হাঁহি উঠিল, কিন্তু চিত্ৰলেখাৰ বিষণ্ণতা নাতকিল। কবিতাৰ মায়াৰাজ্য গঢ় লৈ উঠিল, কিন্তু চিত্ৰলেখা তাৰ সীমাৰ বাহিৰত সঙ্গীত স্পন্দন তুলি নীৰৱতাত লীন হ'ল, চিত্ৰলেখা কিন্তু আগৰ দৰেই বুকু পাতি, কাণ তুলি, হাত মেলি ঘূৰি ফুৰিছে—আৰু লাগে, আৰু লাগে। যুগ যুগ ধৰি বিশ্বৰ সদৌ শিল্পীমণ্ডলীৰ আজিলৈকে পূৰণ নোহোৱা অনন্ত সৌন্দৰ্য্য তৃষ্ণাৰ প্ৰতীক হৈছে এই চিত্ৰলেখা। এই হেন চিত্ৰলেখাক কল্পনাৰ চকুৰেহে চাব পাৰি, দেখুৱাব নোৱাৰি। শিল্পৰ পৰশেৰে বুজিব পাৰি কিন্তু ধৰিব নোৱাৰি।

উষা—চৰিত্ৰ সম্বন্ধে আমাৰ বিশেষ ক'বলগীয়া নাই। ৰূপৰ মোহৰপৰা চিৰন্তন দাম্পত্য প্ৰেমলৈ পৰিৱৰ্তনটোৱেই উষা চৰিত্ৰৰ বিশেষত্ব। নাট্যকাৰে উষা চৰিত্ৰৰ এই পৰিৱৰ্তনটো নিদিয়াহেঁতেন, নাটকখনৰ সৌন্দৰ্য ভালেখিনি কমিলহেঁতেন বুলি আমাৰ বিশ্বাস।

শ্ৰীকৃষ্ণ—'শোণিত-কুঁৱৰী'ৰ শ্ৰীকৃষ্ণ গকুলৰ—"মোহন বাঁহী হাতত লোৱা মোহন কলীয়া যাৰ বেণু ৰৱ শুনি গকুলৰ সদৌ গোপিকা ঘৰ-বাৰী মতলীয়া" কানাই নহয়। নাট্যকাৰে অনিৰুদ্ধৰ পিতামহ, ৰাষ্ট্ৰনীতিবিশাৰদ, কূটনীতিজ্ঞ, সৰ্বজ্ঞ অথচ নজনাৰ ভাও ধৰা ভগৱান শ্ৰীকৃষ্ণকহে দেখুৱাইছে।

'অসমীয়া', ১ কাতি, ১৮৪৭ শক

---

টোকা ঃ শ্ৰদ্ধেয় ড° বাণীকান্ত কাকতিদেৱে সেই সময়ত 'শোণিত কুঁৱৰী' নাটকখন চাই মোক উৎসাহ দি আৰু 'শোণিত কুঁৱৰী'ৰ সাহিত্যিক মূল্যৰ কিছু আভাস দি সেই সময়তে সেই সময়ৰ 'বাঁহী'ত এটা সমালোচনা প্ৰকাশ কৰিছিল। বন্ধুবৰ শ্ৰীযুক্ত উমেশচন্দ্ৰ বৰুৱাৰ কাপৰ পৰাও 'অসমীয়া'ত আন এটা সমালোচনা প্ৰকাশ হৈছিল। বৰ্তমানে 'শোণিত-কুঁৱৰী' বিশ্ববিদ্যালয়ৰ পাঠ্যভুক্ত হোৱাত ছাত্ৰসকলৰ উপকাৰত আহিব বুলি ভাবি এই প্ৰবন্ধ দুটা ওপৰত সংযুক্ত কৰি দিয়া হ'ল আৰু পাতনিতো 'শোণিত কুঁৱৰী'ৰ জন্ম-কাহিনীৰ লগত অসমীয়া গীত-নাচত সেই সময়ৰ ক্ৰমোন্নতি চমুকৈ দিয়া হ'ল। ইতি—গ্ৰন্থকাৰ

# জ্যোতিপ্ৰসাদৰ "কাৰেঙৰ লিগিৰী"

## (ৰোমাণ্টিক বিপ্লৱবাদৰ সমস্যা)

ড° হীৰেন গোঁহাই

প্ৰগতিবাদৰ বতাহে অসমীয়া সমাজ আৰু সাহিত্য বৰ্তমান এনেদৰে চৌৰাই আছে যে সাহিত্য বিচাৰত সৎ সাহিত্যৰ সংজ্ঞা পৰ্যন্ত অস্পষ্ট হৈ পৰিছে। কলেজীয়া গাভৰুৰ বিচিত্ৰ যৌন অভিব্যক্তিৰ কথা বাৰু বাদেই দিলোঁ, সাম্যবাদী চিএৰ-বাখৰেই যে যথাৰ্থ সাহিত্য নহয় সেই বিষয়ে এটা কৰ্কশ সতৰ্ক বাণী শুনাবৰ সময় হ'ল। ছোভিয়েট ৰুচিয়াত সৌ সিদিনালৈকে বিশুদ্ধ সাম্যবাদী ফৰ্মূলামতে যিবোৰ তথাকথিত সাহিত্যবস্তু সৃষ্ট হ'ল, সেইবোৰৰ সৰহভাগকে আবৰ্জনাৰ দ'মলৈ স্থানান্তৰিত কৰিবলৈ আজিৰ অনুসন্ধিৎসু ছোভিয়েট ডেকা-গাভৰু অধৈৰ্য হৈ পৰিছে। সাম্যবাদৰ বিৰুদ্ধে মই বিশেষ উত্তেজিত নহওঁ, কিন্তু এই কথাও বিশ্বাস নকৰোঁ যে সৎ সাহিত্য মানেই প্ৰগতিবাদৰ ভাব-প্ৰৱণ ৰূপ। মানৱ-মনৰ সূক্ষ্ম আৰু নিৰাসক্ত পৰ্যবেক্ষণ অবিহনে সাহিত্য-কৃতি ক্ষণস্থায়ী হ'বলৈ বাধ্য। গোৰ্কৰ বহুবীয়া বিপ্লৱীৰ দৰে লেখকে যদি সকলোকে মহতিয়াই প্ৰগতিবাদৰ জয়যাত্ৰা প্ৰচাৰ কৰে তেন্তে সেই ৰচনা নিৰ্বাচনৰ হাতিয়াৰ হ'ব পাৰে, সাহিত্যকৃতি নহ'ব। কাৰণ সাহিত্য অৰ্থনৈতিক শক্তিৰ জড়ক্ৰীড়নক নহয়—সৃজনশীল স্বয়ং নিৰ্ভৰ মানৱ-মনৰ লীলাভূমি। নিৰ্দিষ্ট সামাজিক বাতাবৰণৰ মাজতো অপেক্ষাকৃত স্বাধীন ভাৱত সাহিত্যই বৰ্তমানৰ পৰা অতীত আৰু ভৱিষ্যত লৈ বিচৰণ কৰে। সেয়ে ডষ্টয়েভ্‌স্কি কেৱল নিম্ন মধ্যবিত্ত প্ৰতিক্ৰিয়াশীলতাৰ প্ৰতিমূৰ্তি নহয়, বন্ধনহীন ব্যক্তিমনৰ দুঃসহ স্বাধীনতাৰ সাক্ষী, আধুনিক সমাজ-বন্ধনৰ নিৰ্মম যান্ত্ৰিকতাৰ দৈৱজ্ঞ, মানৱ-মনৰ অপাৰ বিচিত্ৰতাৰ অনুসন্ধানকাৰী প্ৰবক্তা। আধুনিক ৰুচিয়াৰ বিৰুদ্ধে মোৰ নানান আপত্তিৰ ইয়ো এটা যে ডষ্টয়েভ্‌স্কিৰ ৰচনাৱলীৰ প্ৰতি বিতৃষ্ণা তাত প্ৰকট—ডষ্টয়েভ্‌স্কিৰ ৰচনাত মূৰ্ত হৈ উঠা এনেবোৰ অন্তদৃষ্টিৰ যথাৰ্থ উত্তৰ সাম্যবাদী শাস্ত্ৰত নাই, সেয়ে চৰকাৰৰ একমাত্ৰ প্ৰতিক্ৰিয়া হ'ল ডষ্টয়েভ্‌স্কিৰ প্ৰতি এক শীতল মনোভাৱ। তেওঁৰ ৰাজনৈতিক মতামতৰ মই ঘোৰ বিৰোধিতা কৰোঁ, তেওঁৰ সামাজিক চিন্তাধাৰা আৰু মূল্যও বিবাদমূলক বুলি ভাবোঁ; কিন্তু তেওঁক স্বীকৃতি নিদিয়া পৰ্যন্ত মোৰ সমাজবাদ দুৰ্বলমনৰ আশ্ৰয়, অন্ধ ভাব-প্ৰৱণতা।

ধনীমানুহৰ দুৱাৰ-মুখত বিস্ময় আৰু ঈৰ্ষাত অভিভূত হৈ কেৰাণী নন্দনে যদি সাম্যবাদ প্ৰচাৰ কৰিবলৈ প্ৰেৰণা পায়, তেন্তে সেই সাম্যবাদৰ wish fulfilment-

ৰ পৰিমাণ বিপুল বুলি সিদ্ধান্ত কৰিব পাৰি। আমাৰ বহু পৰিচিতি প্ৰগতিৰ ঘাই প্ৰেৰণা হ'ল এই ঈৰ্ষা, এই অন্ধ অপমানবোধ। সাম্যবাদ তেওঁলোকৰ বাবে কণ্টকৰ অভিযানৰ মন্ত্ৰ নহয়, সংসাৰৰ সকলো দুখ-তাপহাৰী কল্পতৰু, আৰু ঠিক এইবাবেই ক্ষমতাৰ গাদীত বহিবলৈ পালে (নাইবা চাকৰিৰ সিংহাসনত) এওঁলোকৰ বহুতৰে সাম্যবাদী উৎসাহ চেঁচা পৰে। সি যি নহওক এনে অসংখ্যাত পাঠকৰ অপূৰ্ণ দুৰাকাঙ্খা আৰু অৰ্ধজীৰ্ণ আবেগৰ চাহিদা পূৰাবলৈ বৰ্তমান এক শ্ৰেণীৰ ৰাগিয়াল প্ৰগতিবাদী সাহিত্যৰ সৃষ্টি হৈছে। কঠোৰ অনুসন্ধান, আত্ম-সমালোচনা আৰু বুদ্ধিৰ চালনাৰ বাবে এই সাহিত্যই কাকো অনুপ্ৰাণিত নকৰে। ইয়াৰ পাঠকে এই ভাবি আত্মপ্ৰসাদ লাভ কৰে যে তেওঁ চৰিত্ৰবান, সংবুদ্ধিশীল, নিৰ্মল আৰু অভিযাত্ৰী সৰ্বহাৰা দলৰ সঙ্গী আৰু কিতাপৰ চৰিত্ৰসমূহ ভ্ৰষ্ট, কলঙ্কিত, কাপুৰুষ, হিংসুক শোষক শ্ৰেণীৰ সভ্য। এই সিদ্ধান্তও হয়তো কেওঁৰ মনত আছে যে এই শ্ৰেণীৰ মানুহবোৰৰ আটাইকে নৰ্চচা শূলত দি তেওঁ আৰু দুই এক চৰিত্ৰবানে যদি তেওঁলোকৰ আসন অধিকাৰ কৰে তেন্তে জগতত সত্য যুগ পুনৰ প্ৰবৰ্তিত হ'ব।

অসম তথা ভাৰতৰ অগণন ভোকাতুৰ মানুহৰ ঠাইত অগণন স্বাস্থ্যবান যন্ত্ৰমানৱৰ আৱিৰ্ভাৱ হয়, যদি তেওঁলোকে কোনো দল বা চৰকাৰৰ পৰা ভাবিবলগীয়া চিন্তা আৰু অনুভৱ কৰিবলগীয়া আবেগৰ 'ৰেশ্যন' লৈ জীয়াই থাকে, তেন্তে মই বিশেষ হৰ্ষৰ কাৰণ নেদেখিম। বণিক সভ্যতাৰ গণিকা স্বৰূপ নানা ৰকমৰ গান-বাজনা আৰু স্ফূৰ্তিৰ লগত উপৰোক্ত পৰিবেশৰ কৃত্ৰিম প্ৰভেদ ক'ত কোনোবাই মোক বুজাই দিলে আনন্দিত হ'ম। ইতিমধ্যে খাপৰি ওলোৱা প্ৰগতিবাদৰ বিৰুদ্ধে মই মোৰ বক্তব্য প্ৰেছ কৰাটো এক নৈতিক কৰ্তব্য বুলি ভাবিম।

অৱশ্যে সমাজবাদৰ এই দুৰ্দশাৰ মাই কাৰণ নিশ্চয় এয়ে যে সমাজবাদৰ বাস্তৱ অন্তৰায়সমূহ আজি দুৰ্বল। উচ্চাকাঙ্ক্ষী আৰু সুবিধাবাদী বহু ব্যক্তিয়ে এতিয়া হৃদয়ঙ্গম কৰিছে যে সামাজিক প্ৰতিপত্তি আৰু এনেকি বৈভৱৰ বাবে আই.এ.এছ পৰীক্ষাত কৈও সমাজবাদ অধিক ফলদায়ক। এনেবোৰ মানুহৰ হেঁচোৰ-দোপত সমাজবাদৰ প্ৰতি সৰ্বসাধাৰণৰ আস্থা অনিশ্চিত হৈ পৰিছে। কিন্তু এনে এটা সময় আছিল যেতিয়া সৰ্বস্ব ত্যাগৰ সংকল্প নকৰিলে কোনেও সমাজবাদৰ কাম চলাবলৈ সাহ নকৰিছিল। প্ৰগতিবাদ সম্পৰ্কেও একে কথাই খাটে—যদিও প্ৰগতিবাদৰ অৰ্থ কিঞ্চিৎ কুহেলিকাচ্ছন্ন। বৰ্তমান কালত—বিশেষকৈ নগৰৰ মধ্যবিত্ত যুৱক শ্ৰেণীৰ বাবে—প্ৰগতিবাদৰ মন্ত্ৰ নতুনৰ হাবা। (অৱশ্যে এওঁলোকৰ অনেকেই ধনিজন মানুহে মটৰ-গাড়ী কিনিলে ক্ষোভ প্ৰকাশ কৰে)। যি সময়ত প্ৰগতিবাদৰ পৰিণাম আছিল জেল আৰু দণ্ড, সেই কালত এওঁলোকে কি কৰিলেহেঁতেন ভাবিবলৈ ভাল লাগে। কিন্তু এনে এজন মানুহৰ কথা ভাবিব পাৰিলে যি প্ৰগতিবাদৰ প্ৰেৰণাত উদ্বুদ্ধ হৈ শাৰীৰিক ক্লেশ হাঁহি মুখে আঁকোৱালি লোৱাৰ উপৰিও প্ৰগতিবাদৰ

তাত্ত্বিক বিচাৰৰ দ্বন্দ্বকো নির্ভয়ে আপোন কৰি লৈছিল? ৰবীন্দ্ৰনাথৰ কথা চিধাই মনলৈ আহে। অসমীয়া পাঠকক মই জনাব খোজোঁ যে জ্যোতিপ্ৰসাদকো এনে মুক্ত মনৰ প্ৰতিনিধি বুলি ভাবিব পৰা যায়। প্ৰগতিবাদ তেওঁৰ বাবে অর্থোপার্জনৰ ৰাস্তা নাছিল; নাছিল বুদ্ধিৰ নেলু চেপা দিব পৰা, শোক, দুখ পাহৰাব পৰা নিচা। তেওঁৰ কর্মশক্তি, তেওঁৰ মেধা, তেওঁৰ হৃদয়, তেওঁৰ নীতিবোধ সর্বাংশে এই প্ৰগতিবাদৰ আন্দোলনত নিমগ্ন—যন্ত্ৰৰ দৰে নহয়, আত্ম শক্তিত জাগ্ৰত মানুহৰ দৰে।

জ্যোতিপ্ৰসাদৰ জীৱন-কালত অসমৰ গ্ৰামীন সমাজ ব্যৱস্থাৰ ভেটিত পৰিৱৰ্তনৰ জোঁকাৰ লাগিছিলহি। বৃটিছৰ আগমনেই প্ৰকৃততে এই পৰিৱৰ্তনৰ বীজ বহন কৰি আনিছিল। কিন্তু প্ৰথম মহাযুদ্ধৰ শেষলৈকে তাৰ শক্তি আছিল সীমিত। অসমৰ গাঁও অঞ্চলৰ মুখিয়াল মানুহৰ ল'ৰা-ছোৱালী আৰু নতুনকৈ গঢ়ি উঠা চহৰৰ চাকৰিজীৱী শ্ৰেণীৰ সন্তান-সন্ততিয়ে উচ্চ-শিক্ষাৰ জৰিয়তে নতুন সমাজ তথা নতুন মানসিকতাৰ আভাস পাইছিল। প্ৰায়েই নতুন মনোবৃত্তিৰ লগত ঐতিহ্যশ্ৰয়ী প্ৰাচীন সমাজ ব্যৱস্থাৰ মিল নথকাত শিক্ষিত যুৱকৰ মন দ্বিধাগ্ৰস্ত হৈছিল। এই পৰিৱৰ্তন আছিল ঘাইকৈ ব্যক্তিমুখী। ব্যক্তিৰ আত্মনির্ভৰতা আছিল ইয়াৰ অন্যতম লক্ষ্য। জীৱনাদর্শৰ ক্ষেত্ৰত ব্যক্তিগত প্ৰেমেই আছিল নতুনৰ কাষটি শিল—কিন্তু এই ক্ষেত্ৰতো অপ্ৰাপ্ত বয়স্কা গ্ৰাম্যবধূৰ সৈতে বি. এ. পাছ ডেকা হাকিম বা উকিলৰ প্ৰেমাভিনয়ে বেজবৰুৱাৰ ব্যঙ্গত ইন্ধন যোগাইছিল। ক্ৰমশঃ যেনিবা ৰোমাণ্টিক কাব্যৰ ধোঁৱাৰ পৰা প্ৰেম আহি বাস্তৱ সমাজ-জীৱনত স্বীকৃতি লাভ কৰিছে। সি যি নহওক, পৰিৱৰ্তনৰ গতিবেগ বর্ধিত হোৱা যুগতো জ্যোতিপ্ৰসাদে কেৱল মানস-সুন্দৰীৰ ধ্যানত নবহি সমাজৰ তথা মানৱ মনৰ পুনঃনির্মাণৰ সপোন দেখিলে। জাতীয় জাগৰণৰ বিভিন্ন স্তৰত সক্ৰিয় অংশ গ্ৰহণ কৰি তেওঁ এই নতুন যুগৰ প্ৰস্তুতিত অৰিহণা যোগালে। সেয়ে নহয়, সেই সমাগত যুগৰ মূল মন্ত্ৰসমূহ কেৱল শ্লোগান হিছাপে ব্যৱহাৰ নকৰি সেইবোৰত অভিজ্ঞতা আৰু অন্বেষণৰ পোহৰ পেলালে। তেওঁৰ এই সর্বাঙ্গীন সাধনাৰ দর্পণ "কাৰেঙৰ লিগিৰী"। সমাজৰ পৰিৱৰ্তনৰ পুতলা নহৈ দ্ৰষ্টাৰ পৰিৱৰ্তনৰ ভৱিষ্যৎ সম্ভাৱনা, নানা বিৰোধ আৰু বিপত্তি তেওঁ কল্পনাত ফুটাই তুলিছে।

"কাৰেঙৰ লিগিৰী" কল্পনাশ্ৰয়ী আৰু প্ৰতীকধর্মী নাটক। নাটক সাধাৰণতে কোনো ব্যাপক সামাজিক আন্দোলনৰ অন্তৰ্দ্বন্দ্বৰ উপযুক্ত মাধ্যম। লেখকৰ দৃষ্টিশক্তি আৰু বিচাৰ অক্ষুণ্ণ ৰাখিও ই বিষয়-বস্তুৰ বিস্তাৰক এক নৈর্ব্যক্তিক ৰূপ দিয়ে। সমাজৰ নৱ-নির্মাণৰ বিৰাট স্বপ্নত জ্যোতিপ্ৰসাদে যিবোৰ বিপৰীত-মুখী শক্তিৰ অস্তিত্ব অনুভৱ কৰিছিল সেইবোৰ শক্তিক এক বুনিয়াদী নক্সাত মুখামুখি কৰিছিল তেওঁ এই নাটকত। পাতনিত জ্যোতিপ্ৰসাদে ঘোষণা কৰিছে যে বুৰঞ্জীৰ জগত

আখ্যান বস্তুৰ কোনো সম্পৰ্ক নাই। শ্বে'লীৰ "প্ৰমেথিয়ুচ্ আনবাউণ্ড" ৬ ৰবীন্দ্ৰনাথৰ "ৰক্তকৰবী" প্ৰভৃতি নাটকৰ লগতহে ইয়াৰ ৰক্ত সম্পৰ্ক।

তথাপি যি কোনো পাঠকেই "কাৰেঙৰ লিগিৰী"ৰ কল্পনাতে অনুভূত বাস্তুৱৰ পদচিহ্ন পাব যথেষ্ট। ৰবীন্দ্ৰনাথৰ নন্দিনী সম্পূৰ্ণ কল্পনাৰ সৃষ্টি, তাৰ আখ্যান বস্তুও সম্ভাৱনাৰ জগতৰ। আনহাতে সামন্ত তান্ত্ৰিক অসমৰ নিয়ম-কানুন, নাম-ধাম, আচাৰ ব্যৱহাৰ সযত্নে আৰু সূক্ষ্মভাৱে ব্যৱহাৰ কৰি জ্যোতিপ্ৰসাদে তেওঁৰ কল্পনাক অধিক শক্তিমান কৰি তুলিছে। এটা উদাহৰণ দিয়া যাওক। "কাৰেঙৰ লিগিৰী"ৰ পটভূমি সুপ্ৰাচীন আৰু কঠোৰ নিয়মৰ বশ এখন সমাজ। শাসক গোষ্ঠীৰ পৰা প্ৰজাসাধাৰণলৈ আটায়ে ইয়াত কেতবোৰ সনাতন অলংঘনীয় সংস্কাৰৰ দাস। এনে এখন সমাজৰ ৰূপ দিবলৈ যাওঁতে তেওঁ অমাত্য, কুমাৰ-পৰিষদ, সহচৰী প্ৰভৃতি শব্দ ব্যৱহাৰ কৰিব পাৰিলেহেঁতেন। তাকে নকৰি অসমৰ ভাষা আৰু স্মৃতিৰ ওপৰত গভীৰ সাঁচ বহুৱাই যোৱা আহোম ৰাজত্বৰ পৰা বুঢ়াগোহাঁই, কোঁৱৰ, লিগিৰী, ৰাজমাও, চাওদাং প্ৰভৃতি ধাৰ কৰি তেওঁৰ কল্পনাৰ জগতখন অধিক স্পষ্টতা আৰু ব্যঞ্জনাৰে অঙ্কন কৰিব খুজিছে। অলেখ নিয়ম-নীতিৰ অনুগত, মান-মৰ্যাদাৰ প্ৰতি অতিশয় অচেতন, ব্যক্তি জীৱনৰ মূল্যৰ প্ৰতি উদাসীন আহোম ৰাজত্বৰ এই দিশ ব্যৱহাৰ কৰি জ্যোতিপ্ৰসাদে তেওঁৰ জীৱন্ত চেতনাৰ পৰিচয় দিছে। অৱশ্যে এইবোৰৰ প্ৰয়োগ ইয়াত উপমা বা কল্পচিত্ৰৰ লেখীয়া, কোনো ঐতিহাসিক বাস্তৱৰ ৰূপদান ইহঁতৰ লক্ষ্য নহয়। সুন্দৰ কোঁৱৰৰ দৰে নাৰী জাতিৰ প্ৰতি বিমুখ আহোম বোধহয় অতীততো দূৰৰে কথা অদূৰ ভৱিষ্যততো দুষ্প্ৰাপ্য। আৰু যিটো হাৰত বিদ্ৰোহী নগাই জবৰদস্ত সেনা বাহিনী খান্তাং কৰিছিল, তালৈ চাই জ্যোতিপ্ৰসাদৰ কল্পনাৰ ৰঙিয়াল নগা ডেকা আৰু ৰাংঢালী আজলী নাগিনী (যথাক্ৰমে ৰনুক, জুনুক, ঠুনুক) আজিৰ পাঠকৰ মনত হয়তো বিশুদ্ধ ৰোমাণ্টিক কল্পনাৰ প্ৰতিমা যেনেই লাগিব।

কেৱল ইতিহাসৰ দক্ষ প্ৰয়োগেই নহয়, মনস্তাত্ত্বিক অন্তৰ্দৃষ্টিয়ে তেওঁৰ নাটকৰ চৰিত্ৰসমূহক নানান তত্ত্বৰ (abstract ideas) প্ৰতিৰূপ হোৱাৰ পৰা ৰক্ষা কৰিছে। মহত্ত্বৰ সাহিত্য কৃতিৰে ৰিজাবলৈ গ'লে, শ্বে'ক্সপীয়েৰৰ 'হেমলেট' যিদৰে একাধাৰে মনস্তাত্ত্বিক অন্তৰ্দৃষ্টি আৰু তত্ত্ব বিচাৰৰ লীলাভূমি, সেইদৰে 'কাৰেঙৰ লিগিৰী'য়ে তাৰ চৰিত্ৰবৃন্দ আৰু সিবিলাকৰ সম্পৰ্কত মনস্তাত্ত্বিক বাস্তৱতা অক্ষুণ্ণ ৰাখিও সেইবোৰ তাত্ত্বিক বিচাৰৰ বাহন কৰি তুলিব পাৰিছে। অসমৰ সমাজত দেখা বিবিধ দৈহিক আৰু মানসিক 'টাইপ'ৰ মানুহৰ চেহেৰাও এইবোৰ চৰিত্ৰৰ মাজত ফুটি উঠিছে। আনহাতে আগৰ পৰা শুনিলৈ আমাৰ সন্দেহ নাথাকে যে আখ্যানবস্তুৰ তাৎপৰ্য প্ৰতীকধৰ্মী।

এই উক্তিৰ সমৰ্থনত কেতবোৰ উদাহৰণ দিয়া যাওক। ৰাজমাওৰ কথা-বতৰা আৰু স্বভাৱ চৰিত্ৰৰ লগত আমাৰ পৰিচিত বহু পুৰুষলোক মাতৃৰ মিল

লক্ষণীয়। একমাত্ৰ সন্তানৰ বিয়াত প্ৰায় শ্বহীদৰ দৰে প্ৰাণোৎসৰ্গ কৰা মাতৃৰ অভাৱ অসমত এতিয়াও নহ'ব। মানুহ গৰাকীৰ কথা-বতৰা, খোজ কাটলত আভিজাত্য আছে, কিন্তু কৃষ্টি নাই। তেওঁ কাৰেঙৰ লিগিৰীবিলাকৰ কঠোৰ কৰ্ত্ৰী, বুঢ়া গোহাঁয়ণীৰ প্ৰতি অশ্ৰু-ভাৰাক্ৰান্তা সমব্যথী, সুন্দৰ কোঁৱৰৰ মনৰ ভাব বুজিব নোৱৰা পুত্ৰ বৎসলা কিন্তু অভিমানী মাতৃ আৰু শেৱালিৰ প্ৰাণ শতুৰু। এই এটাইবোৰ প্ৰতিক্ৰিয়াই সাধাৰণ, সামাজিক—যিদৰে সাধাৰণ শাস্ত্ৰৰ প্ৰতি তেওঁৰ অজ্ঞ মনোভাৱঃ -

"মোৰ তৰ্কবাগীশ পুত্ৰ, তই ইয়ালৈকে শাস্ত্ৰ পঢ়িলি! বেদ-বেদান্তই ইয়াকে কয়? পুৰাণ মহাভাৰতে মাতৃ-আজ্ঞা লংঘন কৰিবলৈ কয়?"

(প্ৰথম অঙ্ক, প্ৰথম দৰ্শন)

আকৌ

"এই পুথি-পাঁজিবোৰেই ইয়াৰ কোমল মতি অবাটে নিলে। এইবোৰে ইয়াৰ মূৰটো ঘোলা কৰিলে।" (প্ৰথম অঙ্ক, প্ৰথম দৰ্শন)

কিন্তু ৰাজমাও কেৱল সামাজিক প্ৰতিক্ৰিয়াত অভ্যস্ত এগৰাকী মহিলাই নহয়। "কাৰেঙৰ লিগিৰী"ৰ বিশেষ পৰিপ্ৰেক্ষিতত তেওঁ এক স্থিতিশীল সমাজৰ প্ৰতিনিধি। আচৰিত নহয়, কথাই কথাই তেওঁ সমাজৰ দোহাই দিয়ে।

আকৌ ধৰা যাওক বপুৰাৰ কথা। হাস্যৰসৰ যোগালি বাবে বপুৰাৰ চৰিত্ৰত বিকৃতি বা অতিৰঞ্জন প্ৰত্যাশা কৰা যায়। কিন্তু আচৰিত কথা যে চেহেৰা. আৰু কথা-বতৰাৰ বিশেষত্ব সত্ত্বেও বপুৰাৰ বৈচিত্ৰ্য ক'তো কৃত্ৰিম যেন নালাগে। বপুৰা স্বভাৱবহুৱা। আপোন চেহেৰাৰ অস্বাভাৱিকতা সম্পৰ্কে সচেতন বপুৰাই ভেঙুচালি আৰু বহুৱালিৰ সহায়েৰে ৰাইজৰ কটাক্ষ ওফৰাবলৈ প্ৰয়াস পায়। আনহাতে এই বপুৰাও অৱস্থাভেদে গহীন হ'ব পাৰে। সুন্দৰ লিগিৰীহঁতৰ আগত বপুৰাৰ মন একেবাৰে আধুনিক অমসীয়া গানৰ ভাষাত "কমোৱা তুলাবোৰৰ দৰে উৰে"। কিন্তু বিয়াৰ পিছত বপুৰা ঈৰ্ষাপৰায়ণ স্বামী। বপুৰাৰ কথাৰ ভঙ্গীত অসমীয়া কথ্য ভাষাৰ সাবলীলতাই পাহাৰী নিজৰাৰ দৰে কলকলায়। ফঁকৰা যোজনা বা পটন্তৰৰ কথা বাদ দিলেও সাধাৰণ কথা-বতৰাত নোমটেঙৰ আৰু সলিশিয়ান্ মনৰ চঞ্চলতা অনুভৱ কৰিব পাৰি ঃ

"সুন্দৰ ঃ কেলৈ? তই দেখোন বিয়া কৰোৱাৰ আগেয়ে তিৰোতা লাগে লাগে বুলি হামৰাও কাঢ়ি মৰিছিল। এতিয়া কি হ'ল আকৌ?

বপুৰা ঃ এৰা কোঁৱৰ, কাটোতে কাঢ়িছিলো। সোণত সুৱগা চৰোৱা গাৰ বাকলিখন—ডালিমগুটীয়া দাঁতকেইটিয়েদি মাঘৰ বিহুৰ মেজিৰ খৰিৰ মাজেদি ওলাই অহা জুইৰ নিচিনা বুকু পুৰি ভস্ম কৰা হাঁহিটো দেখি। বতাহে কোবোৱা বিৰিণাৰ সুহুৰি যেন মিঠা মাতটো শুনি। পিছে কি হ'ব? এনে টেঙৰ জাত ঐ—মোৰ

গোসাঁই। বিয়াৰ কেইদিনমান পাছতে সেইবোৰনো কোন মেৰতলিত [illegible]। সেইয়া ভাগৱতী গোসাঁনীয়েহে জানে। মানুহ বুলিয়েই নাভাবে নহয় [illegible]।

(সুন্দৰ আৰু সুদৰ্শনে হাঁহে)।

সুদৰ্শন—কি বুলিনো ভাবে অ' তাক?

বুপুৰা ঃ হে হৰি কি বুলি ভাবিবনো? গুটি ধানৰ ভৰালটো বুলি।

(সুন্দৰ আৰু সুদৰ্শনে হাঁহে) (৩য় অঙ্ক ৩য় দৰ্শন)

আকৌ চাওক ঃ

"(কোটোহা বাহঁজোপাৰ তলৰ সৰু বাট। ধান খেৰৰ জুমুঠি এটা লৈ আগুনি কোবাই বপুৰা আহি থাকে)

যত বাক. যখ. যখিনী নিশাৰ নিশাচৰ জলদেৱ-থলদেৱ বাঁকনী শাকনী—এই হেন আচানত পৰা বপুৰাক কৃপা কৰিবা আৰু যদি নকৰা—কিনো কৰিবা—বাবহে মোহাৰিবা, তাঁলে বপুৰাই কেৰেপ নকৰে। (ডাঙৰকৈ কেৰাবাৰো গলহেকাৰি মাৰি) হুচ হৈচ হেঃ হেঃ হেঃ। হে ৰাম প্ৰভু বাট দেখুৱাই নিবা। ভাল অৰণ্যত সোমালোহি।" ঃ (২য় অঙ্ক, ৩য় দৰ্শন)

অথচ কেৱল জীৱন্ত চৰিত্ৰৰ যোগেদি হাস্যৰসৰ যোগান ধৰাই বপুৰাৰ চৰিত্ৰৰ উদ্দেশ্য নহয়। বপুৰাৰ ধৰণ-ধাৰণ আৰু মন্তব্য নাটকৰ পৰিবেশৰ মাজত তাৎপৰ্য্যপূৰ্ণ। আদৰ্শবাদৰ ধোঁৱাই যেন সুন্দৰ কোঁৱৰৰ চৰিত্ৰ ঢাকি নধৰে, সেইবাবেই বপুৰাৰ সৃষ্টি। প্ৰেমৰ আৰু নাৰী চৰিত্ৰৰ জৈৱিক আৰু দৈহিক ভিত্তিৰ কথা বপুৰাই আমাক সোঁৱৰাই থাকে, যাতে সেই ৰহস্য অপাৰ্থিৱ বুলি ভাবিবলৈ আৰম্ভ নকৰোঁ।

বাস্তৱতা আৰু মনস্তত্ত্বই "কাৰেঙৰ লিগিৰী"ৰ চৰিত্ৰসমূহৰ শেষ পৰিচয় নহয়। আগতেই কৈছোঁ যে আখ্যানবস্তুৰ পটভূমি এখন ঐতিহ্যাবদ্ধ, নিয়মনিষ্ঠ সমাজ, যি সমাজত ব্যক্তিৰ আত্মপ্ৰকাশ বিশেষ বাধাপ্ৰাপ্ত। কাঞ্চনমতী আৰু অনঙ্গ সমাজৰ ওপৰ মহলাৰ হ'লে কি হ'ব? তেওঁলোকৰ প্ৰেমৰ স্বীকৃতিও এই সমাজৰ কঠোৰ অনুশাসনত অসম্ভৱ। শেৱালি আৰু সুন্দৰৰ কথাতো প্ৰায় অভাৱনীয়। এনে এখন সমাজত থাকি সুন্দৰ কোঁৱৰ অতিষ্ঠ, বিদ্ৰোহী হৈ উঠিছে। তেওঁৰ বাবে এইবোৰ নিয়ম-কানুন মানিবলৈ টান হৈ পৰিছে। সুন্দৰ কোঁৱৰ ৰোমাণ্টিক বিদ্ৰোহবাদৰ প্ৰতিনিধি স্বৰূপ। দুৰ্বাৰ প্ৰাণশক্তিৰে প্ৰাচীন সমাজ ব্যৱস্থাৰ বন্ধ ভাঙি তাৰ ঠাইত নতুন সমাজ, নতুন জীৱন-বিধি গঢ়িবলৈ তেওঁৰ ইচ্ছা। প্ৰথমৰ পৰাই কোঁৱৰৰ মুখত অশান্তি আৰু বেদনাৰ চিন। কোৱা বাহুল্য, সি নিষ্কৰ্মা আধুনিক ৰোমাণ্টিকৰ 'ফেশ্যনেবল' বিষাদ নহয়, জড়সমাজৰ বান্ধোনত আত্মসমৰ্পণ কৰিবলৈ অনিচ্ছুক অথচ নতুন জীৱনৰ পথ বিচাৰি নোপোৱা বিদ্ৰোহী ব্যক্তিমনৰ অশান্তি। কোঁৱৰৰ দুই বন্ধুৰ লগত তেওঁৰ ব্যক্তিত্বৰ প্ৰভেদ লক্ষণীয়। অনঙ্গৰাম দুৰ্বলচিত্তৰ, কিন্তু কোঁৱৰৰ মনে

# 'লভিতা' সম্বন্ধে এটি সমালোচনা

ড° শৈলেন ভৰালী

অসম আৰু অসমীয়াৰ সৰ্বাংগীন উন্নতিয়েই জ্যোতিপ্ৰসাদৰ শিল্প-চৰ্চাৰ চৰম লক্ষ্য আছিল। অসমীয়া সাহিত্য-সংস্কৃতিৰ স্বকীয়তা ৰক্ষাৰ হকে আৰু বিশ্ব-সভাত অসমৰ মৰ্যাদা সুপ্ৰতিষ্ঠিত কৰাৰ বাবে তেওঁ জীৱন-জোৰা অভিযান চলাইছিল। ভাৰতীয় সংস্কৃতিৰ মহান ঐতিহ্যৰ প্ৰতি গভীৰ আনুগত্য প্ৰকাশ কৰি আৰু সমগ্ৰ মানৱকে সামৰা এক উদাৰ সাৰ্বভৌম আদৰ্শ আগত ৰাখি জ্যোতিপ্ৰসাদে অসমৰ ঘৰুৱা বৈশিষ্ট্য সংৰক্ষণৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। বিশ্বৰ সাংস্কৃতিক-মানচিত্ৰত অসম জাকতজিলিকা হৈ উঠক—এয়ে আছিল তেওঁৰ শিল্পী-মনৰ সাধনা। সেই উদ্দেশ্যেই তেওঁ অসমীয়া জাতীয় চেতনা উদ্ৰেক কৰাৰ আৰু অসমীয়াৰ মনত আত্মবিশ্বাসৰ ভাব সুদৃঢ় কৰাৰ আৱশ্যকতা উপলব্ধি কৰিছিল। এই কেন্দ্ৰীয় উপলব্ধিৰ ছাপ জ্যোতিপ্ৰসাদৰ যি কোনো ৰচনাতে অনুভৱ কৰা যায়। 'লভিতা'ৰ মাজেদি এই অনুভূতিয়ে অধিক স্পষ্ট ৰূপত আত্ম-প্ৰকাশ কৰিছে।

অসমীয়া সমাজত সুপ্ত হৈ থকা প্ৰচুৰ সম্ভাৱনাৰ প্ৰতি জ্যোতিপ্ৰসাদ সদায়ে সচেতন আছিল। ভাৰতৰ স্বাধীনতা-আন্দোলনত অংশ গ্ৰহণ কৰি জ্যোতিপ্ৰসাদে এই সম্ভাৱনাৰ যথেষ্ট ইঙ্গিত পাইছিল। স্বাধীনতা-যুঁজত জঁপিয়াই পৰা হেজাৰ হেজাৰ জনতাই তেওঁক নতুন অভিজ্ঞতা দান কৰিছিল। এই সম্ভাৱনাৰ কথা সুঁৱৰি অসমীয়াক দুৰ্বলতা পৰিহাৰ কৰিবলৈ আৰু জাতীয় জীৱনৰ আত্মপ্ৰতিষ্ঠাৰ পথত নিৰ্ভয়ে আগুৱাই যাবলৈ তেওঁ প্ৰেৰণা দিছিল। 'লভিতা'ৰ পাতনিৰ একাংশ উদ্ধৃত কৰিলেই জ্যোতিপ্ৰসাদৰ এই অভিপ্ৰায়ৰ বিষয়ে পৰিষ্কাৰকৈ বুজা যাব ঃ

"আজি অসমীয়া ৰাইজ নতুন নানা অৱস্থাৰ ঘাত-প্ৰতিঘাতৰ মাজত পৰি, নানা সমস্যাৰ চাকনৈয়াত ককবকাই এটা হতাশাৰ মাজেদি গৈ নিজকেই এটা ক্ষয়িষ্ণু সংস্কৃতিৰ সমাজ বুলি ভবা যেন কৰিছে—কিন্তু মই এই নাটক অসমীয়া সমাজৰ বিষয়ে সঁচা ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত কৰি দেখুৱাব খুজিছোঁ যে—অসমীয়া জনসাধাৰণৰ প্ৰতিৰোধ শক্তি, অৱস্থাক জিনি জীয়াই থাকি পৃথিৱীত নিজৰ অস্তিত্ব ৰাখিব পৰা যুঁজা ক্ষমতা নিশ্চয়েই হেৰুৱা নাই।"

জ্যোতিপ্ৰসাদে গভীৰভাৱে উপলব্ধি কৰিছিল যে বিশ্বৰ দৰবাৰত অসমে উপযুক্ত আসন পাবলৈ অসমীয়াই নীচাত্মিকাবোধ দূৰ কৰিব লাগিব, আত্ম-গৌৰৱ আৰু আত্ম-

সমালোচনাৰ মাজেদি নিজৰ উন্নতিৰ পথ মুকলি কৰিব লাগিব আৰু সকলো সংকীৰ্ণতাৰ উৰ্ধলৈ গৈ ভাষা-সংস্কৃতিৰ স্থানীয় বৈশিষ্ট্যৰ ওপৰত ভৰ দি সৰ্বভাৰতীয় তথা সৰ্বজনীন মূল্যবোধৰ অভিমুখে গতি কৰিব লাগিব। 'লভিতা' তেওঁৰ এই বিশ্বাসৰেই [illegible] প্ৰকাশ বুলি ক'ব পাৰি।

১৯৪২ চনৰ অসমৰ ৰাজনৈতিক পটভূমিত লিখা আৰু গণবিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ সৈতে জড়িত কেইটামান বাস্তৱ ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত 'লভিতা'ত আছে এগৰাকী অসমীয়া গাঁৱলীয়া ছোৱালী যিয়ে অসীম ধৈৰ্য আৰু সাহসেৰে প্ৰতিকূল অৱস্থাৰ বিৰুদ্ধে থিয় দিছে আৰু শেষত স্বদেশৰ মুক্তিৰ হকে আত্মাহুতি দিছে। 'লভিতা' নিৰ্ভীকতা, সহনশীলতা, চৰিত্ৰবল আৰু ত্যাগৰ জ্বলন্ত শিখা। বাপেকৰ মৃত্যুৰ পাছৰে পৰা ভালেমান অভাৱনীয় পৰিস্থিতিয়ে তাইৰ জীৱন বিপৰ্যস্ত কৰিছে, লানি নিছিগা ঘটনাৰ সোঁতে তাইক উটুৱাই নিয়াৰ উপক্ৰম কৰিছে, কিন্তু তথাপি তাই আত্ম-সন্মানবোধ বিসৰ্জন দিয়া নাই অথবা সংযম হেৰুৱাই অৱস্থাৰ দাসত্ব স্বীকাৰ কৰি লোৱা নাই। আত্মবলৰ সহায়েৰে তাই পৰিস্থিতি নিয়ন্ত্ৰণ কৰাৰ চেষ্টা কৰিছে আৰু নিৰ্ভয়ে বাস্তৱ সত্যৰ মুখামুখি হৈছে। মুঠতে অসমীয়া গাঁৱলীয়া ছোৱালীৰ চাৰিত্ৰিক বিশেষত্ব প্ৰদৰ্শন কৰাৰ চেষ্টাৰে জ্যোতিপ্ৰসাদে লভিতাক প্ৰতিৰোধ ক্ষমতা, মানসিক দৃঢ়তা আৰু সাহসিকতাৰ প্ৰতিমূৰ্তিৰূপে চিত্ৰিত কৰিছে আৰু তেনে কৰোঁতে তেওঁৰ অজ্ঞাতসাৰে লভিতা এক আদৰ্শাত্মক স্তৰলৈ উন্নীত হৈছে। সূক্ষ্মভাৱে পৰ্যালোচনা কৰি চালে বুজিব পাৰি যে নাট্য-জীৱনৰ আৰম্ভণিৰে পৰাই জ্যোতিপ্ৰসাদে এনে এগৰাকী নাৰীৰ চৰিত্ৰ দাঙি ধৰাৰ চেষ্টা কৰি আহিছে। 'কাৰেঙৰ লিগিৰী' আৰু 'ৰূপালীম'ত তেওঁ কিছু পৰিমাণে কৃতকাৰ্য হৈছে যদিও তেওঁৰ আকাঙ্ক্ষাই পৰিপূৰ্ণতা লাভ কৰিছে 'লভিতা'ত। 'কাৰেঙৰ লিগিৰী'ৰ কাঞ্চনমতী স্পষ্টবাদী, স্বাধীনচিতীয়া আৰু সংযমী, কিন্তু অনিষ্টকৰ বুলি জানিও সমাজৰ বিধান উলংঘা কৰিব পৰা প্ৰকৃতিৰ নহয়। সেইবাবেই মনে বিচৰা মানুহজনৰ পৰা বঞ্চিত হৈ আন এজনক স্বামীৰূপে গ্ৰহণ কৰিবলগীয়া হোৱাতো কাঞ্চনমতী নিৰ্বিকাৰ—সমাজৰ কৌটিকলীয়া নীতি কাঞ্চনমতীয়ে নিৰ্বিবাদে মানি লৈছে ঃ

"সমাজৰ নিয়ম যে মাক-বাপেকিয়ে নিজ ইচ্ছামতে যাক দিব জীয়েকে কোনো বিবাদ নকৰাকৈয়ে তালৈকে যাব লাগিব। পিতা-মাতাৰ ইচ্ছাৰ বিৰুদ্ধে গৈ বিয়া হোৱাত সমাজৰ নিয়মৰ বিৰুদ্ধে বিয়া হোৱা হ'ল।"

আনহাতে এই সকলো দুৰ্বলতাৰ পৰা মুক্ত লভিতাই সমাজৰ ভয়ত তাইক আশ্ৰয় দিবলৈ সংকোচ কৰা প্ৰিয়জনৰ দুৰ্বল চিত্তক গৰিহণা দিছে এইদৰে ঃ

"অকল আজিকালি উপজিলেই আজিকালিৰ ল'ৰা হ'ব নোৱাৰে। তোমাৰ মনটো আজিৰ দিনতো আজি দুকুৰি বছৰ আগৰ ডেকাৰ দৰে। যি কথাটো সত্য বুলি ভৰা তাক সমাজৰ ভয়ত ক'বলৈ সাহ নাই, কৰিবলৈ সাহ নাই।"

সত্যৰ প্ৰতি গভীৰ নিষ্ঠা আৰু অন্যায়ৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদেই লভিতাৰ জীৱনৰ

মূল-মন্ত্ৰ। সেইবাবেই 'কাৰেঙৰ লিগিৰী' আৰু 'ৰূপালীম' নাটকৰ মাজেদি বিকশিত হৈ অহা জ্যোতিপ্ৰসাদৰ অভীপ্সিত চৰিত্ৰটি 'লভিতা'ত পূৰ্ণাঙ্গপ্ৰাপ্ত হৈছে বুলি কোৱা হৈছে। অসমীয়া সমাজত নাৰী সম্পৰ্কে যি ধাৰণা আছিল সেই প্ৰচলিত ধাৰণা আঁতৰ কৰাৰ উদ্দেশ্যেও জ্যোতিপ্ৰসাদে এনে এটি চৰিত্ৰৰ বিকাশৰ প্ৰয়োজনীয়তা নিশ্চয় অনুভৱ কৰিছিল।

অসমীয়া সংস্কৃতিৰ বিশিষ্ট ৰূপ বুকুত সুমুৱাই লৈ প্ৰগতিৰ পথ ৰচিবলৈ আগবঢ়া জ্যোতিপ্ৰসাদে শিল্পীৰ পূৰ্ণস্বৰূপ ভালদৰে উপলব্ধি কৰিছিল। কিন্তু শিল্পী বুলিলে জ্যোতিপ্ৰসাদে কেৱল সুকুমাৰ কলাৰ সাধককে বুজা নাছিল। তেওঁৰ বহল দৃষ্টি-ভংগীত শিল্প-কলাই মানুহৰ সৃজনী-প্ৰতিভাৰ সকলো দিশকে সামৰি লৈছিল। ('শিল্পীৰ পৃথিৱী' প্ৰবন্ধ দ্ৰষ্টব্য. পৃঃ ৬৩-৬৪) প্ৰকৃত শিল্পীয়ে পৃথিৱীৰ সপোন দিঠকলৈ ৰূপান্তৰিত হোৱাত সহায় কৰে অথবা জগত, জীৱন আৰু সমাজৰ ৰূপান্তৰত সক্ৰিয় অংশ গ্ৰহণ কৰে। শিল্পীৰ এই সংজ্ঞা জ্যোতিপ্ৰসাদে নিজে পূৰণ কৰিছিল আৰু সেইবাবে পুৰণিতে সন্তুষ্ট নাথাকি নতুনৰ প্ৰতি সদায়ে তেওঁ আন্তৰিকতাপূৰ্ণ সঁহাৰি জনাইছিল। পুৰণিৰ ভেটিত অসমীয়া সংস্কৃতিৰ নৱৰূপ ৰচনা কৰিবলৈ অথবা নতুন আলোকেৰে অসমীয়া সংস্কৃতি উদ্ভাসিত কৰিবলৈ আৰু মানৱ সমাজৰ নতুন চিন্তা-চৰ্চাৰ সৈতে অসমীয়া সমাজক জড়িত কৰিবলৈ জ্যোতিপ্ৰসাদ যে অতিশয় আগ্ৰহী আছিল তাৰ সুস্পষ্ট ইংগিত তেওঁ আটাইবোৰ ৰচনাতে বৰ্তমান ঃ

> "শ্ৰীমন্ত শঙ্কৰে দি যোৱা সুকুমাৰ কলা—আলেখ্য, ভাস্কৰ্য, সংগীত, স্থাপত্যৰেই স্বৰূপ চাই, তাৰ বৈশিষ্ট্যতাৰ কাৰিকৰি বুজি-বাজি লৈ—আজি অসমীয়া শিল্পীয়ে সাধনাৰে কলা নৈপুণ্যতা, ৰূপদক্ষতা, সূক্ষ্মাদিতম কলা-কৌশলতা অৰ্জন কৰি যদি—আজি নতুন যুগৰ অসমীয়া সুকুমাৰ কলা, পুৰণি অসমীয়া কলা-কৌশলতাৰ বৈশিষ্ট্যতাৰ আলম লৈ সৃষ্টি কৰি—তাৰ মাজেদি অসমীয়া সংস্কৃতিৰ বিশ্বৰূপৰ বিশ্ব-বিমোহৰ প্ৰকাশ দিব পাৰে—তেন্তে নিশ্চয়েই আমি অসমীয়া জাতিটো অকণমান হৈয়ো—এখণ্ড সৰু হীৰাৰ দৰে জ্বলি পৃথিৱী লখিমীৰ মুকুটত জ্বলি থাকি জগত পোহৰাব পাৰিম। শ্ৰীমন্ত শংকৰে দিয়া বিশ্ব সংস্কৃতিৰ ৰূপান্তৰৰ শিল্পী হৈ আজি অসমীয়া শিল্পী বিশ্ব-শিল্পী হৈ জনতাৰ কোলাত জ্বলি উঠক।"
>
> (শিল্পীৰ পৃথিৱী, পৃঃ ৭৪-৭৫)

আকৌ ঃ

> "আজি আমাৰ জাতীয় কৃষ্টি আৰু সভ্যতা আকৌ এটা ৰূপান্তৰৰ দুৱাৰ-ডলিত আৰু এই ৰূপান্তৰ সৰ্বভাৰতলৈ যি নতুন সভ্যতা আৰু কৃষ্টি আহিব লাগিছে তাৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছে। বৰ্তমান পৃথিৱীত বিজ্ঞানৰ অপূৰ্ব বিকাশৰ লগে লগে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰতো নতুন বিপ্লৱকাৰী আদৰ্শবাদ আহি মানৱ সমাজৰ চিন্তা-ৰাজ্যত ভূমিকম্প কৰিছেহি

আৰু এই বিশ্ব-বিপ্লৱে জগতৰ জাতিসমূহৰ কৃষ্টি-সভ্যতা আৰু জীৱনলৈ অভাৱনীয় পৰিবৰ্তন আনি দিয়াৰ আগন্তুক কৰিছে। এই বিপ্লৱী আদৰ্শবাদ আহি আমাৰ ভাৰততো আৰু অসমতো এটা আলোড়ন তুলিছে। সেই কাৰণেই আমাৰ ...ৰ সভ্যতা আৰু কৃষ্টিয়ে কেনে ৰূপ ধৰিব তাক ভাবি-চিন্তিও সঠিককৈ ক'বলৈ টান হৈ পৰিছে। সেই কাৰণেই প্ৰত্যেক ভাৰতীয় ডেকাই আজি তেওঁ যি ৰাজনৈতিক বা অৰ্থনৈতিক আদৰ্শবাদীয়েই নহওক সদায় সেই আদৰ্শবোৰৰ মৌলিক নতুন তত্ত্ব-তথ্যৰ বিষয়ে সজাগ হৈ থকাৰ দৰকাৰ। অসমীয়াৰো কৃষ্টি-সভ্যতা সেই গঢ়তে গঢ়ি উঠিব যদিও সেই সময়ৰ ইয়াৰ স্থানীয় অৱস্থা, এই প্ৰদেশৰ ভৌগোলিক, প্ৰাণীতাত্ত্বিক গঠনে আৰু আমাৰ পুৰণি কৃষ্টি-সভ্যতাৰ যিখিনি সনাতন মূল্যৰ সম্পদ তেতিয়াও থাকি যাব সিয়েইহে গৈ সেই অমসীয়াই গ্ৰহণ কৰা নৱ-সভ্যতাত জাতীয় মৌলিকতাৰ আৰু বিশিষ্টতাৰ ৰহণ খুৱাই এটা সুকীয়া ৰূপ দিবগৈ।" (জ্যোতিৰ্ধাৰা, পৃঃ ৫৮)

নতুনৰ অভিযানত ব্ৰতী হৈ জ্যোতিপ্ৰসাদে শিল্পীৰ গধুৰ দায়িত্ব নিষ্ঠাৰে পালন কৰিছিল। 'লভিতা' তাৰেই নিদৰ্শন। অসমীয়া সমাজলৈ নতুন বা-বতাহ বোৱাই আনি নপোহৰৰ নতুন ভাবেৰে অসমীয়া ডেকা-গাভৰুক উদ্দীপিত কৰাৰ প্ৰচেষ্টা 'লভিতা'ৰ অন্যতম লক্ষ্য। নাটকখনৰ পাতনিত তেওঁ লিখিছে ঃ

"অসমীয়া সাধাৰণ ডেকা-ডেকেৰীয়ে পৃথিৱীলৈ অহা ন পোহৰৰ বাণী কিমানখিনি ল'ব পাৰিছে আৰু সেই পোহৰত নতুন দিনৰ বাবে নিজকেই গঢ়ি তুলিবলৈ কিমান দূৰ নতুন ভাবেৰে অনুপ্ৰাণিত হ'ব পাৰিছে তাৰো আভাস দিবলৈ ইয়াত যত্ন কৰা হৈছে। যাতে আজি এই অসমীয়া জীৱনৰ সন্ধিক্ষণত অসমীয়াই নিজৰ স্বৰূপ চাবলৈ সুবিধা পাই নিজৰ নিজৰ চৰিত্ৰৰ সবলতা-দুৰ্বলতা জানি ভৱিষ্যতৰ সৈতে যুঁজিবলৈ সক্ষম হ'ব পাৰে।"

এই উদ্দেশ্যেই সামাজিক আৰু সাংস্কৃতিক বিপ্লৱৰ ওপৰত জ্যোতিপ্ৰসাদে গভীৰ আস্থা স্থাপন কৰিছিল আৰু সকলো অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ, নিপীড়িতসকলৰ উদ্ধাৰৰ হকে আত্মোৎসৰ্গ কৰিবলৈ আৰু ৰক্ষণশীলতা আৰু সংকীৰ্ণতা পৰিত্যাগ কৰিবলৈ অসমবাসীক আহ্বান কৰিছিল। 'লভিতা'ত তেওঁৰ এই বৈপ্লৱিক মানসিকতাৰ স্পষ্ট প্ৰতিফলন ঘটিছে। লভিতাৰ মুখত দিয়া তেজস্বী সংলাপৰ মাধ্যমেদি জ্যোতিপ্ৰসাদে নিজকে প্ৰকাশ কৰিছে।

"যি ডেকাৰ অন্তৰত বিপ্লৱৰ জুই জ্বলা নাই, সি আজিৰ দিনৰ ডেকা হ'বই নোৱাৰে। ৰজাৰ অন্যায়, আইনৰ অন্যায়, দেশৰ অন্যায়, দেশৰ চলি থকা অন্যায় নিয়ম কাৰণ, মুৰ্খ সমাজৰ, সংকীৰ্ণ মনৰ নিৰপৰাধী নিমাখিতৰ ওপৰত অন্যায় অত্যাচাৰৰ বিৰুদ্ধে নিজৰ সুখ-সম্পদ, আনকি জীৱনকো দি যি ডেকাৰ থিয় হ'বলৈ মনত বল নাই, বুকুত শক্তি নাই সি আজিৰ ডেকা হ'বই নোৱাৰে।......গোলাপ.....মোৰ

বাবে তুমি মুৰ ঘমাব নালাগে। তুমি আমনি পাব নালাগে। সমাজৰ চকুৰ কুটা দাঁতৰ শাল হ'ব নালাগে। সমাজৰ বৰমুৰীয়া ধৰ্মধ্বজসকলৰ গৰিহণা শাও খাবলৈ তুমি যাব নালাগে। তুমি যিয়েই হোৱা কিন্তু আজিৰ ডেকা নোহোৱা। তোমাৰ গাঁও লৈ, তোমাৰ মানুহ লৈ, তোমাৰ গাঁৱৰ নিয়ম কাৰণ লৈ, তোমাৰ সমাজ লৈ, তোমাৰ জাত লৈ তুমি থাকা। কিন্তু কাৰো আগত নক'বা আজিৰ ডেকা বুলি, তুমি আজিৰ ডেকা বুলি নক'বা, নক'বা, নক'বা।"

লভিতা নতুন অসমীয়া ডেকা-গাভৰুৰ আত্মবিশ্বাস, সমাজচেতনা আৰু উদাৰতাৰ সাৰ্থক প্ৰতিনিধি।

অসমীয়া জাতীয় চৰিত্ৰৰ স্বৰূপ উন্মোচন কৰি অসমীয়াৰ মাজত আত্মবিশ্বাসৰ ভাব সুদৃঢ় কৰাৰ অভিপ্ৰায়েৰেই জ্যোতিপ্ৰসাদে ইয়াত গতানুগতিক নাট্য-ৰীতি বৰ্জন কৰিছে আৰু ইতিপূৰ্বে অনুসৰণ কৰা কলা-কৌশলৰপৰা আঁতৰি আহি নতুন বাস্তৱবোধৰ পৰিচয় দিছে। গতানুগতিক নাটকৰ প্লট, কাহিনী, সংঘাত আদিৰে 'একাডেমিক' আলোচনাত প্ৰবৃত্ত হ'লে 'লভিতা'ত নাটকীয় উপাদান বিচাৰি হতাশ হ'ব লাগিব। 'লভিতা'ত প্লটো নাই, কাহিনীৰ সুসংহত ৰূপো নাই আৰু প্ৰচলিত অৰ্থত নাটকৰ বাবে প্ৰয়োজনীয় কেন্দ্ৰস্থ সংঘাতো নাই। আগৰ কেইখন নাটকতে কাব্যগন্ধী সংলাপৰ জৰিয়তে সৃষ্টি কৰা কাব্যিক সংমগুলো জ্যোতিপ্ৰসাদে ইয়াত পৰিহাৰ কৰিছে। বাস্তৱ ঘটনাৰ আলমত নিৰ্মিত সৰ্বসাধাৰণৰ পৰিচিত পৰিবেশে তেওঁৰ উদ্দেশ্যসাধনত অধিক ফলপ্ৰসূ ভূমিকা ল'ব বুলি বিশ্বাস কৰিয়েই জ্যোতিপ্ৰসাদে 'লভিতা'ত নাট্যকলা সম্পৰ্কীয় ধাৰণা কিছু পৰিমাণে সলনি কৰিছিল। সঁচা কথা ক'বলৈ গ'লে নাট্যকলাৰ মান উন্নত কৰিবলৈ নহয়, জাতিৰ আত্মপ্ৰতিষ্ঠাৰ পথ প্ৰশস্ত কৰিবলৈহে তেওঁ 'লভিতা' ৰচনা কৰিছিল। অন্য ভাষাত ক'ব পাৰি, 'লভিতা' জ্যোতিপ্ৰসাদৰ জাতীয় চেতনাৰ পৰিপূৰ্ণ অভিব্যক্তি। ইয়াত তেওঁৰ কল্পনাৰ দীপ্তি নাই—আছে জীৱনৰ সাধনাক গভীৰভাৱে মুদ্ৰিত কৰাৰ প্ৰতিশ্ৰুতি।